

**SHIVA**

A critical and oriental study of Lord Shiva and Shaivism with special reference to the Shaiva Cult of Assam, by Dr. Nirmalprabha Bardoloi, former Jawaharlal Nehru Professor, Gauhati University and published by Sahitya-Prakash, Tribune Building, Guwahati-3, Price Rs. 95.00 (Rupees Ninety Five) only.

---

**প্ৰকাশক :**
সাহিত্য-প্ৰকাশ, ট্ৰিবিউন বিল্ডিংছ
গুৱাহাটী-৭৮১০০৩

---

**মুদ্ৰক :**
ট্ৰিবিউন প্ৰেছ, গুৱাহাটী -৭৮১০০৩

---

**মূল্য :** ৯৫.০০ (পচান্নবৈ টকা) মাত্ৰ

---

**প্ৰথম প্ৰকাশ :** ডিচেম্বৰ-১৯৯৭

---

**প্ৰচ্ছদপট আৰু অলংকৰণ :** ত্ৰৈলোক্য দত্ত

মোৰ অতি মৰমৰ একেজনী ভনী
শ্ৰীমতী লক্ষীপ্ৰিয়া চাংকাকতিলৈ

# তোৰণতে একাষাৰ

শিৱৰ ছবিয়ে, শিৱৰ মূৰ্তিয়ে মোক চিৰদিন চিন্তাত পেলাইছে। তেওঁৰ স্বৰূপ জানিবৰ কাৰণে উৎকণ্ঠিত সেই সকলো পৰাই। তেওঁক কিয় পঞ্চানন বুলি কোৱা হয়? তেওঁৰ দুনয়ন অৰ্দ্ধনিমীলিত কিয়? কিয় তেওঁ ত্ৰিনয়ন? কিয় তেওঁ নীলকণ্ঠ? তেওঁৰ ভূষণ সৰ্প কিয়? কিয় তেওঁৰ আভৰণ ব্যাঘ্ৰচৰ্ম? কিয় তেওঁৰ বাহন বৃষভ? কিয় তেওঁ অন্য দেৱতাতকৈ বিপৰীত? কিয় তেওঁ নটৰাজ? কিয় তেওঁ অৰ্দ্ধনাৰীশ্বৰ?? লিঙ্গক কিয় 'শিৱলিঙ্গ' বুলি কোৱা হয়। কি ৰহস্য আছে এই কথাবো .ত? মই ক'ত উত্তৰ পাম? ক'ত?

মোৰ ঘৰ শিৱসাগৰত। সৰুৰে পৰাই বিশেষকৈ সোমবাৰে সোমবাৰে পুৱা বৰ পুখুৰীৰ পাৰৰ শিৱদৌলত সেৱা কৰিবলৈ যোৱাটো প্ৰায়বোৰ মানুহৰে নিয়ম থকাটো দেখিছিলো। কি গাম্ভীৰ্যপূৰ্ণ সেই মন্দিৰ! গলেই মনটো বেলেগ ধৰণে ভাল লাগি যায়। মন্দিৰৰ ভিতৰত ইপিনে বিগ্ৰহ নাই, আছে কুণ্ড। তাৰ ভিতৰত? সিও এক ৰহস্য। শিৱৰাত্ৰীৰ সময়ত সেই কুণ্ড ৰাজ্যৰ তীৰ্থযাত্ৰীসকলে ঢলা গাখীৰ আৰু পানীৰে বেলপাত আৰু ফুলেৰে পূৰ্ণ হৈ থাকে। অন্য সময়ত দুগ্ধদান বা জলদান কম থাকিলে কুণ্ডৰ ভিতৰৰ কিছু অংশ প্ৰদীপ হাতত লৈ দৰ্শন কৰোতে দেখা যায়। সেয়া লিঙ্গনে? ঠিক ধৰিব নোৱাৰিছিলো। গৱেষণাইহে কিছু পোহৰ এতিয়া পেলাইছে যে কুণ্ড যোনি স্বৰূপা আৰু তাৰ অন্তৰ্ভাগত শিৱলিঙ্গৰ প্ৰতীকৰ অৱস্থান। সেই কুণ্ডস্থিত লিঙ্গক প্ৰদীপৰ দেখ্ নেদেখ্ পোহৰত মেৰ পতা সৰ্পৰ মস্তক যেনো লাগিছিল। যি নহওক সেয়া প্ৰতীকহে। যিহেতু শিৱ মন্দিৰ, শিৱৰ প্ৰতীক লিঙ্গ দেৱতাৰে তাত অধিষ্ঠান। তাত জল বা দুগ্ধৰ অৰ্ঘ্য প্ৰদান কৰি "ওঁম নমো শিৱায়" মন্ত্ৰেৰে বগা চন্দন সনা বেলপাত, ধতুৰা ফুল, বগা অন্য ফুল আৰু দোৰোণ ফুল অৰ্পণ কৰা হয়। ৰঙা ফুল তেওঁক দিয়া নহয়। সকলো দুখৰ পৰা মুক্তি প্ৰদান কৰা তেওঁ মুক্তি নাথ, বাঞ্ছা কল্পতৰু। তেওঁ পঞ্চানন এই কাৰণেই যে পঞ্চ মহাভূতৰ সমাহাৰ তেওঁতেই।

নতুন গৃহ প্ৰবেশৰ সময়ত বাৰীখনৰ চাৰিচুকত চাৰিটা শিৱলিঙ্গ পোতাটো (ৰক্ষাকৰ্ত্তা দেৱতা হিচাপে) পূৰ্বাপৰ চলি অহা এক বিশেষ নিয়ম। শিৱ যে ক্ষেত্ৰ অধিপতি সেয়ে ক্ষেত্ৰত থকা ভূত-প্ৰেতৰ উপদ্ৰৱ প্ৰশমন কৰিবৰ

কাৰণেই শিৱলিঙ্গৰ প্ৰতিষ্ঠাপন। তেওঁ ভূমিখণ্ডৰ ৰক্ষাকৰ্তাই কেৱল নহয়, তেওঁ পশুপতিও। মানুহো প্ৰকৃততে 'পশু' শব্দৰেই অন্তৰ্গত।

তেওঁ উৰ্বৰতাৰো দেৱতা, সেয়ে লিঙ্গৰূপত অথবা লিঙ্গ-যোনিৰ দৃঢ়বদ্ধ ৰূপত, বীৰ্যৰ প্ৰতীক দুগ্ধ ঢালি উৰ্বৰতা পোৱাৰ কামনাৰে শিৱক অথবা শিৱ-শক্তিক উপাসনা কৰা হয়। নাৰীসদৃশ বসুমতীয়েও বিচাৰে উৰ্বৰতা, মানুহেও বিচাৰে উৰ্বৰতাই। শিৱলিঙ্গৰ সমুখত উৰ্বৰতাৰ কামনাৰেই বলি উচৰ্গা কৰি সেই বলিৰ ৰক্ত দান কৰা হৈছিল। আদিম অজস্ৰ ধাৰণাত ৰক্তৰ ৰহস্যময় শক্তি আছে। ইয়াক মাটিত ঢালিলেও মাটিৰ উৰ্বৰতা বৃদ্ধি কৰে। কিছু পণ্ডিতে মত পোষণ কৰে যে এনে ৰক্তদানে শিৱৰ সঙ্গী ভূত-প্ৰেত প্ৰমথবোৰৰ সন্তুষ্টি সাধন কৰে-- যি দৰে 'দেৱীৰ' প্ৰতি আগবঢ়োৱা বলিৰ ৰক্ত দেৱীৰ সহচৰী ডাকিনী শাঁখিনী আদিৰহে প্ৰিয় নৈবেদ্য।

জীৱনৰ আদিম কৌতূহলে দিয়ে ধাৰণা, ধাৰণাই জন্মায় বিশ্বাস, বিশ্বাসে সৃষ্টি কৰে আচাৰ, তাৰ পৰা ক্ৰমবিবৰ্তনত হয় সংস্কৃতি। মানস আৰু মননৰ ক্ৰমবিকাশৰ স্তৰে স্তৰে জীৱনৰ প্ৰয়োজনতে ধৰ্মৰ ধাৰণা, ভাৱনা, কল্পনা, জীৱনৰ লৌকিক, অতিলৌকিক বিচিত্ৰ কাহিনী নিশ্চয় গঢ় লৈ উঠিছিল। তাতেই দৰ্শনেও থানিকা পাতিছিল। মানুহৰ প্ৰব্ৰজনে বিভিন্ন সংস্কৃতিৰ-মিলন মিশ্ৰণ ঘটাইছিল আৰু জীৱনৰ অন্য ক্ষেত্ৰত হোৱাৰ দৰে বৈদিক ৰুদ্ৰ, স্থানীয় বিভিন্ন উপাদান আৰু ভাৰতৰ বাহিৰৰ পৰা অহা শৈৱ প্ৰৱাহৰ মিলন মিশ্ৰণত ভাৰতৰ 'নতুন শিৱ'ৰ পৌৰাণিক ৰূপো উদ্ভাসিত হৈ উঠিছে। তাৰেই এক সামগ্ৰিক অধ্যয়ন এই গ্ৰন্থত দিবলৈ চেষ্টা কৰা হৈছে। অৱশ্যেই "পখীসৱ উড়য় পখা অনুসাৰে।"

দেৱী লিখি থকাৰ সময়তে ভাবিছিলো শিৱৰ অনুসন্ধান অবিহনে দেৱীৰ ব্যাখ্যাও অসম্পূৰ্ণ। জ্ঞান অধ্যয়নৰ অতল সাগৰত বুৰ মাৰি মণি-মুকুতা বোটলাৰ হেঁপাহ তীব্ৰ, কিন্তু শক্তি তেনেই সীমিত। সিও শীৰ্ণপ্ৰায়। তথাপি বাসনাই হাৰ নেমানে। দেখাৰ শক্তি অস্পষ্ট হৈ অহা, দুৰ্বল মোৰ দুচকুৰ কি অসীম যন্ত্ৰণাৰ মাজেদি এই ধ্যান, এই অধ্যয়নত বহিলো সেই কথা ভাষাৰে বুজাব নোৱাৰি। এই সময়খিনিতে বিভিন্ন কঠিন ব্যাধিৰ কাৰণে, দুবাৰকৈ ভৰিও ভগাত শয্যাশায়ী হৈ প্ৰায় আঢ়ৈ বছৰ থাকিব লগাও হ'ল। অৱশ্যে, ক্ষেত্ৰ অধ্যয়ন দেৱীৰ কাৰণে সমল গোটোৱাৰ সময়তেই একেলগে কৰিছিলো। তথাপি ভুল-ভ্ৰান্তি ক'ৰবাত বৈ যাব পাৰে বুলি ভয় কৰি বিভিন্ন স্থানৰ (অসমৰ) তথ্য পঠাবৰ কাৰণে কাগজৰ যোগেদি আবেদন কৰা যিসকল

সদাশয় ব্যক্তিয়ে নিজ নিজ স্থানৰ কিছু তথ্য দি পঠালে, তাৰ কাৰণে মই ওৰে জীৱন কৃতজ্ঞ হৈ ৰলো। কিছু ঠাইৰ লোক অৱশ্যে অমনোযোগী হৈ থাকিল। অজ্ঞতাবশতঃ কিছু লোকে শিৱস্থানৰ ঠাইত স্থানীয় বেলেগ দেৱতাৰ স্থান অথবা নামঘৰ আদিৰ বিষয়ে লিখি পঠালে। অপ্ৰাসঙ্গিক হোৱাৰ কাৰণে যিসকল লোকৰ তথ্যৰ সহায় লব নোৱাৰিলো, সেইসকল লোকে যাতে ভুল নুবুজে তাৰো অনুৰোধ ৰ'ল। অসমৰ স্থানীয় তথ্য বিচাৰোতে "পৱিত্ৰ অসমৰ' সহায় লব লগা হৈছে। সৰ্বাধুনিক তথ্যতকৈ প্ৰাচীন তথ্য অনুসন্ধানহে আমাৰ উদ্দেশ্য আছিল। জনজাতিসকলৰ ধৰ্মীয় তথ্য নিখুঁত হবৰ উদ্দেশ্যেৰে সেই সেই সম্প্ৰদায়ৰ জনা মানুহৰ পৰা তথ্য সংগ্ৰহ কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰা হৈছে। এই ক্ষেত্ৰত অধ্যাপক উপেন ৰাভা, অধ্যাপক ডঃ পৰমানন্দ ৰাজবংশী, অধ্যাপক ডঃ প্ৰফুল্ল কুমাৰ নাথৰ পোনপটীয়া সহায় আৰু বাকী সকলৰ পৰোক্ষ সহায় প্ৰবন্ধ বা কিতাপৰ পৰা লোৱা হৈছে। এনে সহায় অপৰিহাৰ্য আছিল আৰু তেখেতসকলৰ ঋণ স্বীকাৰ কৰা হৈছে।

শিৱতত্ত্ব বিচৰা আৰু বিচাৰৰ ক্ষেত্ৰত মোৰ সহায় আছিল নাতি জোন (সপ্তৰ্ষি) আৰু জীয়ৰী স্বপ্না। জোনৰ গৱেষণা কৰ্মৰ প্ৰতি টান খোৱা মনটো দেখি মই অবাক হৈছো। কবিতা ভাল পোৱা এই সৰু ল'ৰাটোৱে ইন্দোলজিৰ চিৰিয়াচ কথাবোৰ চিন্তা কৰিবলৈ বৰ ভাল পায়। মই আশা কৰো মই কৰিবলৈ থকা বহুত কামৰ অন্ততঃ কিছু কাম সি ভৱিষ্যতে কৰিবগৈ পাৰিব। জোনৰ পোহৰতে গ্ৰন্থবোৰৰ অধ্যয়ন হ'ল। আমাৰ জোঁৱাই শ্ৰীব্ৰজেন ভট্টাচাৰ্য (মাখন) আৰু ইটো নাতি জানে (সঙ্কল্প) অলে-তলে গাড়ীৰে লৈ যোৱাৰ উপৰিও বিভিন্ন ক্ষেত্ৰত মোক অশেষ সহায় আগবঢ়ালে। এওঁবিলাকক আশীৰ্বাদৰ বাহিৰে অন্য একো দিবলৈ নাই।

শয্যাশায়ী হৈ অসুখত পৰি থকা আঠৈবছৰীয়া সময়খিনিয়ে একাপতীয়াকৈ এই কামত লগাৰ যেনিবা সুবিধা কৰিলে আৰু সেই সময়খিনিতে যেনিবা তত্ত্ব বিচাৰৰ কামখিনি সমাধা হ'ল।

এটা কথা অৱশ্যেই এইখিনিতে স্বীকাৰ কৰিব লাগিব যে, কিছুমান গৱেষণাৰ আদি অন্ত প্ৰকৃততে নাই। বিশেষকৈ এনে ধৰণৰ প্ৰাচীনতম বিষয়বস্তু-সমূহৰ কেতিয়া কোনটো বিন্দুত আৰম্ভ আৰু কোনটো বিন্দুত শেষ কোনেও নাজানে। নতুন নতুন খনন কাৰ্যই, নৃতত্ত্বৰ নতুন তথ্যই, প্ৰতিদিনে আগবঢ়া গৱেষণাৰ আধুনিকতম, গভীৰতম, সূক্ষ্মতম আৱিষ্কাৰে আমাৰ বৰ্তমানৰ ধ্যান-ধাৰণাক সম্পূৰ্ণ সলনি কৰিও হয়তো দিব পাৰে। আৱিষ্কৃত তথ্যসমূহো যে পূৰাকৈ পাইছো সেই কথাওতো নহয়। জীৱনজোৰা পৰিশ্ৰম কৰিলেও

অধ্যয়ন সম্পূৰ্ণ নহয়। তদুপৰি "শত পণ্ডিতৰ জ্ঞানৰ পোহৰ অনন্ত পোহৰে কৰে যে জয়।" আমিতো নিকৃষ্টতম প্ৰাণী।

গৱেষণাৰ গোটেই সময়খিনিত মনীষী মাৰ্ক্সৰ কথা কেইষাৰমান অনবৰত অন্তৰত ধ্বনিত হৈ আছিল-- "মানুহ পৰিবেশনিৰ্ভৰ। কৰ্ম, কল্পনা, জীৱন, ভাৱনা, বাহিৰ-ভিতৰ সকলো লৈহে মানুহ সম্পূৰ্ণ। আৰ্থিক দিশটো সকলোতকৈ তাৎপৰ্যপূৰ্ণ। আৰ্থিক, জাগতিক, সামাজিক, ৰাজনৈতিক সকলো কথা পৰস্পৰ নিৰ্ভৰশীল আৰু এইবোৰেই মানুহক গতি দিয়ে, সৃষ্টিশীলতাৰ প্ৰতি আগ্ৰহী কৰে। তেনেকৈয়ে আৰম্ভ হয় সংস্কৃতিৰ ৰূপময় প্ৰকাশবোৰ। এইবোৰ জীৱন মননৰেই ৰূপৰস মণ্ডিত নিৰ্যাসস্বৰূপ।"

মোৰ পৰম শ্ৰদ্ধেয়, অগ্ৰজ স্বৰূপ, কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক, পণ্ডিত ডঃ নৰেন্দ্ৰনাথ ভট্টাচাৰ্য ডাঙৰীয়াই তেখেতৰ বিশেষ অসুস্থতা সত্ত্বেও দেৱীৰ দৰেই এইখন গ্ৰন্থৰো ভূমিকা লিখি দি মোক চিৰঋণী কৰিছে।

মোৰ পৰম শ্ৰদ্ধেয় গুৰু সাহিত্য-আচাৰ্য ৰবীন্দ্ৰ অধ্যাপক ডঃ সত্যেন্দ্ৰনাথ শৰ্মা ছাৰে ইমান অসুস্থতা সত্ত্বেও দুআষাৰ লিখি শিৱক অভিনন্দিত কৰাত পৰম কৃতাৰ্থ হৈছো।

ইয়াৰ বাহিৰেও যিসকলৰ ওচৰত মই আন্তৰিক ঋণ স্বীকাৰ কৰিব লাগিব তেখেতসকল হ'ল প্ৰথমেই পণ্ডিত ডঃ বিশ্বনাৰায়ণ শাস্ত্ৰী মহোদয় আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ অধ্যাপক ডঃ থানেশ্বৰ শৰ্মা। তেখেত দুয়োজনে মোৰ অনুৰোধ ৰক্ষা কৰি সংস্কৃত সাহিত্যত শিৱ বন্দনাৰ আভাস অলপ অলপ সংস্কৃতৰ পৰা অসমীয়ালৈ অনুবাদ কৰি দি মোক কৃতাৰ্থ কৰিছে।

দিল্লীৰ সাহিত্য একাডেমী লাইব্ৰেৰীৰ লাইব্ৰেৰীয়ান শ্ৰীমতী বিজয়লক্ষ্মী আৰু শ্ৰী বি. ভট্টাচাৰ্য দুয়োজন অতি অমায়িক আৰু সহায়ৰ হাত অনবৰত আগবঢ়াই থকা। তেওঁলোক দুজনৰ সহায় নোহোৱা হলে মোৰ এই গ্ৰন্থ লিখাই নহ'লহেঁতেন। ইয়াৰ উপৰিও কলিকতাৰ এচিয়াটিক চচাইটিৰ লাইব্ৰেৰীৰ শ্ৰীমতী মিতালী ঘোষ, শ্ৰীমতী সুজাতা মিশ্ৰ, কলিকতাৰ নেচনেল লাইব্ৰেৰীৰ শ্ৰীমতী লক্ষী চট্টোপাধ্যায়, ভাৰতীয় ভাষা পৰিষদ আৰু কলিকতা সাহিত্য একাডেমীৰ ৰিজিঅ'নেল চেক্ৰেটাৰী শ্ৰীনিৰ্মলকান্তি ভট্টাচাৰ্য, গুৱাহাটী বিশ্ববিদ্যালয় লাইব্ৰেৰীৰ কৰ্মকৰ্তাসকল, গুৱাহাটীৰ পুৰাতত্ত্ব বিভাগৰ লাইব্ৰেৰীয়ান শ্ৰীভৃগু ভৰালী, গুৱাহাটী মিউজিয়াম লাইব্ৰেৰীৰ কৰ্মকৰ্তাসকল, গুৱাহাটীত অৱস্থিত ডিষ্ট্ৰিক ষ্টেট লাইব্ৰেৰীৰ শ্ৰীমতী ৰীতা দাস প্ৰমুখ্যে

কৰ্মকৰ্তাসকল অশেষ কৃতজ্ঞতাৰ পাত্ৰ। একক সহায় কৰিছে এ. এচ. ই. বিৰ শ্ৰীযুত কামিনী শৰ্মায়ো।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ ফ'কলৰ বিভাগৰ প্ৰাধ্যাপক ডঃ নবীন চন্দ্ৰ শৰ্মা, গুৱাহাটী মিউজিয়ামৰ সঞ্চালক, ডঃ ৰবীন দেৱ চৌধুৰী আৰু সমীৰণ বৰুৱা, জয়শ্ৰী দেৱী বুজৰবৰুৱা, গৌতম শৰ্মা, বিশেষকৈ ডঃ নিশিপদ চৌধুৰীৰ ঋণ জীৱনত শুজিব নোৱাৰো। আসাম ট্ৰিবিউনৰ স্বত্বাধিকাৰী, মোৰ অগ্ৰজস্বৰূপ শ্ৰীযুত তুলসীগোবিন্দ বৰুৱাই এখন বহুমূলীয়া কিতাপ দি মোক কৃতাৰ্থ কৰিছে। তেখেতৰ অশেষ শলাগ লৈছো। কিতাপ দি সহায় কৰাৰ ক্ষেত্ৰত শলাগ লৈছো অধ্যাপক ডঃ ডিম্বেশ্বৰ শৰ্মা ডাঙৰীয়া আৰু শ্ৰীমতী শশীপ্ৰভা দাসৰো।

গোটেই গ্ৰন্থখন প্ৰস্তুত কৰোতে মোৰ লগত ছাঁৰ দৰে থকা নগাঁৱৰ শ্ৰীমতী ৰুমী ৰাণী দেৱীয়ে প্ৰেছ কপি যুগুত কৰাৰ ক্ষেত্ৰত মোক যি অকুণ্ঠভাৱে সহায় কৰিলে সেই সহায় চিৰদিন মোৰ মনত থাকিব। আৰ্হি কাকত চাওঁতে অধ্যাপক শ্ৰীপ্ৰফুল্ল নাথ, শ্ৰীহৃদয়ানন্দ গগৈ, শ্ৰীহৰেকৃষ্ণ দাস, শ্ৰীতৰুণ শৰ্মা, শ্ৰীমতী সুদৰ্শনা বৰদলৈ আৰু ডঃ স্বপ্নাৰ নাম বিশেষভাৱে উল্লেখযোগ্য। গ্ৰন্থপঞ্জী প্ৰস্তুত কৰোতে জোন আৰু স্বপ্নাৰ সহায় অপৰিহাৰ্য আছিল। এওঁ বিলাকলৈ ৰ'ল মোৰ অন্তৰভৰা আশীৰ্বাদ। মোৰ ফিল্ডৱৰ্কৰ ক্ষেত্ৰত সহায় কৰা অজস্ৰ ব্যক্তিলৈ ৰ'ল কৃতজ্ঞতা। ইয়াৰ ভিতৰত জাঁজী কলেজৰ অধ্যাপক শিল্পী কৃষ্ণকান্ত সন্দিকৈৰ নাম প্ৰথমেই লব লাগিব। সাহিত্য-প্ৰকাশৰ সৰ্বময় কৰ্তা শ্ৰীৰজনীকান্ত দেৱ শৰ্মাৰ আন্তৰিক হেঁপাহ নোহোৱা হ'লে 'শিৱ' প্ৰকাশেই নাপালেহেঁতেন। দেৱীৰ দৰেই 'শিৱ'ৰ আশীৰ্বাদো তেওঁৰ শিৰত বৰ্ষণ হওক। সাহিত্য-প্ৰকাশৰ সকলো কৰ্মীলৈ ৰ'ল মোৰ আন্তৰিক শলাগ।

পুৰাতত্ত্ব বিভাগৰ সঞ্চালক শ্ৰীযুত গুণীন্দ্ৰনাথ ভূএগ আৰু ডঃ প্ৰদীপ শৰ্মাই সময়ে সময়ে দিহা-পোহা দি সহায় কৰাৰ লগতে আলোকচিত্ৰ দিও মোক ধন্য কৰিছে। পৰ্যটন বিভাগৰ বিষয়া কবি সমীৰ তাঁতীয়েও আলোকচিত্ৰ দি সহায় কৰিছে। তেখেতসকলৰ শলাগ ল'লো।

মোৰ বন্ধুস্বৰূপ, আসাম ট্ৰিবিউনৰ আনজন স্বত্বাধিকাৰী শ্ৰীযুত প্ৰফুল্লগোবিন্দ বৰুৱালৈ কৃতজ্ঞতা জনালো তেখেতৰ আন্তৰিক শুভ ইচ্ছা গ্ৰন্থখন প্ৰকাশৰ ক্ষেত্ৰত থকাৰ কাৰণে।

অসমৰ বিভিন্ন প্ৰান্তৰ শিৱমন্দিৰৰ আলোকচিত্ৰ যিসকলে তুলি আৰু যোগাৰ কৰি পঠালে তেখেতসকললৈ ৰ'ল আন্তৰিক কৃতজ্ঞতা। বেটুপাত আৰু অন্তৰ্ভাগৰ শিল্পী শ্ৰীযুত ত্ৰৈলোক্য দত্তলৈ জনাইছো কৃতজ্ঞতা আৰু অভিনন্দন।

সদৌ শেষত ৰসপিপাসু সুধী সমাজে দায়দোষ বঢ়া-টুটা মৰিষণ কৰি গ্ৰন্থখন 'দেৱী'ৰ দৰেই সহৃদয়তাৰে গ্ৰহণ কৰক--এয়ে মোৰ একান্ত প্ৰাৰ্থনা-

দৌল পূৰ্ণিমা
১৯৯৭ চন

নিৰ্মলপ্ৰভা বৰদলৈ
শ্ৰীময়ী, গীতানগৰ
গুৱাহাটী

# ভূমিকা

ডঃ নির্মলপ্রভা বরদলৈর 'দেবী' গ্রন্থটির ভূমিকা লেখার সৌভাগ্য আমার হয়েছিল। বহুমুখী প্রতিভার অধিকারিণী নির্মলপ্রভা তাব 'দেবী' গ্রন্থে অসম তথা সমগ্র উত্তর পূর্বাঞ্চলের ধর্মীয় ইতিহাসের উপর বিশেষ আলোকপাত করেন। তার বর্তমান গ্রন্থটি শিব ও শৈবধর্মের উপর রচিত। এই গ্রন্থটিতে তিনি যেমন একদিকে অসম তথা সমগ্র উত্তরপূর্বাঞ্চলের শৈবধর্ম সম্পর্কে আমাদের সীমাবদ্ধ জ্ঞানকে প্রসারিত করেছেন, অপরদিকে ঐতিহাসিক অনুসন্ধান ও তত্ত্বমূলক বিষয়ের উপর মাতৃভাষায় পাণ্ডিত্যপূর্ণ গ্রন্থ রচনা করে অসমীয়া সাহিত্যকে যথেষ্ট সমৃদ্ধ করেছেন।

এই গ্রন্থে নির্মলপ্রভা তিনটি বিশেষ ধারাকে সমন্বিত করেছেন। অসম ও উত্তব পূর্বাঞ্চলের শৈবধর্মের বিকাশ সম্পর্কে যে সকল ঐতিহাসিক তথ্যেব সন্ধান পাওয়া যায সকল তথ্যই তিনি সংগ্রহ ও প্রণালীবদ্ধ করেছেন। দ্বিতীয়ত, অসমে প্রচলিত লৌকিক শিবপূজা, বিভিন্ন শৈবক্ষেত্র, শিবসংক্রান্ত নানা লোককথা, সঙ্গীত ও পৌরাণিক কাহিনী তিনি প্রত্যক্ষভাবে সংগ্রহ করেছেন। ব্যক্তিগত অনুসন্ধান ও পর্যবেক্ষণ ছাড়াও অসমীয়া সাহিত্যে শৈবধর্ম সম্পর্কিত যে গুরুত্বপূর্ণ উপকরণসমূহ নিহিত আছে সেই সকল উপকরণকে তিনি প্রভূত পবিশ্রমে আমাদের সামনে উপস্থাপন করেছেন। এর পাশাপাশি উত্তরপূর্বাঞ্চলের বিভিন্ন জনজাতির মধ্যে শিব উপাসনার যে সকল প্রত্যক্ষ ও পরোক্ষ নিদর্শন পাওয়া যায় সেই সকল বিষয়ও তাঁর দৃষ্টি এড়ায়নি। তৃতীয়ত, শৈব ধর্ম এবং তাব উপসম্প্রদায় সমূহের আচার-অনুষ্ঠানগত ও তত্ত্বমূলক বিষয় সমূহের ব্যাখ্যা তিনি করেছেন সর্বভারতীয় পটভূমিকায়। অসমীয়া ভাষায় এই জাতীয় বহুমাত্রিক কাজের বিশেষ প্রয়োজনীয়তা ছিল এবং তা সুসম্পন্ন করে নির্মলপ্রভা আমাদের ধন্যবাদভাজন হয়েছেন। প্রসঙ্গত উল্লেখযোগ্য যে বাংলাভাষাতেও শৈবধর্মেব উপর এই জাতীয় পূর্ণাঙ্গ কাজ হয়নি।

ভাবতবর্ষে শৈবধর্মের উত্থান প্রাগৈতিহাসিক হবপ্পা সভ্যতার যুগ থেকে। হবপ্পা ও মহেঞ্জোদারোয় পশুপতি-শিবেব অনুরূপ দেবতা ও লিঙ্গ পূজাব পরিচয পাওয়া যায়। ঋগ্বেদে লিঙ্গোপাসক বা শিশ্নোপাসকদের নিন্দা করা হলেও ঋগ্বেদের রুদ্র দেবতাব কল্পনায প্রাক্-বৈদিক যুগের ধর্মবিশ্বাসের

প্রভাব পড়েছিল। ঋগ্বেদের রুদ্র ধ্বংসের দেবতা, তিনি ভয়ঙ্কর, কিন্তু যজুর্বেদে তাঁর চরিত্রের পরিবর্তন দেখা যায়। সেখানে তিনি জগতপতি হিসাবে বন্দিত হয়েছেন, এবং কৃষি, পশু, অরণ্য ও পর্বতের সঙ্গে সম্পর্কিত হয়েছেন। যজুর্বেদেই রুদ্রকে শিবের সঙ্গে অভিন্নবলে ঘোষণা করা হয়েছে। এই গ্রন্থের শতরুদ্রিয় অংশে তাঁর বিভিন্ন নাম ও গুণাবলী বর্ণিত হয়েছে। অথর্ববেদে রুদ্রের পরিচয় আরও ব্যাপক। এখানে নানা দেবতা রুদ্রের সঙ্গে একীভূত হয়েছেন। ব্রাহ্মণগ্রন্থসমূহে বলা হয়েছে যে দেবতাগণের ক্রোধ থেকেই রুদ্রের উৎপত্তি। তৈত্তিরীয় আরণ্যকে রুদ্রকে সর্বভূতান্তরাত্মা বলা হয়েছে। শ্বেতাশ্বতর উপনিষদে রুদ্র-শিব সংযুক্তভাবে এবং অভিন্ন পরিচয়ে একই দেবতাকে বুঝিয়েছে এবং তাঁকে পরমব্রহ্মের সঙ্গে সনাক্ত করা হয়েছে।

বৈদিক সাহিত্যে রুদ্র-শিবের অসংখ্য বিশেষণ বর্তমান। সেগুলির মধ্যে একটি হল তিনি গণদেবতা বা জনগণের দেবতা। বেদসংহিতাদিতে রুদ্রের যে সকল নাম ও পরিচয় পাওয়া যায়, মহাভারতে সেগুলি শিবের অন্তর্ভুক্ত হয়েছে। অর্থাৎ এই সময়ে রুদ্র পুরোদস্তুর শিবে রূপান্তরিত হয়েছেন। মহাভারতে শিবের বেদবিহিত এবং বেদবাহ্য উভয় রূপের পরিচয় পাওয়া যায়। একদিকে যেমন তাঁকে পরাৎপর মহেশ্বর, নিষ্কল, পরমব্রহ্ম, অজেয় আত্মা, বিশ্বমূর্তি প্রভৃতি বেদবিহিত আখ্যা দেওয়া হয়েছে, অপরদিকে তেমনই বেদবাহ্য লৌকিক রূপেরও বর্ণনা আছে। শিবের বেদবহির্ভূত চরিত্রের পরিচয়, দক্ষযজ্ঞ কাহিনীর মধ্যে পাওয়া যায়। এই বেদবহির্ভূত চরিত্রই পরবর্তীকালের পাশুপত ধর্মে প্রাধান্য পেয়েছে। পাশুপত ধর্ম বর্ণাশ্রম ধর্মের বিপরীত। বৈদিক ক্রিয়াকর্মের সঙ্গে পাশুপত ধর্মের কোন যোগ নেই।

মহাভারতে শিবের উগ্র-ভয়ঙ্কর এবং সৌম্য-শান্ত উভয়প্রকার মূর্তির বিবরণ আছে। সেখানে শিবের নানা আয়ুধেরও উল্লেখ আছে। ত্রিপুরাসুর বধের কাহিনীও মহাভারতে বর্ণিত হয়েছে। লিঙ্গরূপে শিবার্চনের কথাও এখানে পাওয়া যায়। শিবলিঙ্গের পূজা হিন্দুদের মধ্যে ব্যাপকভাবে প্রচলিত হলেও সম্প্রদায় হিসাবে কর্ণাটকের বীরশৈব বা লিঙ্গায়তরা নিষ্কল ব্রহ্মস্বরূপের প্রতীক হিসাবে লিঙ্গ ধারণ করেন। তন্ত্রে শিবকে লিঙ্গরূপী এবং দেবীকে যোনিরূপা বলা হয়েছে। এই কারণেই লিঙ্গপীঠিকাকে গৌরীপট্ট বা যোনি বলা হয়। শিবোপাসনার ঐতিহাসিক নজীর পাওয়া যায় খ্রীষ্টপূর্ব চতুর্থ শতক থেকে। ভারতে বসবাসকারী গ্রীকরা তাঁদের দেবতা দিওনিমোসের সঙ্গে শিবকে অভিন্ন বলে মনে করতেন। খ্রীষ্টপূর্ব দ্বিতীয় শতকের উপজাতীয় রাজাদের মুদ্রায় শিবের মূর্তি ও লিঙ্গ উৎকীর্ণ দেখা যায়। শক পহ্লব ও কুষাণ রাজাদের মুদ্রায় শিব মূর্তি বর্তমান। কুষাণরাজ বীম কদফিস তাঁর

মুদ্রায় নিজেকে মহেশ্বরের উপাসক বলেছেন। তক্ষশীলার কাছে সিরকাপে প্রাপ্ত একটি গোলাকার তামার সীলে ত্রিশূল ও দণ্ডধারী শিবমূর্তি পাওয়া গেছে। বসার, ভিটা, রাজঘাট প্রভৃতি স্থানে শিবমূর্তি অঙ্কিত বহু পোড়ামাটির সীল পাওয়া গেছে। গুপ্তযুগের অনেক শিবলিঙ্গ আবিষ্কৃত হয়েছে। এই যুগে সাধারণত একমুখ লিঙ্গের অধিক প্রচলন লক্ষ্য করা যায়। পরবর্তীকালে অবশ্য চতুর্মুখ লিঙ্গের বহু নিদর্শন দেখা যায়। ভারতের বাইরেও শিবোপাসনার ব্যাপ্তি ঘটে। মধ্য এশিয়ায় পঞ্চমুখ বৃষবাহন শিব এবং হরপার্বতীর মূর্তি পাওয়া গেছে। চীনেও বৃষবাহন শিবমূর্তি দেখা যায়। দক্ষিণপূর্ব এশিয়ায় শৈবধর্মের ব্যাপক প্রচলন ঘটে।

পাশুপতমতাবলম্বীরাই প্রাচীনতম শৈব সম্প্রদায়। এই সম্প্রদায়ের অন্যতম প্রধান প্রবক্তা লকুলীশ বা নকুলীশ এবং কুশিক প্রভৃতি তাঁর শিষ্যবর্গ ঐতিহাসিক চরিত্র, যাদের উল্লেখ প্রাচীন লেখ ও গ্রন্থসমূহ থেকে পাওয়া যায়। এই সম্প্রদায়ের রচিত গ্রন্থসমূহের মধ্যে পাশুপতসূত্র খ্রীষ্টীয় প্রথম-দ্বিতীয় শতকে রচিত। পাশুপত ছাড়াও আরও নানা শৈব সম্প্রদায় ছিল যাদের মধ্যে কারুণিক সিদ্ধান্তী, কাপালিক, মহাব্রতধর, কালামুখ প্রভৃতি উল্লেখযোগ্য। দক্ষিণ ভারতের কাঞ্চী, তিরুবরইউর, মেলপাড়ি, কোড়ুম্বালুঢ় প্রভৃতি স্থানে কাপালিক ও কালামুখদের কেন্দ্র ছিল। মধ্যভারতের মত্তময়ুর সম্প্রদায় ও শৈবধর্ম আশ্রিত। এই সকল মতেরই লক্ষ্য আধিদৈবিক, আধিভৌতিক ও আধ্যাত্মিক এই তিন প্রকার দুঃখের আত্যন্তিক নিবৃত্তি সাধন, যদিও পদ্ধতির ক্ষেত্রে প্রতিটি সম্প্রদায়ের বক্তব্য ও নীতি ভিন্ন। পাশুপতমতের আলোচ্য পাঁচটি বিষয়, যথা কার্য (জীবাত্মা ও জীবজগৎ) কারণ (পরমাত্মা, পরমেশ্বর শিব) যোগ (জীবাত্মার সঙ্গে পরমাত্মার সংযোগ) বিধি (স্থূল ও সূক্ষ্ম নানা ধরণের কর্ম বা প্রচেষ্টা) ও দুঃখান্ত (মুক্তি অর্থাৎ মহেশ্বরের সঙ্গে সাযুজ্য)। পাশুপত সহ সকল শৈব মতের তিনটি প্রধান তত্ত্ব—পশু, পাশ ও পতি। অজ্ঞানতায় আচ্ছন্ন মানুষই পশু। যে অজ্ঞান বা মায়া মানুষের সত্যদৃষ্টিকে আড়াল করে তাকেই বলা হয় পাশ। ঈশ্বর বা শিবই পতি যাঁর প্রসাদ বা অনুগ্রহে মানুষ পাশমুক্ত হলে সত্যকে উপলব্ধি করে।

শিবতত্ত্বের সঙ্গে শক্তিতত্ত্বের অঙ্গাঙ্গী সম্পর্ক। সূর্য যেমন তার প্রভা ছাড়া থাকেনা এবং প্রভাও সূর্য ছাড়া থাকেনা তেমনই শিবশক্তি পরস্পর সাপেক্ষ। শিব বিদ্যমান থাকলেও শক্তি ছাড়া তিনি প্রকাশিত হতে পারেন না। শিবের স্থিরীভূত শক্তির নাম প্রকাশ এবং গতিশীল শক্তির নাম বিমর্শ। শৈব সিদ্ধান্ত দর্শন অনুযায়ী গতিশীল শক্তিথেকে নাদ ও বিন্দুর উদ্ভব হয়। শিব একই সঙ্গে বিশ্বময় ও বিশ্বাতীত। তাঁর শক্তি সৃষ্টির নিমিত্ত কারণ

এবং তাঁর মায়া সৃষ্টির উপাদান কারণ। মায়া দুই প্রকার অশুদ্ধ মায়া ও শুদ্ধ মায়া। শ্রীকণ্ঠ শিবাচার্যের শৈব দর্শনে শিবের শক্তি দ্বিবিধ। চিৎশক্তি ও জড়শক্তি। কাশ্মীরে যে শৈবদর্শন গড়ে উঠেছিল তা প্রত্যাভিজ্ঞা নামে পরিচিত। এই দর্শনের আরও দুটি ধারার নাম ত্রিক এবং স্পন্দ। ত্রিক মত অনুযায়ী দর্পণে প্রতিবিম্বিত বস্তু যেমন আপাত অভিন্ন রূপে প্রতীয়মান হয়, সেই রূপ পরম শিবের ইচ্ছাবশত তাঁরই স্বরূপ থেকে তাঁরই স্বরূপে অবভাসিত বিশ্বের প্রকাশ ঘটে। এইজন্যই তিনি একই সঙ্গে বিশ্বময় ও বিশ্বাতীত। শৈব সিধ্বান্তাদির মত ত্রিক দর্শনের ও আলোচ্য বিষয় ছত্রিশটি তত্ত্ব। শিবাদ্বয় বাদীরা এই ছত্রিশটি তত্ত্বকে আত্মতত্ত্ব, বিদ্যাতত্ত্ব ও শক্তিতত্ত্ব এই তিন ভাগে ভাগ করেন। আত্মতত্ত্ব চার প্রকার— সকল, প্রলয়কল, বিজ্ঞানাকল এবং শুদ্ধ। বিদ্যাতত্ত্ব দশবিধ, যথা বর্ণ, বিন্দু, অর্ধচন্দ্র, নিরোধিনী, নাদ, নাদান্ত, শক্তি, ব্যাপিনী, সমনা, এবং উন্মনা। শক্তিতত্ত্ব ত্রিবিধ, ইচ্ছাশক্তি, জ্ঞানশক্তি ও ক্রিয়াশক্তি।

শৈব দর্শনের ছত্রিশটি তত্ত্বের মধ্যে আদি তত্ত্ব শিবতত্ত্ব চিৎশক্তিপ্রধান। চিন্মাত্রস্বরূপ পরম শিবই এই বিশ্ব। শিবতত্ত্বকে স্পন্দ বলা হয় কেননা অনুত্তরমূর্তি পরম শিব নিজ ইচ্ছা দ্বারা এই নিখিল বিশ্বের সৃষ্টির জন্য স্পন্দিত হয়। শক্তিতত্ত্ব শিবতত্ত্বের থেকে পৃথক নয়। ত্রিকমত অনুযায়ী উভয় তত্ত্বের সম্পর্ক শক্তিমান শক্তি সম্বন্ধ। শিব ও শক্তিতত্ত্বের নানা উপবিভাগ এখানে আলোচনা করা নিষ্প্রয়োজন। শৈব ও শাক্ত উভয় সম্প্রদায়ের বিশ্বাস শিব ও শক্তি স্বরূপত অভিন্ন। দক্ষিণ ভারতের কর্ণাটক অঞ্চলে যে বীরশৈবমত প্রচলিত সেখানেও শিবশক্তির অদ্বয়ত্ব স্বীকৃত। এখানে শিবকে মণির সঙ্গে তুলনা করা হয়েছে এবং শক্তিকে বলা হয়েছে সেই মণির ঔজ্জ্বল্য।

ঐতিহাসিকভাবে বলতে গেলে, বৈদিক দেবতা রুদ্র-শিবকে অবলম্বন করে খ্রীষ্টপূর্ব পঞ্চম শতক নাগাদ একেশ্বরবাদী শৈবধর্মের বিকাশ ঘটে। এই একেশ্বরবাদী শৈবদের পতঞ্জলি শিবভাগবত বলে উল্লেখ করেছেন। পাশুপত মতাবলম্বীরা প্রথম সুসংগঠিত শৈব সম্প্রদায়। বৌদ্ধধর্ম যেমন দুঃখ ও দুঃখের নিবৃত্তিকে ধর্মচর্চার মূল বিষয় হিসাবে গণ্য করেছিল পাশুপতমতেও দুঃখ এবং দুঃখান্তই ছিল সাধনার মুখ্য উদ্দেশ্য, তবে পাশুপত শৈবরা আচার-অনুষ্ঠানের উপর অধিকতর গুরুত্ব আরোপ করতেন এবং এই পাশুপতদের থেকেই কাপালিক প্রভৃতি অতিমার্গিক সম্প্রদায় সমূহের উদ্ভব হয়। শৈবধর্মের ক্ষেত্রে ভক্তিবাদ আনয়ন কারণ নায়নার নামক তামিল সাধক সম্প্রদায়। এদের মধ্যে সম্বন্দর, অপ্পর, সুন্দরর, সম্বন্ধ, মাণিক্যবাচকর, তিরুমূলর প্রভৃতি সাধকগণ রচিত শৈব ভক্তিগীতি তামিল সাহিত্যের অমূল্য সম্পদ। এই

নায়নার সাধকদের রচনাবলী অবলম্বনে মেকণ্ডদেব, অরুনান্দি, মরয়জ্ঞানসম্বন্ধ ও উমাপতি এই বারজন শিবাচার্য শৈবসিদ্ধান্ত মত সৃষ্টি করেন। বেদান্তের ঈশ্বরবাদী ব্যাখ্যা অবলম্বনে তারা শিবকে ব্রহ্মস্বরূপ মনে করেন যিনি জগতের নিমিত্ত ও উপাদান কারণ। খ্রীষ্টীয় একাদশ-দ্বাদশ শতক থেকে দক্ষিণ-ভারতে আর ও একটি শৈবমত প্রতিষ্ঠান লাভ করে যা আগমান্ত শৈবধর্ম নামে খ্যাত। এই মতের অন্যতম প্রবক্তা ছিলেন অঘোর শিবাচার্য। শ্রীকণ্ঠ নামক আর একজন আচার্য বেদান্তসূত্রের স্বকৃত ভাষ্য ব্রহ্মমীমাংসা অবলম্বনে শিবাদ্বৈতবাদের প্রতিষ্ঠা করেন।

কর্ণাটকে লিঙ্গায়ত বা বীরশৈব ধর্ম বসব কর্তৃক দ্বাদশ শতকে প্রচারিত হয়। বীর শৈবরা সমাজসংস্কারের ক্ষেত্রে গুরুত্বপূর্ণ ভূমিকা পালন করেন। দরিদ্রশ্রেণীর অবস্থার উন্নয়ন, অন্নদান, জলদান, ঔষধদান ও বিদ্যালয়, জাতিভেদ, ধূমপান, মদ্যপান ও বাল্যবিবাহ বিরোধিতা, বিধবাবিবাহের সমর্থন প্রভৃতি বিষয়ে বীরশৈবরা সেযুগেই অগ্রণী ভূমিকা গ্রহণ করেন। কাশ্মীর শৈববাদের উদ্ভব নবম শতক থেকে। শিব সূত্রের প্রণেতা বসুগুপ্তর কাশ্মীর শৈববাদের প্রবক্তা হিসাবে কথিত। অন্যান্য আচার্যদের মধ্যে কল্লট, ক্ষেমরাজ, সোমানন্দ, উৎপল ও অভিনবগুপ্তের নাম বিশেষ উল্লেখযোগ্য। এছাড়া যোগরাজ জয়রথ ও ভাস্করকণ্ঠ কাশ্মীর শৈবমতকে যথেষ্ট সমৃদ্ধ করেছেন।

শিব মনুষ্য মূর্তিতে এবং লিঙ্গরূপে সচরাচর পূজিত হন। প্রায় প্রতিটি শিবমন্দিরের গর্ভগৃহস্থ মূল বিগ্রহ লিঙ্গরূপী, যদিও তার অসংখ্য মনুষ্যমূর্তি ও তৎসক্রান্ত পৌরাণিক নানা কাহিনীর ভাস্কার্যরূপ মন্দিরের বিভিন্ন অংশে গৌণভাবে বর্তমান। শিবের মানবোচিত মূর্তিসমূহ প্রধানত দুই ভাগে বিভক্ত— উগ্র ও সৌম্য। এই উভয় ধরনের সঙ্গে শিবপুরাণকথার সংযোগ আছে। শিবের কাহিনী সম্বলিত উগ্র বা সংহার মূর্তির ক্ষেত্রে গজাসুরসংহারমূর্তি, ত্রিপুরান্তক, অন্ধকাসুরবধ, জালন্ধরবধ, কালারি, কামান্তক প্রভৃতি উল্লেখযোগ্য। সৌম্য মূর্তিসমূহের মধ্যে চন্দ্রশেখর উমাসহিত, আলিঙ্গন, বৃষবাহন, সুখাসন, উমা-মহেশ্বর প্রভৃতি ও তৎসহ দক্ষিণামূর্তি ও নৃত্যমূর্তির উল্লেখ করা চলে, যেমন যোগ জ্ঞান, ব্যাখ্যান বীণাধর, নাদন্ত, ললিত, জলসংস্ফোটিত, ললাটতিলক, কটিসম প্রভৃতি।

শিব বেদ ও পুরাণের প্রতিষ্ঠিত দেবতা হলেও এবং তাঁকে কেন্দ্র করে নানা দার্শনিক তত্ত্ব গড়ে উঠলেও এবং সর্বোপরি তিনি একটি সংগঠিত ধর্মব্যবস্থার কেন্দ্রবিন্দু হলেও সুপ্রাচীন কাল থেকে বর্তমান কাল পর্যন্ত তাঁর একটি লৌকিক চরিত্র বরাবর বিদ্যমান আছে। অন্য কোন দেবতা তাঁর মত ঘরের মানুষ হতে পারেননি। বঙ্গদেশে শিব শুধু দেবতাই নন, তিনি বাঙালীর

অতি আপনজন। একথা অসমের ক্ষেত্রে সত্য। সপ্তদশ ও অষ্টাদশ শতকের বাংলা সাহিত্যে শিবকে নিয়ে অনেক আখ্যানধর্মী কাব্য রচিত হয়েছে। এই সকল কাহিনীতে তিনি কখনও অবাঞ্ছিত ঘরজামাই, কখনও সংসার পালনে অসমর্থ দরিদ্র গৃহস্থ কখনও ভাঙ বা গঞ্জিকাসেবী। কখনও কৃষক কখনও ব্যর্থ বণিক, কখনও কুলীন ব্রাহ্মণ। নিজ অকর্মণ্যতার জন্য তিনি গৃহিণী কর্তৃক বিড়ম্বিত। ভারতচন্দ্র রায়ের অন্নদামঙ্গলে দেবী অন্নদা বা দুর্গা তাঁর স্বামীর নিম্নরূপ পরিচয় দিয়েছেন। অতি বড় বৃদ্ধ পতি সিদ্ধিতে নিপুণ/কোন গুণ নাই তাঁর কপালে আগুন/কুকথায় পঞ্চমুখ কণ্ঠভরা বিষ/কেবল আমার সাথে দ্বন্দ অহর্নিশ। অন্যত্র ভিক্ষাজীবী শিবের বিড়ম্বিত জীবন বর্ণিত হয়েছেন তাঁর স্ত্রী তাকে মানে না। নন্দীকে তিনি আক্ষেপ করে বলছেন ঃ নারী যার স্বতন্তরা/সে জন জীবন্তে মরা/তাহার উচিত বনবাস। রামেশ্বরের শিবায়নে শিবসংক্রান্ত অনেক মজার কাহিনী আছে। সংসার প্রতিপালনে অক্ষম হয়ে তিনি চাষ করতে মনস্থ করলেন। কুবেরের (এখানে কুবের ধনাধিপতি দেবতা নন, গ্রাম্য মহাজন) কাছ থেকে তিনি কিছু টাকা ধার করলেন। বিশাই কামার (দেবতা বিশ্বকর্মার গ্রাম্য রূপ) তাঁর ত্রিশূল ভেঙে লাঙ্গলের ফলা করে দিলেন। অপর কাহিনীতে দেখা যায় তিনি কোচ মেয়েদের সঙ্গে প্রেম করেছেন। শ্বশুরের সঙ্গে তাঁর সম্পর্ক ভাল নয় (দক্ষযজ্ঞের কাহিনী স্মর্তব্য)। পার্বতীকে তাই তিনি বললেন, তোমার বাবার সঙ্গে আমার সম্পর্ক যেন ইংবাজে আর মগে। শিবের গৃহস্থালীর- নানা কৌতুককর কাহিনীও পাওয়া যায়। কোন কাহিনীতে তিনি শ্বশুরবাড়িতে এসে উঠেচেন, নাড়ায় নামটি করেননা। কোন কাহিনীতে তিনি পার্বতীকে রন্ধনের ফরমাস করছেন ঃ আজি গণেশের মাতা রান্ধ মোর মত/নিমে সীমে বেগুনে রাধিয়া দিবে তিত। আগমনী সঙ্গীত সমূহে দুর্গার মা মেনকা ছন্নচাড়া জামাইএর হাতে পড়ে তাঁর মেয়ে যে কি দুঃখ ভোগ করছে ভেবে কাতর। শিব বয়স্ক মানুষ, হতদরিদ্র, নেশাখোর, বাউগুলে, তথাপি কিন্তু মেয়েরা শিবের মত স্বামী চায়। তাঁর কারণ বোধ হয় একটাই। শিব যেমনই হোন না কেন, স্ত্রীর প্রতি তার ভালবাসা নিখাদ। মণিপুরী পুরাণে তাই দেখা যায়, কৃষ্ণর রাসলীলা দেখে শিবেরও রাসলীলা শখ হয়েছে, কিন্তু তিনি পার্বতী ছাড়া আর কোন মেয়েকে লীলাসঙ্গিনী করবেন না।

ভারতবর্ষে অসংখ্য কৌমজনপদ বর্তমান। অসংখ্য জনজাতি অধ্যুষিত এই দেশে উপজাতীয় নানা ধর্ম বর্তমান। এই সকল উপজাতীয় ধর্মের স্থানীয় দেবদেবীর কালক্রমে হিন্দুকরণ হয়েছে এবং এক্ষেত্রে হিন্দুদের যে দেবতাটি খুব সহজেই জনজাতি তথা আদিবাসীদের আকর্ষণ করেছেন

তিনি হচ্ছেন শিব। একান্ত পশ্চাদপদ বহু জনজাতি যারা বৃক্ষ বা কোন প্রস্তর খণ্ডকে পূজা করে, নৃতাত্ত্বিক পরিভাষায় যাদের ধর্মকে আগনিমিষ্টিক বলা হয় তাদের প্রস্তর দেবতা খুব সহজেই শিবের সঙ্গে সমীকৃত হয়েছেন। ভারতের উত্তরপূর্বাঞ্চলের ক্ষেত্রে এই কথা খুবই বেশি করে খাটে। যে কোন ধারণার সঙ্গেই শিবচরিত্র দারুণভাবে খাপ খেয়ে যায়।

শ্রীমতী নির্মলপ্রভা বর্তমান গ্রন্থে এই বিশেষ দেবতাটির স্বরূপ পাণ্ডিত্য সহকারে ব্যাখ্যা করেছেন। অসমীয়া সাহিত্যের কৃতি লেখিকা হিসাবে তাঁর পাণ্ডিত্য সারা ভারতবর্ষে স্বীকৃত কিন্তু তাঁর আসল পরিচয় তিনি কবি। সাধারণ পণ্ডিত যেখানে শুধুমাত্র তথ্যের উপস্থাপনা নিয়েই ব্যস্ত থাকেন, কবির অন্তর্দৃষ্টি সেই তথ্যাবলীর মধ্যে সুদূরপ্রসারী তাৎপর্য খুঁজে পায়। সেই অন্তর্দৃষ্টির পরিচয় এগ্রন্থেও আছে। আশা করি 'দেবী'র মত বর্তমান গ্রন্থটিও পাঠকমনে সাড়া জাগাবে।

প্রাচীন ভারতীয় ইতিহাস বিভাগ **নরেন্দ্রনাথ ভট্টাচার্য**
কলিকাতা বিশ্ববিদ্যালয়
৫.১১.৯৭

# শিৱায় নমঃ

গুৱাহাটী বিশ্ববিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত জৱাহৰলাল নেহৰু অধ্যাপিকা ডঃ নিৰ্মলপ্ৰভা বৰদলৈৰ অনুপম সৃষ্টি 'শিৱ' অসমীয়া সাহিত্যলৈ অপূৰ্ব অৱদান। 'দেৱী' গ্ৰন্থৰ প্ৰকাশেৰে অশেষ খ্যাতি অৰ্জন কৰা ডঃ বৰদলৈৰ মুক্ত দৃষ্টিভঙ্গী, অনুসন্ধিৎসা, চিন্তন-মনন আদি সকলোখিনি পূৰ্ণৰূপে এই গ্ৰন্থতো প্ৰকাশ হৈছে।

ভাৰতীয় জন-মানসত শিৱৰ দৰে লোকপ্ৰিয় দ্বিতীয় এজন দেৱতা আৰু নাই। বহুধা-বিসৰ্পি শিৱৰ মহিমামণ্ডিত বিবিধ আখ্যানে বৈদিক যুগৰ পৰা যুগে যুগে পণ্ডিতৰ পৰা সমাজৰ সকলো স্তৰৰ লোকক সমানে আকৃষ্ট কৰিছে। বৈদিক সংস্কৃতিৰ পৰিধিৰ বাহিৰৰ জন-সমাজতো শিৱৰেই প্ৰভাৱ দেখা যায়।

সংহাৰ আৰু প্ৰলয়ৰ প্ৰতিমূৰ্তি ৰুদ্ৰ, মঙ্গলময় শিৱ ৰূপত সাহিত্য আৰু লোক মানসত বিৰাজমান। এনে বিপৰীতধৰ্মী ভাৱমূৰ্তিৰ একত্ৰ সমাৱেশ, এনে সৰ্বব্যাপক শিৱৰ প্ৰকৃতৰূপ প্ৰকাশ অতিশয় কঠিন। ইয়াৰ বাবে আৱশ্যক ব্যাপক অধ্যয়ন, অনুভূতি আৰু সামগ্ৰিক দৃষ্টি। গুৱাহাটীৰ দৰে ঠাইত আৱশ্যকীয় সকলো আকৰ গ্ৰন্থ সহজলভ্য নোহোৱা সত্বেও লেখিকাই বহু প্ৰবন্ধেৰে লাগতিয়ালখিনি সংগ্ৰহ কৰি সাৱলীল ভঙ্গীত বক্তব্য প্ৰকাশ কৰিছে। তেওঁৰ এই প্ৰচেষ্টা প্ৰশংসনীয়।

বৈদিক সাহিত্যৰ ৰুদ্ৰ পৌৰাণিক সাহিত্যত পঞ্চানন শিৱৰূপে প্ৰকাশ হৈছে আৰু প্ৰকাশ হৈছে দ্বাদশ জ্যোতিৰ্লিঙ্গত। "শিৱায় বিষ্ণুৰূপায় বিষ্ণৱে শিৱৰূপিনে" বুলি ভক্তই হৰি-হৰৰ অভেদ কল্পনা কৰি প্ৰণতি জনাইছে। অষ্টমূৰ্তিৰ মূলীভূত হৈয়ো শিৱ যজ্ঞ-বাহ্য, দক্ষৰ যজ্ঞত শিৱ অনাহূত, স্বামীৰ প্ৰতি উপেক্ষাত অভিমানহতা সতীৰ প্ৰাণত্যাগ আৰু সতীৰ শৱদেহ কান্ধত লৈ শোকত উন্মত্তপ্ৰায় শিৱৰ পূব দিশলৈ যাত্ৰা আৰু শিৱৰ অজ্ঞাতে বিষ্ণুৰ চক্ৰছিন্ন

সতীৰ অঙ্গ পতনত ঠায়ে ঠায়ে সৃষ্টি হোৱা একান্ন পীঠৰ বিৱৰণত শাক্ত উপাসনাৰে সৈতে শিৱ বিশ্বাসৰ সমন্বয় প্ৰকাশ হৈছে।

পাঁচোটা তৰঙ্গত বিভক্ত এই গ্ৰন্থখনত লেখিকাই প্ৰথম তৰঙ্গত বৈদিক আৰু পৌৰাণিক আখ্যানত প্ৰকাশিত ৰুদ্ৰ-শিৱৰ স্বৰূপ, আৰু দ্বিতীয় তৰঙ্গত শিৱৰ উপাসনাক কেন্দ্ৰ কৰি উদ্ভৱ হোৱা ধৰ্মৰ বিভিন্ন ধাৰাৰ লগতে শিৱাদ্বৈত ৰূপ অদ্বৈতবাদৰো পৰিচয় দিছে। পাশ, পশু আৰু পশুপতি এই ত্ৰিকৰ উৰ্দ্ধত পৰম শিৱ বিৰাজমান। সকলো মোহ-বন্ধন অতিক্ৰম কৰিও জীৱই শিৱ-সাম্যৰূপ পূৰ্ণত্ব লাভ কৰিব নোৱাৰিলে অজ্ঞানৰ বন্ধনত ভোগে।

উত্তীৰ্ণমায়াম্বুধয়ো ভগ্নকৰ্মমহাৰ্গলাঃ।
অপ্ৰাপ্ত-শিৱ ধামানস্ত্ৰিধা বিজ্ঞানকেৱলাঃ।।

তৃতীয় তৰঙ্গত লেখিকাই অসমত শৈৱধৰ্মৰ বিস্তৃতি আৰু প্ৰভাৱৰ বিষয়ে বিশদ আলোচনা কৰিছে। চতুৰ্থ তৰঙ্গত অসমৰ বড়ো, ৰাভা, সোণোৱাল, ডিমাচা, কাৰ্বি, তিৱা আদি জন-জাতিৰ মাজত শিৱপূজাৰ চলন্তিৰ বিষয়ে আলোচনা কৰিছে। পঞ্চম তৰঙ্গত অসমৰ বিভিন্ন ঠাইত থকা শৈৱ-তীৰ্থস্থানসমূহৰ বিৱৰণ দিছে। লগতে চিত্ৰ, ভাস্কৰ্যত প্ৰকাশিত শিৱ আৰু অসমৰ প্ৰাচীন ৰাজ-দত্ত তামৰ ফলিত শিৱৰ প্ৰতি জনোৱা প্ৰাৰ্থনাৰো সচিত্ৰ বিৱৰণ দিছে। লোককথা আৰু কিম্বদন্তীও বাদ পৰা নাই।

কেইবছৰমান আগতে আমেৰিকা যুক্তৰাষ্ট্ৰৰ ফিলাডেলফিয়া বিশ্ববিদ্যালয়ত আয়োজিত Presence of Siva প্ৰদৰ্শনীত বিভিন্ন দেশত শিৱৰ বিবিধৰূপৰ বিষয়ে দেখা চিত্ৰ-ভাস্কৰ্যৰ এই শিৱ গ্ৰন্থ বাঙ্ময় প্ৰকাশ যেন লাগিছে। সঁচাকৈয়ে এনে গ্ৰন্থ ইতিপূৰ্বে হোৱা নাই।

**বিশ্বনাৰায়ণ শাস্ত্ৰী,** এম্. এ. ডি. লিট্

# সূচীপত্ৰ

প্ৰথম তৰঙ্গ ১ — ৪৮

শিৱ ৰহস্যাতীত —৩, শিৱৰ উল্লেখ —৫, ৰুদ্ৰৰ কল্পনা, ৰুদ্ৰৰ মহিমা আৰু ৰুদ্ৰৰ প্ৰতি প্ৰাৰ্থনা —৭, ৰুদ্ৰগণসকলৰ বৰ্ণনা —১১, 'ৰুদ্ৰ' নামৰ উৎপত্তি আৰু বিকাশ —১৪, শূন্য পুৰাণমতে শিৱৰ জন্ম —২০, ওঁঙ্কাৰ ধ্বনি —২২, লিঙ্গ উপাসনা (১)—২৩, লিঙ্গ উপাসনা (২)—২৫, লিঙ্গৰ ভাগ —২৯, নীলকণ্ঠ শিৱ —৩০, পুৰাণ সম্পৰ্কে —৩২, শিৱৰ বাহন বৃষভ—৩৭, শিৱৰ চন্দ্ৰ, ভস্ম, ত্ৰিশূল, দুগ্ধ আৰু শিৱৰ পৰিধানৰ ব্যাঘ্ৰ চৰ্ম—৩৯, শিৱৰ লগত সৰ্প—৪৩, শিৱৰ লগত মনসাৰ সম্পৰ্ক—৪৬

দ্বিতীয় তৰঙ্গ ৪৯ — ১১৪

শৈৱ ধাৰা —৫১, ব্ৰাত্য ধাৰা সম্পৰ্কে—৫৬, শিৱ পুৰাণত থকা লিঙ্গ জন্ম কাহিনী—৫৮, শৈৱ দৰ্শন (এক)—৬০, শৈৱ দৰ্শন (দুই) —৬২, বীৰ শৈৱ বা লিঙ্গায়ত —৬৪, কাপালিক ধাৰা—৬৬, কালামুখ ধাৰা—৭০, পাশুপাত ধাৰা—৭২, শৈৱ সিদ্ধান্ত বা তামিল শৈৱধৰ্ম—৭৪, আগমান্ত শৈৱ ধৰ্ম —৭৬, শুদ্ধ শৈৱঃশিৱাদ্বৈত—৭৮, কাশ্মীৰি শৈৱবাদ—৭৯, হৰিহৰ প্ৰশাখা—৮১, অৰ্দ্ধনাৰীশ্বৰ ৰূপ—৮৩, শিৱৰ নটৰাজৰূপ—৮৬, শিৱৰ গঙ্গাধৰ ৰূপ —৯২, কিৰাতবেশী মহাদেৱ —৯৩, শিৱৰ মূৰ্ত্তি —৯৫, শিৱশক্তিৰ অভিন্নতা তথা অদ্বয় তত্ত্ব —৯৮, শিৱ বন্দনা থকা সংস্কৃত সাহিত্যৰ আভাস —১০১॥

তৃতীয় তৰঙ্গ ১১৫ — ২২০

অসমৰ কুকুত শৈৱতৰঙ্গ—১১৭, প্ৰাচীন কামৰূপৰ শৈৱধাৰা—১২৬, অসমৰ যোগিনীতন্ত্ৰত শিৱৰ প্ৰাধান্য—১৩২ , যোগিনীতন্ত্ৰত বৰ্ণিত অসমৰ শিৱস্থান—১৩৪, অসমত পোৱা শিৱমূৰ্ত্তি—১৩৭, অসমত পোৱা শিৱলিঙ্গ—১৪৬, শিৱ মন্দিৰৰ লগত জড়িত পৰিবেশিত কলা আৰু অসমৰ দেৱদাসী নৃত্য—১৪৭, অসমৰ শিৱমন্দিৰৰ দেৱদাসী—১৪৮, অসমৰ শিৱ মন্দিৰ এটিৰ দেৱদাসী নৃত্য—১৫২, অসমীয়া লিখিত শৈৱ সাহিত্যত এক বিহঙ্গম দৃষ্টি—১৫৮, অসমত ৰচিত এখনি শিৱপুৰাণ—১৬৪॥

চতুৰ্থ তৰঙ্গ ২২১ — ৩১৬

লোক দেৱতা শিৱ—২২৩, কৃষি দেৱতা শিৱ—২২৫, লোক সাহিত্যত ঃ কৃষক শিৱ—২২৮, কামিনীপ্ৰিয় শিৱ—২৩০, শিৱৰ তাঁতৰ লগত সম্বন্ধ—২৩৮, বুঢ়া গোঁসাই, পগলা গোঁসাই, কলিয়া গোঁসাই—২৪০, বড়ো কছাৰীৰ "বাথৌ" পূজা—২৪৩, ৰাভাৰ মাজত প্ৰচলিত শিৱ-কথা আৰু শিৱ উপাসনা-২৪৮, সোণোৱাল কছাৰীৰ শিৱ পূজা—২৫৩, ডিমাছাসকলৰ শিৱ পূজা—২৫৫, তিৱাসকলৰ শিঙাল পূজা—২৫৬, কাৰবিসকলৰ পূজা—২৬০, কোচ-ৰাজবংশীসকলৰ শিৱ পূজা—২৬১, দেউৰী-চুতীয়াসকলৰ মাজত শৈৱধৰ্ম—২৬৫, টাই আহোমসকলৰ শিৱধাৰণা—২৬৬, নাথ-যোগী সম্প্ৰদায়ৰ মাজত শৈৱ-সাধনা আৰু উপাসনাৰ আভাস—২৬৯, শিৱৰ গাজন প্ৰসঙ্গ—২৭৫, শিৱৰ ব্ৰত কথা —২৭৭, শিৱৰ নাম —২৭৯, শিৱৰ সংশ্লিষ্ট আখ্যান —৩০৪।।

পঞ্চম তৰঙ্গ ৩১৭ — ৩৮৮

অসমত থকা শিৱস্থানসমূহ —লক্ষীমপুৰ—৩১৯, ধেমাজী—৩২০, ডিব্ৰুগড়—৩২০, শিৱসাগৰ—৩২১, যোৰহাট—৩২৫, গোলাঘাট—৩২৬, নগাঁও—৩৩২, শোণিতপুৰ—৩৩৭, দৰং—৩৪৪, কামৰূপ—৩৫৩, নলবাৰী—৩৬৮, বৰপেটা—৩৭০, গোৱালপাৰা—৩৭৭, বৰাক অঞ্চল —৩৮৪, শিলচৰ —৩৮৫, গাৰোপাহাৰ (মেঘালয়)—৩৮৬।।

ষষ্ঠ তৰঙ্গ ৩৮৯ — ৪১৬

ফলি আৰু মন্দিৰৰ লিপি—৩৯১, স্থাপত্য আৰু ভাস্কৰ্য—৪০৫ ।।



শশলাঞ্ছিত-ৰঞ্জিতসন্মুকুটং, কটিলম্বিত- সুন্দৰ-কৃত্তিপটম্।
সুৰশৈবলিনীকৃতপূতজটং প্ৰণমামি শিৱং শিৱকল্পতৰুম্॥

# শিৱ ৰহস্যাতীত

শিৱ সত্য, শিৱ সুন্দৰ, শিৱ শান্ত। অথচ ৰুদ্ৰত্বও তেওঁৰেই। তেওঁ যোগী, তেওঁ স্থানু। অথচ চিৰসঞ্চৰণশীল ধুমুহা-ৰতাহৰ ৰূপৰ তাণ্ডৱ নৃত্যও সম্পন্ন হয় তেওঁৰ দ্বাৰাই। তেওঁ গৃহী, অথচ গৃহহীন বাটৰ দেৱতা। তেওঁ উদাসীন অথচ চিৰ যৌৱনময়, চিৰন্তন প্ৰেমৰ প্ৰতিমা। তেওঁ কামক ভস্ম কৰা দেৱতা, আনহাতেদি কামিনীৰ ৰূপত তেওঁৰ চিত্ত আকুল। তেওঁ সন্তান পৰ্যন্ত দান কৰা বাঞ্ছা কল্পতৰু। অথচ প্ৰলয় তথা সংহাৰৰ অধিকাৰী তেওঁ ভয়ঙ্কৰ দেৱতা। প্ৰতীকেৰে দৃশ্য-অদৃশ্য হৈ তেওঁ গাঁৱে গাঁৱে থানে থানে মানুহৰ অতি কাষৰত, অথচ ৰহস্যময়তাৰে অতি দূৰত। তেওঁ কালাতীত, অথচ ত্ৰিকাল-ভূত, ভৱিষ্যৎ, বৰ্তমান সকলোতে তেওঁ বিৰাজমান—ভূলোক, দ্যুলোক, অৰণ্য, পৰ্বত, জীৱন ভূমি, শ্মশান ভূমি সকলোতে।

তেওঁৰ নাম গিৰীশ। গিৰি তথা পৰ্বতৰ তেওঁ ঈশ্বৰ। কৈলাস তেওঁৰ বাসস্থান। গিৰিতনয়া পাৰ্বতী তেওঁৰ পত্নী। পৰ্বত বাগৰি অহা গংগা তেওঁৰ গোপন প্ৰেমিকা, শিৱৰ জটাত যাক তেওঁ লুকুৱাই থয়। শিৰত তেওঁৰ চন্দ্ৰকলা, শৰীৰৰ ৰং ৰজতৰ দৰে হ'লেও ভস্ম সনা দেহা কুঁৱলীৰ ৰঙৰ দৰেই মায়াময়। তেওঁ নীল গ্ৰীৱ। সৰ্প সৰ্বশৰীৰৰ ভূষণ। ব্যাঘ্ৰচৰ্ম, হস্তীচৰ্ম, মৃগচৰ্ম তেওঁৰ পৰিধানত।

শিৱৰ এই যে অন্য দেৱতাৰ লগত বিপৰীত ৰূপ, বিপৰীত বেশভূষা, বিপৰীত গুণৰাজি এয়া অত্যন্ত কৌতূহল উদ্দীপক, অত্যন্ত আকৰ্ষণীয়।

কি তেওঁৰ স্বৰূপ? বিপৰীত গুণৰাজি একেজনতে কেনেকৈ সম্মিলিত হৈছে? কি ইয়াৰ আভ্যন্তৰীণ দৰ্শন??

এফালৰ পৰা চাবলৈ গ'লে ভাৰত শিৱৰ মাজত আমি ভাৰতৰ প্ৰকৃতিৰেই পূৰ্ণ ৰূপ নেদেখোনে?

গিৰিৰাজ হিমালয়ৰ যেন তেওঁ প্ৰতিমূৰ্তি—স্থানু, অবিচল, ধ্যানমগ্ন যোগীৰ সদৃশ। ধূম্ৰবৰ্ণৰ, মেঘ, তুষাৰৰ মুকুট তথা জটা তেওঁৰ শিৰত। তেওঁৰ শিৰেদি যেন জটাইদি বৈ গৈছে গঙ্গা। হিমালয়ৰ অৰণ্য যেনেকৈ সৰ্পৰ বিচৰণ ভূমি শিৱৰ শৰীৰতো সৰ্পৰ বিচৰণ। হিমালয়ৰ পাদদেশত সচৰাচৰ বিচৰণ কৰা ব্যাঘ্ৰ, হস্তী, মৃগৰ চৰ্মই যেন শিৱৰ পৰিধানৰ বস্ত্ৰ।

হিমালয়ে যেনেকৈ কল্পতৰুৰ দৰে সকলো ব্যাধি নিৰাময় কৰিব পৰা ঔষধি প্ৰদান কৰে শিৱৰো চিৰকল্যাণময় কল্পতৰু ৰূপ। তেওঁ পোহৰৰ, জীৱনৰ, প্ৰেমৰ দেৱতা। ভাৰতৰ ধুমুহা বৰষুণ, প্ৰচণ্ড মেঘ গৰ্জনৰ যি ক্ষয়কাৰী, সংহাৰী ৰূপ সেয়াই যেন শিৱৰ তাণ্ডৱ নৃত্য, সংহাৰৰ নৃত্য।

শিৱক কেৱল গিৰীশ অৰ্থাৎ পৰ্বতৰ অধিপতি বুলিয়েই নহয়, সু উচ্চ হিমালয়কে "শিৱ" কল্পনা কৰা হৈছিল বুলি যদি ধৰি লোৱা যায় বহুত জটিল কথা কিছু সহজ হৈ পৰে।

শৈৱধাৰাত প্ৰাচীনত্ব আৰু জটিলতা দুয়োটা বৈশিষ্ট্যই বৰ্তমান। এটা ধাৰাতে বিভিন্ন ধাৰা সমন্বিত হৈছে। প্ৰতিটোৰেই নিজৰ বৈশিষ্ট্য প্ৰদান কৰিছে আৰু সেইবোৰ শিৱৰ ৰূপ আৰু গুণত হৈ পৰিছে সন্নিবিষ্ট।

# শিবৰ উল্লেখ

শিবৰ উল্লেখ বেদ প্ৰমুখ্যে পৌৰাণিক গ্ৰন্থত এনেদৰে পোৱা গৈছে ঃ ঋক্‌বেদত শিশ্ন দেবৰ উল্লেখ আছে। শিব, ৰুদ্ৰ, পশুপতিৰ নাম চাৰিওখন বেদতে পোৱা যায়। ৰুদ্ৰ আৰু ত্ৰ্যম্বকৰ নামো পোৱা গৈছে। সামবেদৰ সামবিধানত যি সংহিতা আছে তাত ৰুদ্ৰক সম্বোধন কৰা হৈছে এনেকৈ— "Ārorajanam tadvaiga deva travriya to hani" (XVI section). বাজসনেয় সংহিতা আৰু কৃষ্ণযজুৰ্বেদৰ তৈত্তীৰিয় সংহিতাত শিবৰ এশ নাম পোৱা যায়। মৃগেন্দ্ৰাগমত থকা উল্লেখেও শৈৱ পৰম্পৰা বেদৰ সময়তো যে আছিল তাৰ সাক্ষী দিয়ে।

অথৰ্ববেদত ৰুদ্ৰৰ উল্লেখ বহুত শ্লোকত সন্নিবিষ্ট হৈছে।[১] এই গ্ৰন্থবোৰত শিবক যথেষ্ট স্বীকৃতি দিয়া হৈছে।

বুদ্ধদেৱেও তেওঁৰ বাণীত শৈৱধৰ্মৰ উল্লেখ কৰিছে।[২] প্ৰাচীন নৃপতিসকলৰ বহুতেই শিৱভক্ত আছিল আৰু শিবৰ নামত ডাঙৰ মন্দিৰ সজাইছিল। নেপালৰ পশুপতি নাথ মন্দিৰ আজিও আছে যিটো মহাৰাজ অশোকে ২৫০ খৃঃ পূৰ্বতে দৰ্শন কৰাৰ কথা আছে। অশোক আগবয়সত শিৱভক্ত আছিল। তেওঁৰ এজন পুত্ৰ কাশ্মীৰৰ প্ৰতাপী ৰজা আছিল, বৌদ্ধ ধৰ্ম বিদ্বেষী আছিল আৰু তেওঁৰ শিবৰ প্ৰতি ভক্তি আছিল। তেওঁ আৰু তেওঁৰ পত্নী ঈশানা দেৱীয়ে বহুতো শিব মন্দিৰ সজাই দিছিল। তাৰে এটা অশোকেশ্বৰ নামেৰেও খ্যাত হৈছিল। ৰজা অশোকৰ মৃত্যুৰ (খৃঃ পূঃ ২৩২) লগে লগেই অন্ধ্ৰ স্বাধীন হ'ল। সিমুক নামৰ ৰজা জনৰে পৰা চাৰিশ বছৰ জুৰি ত্ৰিশজন ৰজাৰ ৰাজত্ব কালত শিব উপাসনা জনপ্ৰিয় হৈ পৰিছিল।

---

১. কাণ্ড ৬, অনুবাক ২
কাণ্ড ৬, অনুবাক ৪
কাণ্ড ৬, অনুবাক ৭
কাণ্ড ৬, অনুবাক ৭
কাণ্ড ৬, অনুবাক ৭
কাণ্ড ৬, অনুবাক ৯
কাণ্ড ১১,অনুবাক ১

২. Buddha refers to Saivism in his own way. In one of his sermons he refers to it as sivavijga which one commentatar Buddhaghosa (5th Century A.D) explains as Bhuta vijja or exorcism–An outline history of Saiva Philosophy –K.C. Pandey.

৭৮ৰ পৰা ১১০ খৃঃত ৰাজত্ব কৰা 'কদফিচেচ' (Kadphises) দ্বিতীয়ৰ ৰাজত্ব কালত বৃষভৰ ওপৰত উঠি থকা শিৱৰ মোহৰ পোৱাও গৈছে। কনিষ্ক এক আৰু হুৰিষ্কই (Hurisska) সোণৰ মোহৰত যি ছাব মৰাইছিল সেয়া আছিল শিৱৰ। মোহৰৰ ইপিঠিত যাৰ নামত ৰাজ্য উচৰ্গা হৈছিল তাত আছিল উমেশৰ নাম। হুৰিষ্কই কৰা সোণৰ মোহৰত শিৱ-পাৰ্বতীৰ মূৰ্তিও পোৱা গৈছে (পাঞ্জাৱ মিউজিয়াম)।

হুৰিষ্কৰ পাছত ৰজা বাসুদেৱৰ মোহৰত (১৮২ৰ পৰা ২২০ খৃঃৰ) ত্ৰিশূল লোৱা শিৱৰ মূৰ্তিয়ে (ষাড় থকা বা নথকা) শিৱৰ প্ৰাধান্যই সূচাইছে।

ৰজা হৰ্ষৰ পূৰ্বপুৰুষ পুষ্যভূতি আছিল বিশেষ শিৱভক্ত। ৰজা হৰ্ষ নিজেও আছিল শিৱভক্ত। তেওঁৰ সময়ৰ গৌড়ৰ ৰজা শশাঙ্কও শিৱ উপাসক আছিল (হিউৱেন চাঙৰ টোকা মতে) আৰু তেওঁ কৰা সোণৰ মোহৰত শিৱৰ মূৰ্তি অঙ্কন কৰা হৈছিল।

## ৰুদ্ৰৰ কল্পনা, ৰুদ্ৰৰ মহিমা আৰু ৰুদ্ৰৰ প্ৰতি প্ৰাৰ্থনা

ৰুদ্ৰ, শিৱৰ স্থিতিৰ বিষয়ে বিচিত্ৰ কল্পনা আছে। যিহেতু দেৱতাসকলৰ বাস কৰা স্থান মৰ্ত্য নহয় বুলি ভৱা হয় সেয়ে দেৱগণৰ স্থান ওপৰত তথা আকাশত বুলি কল্পনা কৰা হয়। যোগেশচন্দ্ৰ ৰায় বিদ্যানিধিৰ মতে কালপুৰুষ নক্ষত্ৰই ৰুদ্ৰদেৱতাৰ প্ৰতিমা। আমাৰ কল্পনাত ৰুদ্ৰশিৱৰ শিৰৰ ওপৰত গঙ্গা প্ৰবাহিত হৈ আছে। কালপুৰুষৰ মূৰৰ ওপৰেদি বৈ থকা যেন লগা নক্ষত্ৰ পুঞ্জকে সুৰ গঙ্গা আৰু তাৰে এটা অংশকে শিৱ গঙ্গা বুলি অভিহিত কৰা হৈ আহিছে। ঋকবেদৰ সময়ত এই অংশকেই দেৱযান বোলা হৈছিল। কাৰণ এই পথেদিয়ে দেৱগণে স্বৰ্গৰ পৰা মৰ্ত্ত্যলৈ আৰু মৰ্ত্যৰ পৰা স্বৰ্গলৈ অহা-যোৱা কৰিছিল। শ্ৰাৱণ মাহত পুৱা চাৰি বজাৰ সময়ত শিৱ গঙ্গা পূৱ দিশত উদিত হোৱা দেখা যায় বুলি চাৰ জনা সকলে কয়। পাঁচ-ছ হেজাৰ বছৰৰ আগতে বহাগ মাহতো উত্তৰ দক্ষিণফালে এই শিৱগঙ্গা পূৰ্ৱতী নিশা দেখা গৈছিল বোলে। সাধাৰণ কল্পনাত গঙ্গা ভাগিৰথী শিৱৰ জঁটাৰ পৰা বৈ আহিছে।

সকলো দেৱতাই নৈসৰ্গিক শক্তিৰ ৰূপক নহয়। নক্ষত্ৰ বহুতো দেৱতাৰ অধিষ্ঠান ভূমি। কোনো কোনো নক্ষত্ৰৰ তৰা সন্নিবেশলৈ লক্ষ্য কৰিয়েই দেৱতাৰ ৰূপ কল্পনা কৰা হৈছে। এই ফালৰ পৰা ৰুদ্ৰ এক বিশেষ দৃষ্টান্ত বুলি ক'ব পাৰি।

কালপুৰুষ নক্ষত্ৰৰ ইংৰাজী নাম Orion এই নক্ষত্ৰৰ মূৰত তিনিটি তৰা ত্ৰিকোণাকাৰে অৱস্থিত। কালপুৰুষ নক্ষত্ৰক মৃগ কল্পনা কৰি মূৰৰ তিনিটি তৰাকে মৃগ শীৰ্ষ বোলা হয়। কৃষ্ণ যজুৰ্বেদত সোম বা চন্দ্ৰক মৃগশিৰা নক্ষত্ৰৰ দেৱতা বুলি কোৱা হৈছে। এই মৃগশীৰ্ষৰ দক্ষিণ-পূব আৰু পশ্চিমত দুটা উজ্জ্বল তৰা আছে। যজুৰ্বেদত ইয়াক কালপুৰুষৰ দুই বাহু বোলা হৈছে। এই দুই ফালৰ এই দুই তৰাৰ দক্ষিণে তীৰ্যক ৰেখাৰ তিনিটা তৰা আছে। এই তিনি তৰাৰ নাম ইস্বকা, ইষকা বা ইস্বল। এই ইস্বকাৰ অলপ দক্ষিণলৈ এক লম্বৰেখাৰ তিনিটা তৰা যি দেখা যায় ইয়াকে ৰুদ্ৰৰ বজ্ৰ আৰু শৈৱসকলৰ জ্যোতিৰ্লিঙ্গ বুলি বৈদিক গ্ৰন্থত কোৱা হৈছে। এই বজ্ৰৰ দক্ষিণফালে দুই কাষে দুই তৰা আছে। এই দুই তৰা কালপুৰুষৰ দুই পদ। এই তেৰটি তৰাৰে কালপুৰুষ নক্ষত্ৰ।

✓ঋকৃবেদত ৰুদ্ৰৰ ৰূপৰ বৰ্ণনা এনেকৈ আছে ঃ ৰুদ্ৰ কপৰ্দী, দীপ্তিমান, উজ্জ্বল ৰূপধাৰী যুৱা, অৰুণ বৰ্ণ (১/১১৪)। ৰুদ্ৰ বজ্ৰবাহু, কোমলোদৰ, বভ্ৰুবৰ্ণ, সুনাসিক, দৃঢ়াঙ্গ, বহুৰূপ, উগ্ৰ, নানা বৰ্ণৰূপ বিশিষ্ট, নিষ্ক ধাৰণকাৰী, হিৰন্ময় অলঙ্কাৰেৰে শোভিত (২/৩৩) ধনুৰ্বৰ্বাণধাৰী, স্থিৰ কাৰ্মুকধাৰী, শীঘ্ৰগামী যান বিশিষ্ট (৭/৪৬)। ৰুদ্ৰ দীপ্তিমান অসুৰ (৫/৪২/১১)। ৰুদ্ৰ সপ্তৰত্নধাৰী, দীপ্ত ধনুৰ্ধাৰী, তীক্ষ্ণ শৰযুক্ত (৬/৭৪)।

ৰুদ্ৰ কপৰ্দী অৰ্থাৎ জটাধাৰী। তেওঁ যদি মৰুৎসকলৰ দেৱতা তেন্তে জটাধাৰী হবই—অৰ্থাৎ মেঘবোৰেই তেওঁৰ শিৰশোভিত জটা। মেঘৰ পৰাই পানী। পানীকেই বোলা হয় গঙ্গা। তেওঁ বীৰ, দৃঢ়াঙ্গ, উগ্ৰ, দীপ্তিমান যুৱক। তেওঁৰ বহুত ৰূপ। কাৰণ বহুত তৰাৰে, আকাশত দীৰ্ঘস্থান বিয়পাই তেওঁৰ শৰীৰ। হয়তো মস্তকৰ তিনি তৰাৰ কাৰণেই তেওঁ ত্ৰ্যম্বক (ত্ৰিলোচন) হৈছে। তেওঁ বভ্ৰবৰ্ণ অৰ্থাৎ তাম বৰণৰ। তেওঁৰ হিৰন্ময় অলঙ্কাৰ আছে। তেওঁ নিষ্ক (সুবৰ্ণ মুদ্ৰা) ধাৰণ কৰিছে। তেওঁ সপ্ত ৰত্নধাৰী—অৰ্থাৎ তেওঁ দুই বাহুত দুটা, দুই পদত দুটা আৰু নিম্ন শৰীৰত তিনিটা ইন্বকা ধাৰণ কৰিছে। তেওঁ সূৰ্যৰ দৰে দীপ্তিমান, হিৰণ্যৰ দৰে উজ্জ্বল। তেওঁ বাম বাহুৰ দ্বাৰা গদা বা অস্ত্ৰ ধাৰণ কৰিছে। দক্ষিণ বাহুৰ দ্বাৰা জ্যাযুক্ত ধনু ধাৰণ কৰিছে—এই ধনুৰেই পিনাক। সেয়ে তেওঁ পিনাক পাণি।

তেওঁ উগ্ৰ (২/৩৩/৯,১১), ভীম মৃগ অৰ্থাৎ ভীষণ আৰু আৰণ্যক তুল্য ধ্বংসকাৰী। তেওঁ স্বৰ্গৰ অৰুণবৰ্ণ বৰাহ (১/১১৪/৫)। তেওঁ বলবান, বীৰ (২/৩৩/৩)। সেয়ে অসুৰ। তেওঁ বৃষভ (২/৩৩/৭,৮,১৫) । তেওঁ এই ভুবনৰ ঈশান (অধিপতি) (২/৩৩/৯)। তেওঁ প্ৰকৃষ্ট জ্ঞান বিশিষ্ট (১/৪৩/১)। তেওঁ মেধাৱী (১/১১৪/৪)। তেওঁ অভিষ্টবৰ্ষী (২/৩৩/৭)। তেওঁ বহু ধন দাতা, তেওঁ শিৱ (১০/৯২/৯)।

ঋকবেদৰ ঋষিসকলে অন্ন, ধন আৰু অশ্ব আদি পশুৰ কাৰণে প্ৰাৰ্থনা কৰিছিল। ৰুদ্ৰক উদ্দেশ্য কৰিও অন্ন আৰু সুখ প্ৰাৰ্থনা কৰিছিল। ৰুদ্ৰৰ ওচৰত তেওঁবিলাকৰ বিশেষ প্ৰাৰ্থনা আছিল এনেধৰণৰ ঃ

"মহৎকপৰ্দী বীৰনাশী ৰুদ্ৰক আমি এই মহৎ স্তুতিসমূহ অৰ্পণ কৰিছো— যেন দ্বিপদ আৰু চতুস্পদবোৰ সুস্থ থাকে, যাতে আমাৰ গাঁৱৰ সকলোবোৰ পুষ্ট আৰু ৰোগ শূন্য হৈ থাকে। হে ৰুদ্ৰ, জননী আৰু সন্তানক বধ নকৰিবা, আমাৰ প্ৰিয় শৰীৰত আঘাত নকৰিবা। হে ৰুদ্ৰ আমাৰ পুত্ৰক হিংসা নকৰিবা, আমাৰ গো-অশ্বক হিংসা নকৰিবা। (১/১১৪)। হে ৰুদ্ৰ! আমি যেন তুমি দিব পৰা সুখকৰ ভেষজৰ দ্বাৰা শত শত শীত জীৱিত থাকিব পাৰো। তুমি আমাৰ শত্ৰুবোৰক বিনষ্ট কৰা। তোমাৰ সেনাই আমাৰ শত্ৰুবোৰক বিনষ্ট কৰক। সৰ্বপাপ

নাইকিয়া কৰা আৰু শৰীৰৰ ব্যাধিবোৰ নিবাময় কৰা। তুমি আমাৰ পুত্ৰসকলক ভেষজৰ দ্বাৰা পৰিপুষ্ট কৰা: তুমি ভিষকসকলৰ মাজত সৰ্বশ্ৰেষ্ঠ। ৰুদ্ৰৰ অস্ত্ৰই আমাক পৰিত্যাগ কৰি যাওক। তেওঁৰ মহতী দুৰ্মতিয়েও আমাক পৰিত্যাগ কৰি যাওক। হে ৰুদ্ৰ! তোমাৰ ধনুৰ গুণ শিথিল কৰা (২/৩৩)।"

ৰুদ্ৰৰ চৰণত আৰোগ্য প্ৰাৰ্থনা ঋষিসকলে এনেকৈয়ে কৰিছিল। ৰুদ্ৰক মাৰি মৰকৰ উদ্ধাৰ কৰ্তা বুলিও গণ্য কৰা হৈছিল। তেওঁ সন্তুষ্ট হৈ থাকিলে কোনো মানুহ বা গৰু পশু আদিৰ সংক্ৰামক ৰোগৰ ভয় নেথাকে। তেওঁৰ হাতত সুখকৰ ভেষজ আছে।

ৰুদ্ৰৰ মূৰ্ত্তি উগ্ৰ, ভয়ঙ্কৰ। ৰুদ্ৰ শব্দ ৰুদ ধাতুৰ ৰোদনৰ পৰা আহিছে। ৰোদয়তি মনুষ্যান্, ইতি। মাৰাত্মক সংক্ৰামক ৰোগৰ দ্বাৰা মানুহ, গৰু, ছাগলী, ঘোঁৰা আদি আক্ৰান্ত হোৱাৰ বা মৃত্যু হোৱাৰ সময়তেই ৰুদ্ৰৰো উদয় হয়। সেয়ে তেওঁ ধ্বংসৰ দেৱতা।

ৰুদ্ৰৰ ৰূপ কল্পনাত অদিতি হৈছে গুণ যুক্ত ধনু। এজন ঋষিয়ে এটি সূক্তত প্ৰাৰ্থনা কৰিছে যে, "অদিতিয়ে যেন আমাৰ কাৰণে, পশুৰ কাৰণে, মানুহৰ কাৰণে, আমাৰ শিশুবোৰৰ কাৰণে ৰুদ্ৰীয় ভেষজ প্ৰদান কৰে। যেন ৰুদ্ৰ মিত্ৰ আৰু বৰুণে আমাক অনুগ্ৰহ কৰে। যি ৰুদ্ৰ সূৰ্য্যৰ দৰে দীপ্তিমান আৰু হিৰণ্যৰ দৰে উজ্জ্বল তেওঁ দেৱতাৰ মাজত শ্ৰেষ্ঠ। তেওঁ আমাক অশ্ব, মেষ, মেষী (মাইকী ছাগলী) পুৰুষ, স্ত্ৰী আৰু গৰু গাইক সুখ প্ৰদান কৰে। হে সোম, আমাক ধন আৰু অন্ন দান কৰা। হে সোম, তুমি শিৰস্থানীয় হৈ যজ্ঞ গৃহত তোমাৰ প্ৰজাবোৰক কামনা কৰা।"

আন এজন ঋষিয়ে কৈছে—"অদিতি, মিত্ৰ, বৰুণ সিন্ধু, পৃথিবী আৰু আকাশ আমাৰ এই প্ৰাৰ্থনা পূৰ্ণ কৰা (১/১১৪/১১)"। অদিতি ৰুদ্ৰৰ ধনু এই ধনুৰ দ্বাৰাই ৰুদ্ৰ সূচিত হৈছে।

বসন্ত কাল যোৱাৰ পাছত গ্ৰীষ্ম ঋতু যেতিয়া আহে তেতিয়া আৰু "কালপুৰুষ" নক্ষত্ৰ সূৰ্যোদয়ৰ পূৰ্বে দেখা নাযায়। এই সময়ছোৱা ধুমুহা বতাহ, বজ্ৰ বিদ্যুতৰ সময়, বৰষুণৰ সময়। এই প্ৰাকৃতিক অৱস্থাক মৰুৎগণ বুলি দেৱতাৰ ৰূপ দিয়া হৈছে। মৰুৎৰ অৱস্থান কালপুৰুষ নক্ষত্ৰতে। ঋক্‌বেদৰ ৰুদ্ৰৰ যি ৰূপ, যি গুণ, যি আয়ুধ মৰুৎবোৰৰো সেয়ে। পাৰ্থক্য ইয়াতে যে মৰুৎৰ মাতা পৃশ্নী। গাই গৰুৱে দুগ্ধ দান কৰাৰ দৰে মৰুৎবোৰেও বৃষ্টি প্ৰদান কৰে। ঋক্‌বেদৰ মতে মৰুৎসকল ভয়ঙ্কৰ দেৱতা। তেওঁবিলাকৰ হাতত সুখকৰ ভেষজ আছে।

অথৰ্ব বেদত উৎপাত শান্তিৰ কাৰণে শতৰুদ্ৰীয়ৰ কাৰণে প্ৰাৰ্থনা কৰা হৈছিল, "হে ৰুদ্ৰ, আমাক হিংসা নকৰিবা, পুৰুষ, গৰু, ছাগলী আৰু মেষ

আকাঙ্খা নকৰিবা। হিংসুক প্ৰজাক বধ কৰা। ধ্ৰুব কাঁহ উপদ্ৰৱকাৰী ৰুদ্ৰক নমস্কাৰ কৰিছো। তুমি অৰণ্যৰ পশু গ্ৰহণ কৰা। গ্ৰাম্য পশু গ্ৰহণ নকৰিবা। জ্বৰাদি ৰোগৰ দ্বাৰা, আয়ুধৰ দ্বাৰা, বিষৰ দ্বাৰা, বিদ্যুতৰ দ্বাৰা, অগ্নিৰ দ্বাৰা গ্ৰহণ নকৰিবা। আমাৰ বৃদ্ধ, শিশু, যুৱক, পিতা, মাতা আৰু শৰীৰক হিংসা নকৰিবা। ৰুদ্ৰৰ গণবোৰক নমস্কাৰ কৰিছো....স্বস্তি নো অভয়ঞ্চ নঃ"—"তোমাৰ প্ৰসাদত আমাৰ স্বস্তি হওক, অভয় হওক।"

ঋক্‌বেদত ৰুদ্ৰানী নাই। শুক্ল যজুৰ্বেদৰ ৰুদ্ৰৰ এক নাম ত্ৰ্যম্বক। এই বেদত (৩/৫/৭) আছে—"হে ৰুদ্ৰ, তোমাৰ ভাগিনী অম্বিকাৰ লগত এই প্ৰাৰ্থনা গ্ৰহণ কৰিবা।" ইয়াত অম্বিকা ৰুদ্ৰৰ ভাগিনী। শতপথ ব্ৰাহ্মণত (২/৫/৩) কিন্তু অম্বিকা ৰুদ্ৰৰ পত্নী।

যজুৰ্বেদ আৰু অথৰ্ববেদত ৰুদ্ৰৰ মহিমা ব্যক্ত হৈছে। শুক্ল যজুৰ্বেদৰ (৪/৫) ৰুদ্ৰাধ্যায়ত শতৰুদ্ৰীয় হোমৰ মন্ত্ৰত তেওঁৰ নাম বহুতবাৰ পোৱা গৈছে— তেওঁ কপৰ্দী, নীলগ্ৰীৱ, নীল লোহিত, দৈৱ ভিষক্, সহস্ৰাক্ষ, তাম্ৰ-অৰুণ-বভ্ৰুবৰ্ণ। তেওঁ সৰ্প, ব্যাঘ্ৰ, ৰাক্ষস বিনাশকাৰী। তেওঁ ভব (সৃষ্টি কৰ্তা) শৰ্ব (সংহাৰ কৰ্তা), পিনাকপাণি, পশুপতি, গিৰীশ, মুজবান পৰ্বতৰ সিপিনে তেওঁৰ বাস (৬/৭৪)। তেওঁৰ অসংখ্য লীলা—তেওঁ সেনাপতি, দিকপতি, বাস্তুপতি, বৃক্ষপতি, পশুপতি, ক্ষেত্ৰপতি, সভাপতি মন্ত্ৰী আৰু বণিক। তেওঁ গুপ্তচোৰ পতি, তস্কৰপতি, বঞ্চক, পৰিবঞ্চক, ব্ৰাত, ব্ৰাতপতি, গণ বা গণপতি। বিশ্বভুবনত যত যি আছে তেওঁৱেই সকলো। তেওঁ বিশ্বৰূপ, সহস্ৰ ৰুদ্ৰ। তেওঁ সকলোতে সঞ্চৰণ কৰে, তেওঁক শান্ত কৰিব নোৱাৰিলে তেওঁ উপদ্ৰৱ কৰে। মা হিংসীঃ পুৰুষং জগৎ-পুৰুষ (মনুষ্য) জগৎ (অশ্ব, গো আদি পশু) হিংসা নকৰিবা। তুমি ঘোৰ ৰূপ ত্যাগ কৰি শিৱা ৰূপ গ্ৰহণ কৰি আহাঁ।"

কৃষ্ণ যজুৰ্বেদৰ (৪/৫/১) শতৰুদ্ৰীয় অধ্যায়ত ৰুদ্ৰৰ জ্ঞাত নাম কীৰ্তিত হৈছে।*

---

*বেদসমূহ, সুধীৰচন্দ্ৰ সৰকাৰ সংকলিত পৌৰাণিক অভিধান আৰু যোগেশচন্দ্ৰ ৰায় বিদ্যানিধিৰ "বেদৰ দেৱতা ও কৃষ্টিকাল" নামৰ গ্ৰন্থৰ সহায়ত—(বঙ্গীয় সাহিত্য পৰিষদৰ দ্বাৰা প্ৰকাশিত।)

# ৰুদ্ৰগণসকলৰ বৰ্ণনা

শিৱ পুৰাণত ৰুদ্ৰগণসৱৰ বৰ্ণনা আছে। পূৰ্বতে ইন্দ্ৰই কায়ক্লেশে পাশুপাত ব্ৰত কৰি, কেৱল বায়ুভক্ষণ কৰি থাকি মহাদেৱক তুষ্ট কৰাত, মহাদেৱে দেখা দিলে—

দিগম্বৰ ভস্ম ব্যাঘ্ৰ চৰ্ম্ম জটাধৰ
ত্ৰিভুবন দহন পিনাক জাৰ কৰ
হেন মহাদেৱে দেখা দিয়া দিল বৰ।

মহাদেৱৰ বৰত ইন্দ্ৰই স্বৰ্গত থাকিবলৈতো পালেই, লগতে সপ্ত হাজাৰ বিমানত অপ্সৰা সমন্বিতে হৰষিত মনেৰে বিহাৰ কৰি থাকিবলৈও পালে। ঐশ্বৰ্য উপচি যোৱাত ইন্দ্ৰৰ গৰ্ব হ'ল আৰু 'মোৰ সমান কোন আছে' বুলি অহংকাৰ কৰিবলৈ আৰম্ভ কৰিলে। ইন্দ্ৰৰ গৰ্ব খৰ্ব কৰিবলৈ মহেশ্বৰে স্বৰ্গত উপস্থিত হ'ল।—

আত অনন্তৰে ৰুদ্ৰে হস্তে শূল ধৰি
ইন্দ্ৰক বুলিবে লৈলা আতি কোপ কৰি
মোহোৰ আজ্ঞায়ে তই পাতালে চলিয়ো
কৃষ্ণ কীট ৰূপ হয়া তহিতে থাকিয়ো।।

ইন্দ্ৰ সেইমতে পাতাললৈ গ'ল। কিন্তু দেৱতাসকলে শিৱক স্তুতি কৰিবলৈ ধৰিলে। এই স্তুতিত বিষ্ণুৰ নিচিনা পৰাক্ৰমী, বলৱন্ত, অষ্টাধিক ষাঠি কোটি ৰুদ্ৰ আহিল—

কোনো সব চন্দ্ৰসম শৰীৰ সুন্দৰ
কেহো জন কৃষ্ণবৰ্ণ কলেৱৰ
ক্ৰীয়া নামে ৰুদ্ৰগণ পৰম সুন্দৰ
অসংখ্যাত দেখিলো আকাশে তাত্তে পৰ
সি সব জিমত তাৰ শুনিয়ো নিৰ্ণয়
ত্ৰিপুৰ ঘাতক কেহো পৰম দুৰ্জয়।।
কতো সব দক্ষ যজ্ঞ বিনাশ কৰয়
কেহো লোক সমস্তৰ যাত্ৰা বিধায়ক।।
কোনো শিল্পকাৰি কতো উদ্যোগী সদায়।।
কতো ভয়াতুৰৰ ভয়ক বিনাশয়।।

কতো বৃক্ষ লতাদিৰ ফল-পুষ্পকালে
ফল পুষ্প দিয়া সবে জগতক পালে।।
কোনো জন বৃক্ষাদিৰ ফল পকাৱয়
কেহো আকাশত কেহো স্বৰ্গত থাকয়।।
আৰু সব নক্ষত্ৰৰ লগত সঞ্চৰে
চন্দ্ৰৰ কলাৰ কতো ক্ষয় বৃদ্ধি কৰে।।
কত চন্দ্ৰ সূৰ্য্য দুইকো গ্ৰহণ কৰয়
কতো নিজ থানে সাংখ্য যোগ আচৰয়।।
কেহো সব জঙ্গমত থাকয় সদায়
কতো সব মহেশক আৱৰি থাকয়।।
কতো সব আকাশত থাকি জপ কৰে
কতো গ্ৰহ ৰূপে থাকে দুৰ্গাৰ ওচৰে।।
সুগন্ধ পুষ্পৰ মালা কতোহো পিন্ধয়
ৰুদ্ৰৰ সমীপে থাকি গমন কৰয়
নানা বিধ বট এহি গণ সমস্তৰ
অনেক প্ৰমাণ তাসম্বাৰ কলেৱৰ।।[১]

ৰুদ্ৰগণৰ বৰ্ণনাৰ পাছতেই শিৱৰ উগ্ৰ ৰূপেই ৰুদ্ৰৰূপ বুলি বৰ্ণনা কৰা হৈছে ঃ "প্ৰকাশিত উগ্ৰৰূপ দেখিলা শিৱৰ।[২]

শিৱৰ যি সংহাৰক ৰূপ সেই ৰূপেই ৰুদ্ৰৰূপ। এই উগ্ৰমূৰ্ত্তিসমূহ গজান্তক, অন্ধকান্তক, ভৈৰৱ, নটৰাজ ঘোৰামুখ শিৱ আদি নামেৰে জনাজাত।

শিৱ পুৰাণত এই সংক্ৰান্তত এনেদৰে কোৱা হৈছে ঃ

যত পুচিচা ৰুদ্ৰৰ মহিমা আমাত
সকলো কহিবো মই শুনিয়ো সাক্ষাৎ
এহি বুলি ব্ৰহ্মাদেৱে কহিবাক লৈলা
প্ৰলয়কালে ব্ৰহ্মাণ্ড জলৰূপ ভৈলা।।
সেহিকালে চন্দ্ৰ-সূৰ্য্য কিচো নাহিকয়
হেনকালে একলে জলত ভ্ৰমো ময়

---

১. শিৱপুৰাণ ঃ স্বৰ্গদেৱ ৰুদ্ৰসিংহ কৃত ঃ সম্পাদনা ডঃ নবীন চন্দ্ৰ শৰ্মা (বাণী প্ৰকাশ) পৃষ্ঠা ঃ ১৬, ১৭

২. উক্ত গ্ৰন্থ, পৃষ্ঠা ১৯

শৰীৰৰ কান্তি যে চৌদিশে প্ৰকাশয়।।
তৈত পাচে একপুৰুষ দেখিলো ময়।।
সেহি পুৰুষৰ ৰশ্মি লাগিল আমাৰে
কিচো বাক্য বুলিবাক নোৱাৰিলো তাৰে।।
পাচে মযি লোকৰ হিতক ভাবি মনে
চিন্তিবাক লৈলো সেহি পুৰুষ চৰণে
লক্ষ কোটি হাজাৰ বৎসৰ কৰো ধ্যান
তাৰ পাচে দেখা দিল দেৱ ভগৱান
দুৰ্ঘোৰ ৰূপক তেজি সুপ্ৰসন্ন ভৈলা
হাস্যকৰি মহাৰুদ্ৰ বচন বুলিলা।।
মেঘৰ ধ্বনিসম গহন বাক্যচয়
বুলিবে লাগিল সেহি পুৰুষ মহাসয়।।
মোহোৰ মায়ায়ে ব্ৰহ্মা মোহ আচা পাই।
জিহেতু মযিসে মাত্ৰ আন বস্তু নাই।।
এতেকে মোহোৰ বাক্য এড়া মোহ চয়
লোকসব স্ৰজিয়োক তুমি মহাসয়।।
এতেক বুলি মহাৰুদ্ৰে মায়ায়ে সন্ত
ৰুদ্ৰ এক স্ৰজি অন্তৰ্দ্ধান ভৈলন্ত।।

# 'ৰুদ্ৰ' নামৰ উৎপত্তি আৰু বিকাশ

'ৰুদ্' ধাতুৰ পৰাই ৰুদ্ৰ নামৰ উৎপত্তি বুলি বহুত পণ্ডিতে মত পোষণ কৰে। ৰুদ্ ধাতুৰ পৰা ৰোদন অৰ্থাৎ ক্ৰন্দন। জন্ম হৈয়েই যি ৰোদন কৰিছিল আৰু পিতৃৰ পৰা আঠোটা নাম নোপোৱা পৰ্যন্ত যাৰ ৰোদন বন্ধ হোৱা নাছিল তেওঁৰেই ৰুদ্ৰ।

বিষ্ণু পুৰাণত ৰুদ্ৰৰ জন্ম সম্বন্ধে এনেকৈ উল্লেখ আছে—ব্ৰহ্মাই যেতিয়া প্ৰজা সৃষ্টি কৰিছিল তেতিয়া তেওঁৰ শৰীৰৰ পৰা ক্ৰন্দন কৰি কৰি এটি পুত্ৰৰ উৎপন্ন হ'ল। সেই পুত্ৰই ব্ৰহ্মাৰ পৰা ৰোদন কৰি কৰিয়েই নিজৰ নাম প্ৰাৰ্থনা কৰিলে। ব্ৰহ্মাই তেতিয়া তেওঁৰ নাম দিলে ৰুদ্ৰ। তাৰ পাছতো তেওঁ পুনৰাই ক্ৰন্দন ৰত হৈ সাত বাৰ চকুৰ পানী পেলালে। তেতিয়া সাতটা নাম তেওঁ লাভ কৰিলে। এই সাতটা নাম হ'ল—ভৱ, সৰ্ব, ঈশান, পশুপতি, ভীম, উগ্ৰ, আৰু কপালী।

পদ্ম পুৰাণত ৰুদ্ৰৰ জন্ম সম্বন্ধে লিখা আছে যে, ব্ৰহ্মা অত্যন্ত ক্ৰোধান্বিত হোৱাত তেওঁৰ ভ্ৰূৰ মাজত ৰুদ্ৰৰ আবিৰ্ভাৱ হ'ল। আবিৰ্ভূত হৈয়েই তেওঁ কান্দিবলৈ ধৰিলে। তেতিয়া ব্ৰহ্মাই তেওঁক সুধিলে, তুমি কান্দিছা কিয়? ইয়াৰ উত্তৰত তেওঁ ক'লে, মোৰ নাম স্থান স্ত্ৰী পুত্ৰাদি বিষয়ে নিৰ্দিষ্ট কৰি দিলেহে মই ৰোদনৰ পৰা নিবৃত্ত হম। এই কথা শুনি ব্ৰহ্মাই ক'লে, তুমি জন্ম হৈয়েই ৰোদন কৰিছা। এই কাৰণে তোমাৰ নাম ৰুদ্ৰ। ইয়াৰ উপৰিও ঋতধ্বজ, মনু, মন্যু, উগ্ৰৰেতা, শিৱ, ভৱ, কাল, মহিনস, কামদেৱ, আৰু ধৃতব্ৰত তোমাৰ নাম হ'ল। সকলো ইন্দ্ৰিয় অনুহৃদ, ব্যোম, বায়ু, অগ্নি, পানী, মহী তপস্যা, চন্দ্ৰ আৰু সূৰ্য—এইবোৰ স্থানত তুমি বাস কৰিবা। ধৃতি, ধী, আসিলোমা নিবুৎ, সৰ্পি, বিলম্বিকা, ইৰাৱতী স্বধা আৰু দীক্ষা তোমাৰ স্ত্ৰী হব। সকলো স্ত্ৰীৰ লগত লগ লাগি প্ৰজা সৃষ্টি কৰি তুমি জগত পূৰ্ণ কৰা। ব্ৰহ্মাই এই কথা কোৱাৰ পাছত ৰুদ্ৰই ভূত প্ৰেত আৰু ভৈৰৱ আদি সৃষ্টি কৰিবলৈ লাগিল। এই ধৰণৰ জগত ধ্বংসকাৰীৰ সৃষ্টি দেখি ব্ৰহ্মাই ৰুদ্ৰক বিৰত কৰিলে আৰু বিষ্ণুৰ আৰাধনা কৰিবলৈ উপদেশ দিলে।

বেদৰ বৰ্ণনালৈ লক্ষ্য কৰি ৰুদ্ৰক কল্যাণময় আৰু ভয়ঙ্কৰ দুটা ভাগত ভগাব পাৰি। কথক সংহিতা, কন্ব সংহিতা, তৈত্তিৰীয় সংহিতা, পাশুপাত সূত্ৰ

বায়ু, তন্ত্ৰালোক, গৰুড় পুৰাণ, পদ্মপুৰাণ, সদানন্দ ভাষ্য আৰু সায়ণৰ ভাষ্যত লক্ষ্য কৰিলেও ৰুদ্ৰক কল্যাণ সুন্দৰ আৰু ভয়ংকৰ এই দুইটা ৰূপতে সমানে পোৱা গৈছে।

১। শতপথ ব্ৰাহ্মণত ৰুদ্ৰৰ নাম সমূহ দিয়া অৰ্থত ব্যঞ্জিত হৈছে ঃ ৰুদ্ৰ (অগ্নি), সৰ্ব (পানী), পশুপতি (গছ-গছনি), উগ্ৰ (বায়ু) অশনি (বিদ্যুৎ) ভৱ (পৰ্জন্য), মহাদেৱ (চন্দ্ৰ), ঈশান (সূৰ্য)।

২। সাংখ্যয়ন ব্ৰাহ্মণত পোৱা হৈছে এনে অৰ্থেৰে ঃ ভৱ (সূৰ্য), সৰ্ব (পানী), পশুপতি (ধৰণী), উগ্ৰ (অগ্নি) মহাদেৱ (বায়ু), ৰুদ্ৰ (আকাশ), ঈশান ( ঘি ত্যাগ কৰে), অশনি (সোম)।

৩। মহিমা স্তোত্ৰত পোৱা গৈছে এনে অৰ্থেৰে ঃ

ভৱ (সূৰ্য), সৰ্ব (চন্দ্ৰ) ৰুদ্ৰ (বায়ু), পশুপতি (অগ্নি), উগ্ৰ (পানী), মহাদেৱ (স্থান), ভীম (ভূমি), ঈশান (আত্মন)।

৪। তন্ত্ৰালোকত পোৱা গৈছে ঃ

অষ্টনাগ, অষ্ট দিগ্‌গজ, অষ্ট গ্ৰহ, অষ্ট ভৈৰৱ, আৰু অষ্ট গণপতি।

৫। লিঙ্গ পুৰাণত পোৱা গৈছে ঃ

পুৰুষ, প্ৰকৃতি, অহংকাৰ আৰু পাঁচ তন্মাত্ৰ।

৬। শিৱ পুৰাণত পোৱা গৈছে এনে অৰ্থেৰে ঃ

সৰ্ব (ভূমি), ভৱ (পানী), পশুপতি (অগ্নি), ঈশান (বায়ু), ভীম (আকাশ), ৰুদ্ৰ (সূৰ্য), মহাদেৱ (সোম), উগ্ৰ (যজমান)।

৭। বায়ু পুৰাণত পোৱা হৈছে এনে অৰ্থেৰে ঃ সৰ্ব (ভূমি), ভৱ (পানী), পশুপতি (অগ্নি), ঈশান (বায়ু), ভীম (আকাশ), ৰুদ্ৰ (সূৰ্য), মহাদেৱ (সোম), উগ্ৰ (যজমান)।

৮। মহাভাৰতত এই নামবোৰৰ সামান্য সলনি হৈছে।

৯। মনি মেখলাইত কোৱা হৈছে ঃ দুই পোহৰ, কৰ্মকৰ্তা আৰু পঞ্চ মূল নীতি।

ৰুদ্ৰৰ গুণবোৰলৈ লক্ষ্য কৰি বহুতো পণ্ডিতে ৰুদ্ৰক বোদন কৰি চিঞৰি থকা ভয়াবহ দেৱতা, ধুমুহা-বৰষুণৰ দেৱতা, মৰুৎ বা ৰুদ্ৰগণৰ পিতৃ আৰু অগ্নিৰ সমধৰ্মীতা থকা দেৱতা বুলি ব্যক্ত কৰিছে। কোনো কোনোৱে শৰীৰী পদাৰ্থ বুলিও কব খোজে— ধুমুহা (পণ্ডিত বেবাবৰ মতে), পৰ্বত আৰু অৰণ্য, (বেগেনবাৰ্গৰ মতে) আৰু অগ্নি (বি. উপাধ্যায়ৰ মতে) ৰূপেও ৰুদ্ৰক ধাৰণা কৰে।

ৰুদ্ৰ-শিৱৰ উৎপত্তি আৰু বিকাশৰ পিনে লক্ষ্য ৰাখি পণ্ডিতসকলে ঐতিহাসিক ধাৰা এটিৰ অস্তিত্ব স্বীকাৰ কৰিছে। উগ্ৰদেৱতাৰূপে প্ৰথমেই ৰুদ্ৰ

স্বীকৃত হ'ল। লাহে লাহে সেই উগ্ৰৰূপৰ লগত শান্ত গুণো যুক্ত হ'ল তথা ৰুদ্ৰ ৰুদ্ৰ-শিব নামেৰে প্ৰতিষ্ঠা লাভ কৰিলে। আসুৰিকতা, ভীষণতাৰ লগত প্ৰসন্নতাও যুক্ত হ'ল। ধ্বংসৰ দেৱতা, সৃষ্টিৰ দেৱতা, আৰোগ্যৰ দেৱতা, বৰ প্ৰদানকাৰী অভয়দাতাৰ ৰূপ পৰিগ্ৰহণ কৰিলে। তেওঁ বভ্ৰূবৰ্ণী উগ্ৰ ভৈৰৱ, জটাধাৰী হিৰণ্যকেশী, শত্ৰুঘ্ন আৰু বীৰেশ্বৰ, লম্বোদৰ, ব্ৰাত্য, স্বয়ম্ভু, প্ৰলয়ঙ্কৰ অথচ কল্যাণ সুন্দৰ।

এনে প্ৰসঙ্গত কোনো পণ্ডিতে এনে মত পোষণ কৰে যে, ৰৌদ্ৰ দেৱতাৰ ভাৰতীয় ধাৰণা প্ৰতীচ্যৰ পৰাহে আহিছে। মিচৰ, বেবিলন, নিনেভ, গ্ৰীচ, ৰোমতো আদিম দেৱতা ৰৌদ্ৰ দেৱতাই আছিল। "ইছলামৰ আল্লাকো তেনেকৈয়ে ভীতি আৰু প্ৰীতিৰ দেৱতা" বোলা হয়।* ভাৰতলৈ অহা আৰ্যসকলৰ সংস্কৃতিতো নিশ্চয় ৰৌদ্ৰ দেৱতাৰ ধাৰণা আছিল। তাৰ লগতে হয়তো প্ৰাক আৰ্য উগ্ৰগুণ বিশিষ্ট প্ৰমথ উপাসনাৰ স্থানীয় ধাৰণাও সংমিশ্ৰিত হ'ল। আৰ্য আৰু আৰ্যভিন্ন জীৱন আৰু মননৰ ইতিহাস, সমাজ ব্যৱস্থা আৰু ধৰ্মসাধনাৰ ইতিহাস ৰুদ্ৰ-শিৱৰ পটভূমিত উজ্জ্বল হৈ আছে। সেয়েহে তেওঁ দেৱাদিদেৱ হৈও যজ্ঞভাগৰ পৰা বঞ্চিত। তেওঁ বিপৰীত গুণ বিশিষ্ট, সেয়েহে ৰুদ্ৰ-শিৱৰ ক্ৰমিক বিৱৰ্তন আচাৰ-উপাসনা সহজ-জটিলৰ সংমিশ্ৰণ।

ঋক্‌বেদৰ পাছৰ প্ৰহৃবোৰত ৰুদ্ৰৰ নামৰ যেতিয়া বিস্তাৰ ঘটিল তেতিয়া যজুৰ্বেদত আমি প্ৰথমেই শঙ্কৰ নামৰ উল্লেখ পালো। তৈত্তীৰিয় আৰু বাজসনেয়ী সংহিতাত তেওঁৰ দিকপাল, শম্ভু, শঙ্কৰ নাম পোৱা গ'ল। অথৰ্ববেদত ৰুদ্ৰক মহাদেৱ আৰু ঈশান বোলাৰ লগতে তেওঁ নীলশিখণ্ডিনো। ব্ৰাহ্মণ প্ৰভৃত ৰুদ্ৰ সোমৰ লগত অভেদ হ'ল। অভেদ হ'ল অগ্নিৰ লগত। (অগ্নিৰ লগত যোগাযোগৰ কাৰণেই 'ত্ৰ্যম্বক' নাম), কৌষিতকী আৰু শতপথ ব্ৰাহ্মণত তেওঁ মহান দেৱতাৰূপে 'মহাদেৱ' নামে সকলো প্ৰাণীৰে, সৰ্বচাৰী দেৱতাৰূপে কীৰ্তিত হ'ল।*

প্ৰথমে সকলো দেৱতাই উগ্ৰ আৰু পাছত ক্ৰমে শান্ত হয় বুলি কোৱাৰ প্ৰসঙ্গত ডঃ গুৰুদাস ভট্টাচাৰ্যই ব্ৰেষ্টেড উদ্ধৃত পিৰামিড কথাৰ উল্লেখ কৰিছে :

When the Lord is enraged, the heavens
tremble before Him
When Adad is enraged, the earth
quakes before Him.
At His anger, at His wrath,

---

*বাংলা কাব্যে শিব—ডঃ গুৰুদাস ভট্টাচাৰ্য্য — পৃ : ৮

*বাংলা কাব্যে শিব—ডঃ গুৰুদাস ভট্টাচাৰ্য্য — পৃঃ ৯

At His roar, at His thunder,
The Gods in heaven retire into heaven,
The Gods of earth recede into the earth.*

রুদ্র উগ্রতাৰ ফালৰ পৰা সূৰ্য আৰু অগ্নিৰো সমধৰ্মী। বহুতে মধ্যাহ্নৰ প্ৰখৰ সূৰ্যকেই 'ৰুদ্ৰ' বুলি কৰ খোজে। কিন্তু তাতো মতভেদ আছে। ৰুদ্ৰ অগ্নি নহলেও তেওঁ আগ্নেয় তথা বিদ্যুৎ গৰ্ভ কাৰণে তেওঁৰ গাতে অগ্নিৰ গুণ বিৰাজমান। ঋক্‌বেদত সেয়ে ৰুদ্ৰ অগ্নিৰূপেই বৰ্ণিত হৈছে। ৰুদ্ৰ অগ্নি দুয়োজনেই সৰ্বসংহাৰক। অগ্নিকো 'ত্ৰ্যম্বক' বোলা হয়, ৰুদ্ৰ শিৱকো 'ত্ৰ্যম্বক' বুলি ৰক্ষাৰ্থে, পুষ্টি বৰ্দ্ধনাৰ্থে সেৱা জনোৱা হয়।

তথাপিও ৰুদ্ৰ এজনেই। "একো হি ৰুদ্ৰো ন দ্বিতীযায়" (শ্বেতাশ্বেতৰ উপনিষদ)।

ৰুদ্ৰ শিৱৰ ৰৌদ্ৰ আৰু সৌম্য দুয়োটা গুণ নিৰীক্ষণ কৰি, সমন্বয়ৰ সংস্কৃতিয়েহে এই বিবৰ্তন সাধন কৰিছে বুলি বিদগ্ধ পণ্ডিতসকলে মত আগবঢ়াইছে। ঋক্‌বেদত মাজে মাজে আৰু যজুৰ্বেদ, অথৰ্ববেদত বিশেষকৈ ৰুদ্ৰ-শিৱৰ ভয়ঙ্কৰ নাম যি দেখা গৈছে, গৃহ্যসূত্ৰত ই আৰু ভয়ানক হৈ পৰিছে। এনে গুণ আৰু ক্ৰিয়াৰ সমাবেশ অনাৰ্য ভাৱনাৰ দ্বাৰা পুষ্ট হৈছে বুলি পণ্ডিত নীলকণ্ঠ শাস্ত্ৰীয়ে দৃঢ়ভাৱে কৰ খোজে। সৰ্পমালা বিভূষিত, প্ৰায় উলঙ্গ, ব্যাঘ্ৰচৰ্মধাৰী, ভাংধতুৰা সেৱনকাৰী, শ্মশানচাৰী, ভস্মধাৰী, ভূত-প্ৰেতৰ সঙ্গী, ত্ৰিশূল হস্ত, পৰ্বতবাসী। এই দেৱতা লোকবিশ্বাসত উত্তৰ হোৱা প্ৰমথবোৰৰ অধিপতি নে? ক্ষেত্ৰপতি হৈ, পশুপতি হৈ, দ্বাৰৰক্ষক হৈ একোজন প্ৰধান প্ৰমথৰ কল্পনা লোকসমাজত আছিল। ক্ৰুকৰ্‌ দৰে সমালোচকে কৰ খোজে যে বহুত লৌকিক ভাবনাৰ সংমিশ্ৰণে ৰুদ্ৰ-শিৱৰ ৰূপ দান কৰিছে। অধ্যাপক হৰিদাস ভট্টাচাৰ্যইও শৈৱ ধৰ্মক প্ৰাক আৰ্য লোক ধৰ্মৰ পৰা গঢ় লৈ উঠা বুলি স্থিৰ কৰিছে। ডঃ কুমাৰ স্বামীয়ে অনুমান কৰে যে, প্ৰাক আৰ্য প্ৰমথ নৃত্যৰ পৰাই নটৰাজৰ নৃত্য ভঙ্গীমা কল্পনা কৰা হৈছে। অধ্যাপক হুইটনিয়েও মত প্ৰকাশ কৰে যে "Siva may be a local form of Rudra, arisen under the influence of peculiar climatic relations in the districts from which he made his way in to Hindus than proper".

শিৱ ব্ৰাত্যবোৰৰো দেৱতা তস্কৰ, ডকাইত, ম্লেচ দস্যু প্ৰলয়কাৰী গণবোৰৰো দেৱতা। তেওঁৰ পূজা শ্মশানত, অৰণ্যত, চাৰিআলিৰ মূৰত গভীৰ

---

*বাংলা কাব্যে শিব—ডঃ গুরুদাস ভট্টাচার্য্য — পৃ ঃ ১০

ৰাতি সম্পন্ন হয়। সংস্কৃত বিভিন্ন গ্ৰন্থত ইয়াৰ বাকন আছে। ইয়াৰ উপৰিও বঙ্গ দেশতেই “মাকালৰ’ (মহাকালৰ) পূজা অৱশ্য আৰু নদীৰ পাৰত নিম্ন বৰ্গৰ লোকসকলে সম্পন্ন কৰি আহিছে। ইয়াৰ মূলতে শিৱৰ জনপ্ৰিয়তা। তেওঁ কি “বাঞ্ছা কল্পতৰু”, “আশুতোষ” (অলপতে সন্তুষ্ট) বুলিয়েই জনপ্ৰিয় নে এয়া যুগ যুগৰ স্থানীয় সংস্কাৰ??

বহিৰ্ভাৰতৰো ৰুদ্ৰৰ সমজাতীয় দেৱতাৰ পূজাও ঘৰৰ বাহিৰতেই সম্পন্ন হৈছিল। গৃহ্যসূত্ৰত যি মতে ৰুদ্ৰ পূজাৰ বিধান আছে তাৰ লগত গ্ৰীক দেৱতা “হাৰমিস”ৰ পূজা বিধিৰ মিল আছে।

শিৱৰ ভৈৰব ৰূপৰ পূজাৰ প্ৰমাণ ভৈৰৱ মন্দিৰবোৰেই দিয়ে। অসমৰ তেজপুৰত থকা প্ৰাচীন মহাভৈৰৱৰ মন্দিৰ শিৱ মন্দিৰেই। তাত প্ৰতিষ্ঠিত বৃহৎ শিৱলিঙ্গ অৱশ্যে অতি প্ৰাচীন নহয়।

সাধাৰণতেই ভৈৰৱৰ স্থিতি লোকালয়ৰ পৰা দূৰৰ অৰণ্যত বুলি ভবা হয়। আদিবাসীৰ বনদেৱতাৰ লগতে ভৈৰৱো পূজিত হয়।

ভৈৰৱৰ কোনো মূৰ্তি নাই। ভৈৰৱৰ প্ৰতীকৰূপে পোৰামাটিৰ হাতী, বাঘ বা ঘোঁৰাহে পূজিত হয়। “সোনাৰায়”, “বড়া ঠাকুৰ” এইসকলৰ প্ৰতীকো বাঘেই।

ভৈৰৱ ভীষণ উগ্ৰ স্বভাৱৰ বুলি বিশ্বাস প্ৰচলিত আছে। দুৰ্যোগ বিপদ, মৃত্যুভয় আদিৰ পৰা তেৱেঁই ৰক্ষা কৰে। বাংলাদেশৰ চাণ্ডাল, লোধা ভূমিজবোৰৰ মাজত ভৈৰৱৰ ভক্তই বেছি। এতিয়া উন্নত হিন্দু সমাজতো শিৱ ধাৰণাৰেই অথবা শিৱৰ সহচৰ বুলিয়েই ভৈৰৱ পূজিত হৈছে।

তন্ত্ৰসাৰত অষ্ট-ভৈৰৱক গুৰুত্ব দিয়া হৈছে। পঞ্চানন দেৱতা “বটুক মহাভৈৰৱ” বুলি খ্যাত হৈছে। সাধাৰণতেই ভৈৰৱৰ কল্পনাত মূৰ আৰু উদৰহে কল্পনা কৰা হয়। মুখ ডাঙৰ, দাঁত মাত্ৰ দুটা বা তিনিটা।

ভৈৰৱ চাণ্ডালৰ আদি দেৱতাও হ'ব পাৰে। ভৈৰৱৰ উগ্ৰতা ইমান বেছি যে মাটিৰ তলত থাকিয়েই তেওঁৰ উগ্ৰভাৱ প্ৰমাণ দিয়ে বুলি বিশ্বাস কৰা হয়। সাধাৰণতে বটুক মহাভৈৰৱৰ পূজা মাজৰাতি আৰম্ভ কৰা হয়। বটুক ভৈৰৱৰ স্তৱত এইখিনি পোৱা যায় : আপদ উদ্ধাৰৰ কাৰণে তেওঁক প্ৰাৰ্থনা কৰা হয়।

ঋক্‌বেদত অগ্নিকেই ‘ৰুদ্ৰ’ বুলি কোৱা হৈছিল। তেওঁ বদান্য, আশুতোষ কল্যাণপ্ৰদ। ইয়াৰ উপৰিও বেদতেই ৰুদ্ৰৰ বিবিধ নাম আৰু গুণৰ উল্লেখ পোৱা যায়। ৰুদ্ৰ ত্ৰ্যম্বক অৰ্থাৎ ত্ৰিভুবন তেওঁৰ মাতৃ। ৰুদ্ৰৰ হাত আছে। তেওঁৰ ওঁঠ দুটি সুন্দৰ। তেওঁ কপৰ্দী অৰ্থাৎ তেওঁৰ কেশত জটা। তেওঁৰ বৰ্ণ পিঙ্গল আৰু তেওঁ উজ্জ্বল সূৰ্যৰ দৰেই দীপ্তিশালী। তেওঁ ৰথত আৰোহণ কৰি বিচৰণ কৰে।

তেওঁৰ হাতত বজ্ৰ আৰু আকাশৰ পৰা তেওঁ বজ্ৰ নিক্ষেপ কৰে। তেওঁৰ হাতত ধনুৰ্বাণো আছে, স্ত্ৰী, পুৰুষ, গৰুগাই, অশ্ব, ভেড়া আদিক তেওঁ নানা প্ৰকাৰে মঙ্গল আৰু প্ৰাচুৰ্য প্ৰদান কৰে। ৰুদ্ৰই ৰোগৰ নিবাময়ৰ কাৰণে ঔষধ দান কৰে আৰু ৰোগীক নিৰোগী কৰে। পাপৰ পৰাও সকলোকে নিষ্কৃতি দিয়ে।

আনহাতেদি ৰুদ্ৰ ভয়াবহ বনৰীয়া জন্তুৰ দৰে ধ্বংসকাৰীও। তেওঁক বৃষভ আৰু আকাশৰ লোহিত বৰাহ বোলাও হৈছে। যজুৰ্বেদত ৰুদ্ৰক মুক্তিদাতা আৰু প্ৰথম দেৱভেষজ বুলি কোৱা হৈছে। এওঁৰ কণ্ঠ নীলবৰ্ণ, দেহৰ ৰং ৰঙা, এওঁ সহস্ৰাক্ষ আৰু এক হাজাৰ গৃহপালিত পশুৰ ৰক্ষাকৰ্তা। কিন্তু এওঁৰ স্বভাব ৰুক্ষ।

ৰুদ্ৰ একাধাৰে ভয়ানক, আনহাতে শিৱৰূপে তেওঁ মঙ্গলময়। তেওঁৰ পৰস্পৰ বিৰুদ্ধ চৰিত্ৰ মন কৰিবলগীয়া। উপনিষদত ৰুদ্ৰৰ চৰিত্ৰৰ বিশদ বিৱৰণ পোৱা যায়। উপনিষদত ৰুদ্ৰই নিজেই কৈছে : "ময়ে সৰ্ব প্ৰথমে আগত। মোৰ পূৰ্বত অথবা ওপৰত কোনো নাই। মই চিৰন্তন অথচ মই চিৰন্তন নহয়। মই ব্ৰহ্মা, অথচ মই ব্ৰহ্মা নহয়।" এওঁৱেঁই এই পৃথিৱীৰ শাসনকৰ্তা, সমস্ত জীৱ এওঁৰ কথাত চালিত হয়। প্ৰলয়কালত এওঁৱেঁই সমস্ত বিশ্বব্ৰহ্মাণ্ডক ধ্বংস কৰে। এওঁৰ আদি, মধ্যম, অন্ত একোৱেই নাই। এৱেঁই ব্ৰহ্মা, এৱেঁই বিষ্ণু, এৱেঁই ইন্দ্ৰ, এৱেঁই শিৱ।

ৰুদ্ৰৰ সংখ্যা এঘাৰজন, তেওঁবিলাকৰ নাম হ'ল—অহিৰ্বধ্ন, বিৰূপাক্ষ, ৰৈৱত, হৰ, বহুৰূপ, ত্ৰ্যম্বক, সাবিত্ৰ, জয়ন্ত, পিনাকী (মৎস্যপুৰাণ), অজৈকপাদ, আৰু সুৰেশ্বৰ। ইয়াৰ উপৰি বিভিন্ন পুৰাণত ৰুদ্ৰৰ আৰু বিভিন্ন নাম আছে। এই ৰুদ্ৰ সঙ্গীত আৰু যজ্ঞৰ দেৱতাৰূপে আৰু মৰুৎগণৰ পিতৃৰূপে কীৰ্তিত হৈছে।

# শূন্য পুৰাণমতে শিৱৰ জন্ম

সৃষ্টিৰ আদিতে সকলো অন্ধকাৰ, শূন্যময়। এই প্ৰসঙ্গত ৰামাই পণ্ডিতৰ "শূন্য পুৰাণ"ৰ বৰ্ণনা মনলে আহে।

"নাহিৰেক নাহিৰূপ নাহি বন্ন চিন
ৰবি শশী নাহিছিল নাহি ৰাত্তি দিন।।
নাহিছিল জলথল নাহিছিল আকাশ
মেৰু মন্দৰ নাছিল, নাছিল কৈলাস।"

শূন্যত ভৰ দি প্ৰভুৱে সৃষ্টিৰ চিন্তাত থাকোতে প্ৰথম অনিলদ্বয়ৰ জন্ম হ'ল। তাৰ পাছত "আপুনি নিৰঞ্জিল প্ৰভু আপনাৰ কায়া" আৰু সেই দেহেই ধৰ্মকায় নিৰঞ্জন। জন্মলাভ কৰিয়েই ধৰ্মই চৈধ্যযুগ ব্ৰহ্মজ্ঞানত কটালে। তাৰ পাছত তেওঁৰ হাঁসিৰ পৰা উলুক (ফেচাঁৰ) জন্ম হ'ল। ধৰ্মই উলুকৰ ওপৰত ভৰ কৰি আৰু চৈধ্যযুগ অতিবাহিত কৰিলে। কিন্তু উলুকে ভাৰ সহ্য কৰিব নোৱাৰা হেন দেখি ধৰ্মই মুখৰ অমৃত উলুকক দান কৰে। কিছু শূন্যত পৰিল আৰু কিছু উলুকে মুখপাতি খালে। শূন্যত পৰা খিনিৰ পৰা পানীৰ উদ্ভৱ হ'ল। উলুকাৰূঢ় ধৰ্মই পানীৰ ওপৰত ভাঁহি ফুৰিবলৈ ধৰিলে। অৱশেষত শ্ৰান্ত ক্লান্ত উলুকৰ পাখি ছিগি পৰে আৰু তাৰ পৰা জন্ম হয় পৰম হংসৰ। ধৰ্ম নিৰঞ্জনে উলুকক পৰিত্যাগ কৰি হংসাৰূঢ় হ'ল। যুগ-যুগান্তৰৰ পাছত হংসইও ভাৰ সহ্য কৰিব নোৱাৰি উৰি পলাল। ধৰ্মই তেতিয়া কূৰ্ম সৃষ্টি কৰি ধ্যানত ৰহিল। কিন্তু শেষত কূৰ্মইও উলুক আৰু হংসৰ পথকে অনুসৰণ কৰাত ধৰ্ম নিৰঞ্জনে নিজৰ সোণৰ লগুণ পানীত পেলাই দি সহস্ৰ ফনাযুক্ত বাসুকি সৃষ্টি কৰিলে।

নিজৰ গলৰ মণিৰ পৰা পৃথিৱী স্ৰজন কৰি বাসুকিৰ মূৰত স্থাপন কৰিলে। বাসুকিৰ মূৰত স্থিতি লাভ কৰি বসুমতী ক্ৰমাৎ বাঢ়ি যাবলৈ ধৰিলে। পৃথিৱী পৰিভ্ৰমণত পৰিশ্ৰান্ত হৈ ধৰ্মই গাৰ ঘাম মচি পেলোৱাত আচম্বিতে আদ্যাশক্তিৰ জন্ম হ'ল।

আদ্যাক থৈ ধৰ্মই এইবাৰ জগজনৰ সৃষ্টিৰ মানসে তপস্যাত বহিল। আদ্যাশক্তি ইতিমধ্যে যৌৱনপ্ৰাপ্ত হ'ল। আদ্যাই যৌৱনৰ কথা ভাবি থাকোঁতে কামদেৱৰ আবিৰ্ভাৱ হয় আৰু আদ্যাৰ কথামতে ধৰ্মক খবৰ দিবলৈ যায়। ধৰ্মই তপস্যা ভঙ্গ কৰি আদ্যাৰ কাষলৈ আহি এটা বিষভাণ্ড আদ্যাৰ হাতত থৈ বৰ বিচাৰি প্ৰস্থান কৰে। আদ্যাই যৌৱনভাৰ সহ্য কৰিব

নোৱাৰি আত্মহত্যাৰ্থে বিষভাণ্ড পান কৰে। ফলত আদ্যা গৰ্ভৱতী হ'ল আৰু যথাসময়ত ব্ৰহ্মা বিষ্ণু আৰু শিৱৰ জন্ম হ'ল।

......তাৰ পাছত ধৰ্ম নিৰঞ্জনে তিনিও দেৱতাক সৃষ্টি স্থিতি আৰু সংহাৰৰ ভাৰ দি জগতৰ কাৰ্যত নিয়োগ কৰিলে। ধৰ্ম নিৰঞ্জনে আদ্যাশক্তিক মহাদেৱৰ পত্নীৰূপে প্ৰদান কৰে। আদ্যাশক্তিয়ে যোনিৰূপে, সকলো জীৱত অৱস্থান কৰি জীৱ সৃষ্টিত সহায় কৰিলে।

# ওঁঙ্কাৰ ধ্বনি

বৃহৎ শিৱ পুৰাণত নন্দীয়ে পশুপতিক সুধিছে—

কিৰূপে তোমাৰ ধ্যান কৰহ বৰ্ণন
কিৰূপে কৰিব চিন্তা কহ মহাত্মন।।

তেতিয়া পশুপতিয়ে উত্তৰ দিছে ঃ

এই যে হেৰিছ নন্দী মম কলেৱৰ
ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰ ইযে আছে নিৰন্তৰ।।
দক্ষিণ পাৰ্শ্বেতে ৰহে কমল আসন
বামভাগে অধিষ্ঠিত দেৱ নাৰায়ণ
মধ্যভাগে ৰুদ্ৰদেৱ জানিবে অন্তৰে
এৰূপে কৰিবে চিন্তা সততে আমাৰে
একমনে এইৰূপে কৰিলে চিন্তন
নিষ্পাপী হইবে ধ্যানী আমাৰ বচন।।
ওঁঙ্কাৰ ৰূপেতে ধ্যান আমাৰে কৰিবে
অকাৰ, উকাৰ আৰ জানিবে ম কাৰ
অকাৰেতে নাৰায়ণ উতে মহেশ্বৰ
ম কাৰেতে স্বয়ং ব্ৰহ্মা................।।
ত্ৰ্যক্ষৰ আত্মক ওঁম্ জানিবে অন্তৰে
উহাই পৰম ব্ৰহ্ম কহিনু তোমাৰে।।

ওঁম্ হৈছে শিৱৰ বীজমন্ত্ৰ। ওঁম প্ৰণৱৰ সমাৰ্থক। তাৰ প্ৰণৱ, বেদাদি, ত্ৰিতত্ত্ব, ত্ৰি দৈৱত, ত্ৰৈ গুণ,.ব্ৰহ্মবীজ ধ্ৰুৱ আৰু ৰশ্মি পঞ্চক-- এই শব্দবোৰ প্ৰণৱৰ বাচক।

# লিঙ্গ উপাসনা (১)

লিঙ্গৰ অৰ্থ সংস্কৃতত চিহ্ন। শালগ্ৰাম শিলাৰ দৰে লিঙ্গও নিৰাকাৰ ব্ৰহ্মাৰ প্ৰতীক। আদিম মানুহে যি কোনো শিলাকেই ভগৱানৰ প্ৰতিকৃতি বুলি ভাবিছিল (অজৰ অমৰ অৰ্থত)। পাছতহে লিঙ্গৰ আকাৰ স্তূপাকৃতি হ'ল বুলি কিছু পণ্ডিতে মত প্ৰকাশ কৰিছে।

লিঙ্গ পুৰাণৰ মতে লিঙ্গ অগ্নি স্তম্ভ (Pillar of fire)—যাৰ আদি অন্ত ব্ৰহ্মা, বিষ্ণুৱেও নাপায়। তামিল শব্দ "শিন্নন" (যাৰ অৰ্থ ৰঙা)ৰ পৰা শিব শব্দ হৈছে বুলি কিছু পণ্ডিতে অনুমান কৰে—সেয়ে শিব উপাসনা প্ৰাচীন অগ্নি (অগ্নি যেহেতু ৰঙা) উপাসনাৰ পৰাও অহাৰ সম্ভাৱনাৰ কথা সেইসকল পণ্ডিতে কয়।

নব প্ৰস্তৰ আৰু প্ৰাক্ বৈদিক যুগৰ লিঙ্গ ধাৰা আহি আৰ্যৰ আগ্নেয় ধাৰাৰ লগতো মিলিব পাৰে।

শিব উপাসনাৰ লগত লিঙ্গ উপাসনা গভীৰভাৱে জড়িত থকা আমি লক্ষ্য কৰিছো। শিৱমন্দিৰবোৰতো শিব লিঙ্গই সচৰাচৰ দেখা যায়। দুই-চাৰি শিব মন্দিৰতহে'কুণ্ড'দেখা যায় আৰু তাৰ ভিতৰত থাকে শিৱলিঙ্গ।

লিঙ্গ উপাসনা প্ৰাক-বৈদিক কালৰে পৰা প্ৰচলিত এক ধাৰা বুলি পণ্ডিত সকলে ঠাৱৰ কৰিছে। শ্ৰীৰাম, শ্ৰীকৃষ্ণ আৰু পাণ্ডৱসকলে শিৱৰ প্ৰতীকৰূপে লিঙ্গ উপাসনা কৰিছিল বুলি খ্যাত। লিঙ্গ উপাসনা হৰপ্পা, সিন্ধু সভ্যতা, এচিয়া মাইনৰ আৰু ৰোম সাম্ৰাজ্যৰ প্ৰাচীন সভ্যতাত বিৰাজমান।

এই প্ৰাচীনতম লিঙ্গ ধাৰাৰ উৎস ক'ত?? কিছুমান পণ্ডিতৰ মতে এহাতে স্তম্ভ উপাসনা (Cult of Pillar), আনহাতে যৌনাঙ্গ (পুৰুষাঙ্গ আৰু স্ত্ৰী অঙ্গ) উপাসনা (Phallic worshipping cult) এই দুটা ধাৰাৰ পৰাই লিঙ্গ উপাসনাৰ ধাৰা অহাটো স্বাভাৱিক। বিশ্বৰ সকলো ক্ৰিয়া নিয়ন্ত্ৰণ কৰা এজন ঈশ্বৰৰ অস্তিত্ব প্ৰাচীন মানুহে ভাবিলৈ থিয় এক স্তম্ভকে বিশ্বৰ কেন্দ্ৰীয় আধাৰ বুলি হয়তো বিশ্বাস কৰিছিল আৰু 'স্তম্ভ উপাসনা' (Pillar worship)ৰ প্ৰচলন কৰিছিল। স্তম্ভ উপাসনাৰ আদিমূল বিচাৰিও পণ্ডিতসকলৰ মাজত অজস্ৰ বাক্-বিতণ্ডা।

বৈদিক আৰ্যসকলৰ উপৰি পুৰুষ ইন্দো-এৰিয়ান আৰু ইন্দো-ইউৰোপীয়ান উৎসৰ। প্ৰাচীন চেমিটিক আৰু মিট্টানী ৰজাসকলৰ মোহৰত স্তম্ভ উপাসনাৰ আভাস দেখা গৈছে।* ভাৰতীয় ধৰ্ম কাহিনীৰ লগত সামঞ্জস্য থকা কিছুমান চিত্ৰৰেখা সম্বলিত থিয় স্তম্ভ (Vertical Pillars) সেই মোহৰবোৰত অঙ্কিত হৈ থকা দেখা গৈছে। মোহৰ, শিলালিপি আৰু গুহাত চিত্ৰিত বা খোদিত ৰূপৰ এনে স্তম্ভবোৰ তেনে বিশ্বাসৰে প্ৰতীক হৈ আছে।

বৈদিক সভ্যতাৰ বহুত আগৰে পৰা যৌনাঙ্গৰ উপাসনা প্ৰচলিত আছিল বুলি বিভিন্ন গৱেষকে প্ৰমাণ কৰিছে। বহুত পণ্ডিতে আনহাতে এই কথাও কয় যে, স্তম্ভ ধাৰা (Cult of Pillar worship)ৰ পৰা লিঙ্গ উপাসনাৰ ধাৰা একেবাৰে পৃথক। যৌনাঙ্গৰ উপাসনাই উৰ্বৰতা কামনাৰ কথাহে সূচায়। প্ৰাচীন ইজিপ্ত, গ্ৰীচ, আমেৰিকাৰো কিছু ঠাইত এই যৌনাঙ্গ তথা লিঙ্গ উপাসনা চলিছিল। ভাৰতত আৰ্য বসতিৰ আগৰে পৰা এই লিঙ্গ পূজা প্ৰচলিত আছিল।

কিছু পণ্ডিতে মত প্ৰকাশ কৰে যে, পৌৰাণিক মহাকাব্যৰ সময়তে বিশ্বত সমান্তৰালভাবে চলি থকা লিঙ্গ উপাসনা (Phallic worship)আৰু স্তম্ভ উপাসনা (Pillar worship)ৰ মাজত এটা সমন্বয় সাধন হৈছিল।

ৰুদ্ৰকো উৰ্বৰতাৰ দেৱতাৰূপে জ্ঞান কৰা হৈছিল। ৰুদ্ৰ হৈছে ধুমুহা বৰষুণৰ দেৱতা। বৃক্ষলতা, শস্য, ঘাঁহ বনৰ দেৱতা। বৈদিক তত্ত্বৰ উৰ্বৰতাৰ উপাসনাত যৌনাঙ্গ উপাসনাৰ স্থান নাছিল। অথৰ্ব বেদৰ এঠাইত অৱশ্যে কোৱা হৈছে যে ইন্দ্ৰ বায়ুমণ্ডলৰ দেৱতা, ইন্দ্ৰই স্তম্ভ, ইন্দ্ৰই মুখ্য প্ৰাণ। বেদৰ দেৱতা ঋতক ইন্দ্ৰই ধৰি ৰাখে, স্থিতিক ধৰি ৰাখে। এটা কাহিনীমতে অভিশপ্ত হৈ ইন্দ্ৰৰ গাত সহস্ৰ যৌনাঙ্গও হৈছিল। ইন্দ্ৰ পূজাতে তেতিয়াহলে স্তম্ভ পূজা আৰু লিঙ্গ পূজাৰ সমাহাৰ হৈছিল নেকি? পাছলৈ পৌৰাণিক হিন্দু সভ্যতাত ইন্দ্ৰৰ আধিপত্য বাসুদেৱ কৃষ্ণই অৱশ্যেই নোহোৱা কৰিছে।

---

*Some of the seals possess vertical pillars inscribed there on besides some pictoral accounts resembling the Indian Mythology. It is clear that the pillar had already been established as a religious symbol as early as about second millennium B.C. Some recent excavations, in Ukraine (U.S.S.R) have led the Russian scholars to ponder over the possibilities of Early Indo Aryan settlement of the region of the present U.S.S.R (–B.C. Patni-Pillar worship and Phallic worship page-40)

# লিঙ্গ উপাসনা (২)
## গ্ৰীক আৰু ৰোমানসকলৰ মাজত

ভাৰতৰ শিৱ প্ৰতীক লিঙ্গ উপাসনাৰ দৰে গ্ৰীচ দেশতো লিঙ্গ উপাসনা প্ৰচলিত আছিল আৰু ডাঙৰ উৎসৱো হৈছিল। এই উৎসৱ উপলক্ষে গাধ আৰু মদিৰা উচৰ্গা কৰা হৈছিল, নৃত্যগীতৰো সমাৰোহ হৈছিল। গ্ৰীক লিখক এথেইনিয়াচৰ লিখাৰ পৰা জনা যায় যে, wakefestival ত তেওঁবিলাকে সোণৰ বৰ বৃহৎ লিঙ্গ কঢ়িয়াই নিয়ে। বেবিলনৰ মানুহৰ মাজতো বৰ ডাঙৰ লিঙ্গ উপাসনাৰ কাৰণে নিৰ্মাণ কৰা হৈছিল। বেবিলনত পোৱা পিতলৰ লিঙ্গৰ লগত শিৱৰ প্ৰতীকৰ সাদৃশ্য আছে। ৰোমান আৰু ইটালীৰ ৰোমান কেথলিকসকলৰ মাজতো এনে লিঙ্গ উপাসনা প্ৰচলিত আছিল।

প্ৰাচীন ৰোমত লাৰেচ (Lares) নামৰ লিঙ্গ দেৱতাৰ পূজা কৰা হৈছিল বুলি জানিব পৰা হৈছে । অৰ্পুনিয়াচৰ মতে এই লাৰেচ্ মৃতকৰ স্পিৰিটৰ বাহিৰে অন্য একো নহয়। যিসকল লোকে এই স্পিৰিটৰ পূজা সেৱা দি থাকে সেইসকলক সকলো বিপদ আৰু অনিষ্টৰ পৰা এই স্পিৰিটে ৰক্ষা কৰি থাকে। চাবলৈ গ'লে আমাৰ 'ভূতনাথ' তথা ভূতৰ অধিপতি শিৱৰ দৰেই যেন এই দেৱতা।

ৰোমানসকলৰ 'লাৰেচ' আৰু হিব্ৰুসকলৰ 'টেৰফিমৰ' মাজত মৌলিক পাৰ্থক্য বৰ নাই। ঘৰত থকা 'লাৰেচে' ঘৰখনক আৰু গাওঁখনত ৰাজহুৱাকৈ প্ৰতিষ্ঠা কৰা 'লাবেচে' গাওঁখনক বিপদ-বিঘিনিৰ পৰা মুক্ত কৰি ৰাখে। গাওঁ ৰক্ষা কৰা লাৰেচৰ আগত আগেয়ে মানুহ বলিও দিয়া হৈছিল। পাছত মানুহৰ সলনি পশু বলি আগবঢ়োৱা হ'ল। 'টেৰফিম'ৰ দৰেই এই লাৰেচৰ মূৰ্তিক মানুহৰ মূৰ্তিৰ দৰেই গঢ় দিয়া হৈছিল আৰু এই মূৰ্তিয়ে লিঙ্গ পূজাৰ স্মৃতিকেই বহন কৰিছিল।

আনহাতেদি, 'পেনাটেচ' (Penates) নামৰ দেৱতাও গৃহ-দেৱতা। লাবেচতকৈ পাছৰ। 'পেনাটেচে' প্ৰতিষ্ঠিত দেৱ-দেৱীসকলৰহে প্ৰতিনিধিত্ব কৰে।

গ্ৰীকসকলৰ সকলোতকৈ প্ৰাচীন লিঙ্গদেৱতা হ'ল মাৰ্কুৰিয়াচ! পাছত তেওঁৰ নাম হ'ল 'হাৰ্মিচ'। তেওঁৰ নামত বহুতো প্ৰাচীন প্ৰতীক য'তে-

ত'তে প্ৰতিষ্ঠা কৰা হৈছিল। খণ্ডটো শিলত মানুহৰ শিৰ আৰু লিঙ্গ ভাঙৰকৈ কাটি দি এই প্ৰতীকবোৰ কৰা হৈছিল। আনহাতেদি এইবোৰেই লিঙ্গ ৰ প্ৰতীক আছিল। গ্ৰীচৰ সকলো ঠাইতে বিশেষকৈ এথেন্সত এই লিঙ্গ দেৱতাৰ নামত ডাঙৰকৈ বাৰ্ষিক উৎসৱ পতা হৈছিল। এই লিঙ্গ দেৱতাৰ নাম দিয়া হৈছিল 'হাৰমেইয়া'। লিঙ্গৰ জড়িত আচাৰ-অনুষ্ঠান আৰু যৌন কাৰ্য-কলাপৰ লগত ইয়াৰ সম্বন্ধ আছিল। ৰোমৰ 'বাচ্চু' আৰু 'ডায়নেচিয়াচ'ৰ উৎসৱত যিবোৰ আচাৰ-অনুষ্ঠান হৈছিল তাৰ লগত 'হাৰমেইয়া' অনুষ্ঠানৰ সম্পূৰ্ণ মিল আছিল। হাৰমিচৰ এখন হাতত লিঙ্গস্বৰূপ 'জীৱন স্তম্ভ' (Pillar of Life) ধৰি থকা দেখুওৱা হৈছিল আৰু প্ৰজননৰ মূলত থকা যৌন প্ৰক্ৰিয়াবো ই প্ৰতিনিধিত্ব কৰিছিল।

পুৰণি গ্ৰীচৰ ভাস্কৰ্য, ধাতু মুদ্ৰা আৰু মেডেলত লিঙ্গ উপাসনাৰ স্পষ্ট আভাস পোৱা যায় আৰু এইবিলাকেই প্ৰাচীন গ্ৰীকসকলৰ ধৰ্মৰে ইঙ্গিত দিয়ে।

ডায়নিচাচৰ উদ্ভৱ আৰু উদ্ভৱস্থান লৈ বিতৰ্কৰ অন্ত নাই। কোনো কোনো বিশেষজ্ঞই ক'ব খোজে ডায়েনিচাচ হৈছে জীউচ (Zews) ৰ পুত্ৰ। কোনো কোনোৱে ক'ব খোজে যে এমনহে তেওঁৰ পিতৃ।

প্ৰতিমূৰ্ত্তি উপাসনাৰ আৰম্ভ ইজিপ্তৰতেই প্ৰথম আৰম্ভ হৈছিল।

ইজিপ্তৰ ধৰ্ম উপাখ্যানতে অচিৰিচৰ কাহিনী প্ৰথম পোৱা যায়। এই অচিৰিচক প্ৰথমে ষাঁড় (Ox)ৰ ৰূপত পূজা কৰা হৈছিল। পাছতহে মানুহৰ ৰূপ প্ৰদান কৰা হৈছিল। ষাঁড় গৰুৰ যিহেতু প্ৰজনন ক্ষমতা অধিক সেয়ে প্ৰকৃতিৰ এই জীৱটিক বিশেষ মূল্য দিয়া হৈছিল। ইজিপ্তত অচিৰিচৰ প্ৰতিমূৰ্ত্তি লৈ শোভাযাত্ৰাও কৰা হৈছিল।

আইচিচ (Isis) অচিৰিচৰ পত্নী। এই আইচিচকে আই বসুমতী (Goddess of the Earth) বোলা হৈছিল। অচিৰিচ, আইচিচ দুয়োকে লিঙ্গ-যোনি ৰূপো দিয়া হৈছিল। আইচিচে তেওঁৰ স্বামীৰ লিঙ্গ উপাসনা কৰি তাৰ দ্বাৰাই লিঙ্গপূজাৰ প্ৰৱৰ্তন কৰিছিল বুলিও কোৱা হয়।

কাহিনীমতে অচিৰিচৰ দেহা তেওঁৰ ভ্ৰাতৃ টাইফনে (Typhon) টুকুৰা টুকুৰ কৰি কাটি কেউপিনে দলিয়াই সিচঁৰতি কৰি দিয়াৰ পাছত আইচিচে সেই খণ্ডবোৰ য'তেই পোৱা গ'ল ত'তেই পুতিলে যদিও অচিৰিচৰ 'লিঙ্গ' বিচাৰি নোপোৱাত সেই দেশৰ ৰাণীয়ে যিকোনো এজনকে অচিৰিচৰ প্ৰতিনিধিত্ব কৰিবলৈ আদেশ দিলে। তেতিয়া প্ৰজননৰ ক্ষমতাসম্পন্ন ষাঁড় গৰুকেই নিৰ্বাচন কৰা হ'ল। অচিৰিচৰ লিঙ্গই দেৱতাৰ লিঙ্গৰূপে চিহ্নিত হ'ল, মন্দিৰবোৰত লিঙ্গ স্থাপন হ'ল আৰু তেতিয়াৰে পৰাই লিঙ্গক

বিশেষ সম্মান প্ৰদৰ্শন কৰা হৈ আছিল। তেওঁবিলাকৰ উৎসৱত বৃহৎ লিঙ্গৰ শোভাযাত্ৰা উলিওৱাটোও নিয়ম হৈ পৰিল। লগতে সেই ঠাইৰ মহিলাসকলে ঈশ্বৰৰ প্ৰতীকস্বৰূপ লিঙ্গ লগত লৈ ফুৰাও হ'ল।

আইচিচৰ মৃত্যুৰ পাছত আইচিচৰ স্পিৰিট গাই-গৰুৰ ৰূপত পূজা কৰিবলৈ পুৰোহিতসকলে স্থিৰ কৰিলে। পাছলৈ সেই গাই-গৰুৰ প্ৰতিমূৰ্তিয়েই নাৰীৰ প্ৰতিমূৰ্তিলৈ ৰূপ সলালে আৰু তেৱেঁই দেৱীস্বৰূপা হ'ল। ঘণ্টাধ্বনি কৰি, যৌন আবেদনমূলক গীত গাই লিঙ্গ-যোনিৰ শোভাযাত্ৰা কৰাবো নিয়ম হ'ল।

ভাৰতীয় সংস্কৃতিৰ বিশেষজ্ঞসকলৰ মতে লিঙ্গপূজা ভাৰততো অতি পুৰণি কালৰে পৰাই অনাৰ্যসকলৰ মাজত চলি আহিছে। ঋক্‌বেদৰ দুঠাইত 'শিস্নদেৱ' (লিঙ্গপূজক) সকলৰ উল্লেখ আছে (ঋক্‌বেদ ৭.২১-৫, ১০, ৯৯, ১)। এঠাইত ইন্দ্ৰক প্ৰাৰ্থনা জনোৱা হৈছে যেন শিস্নদেৱসকলে ঋষিসকলৰ যজ্ঞত ব্যাঘাত জন্মাব নোৱাৰে। আন এঠাইত ইন্দ্ৰই শিস্নদেৱসকলক মাৰি উজাৰ কৰি সিহঁতৰ ধন-সোণ কাঢ়ি লোৱা বুলি আছে। ডক্টৰ ভাণ্ডাৰকাৰৰ মতে এই শিস্নদেৱসকল পুৰণি ভাৰতৰ কোনোবা আদিম জাতি আছিল আৰু কালক্ৰমত আৰ্যসকলে শিস্ন বা লিঙ্গপূজাৰ ৰীতি এই আদিম জাতিসকলৰ পৰা ধাৰ কৰে।[1] আদিতে শিৱপূজা আৰু লিঙ্গপূজাৰ বেলেগ প্ৰথা আছিল। কিন্তু পাছৰ কালত লিঙ্গকেই শিৱৰ প্ৰতীক বুলি স্বীকাৰ কৰি লিঙ্গপূজাক শিৱপূজাৰ পৰা অভিন্ন কৰি লোৱা হ'ল।

মহাভাৰতৰ দিনৰ পৰাই শিৱ আৰু লিঙ্গৰ অভেদত্ব স্বীকাৰ কৰি লোৱা হৈছে ঃ

প্ৰত্যক্ষমহি দেবেন্দ্ৰ পশ্য লিঙ্গং ভগাংকিতম্
দেবদেৱেন ৰুদ্ৰেন সৃষ্টি হেতু না -- অনুশাসন ১৪.১.৭

দক্ষিণ ভাৰতৰ দ্ৰাবিড়ী হিন্দুসকলৰ ভিতৰত শিৱ লিঙ্গ পূজাৰ প্ৰাধান্য অতিশয় বেছি।[2]

প্ৰকৃততে এনে কথাবোৰৰ উৎস বিচাৰ কৰি চাই ক'ব পাৰি যে লিঙ্গ পূজা আৰু বৈদিক ৰুদ্ৰপূজা দুয়োটা সম্পূৰ্ণ সুকীয়া ধাৰা। এই দুয়োটা ধাৰাৰ কালক্ৰমত সমন্বয় সাধন হ'ল আৰু দুয়োটা মিলি শৈৱধৰ্ম গঠনত সহায় কৰিলে।

এই সমন্বয়ৰ পাছৰ ৰূপহে পুৰাণ আৰু আগমবোৰত ব্যক্ত হৈছে।

---

১ R C Bhanderkar Vaisnavism Saivism. and Minor religious system--1913. page-115
২. ডঃ বাণীকান্ত কাকতি ঃ- ভগ শিশ্ন পূজা-বাণীকান্ত চয়নিকা-পৃষ্ঠা ২৭১/২৭২

শৈৱধৰ্ম বৈষ্ণৱ ধৰ্মৰ নিচিনা নহয়। শৈৱধৰ্মত কেইবাটাও বিভিন্ন ধাৰা আহি লগ লাগি এই ধাৰা গঠন কৰিছে। বৈষ্ণৱ ধৰ্মৰ উৎস যেনেকৈ প্ৰাচীন বেদ তেনেকৈ শৈৱধৰ্মৰ উৎসও বহুত প্ৰাচীন। ভাৰতত এই ধাৰাৰ সময় সিন্ধুসভ্যতাৰ সময়তকৈও হয়তো প্ৰাচীন। সিন্ধুসভ্যতাৰ সময়ত শিৱক 'পশুপতি' (Lord of creation) ৰূপে ধাৰণা কৰা হৈছিল। সেই সময়ত তেওঁক 'যোগী' বা 'ধ্যানী' ৰূপেও গণ্য কৰা হৈছিল। যজুৰ্বেদৰ সময়ৰ পৰাই 'পশুপাত' ধাৰা আৰম্ভ হৈছিল আৰু পুৰাণৰ পাছলৈকে এই ধাৰা সক্ৰিয় হৈ আছিল। মহাকাব্য আৰু পুৰাণৰ সময়ছোৱাতো শৈৱধৰ্ম এক বিশিষ্ট ধৰ্ম হৈ আছিল। পুৰাণৰ সময়খিনিত শৈৱধৰ্মই সমন্বয়ৰ ৰূপ লয়। কেইখনমান শৈৱ উপনিষদো এই সময়তে ৰচনা কৰা হয়। শিৱ পুৰাণৰ লগত শিৱ উপনিষদৰ কথাবোৰ মিলে।

শৈৱধাৰাৰ বিষয়ে গৱেষণা কৰা আন এজন ভাৰতীয় পণ্ডিত বিশ্বালে ক'ব খোজে যে "শৈৱধাৰা সিন্ধু উপত্যকাত প্ৰতিষ্ঠিত হৈছিল আৰু এই ধাৰা পৰম্পৰাৰূপে খৃঃ পূঃ ষষ্ঠ শতিকালৈকে আছিল। এই ধাৰাৰ আদি অৱস্থাৰ কথা ক'বলৈ গ'লে প্ৰটো শিৱ আৰু অম্বাৰ নামেই ল'ব লাগিব। পাছলৈ তন্ত্ৰ আৰু হঠযোগে এই দুজনক গ্ৰহণ কৰিছে। পৰম্পৰাগত শৈৱধাৰাক ব্ৰাত্য অঙ্গিৰস, বশিষ্ঠ আদিয়ে বেদৰ সময়ত আৰু তাৰ পাছত যাজ্ঞবল্ক, শ্বেত, পানিনি, পিঙ্গল, কনাদ আৰু গৌতমে তুলি ধৰিছিল। ব্ৰাত্যসকলে পাছলৈ ভাগৱত অথবা দাণ্ডিনলৈ পৰিৱৰ্তিত হয়। স্পষ্ট শৈৱধাৰাৰ প্ৰতিষ্ঠাপক হ'ল লকুলীশ আৰু এই ধাৰাই নাম পালে পাশুপাত ধাৰা। পাশুপাত ধাৰাই পাছলৈ বহুতো ধাৰাৰ জন্ম দিয়ে। নাথ ধাৰাৰ নাম তাৰ ভিতৰত উল্লেখযোগ্য।" ৩

---

৩. The cult of Siva--B. Biswal--page 173

# লিঙ্গৰ ভাগ

ষষ্ঠ শতিকাত বৃহৎ সংহিতাত বৰাহমিহিৰে লিঙ্গক 'ত্ৰিধা' বুলি বৰ্ণাইছে। তেওঁ তিনিভাগৰ নাম দিছে এনেকৈ : মূলৰ নাম চতুৰাশ্ৰম, মাজৰ ভাগৰ নাম অষ্টাশ্ৰী আৰু ওপৰ ভাগৰ নাম 'বৃত্তম'।

বিষ্ণু ধৰ্মোত্তৰ পুৰাণতো একে ধৰণৰেই লিঙ্গৰ নাম তিনি ভাগত বিভক্ত কৰা হৈছে--কিন্তু বিপৰীতভাৱে। প্ৰথমে ওপৰ, মাজত মাজৰ আৰু শেষত চতুষ্কোণৰ।

সপ্তম-অষ্টম শতিকাত মৎস্য পুৰাণৰ মতে লিঙ্গৰ ওপৰভাগ হৈছে পূজ্য ভাগ, মাজৰ অংশ বিষ্ণু ভাগ আৰু শেষৰ অংশ ব্ৰহ্মা ভাগ।

ষষ্ঠ শতিকাত বহল, গধুৰ লিঙ্গ নিৰ্মাণ কৰা হৈছিল। প্ৰাক কুশান যুগৰ দীৰ্ঘ আৰু কৃশ লিঙ্গই দেশ ধ্বংস কৰে বুলিও বৰাহমিহিৰে 'বৃহৎ সংহিতা'তেই কৈছে। বৰাহমিহিৰৰ সময়তে নিৰ্মিত লিঙ্গৰ পূজ্যভাগৰ ওপৰত থকা 'সূত্ৰ' ডিজাইনৰ বিষয়ে তেওঁ আশ্চৰ্যজনকভাৱে একো মন্তব্য দিয়া নাই। আনহাতেদি বিষ্ণু ধৰ্মোত্তৰ পুৰাণ আৰু মৎস্য পুৰাণত পূজ্যভাগৰ সূত্ৰৰ কথা পোৱা গৈছে।

**শিৱ লিঙ্গ :** শিৱলিঙ্গৰ বৰ্ণনা বৃহৎ সংহিতা, কাৰণাগম, সুপ্ৰভেদাগম, ময়মত, মুকুটাগম, কামিকাগম আৰু কালমণ্ডপ নামৰ শাস্ত্ৰীয় গ্ৰন্থত পোৱা যায়। মনুষ্যনিৰ্মিত শিৱলিঙ্গৰ প্ৰকাৰকেইটা হৈছে :

(১) সৰল শিৱলিঙ্গ

(২) চতুৰ্মুখ শিৱলিঙ্গ

(৩) পঞ্চমুখ শিৱলিঙ্গ।

ইয়াৰ ভিতৰত সৰল শিৱলিঙ্গসমূহৰ ভাগ হৈছে এনেকুৱা :

ক) বৰ্গক্ষেত্ৰাকাৰ বা চতুষ্কোণীয়া পীঠিকা থকা। এই পীঠৰ লগত সংলগ্ন লিঙ্গৰ ভাগক বোলা হয় ব্ৰহ্মভাগ। মাজৰ ভাগ বিষ্ণুভাগ, ই অষ্টকোণীয়। লিঙ্গৰ ওপৰভাগ ঘূৰণীয়া, ইয়াক কোৱা হয় ৰুদ্ৰভাগ।

খ) বৰ্গক্ষেত্ৰাকাৰ বা চতুষ্কোণীয়া পীঠিকাৰ সৈতে সৰল ঘূৰণীয়া লিঙ্গ।

গ) ঘূৰণীয়া পীঠিকা আৰু বিষ্ণু ভাগ, ৰুদ্ৰভাগ থকা।

ঘ) সৰল ঘূৰণীয়া পীঠিকাৰ সৈতে সৰল, ঘূৰণীয়া লিঙ্গ।

ঙ) বিস্তৃতভাৱে খোদিত পীঠিকাৰ সৈতে সৰল লিঙ্গ বা খোদিত লিঙ্গ। এই বিধত যোনীৰ নলাভাগটো দীঘল কৰা হয়।

# নীলকণ্ঠ শিব

শিব নীলকণ্ঠ। অগ্নিৰ নীলা আভা শিব কণ্ঠত যেন পৰিদৃশ্য। যজুৰ্বেদৰ ৰুদ্ৰাধ্যায়ত সূৰ্যৰ লোহিতাভত কৃষ্ণ চিহ্ন আৰু বিদ্যুৎধাৰী মেঘৰ মাজৰ নীলা আভাই শিবৰ নীলকণ্ঠ ৰূপৰ আধাৰ বুলি ভবা হৈছে। নীলৰুদ্ৰ উপনিষদত ৰুদ্ৰ নীলগ্ৰীৱ। এই সন্দৰ্ভত মহাভাৰতত দুটি বিভিন্ন কাহিনী দিয়া হৈছে। শান্তিপৰ্বত নাৰায়ণে ৰুদ্ৰৰ কণ্ঠদেশ ধাৰণ কৰিছিল কাৰণে শিব নীলকণ্ঠ, অনুশাসন পৰ্বত ইন্দ্ৰৰ বজ্ৰাঘাতে শিবৰ কণ্ঠ নীলা কৰে বুলি কাৰণ দেখুওৱা হৈছে। শিব তাণ্ডৱস্তোত্ৰত কোৱা হৈছে যে বিষপান কৰা শিবৰ কণ্ঠ পাৰ্বতীয়ে বোধ কৰাত কণ্ঠ নীলা হৈ পৰে। পুৰাণত আনহাতেদি সমুদ্ৰ মন্থনত উদ্ভৱ হোৱা বিষ শিৱই পান কৰা কাৰণে কণ্ঠ নীলা হ'ল বুলি বৰ্ণনা আছে।

(ক) "অত্যন্ত মন্থন কৰাৰ ফলত হঠাৎ সমুদ্ৰত কালকূট বিষৰ আবিৰ্ভাৱ হ'ল; সেই বিষে ধোঁৱাযুক্ত অগ্নিৰ দৰে গোটেই জগত পোহৰ কৰিলে।। ৪১।।

সেই বিষৰ গোন্ধ পোৱা মাত্ৰে তিনিও লোকত থকা প্ৰাণীসমূহ অচেতন হৈ পৰিল। তেতিয়া ব্ৰহ্মাই প্ৰাৰ্থনা কৰাত ভগৱান মহেশ্বৰে বিষপান কৰি তাক নিজৰ কণ্ঠত ধাৰণ কৰিলে, সেই হেতু মহাদেৱ নীলকণ্ঠ নামে প্ৰসিদ্ধি লাভ কৰে; এয়ে জনশ্ৰুতি।।" ৪২-৪৩ (মহাভাৰত আদিপৰ্ব)

(খ) এইৰূপে কত ৰত্ন কত বিভূষণ
সাগৰ হইতে ক্ৰমে উঠিল তখন
একে একে সবে তাহা গ্ৰহণ কৰিল
হলাহল বিষ পৰে উত্থিত হইল
তাহা দেখি ভয়াতুৰ সুৰাসুৰ গণ
উপায় কি হবে ভাবি ব্যাকুলিত মন
কালকূট মহাবিষ অতি ভয়ঙ্কৰ
তাহা হেৰি সুৰাসুৰ চিন্তিত অন্তৰ।।
বিষেতে তেজেতে ধৰা বিনাশিত হয়
বিশ্বসৃষ্টি লোপ পায় নাহিকে সংশয়।।
উপায় কিহবে ভাবি চিন্তিয়া অমৰ
উপনীত ধীৰে ধীৰে শিবেৰ গোচৰ

শিবেবে প্ৰণাম কবি কহেন তখন
বিশ্বসৃষ্টি লোপ হয় ওহে পঞ্চানন
কালকূট বিষ উঠে সাগব মন্থনে
কি হবে উপায় এবে কহ সবা স্থানে।।
বিষেব তেজেতে মবে এ তিন ভুবন
উপায় কবহ এবে ওহে পঞ্চানন
নমস্কাব নমস্কাব ওহে আশুতোষ
ইহাব উপায় কবি কবহ সন্তোষ
তোমাব মহিমা দেবক বুঝিতে পাবে
কৃপাময় হও তুমি বাহাব ওপবে
.........................................................
এতেক বচন শুনি দেব পঞ্চানন
জগত বক্ষিতে প্ৰভু কবিয়া মনন
গণ্ডুষেতে কালকূট কবিলেন পান
অদ্ভুত শিবেব তত্ত্ব কে পায় সন্ধান
বাহাব তেজেতে দহে এ তিন ভুবন
সেই বিষ কবে পান দেব পঞ্চানন
বিষ পান হেতু শিব নীলকণ্ঠ নাম
হইলেন সুবিখ্যাত এ তিন ভুবনে।।

(শিব পুবাণ)

সাধাবণ বিচাবমতে শিবব কণ্ঠত সৰ্পই মেবাই থাকে কাবণে সৰ্পব নীলা বং কণ্ঠব নীলা বং হৈ দেখা দিছে বুলিও ভাবিব পাবি।

# পুৰাণ সম্পৰ্কে

সাত্ত্বিক আৰু ৰজঃগুণ প্ৰধান পুৰাণবোৰৰ ভিতৰত বহুত পণ্ডিতে শিৱপুৰাণখন অন্তৰ্ভুক্ত নকৰে। শিৱ পুৰাণক তমঃগুণৰ পুৰাণসমূহৰ (যেনে মৎস্য, কূৰ্ম, লিঙ্গ, স্কন্দ আদি) ভিতৰতহে স্থান দিয়ে।

সাত্ত্বিক পুৰাণবোৰৰ অধিদেৱতা হল বিষ্ণু। ৰজঃগুণ প্ৰধান পুৰাণবোৰৰ ব্ৰহ্মা অধিদেৱতা। তমঃগুণ প্ৰধান পুৰাণবোৰৰ অধিদেৱতা হ'ল শিৱ আৰু অগ্নি। শিৱ পুৰাণ, ভৱিষ্য পুৰাণ, মাৰ্কণ্ডেয় পুৰাণ, লিঙ্গ পুৰাণ, বৰাহ পুৰাণ, স্কন্ধ পুৰাণ, মৎস্য পুৰাণ, কূৰ্ম পুৰাণ, বামন পুৰাণ, ব্ৰহ্মাণ্ড পুৰাণ আদিৰ অধিদেৱতা ৰূপে শিৱকে গণ্য কৰা হয়।

মহাপুৰাণৰ লক্ষণসমূহ বিচাৰ কৰি চালে যি অৰ্থত বায়ু পুৰাণক পেলাব পাৰি সেইফালৰ পৰা শিৱ পুৰাণ পেলাব নোৱাৰি। উইলচনৰ দৰে পণ্ডিতে শিৱ পুৰাণক "Shaiva Manual" বুলি ক'ব খোজে। আৰ. চি. হাজৰাৰ মতেও শিৱ পুৰাণত বায়ু পুৰাণৰ উদ্ধৃতিহে বেছি আছে। এ.ডি. পুৰলকাৰেও মত প্ৰকাশ কৰে যে, শিৱ পুৰাণখন পাছৰ সৃষ্টি। ইয়াত উপপুৰাণৰ লক্ষণহে বিদ্যমান, মহাপুৰাণৰ নহয়।

কূৰ্ম পুৰাণৰ মতে শিৱই বীজ। লিঙ্গ পুৰাণত ব্ৰহ্মা, বিষ্ণু, শিৱ তিনিওৰে শক্তি একত্ৰ হৈছে বুলি অৰ্থাৎ ব্ৰহ্মা, বিষ্ণু শিৱতে মিলিত হৈছে বুলি কোৱা হৈছে। সৃষ্টিৰ কাৰণে পাৰ্বতীৰ অস্তিত্বও স্বীকৃত হৈছে আৰু তেনেকৈয়ে "অৰ্দ্ধ নাৰীশ্বৰ" আৰু "হৰিহৰ"ৰ ধাৰণাই মূল্য পাইছে।

মাৰ্কণ্ডেয় পুৰাণে সৃষ্টি তত্ত্বৰ মূলতে বীজিন আৰু যোনি, ক্ষোভ্য আৰু ক্ষোভক তথা একে সত্যৰে পাৰস্পৰিক ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ কথা উল্লেখ কৰিছে।

লিঙ্গ পুৰাণে সৃষ্টি কাৰ্যত ব্ৰহ্মাই ভৱ তথা শিৱৰ সহায় লোৱাৰ কথা বৰ্ণনা কৰিছে।

আনহাতেদি শিৱ পুৰাণৰ নাম বিভিন্ন মহাপুৰাণ, পুৰাণৰ তালিকাত আছে। আনহাতে ভাগৱতৰ দ্বাদশ স্কন্ধত, মাৰ্কণ্ডেয় পুৰাণত আৰু স্কন্দ পুৰাণৰ বিভিন্ন খণ্ডত শিৱ পুৰাণৰ নাম মহাপুৰাণবোৰৰ লগত একেলগে উচ্চাৰিত হৈছে। বৃহদ্ধৰ্ম পুৰাণৰ পূৰ্বখণ্ডত উপপুৰাণ আৰু পুৰাণৰ যি তালিকা

দিয়া হৈছে তাত শিৱ নামটো পোৱা গৈছে। ওঠৰখন মহাপুৰাণৰ মাজত শিৱ পুৰাণো এখন।

শিৱ পুৰাণ দ্বাদশ সংহিতাত বিভক্ত—বিদ্যেশ্বৰ, ৰৌদ্ৰ, বিনায়ক, ভৌম, মাতৃ, ৰুদ্ৰৈকাদশ, কৈলাস, শতৰুদ্ৰ, কৌটিৰুদ্ৰ, সহস্ৰকোটি ৰুদ্ৰ, বায়বীয় আৰু ধৰ্মসংহিতা। সনৎকুমাৰ আৰু জ্ঞান সংহিতাও শিৱপুৰাণৰ অন্তৰ্গত বুলি কোৱা হয়। কোনোৱে মানবী সংহিতাকো অন্তৰ্ভুক্ত কৰে।

জ্ঞান সংহিতাৰ সংক্ষিপ্ত বিবৰণ মতে কবিসকলে সুতক শিৱতত্ত্ব সম্পৰ্কে প্ৰশ্ন কৰিছে। সুতে কলে যে, পিতৃৰ ওচৰত নাৰদে এই সম্পৰ্কে প্ৰশ্ন কৰিছিল। পিতৃ ব্ৰহ্মাই যি ক'লে তাৰ উত্তৰ হ'ল এনে— কেৱল ব্ৰহ্ম আৰু কোনো নাই। তেওঁৰ ইচ্ছা প্ৰকাশ হৈ হ'ল প্ৰকৃতি বা মায়া। ব্ৰহ্মৰ পৰাই পুৰুষো ব্যক্ত হ'ল। দুয়ো মিলি সৃষ্টি কেনেকৈ সম্ভৱ কৰিব পাৰি এই বিষয়ে চিন্তিত হওঁতেই আকাশবাণী হ'ল—"তোমালোকে তপস্যা কৰা"। উভয়ে কঠোৰ তপস্যাত ব্ৰতী হ'ল। বহুত কাল জুৰি তপস্যাত প্ৰবৃত্ত হৈ থকাৰ পাছত তেওঁবিলাক ধ্যানস্থ হ'ল। ধ্যানমগ্ন হৈ থাকোতেই তেওঁবিলাকৰ দেহৰ পৰা জলধাৰা নিৰ্গত হ'বলৈ ধৰিলে। সমস্ত জলমগ্ন হোৱাৰ পাছত উভয়ে সেই জলতে শয়ন কৰিলে। সেয়ে পুৰুষৰ নাম হ'ল নাৰায়ণ, প্ৰকৃতিৰ নাম হ'ল নাৰায়ণী। ইয়াৰ পাছত প্ৰকৃতিৰ পৰা হ'ল মহৎতত্ত্ব।

তাৰ পৰা হ'ল অহঙ্কাৰ তত্ত্ব, অহঙ্কাৰৰ পৰা পঞ্চতন্মাত্ৰ, তাৰ পৰা হ'ল পঞ্চভূত। পঞ্চভূতৰ পৰা পঞ্চ জ্ঞানেন্দ্ৰিয়, পঞ্চ কৰ্মেন্দ্ৰিয়ৰ উৎপত্তি হ'ল। (শিৱ পুৰাণৰ পৰাই সাংখ্যতত্ত্বৰ উদ্ভৱ হৈছিল বুলি বহুতে ঠাৱৰ কৰে।)

এই সমস্ত তত্ত্ব নাৰায়ণে আয়ত্ত কৰি জলত শয়ন কৰি থাকোতেই তেওঁৰ নাভি মণ্ডলৰ পৰা এক বৃহৎ পৰমসুন্দৰ পদ্ম বিকশি উঠিল। সেই পদ্মতেই ব্ৰহ্মাৰ প্ৰকাশ হ'ল। ব্ৰহ্মাই মায়া অভিভূত হৈ নিজৰ উৎপত্তিৰ কাৰণ বুজিব নোৱাৰি চিন্তিত হ'ল। তেতিয়া পুনৰ আকাশবাণী হ'ল—"তপস্যা কৰা" সেইমতে বাৰ বছৰ তপস্যা কৰাৰ পাছত তেওঁৰ সন্মুখত শঙ্খ, চক্ৰ, গদা, পদ্মধাৰী মূৰ্তি এটি আবিৰ্ভাৱ হ'ল আৰু সেই পুৰুষে ক'লে—"মই তোমাক সত্ত্বগুণৰ দ্বাৰা সৃষ্টি কৰিছো। অব্যক্ত চতুৰ্বিংশতি তত্ত্বো ময়ে আবিষ্কাৰ কৰিছো।" ব্ৰহ্মাই এই কথা বুজি নেপাই বিষ্ণুৰ লগত যুদ্ধ কৰাত প্ৰবৃত্ত হ'ল। উভয়ক বিবাদৰ পৰা নিবৃত্ত কৰিবলৈ, শান্ত কৰিবলৈ, জ্ঞান উদয় কৰিবলৈ এটা বিৰাট জ্যোতিৰ্লিঙ্গৰ উদ্ভৱ হ'ল। লিঙ্গৰ প্ৰভাৱত ব্ৰহ্মা, বিষ্ণু যুদ্ধৰ পৰা বিৰত হ'ল। এই লিঙ্গৰ স্বৰূপ জানিবলৈ ব্ৰহ্মাই হংসৰূপ ধৰি উৰ্দ্ধ আকাশলৈ উৰা মাৰিলে। বিষ্ণুৱে বৰাহৰূপ ধৰি অধোদেশলৈ গমন কৰিলে। বিষ্ণুৱে এনেকৈ চাৰি হাজাৰ বছৰ অতিক্ৰম কৰিলে। ইয়াকে লোকে "শ্বেত বৰাহকল্প" বুলি কয়।

ব্ৰহ্মাই ক'লে "আমি উভয়ে এই লিঙ্গৰ স্বৰূপ নিৰ্ণয় কৰিব পৰা নাই। এই লিঙ্গ কি বুজি নাপালেও আমি সেই লিঙ্গক বাৰে বাৰে প্ৰণাম কৰিবলৈ ধৰিলোঁ। ইয়াতে শত বছৰ অতীত হ'ল। তেতিয়া ওঁম্ কাৰাত্মক আনন্দময় শব্দৰ উদ্ভৱ হ'ল। সকলো বিস্মিত হ'ল। তাতোকৈও বিস্ময়কৰ কথা হ'ল যে, লিঙ্গৰ ঠাইত পঞ্চমুখ, দশবাহু, কৰ্পূৰৰ দৰে গৌৰবৰ্ণৰ, নানা আভৰণেৰে ভূষিত এটি মূৰ্তিৰ আবিৰ্ভাৱ হ'ল। এই মূৰ্তিয়েই শিৱ। তেৰেঁই ব্ৰহ্মা বিষ্ণুক সৃজন আৰু পালনৰ কৰ্তৃত্ব দিলে।

ইয়াৰ পাছত ব্ৰহ্মাণ্ডৰ উৎপত্তি কথন, ঋষিসকলৰ সৃষ্টি প্ৰকৃতিস্বৰূপা ভগৱতীৰ প্ৰকাশ, তেওঁৰ দেহত্যাগ আৰু শিৱপূজা বিধি।

তাৰকাসুৰৰ উপাখ্যান, শিৱৰ তপস্যা, দেৱতাসকলৰ শিৱৰ ওচৰলৈ গমন, তাৰকাসুৰ বধৰ কাৰণে প্ৰাৰ্থনা, মদন ভস্ম, পাৰ্বতীৰ তপস্যা, শিৱ পাৰ্বতীৰ বিবাহ, কাৰ্তিকৰ জন্ম, তাৰকাসুৰ বধ, তাৰকাসুৰৰ পুত্ৰবোৰৰ ত্ৰিপুৰাত অৱস্থান, শিৱৰ দ্বাৰা ত্ৰিপুৰাৰ ধ্বংস, আৰু দেৱতাসকলৰ শিৱৰ বৰলাভ।

ইয়াৰ পাছত শিৱপূজা বিধি আৰু কেতেকী ফুলেৰে শিৱ পূজা কৰা যে নিষেধ সেই কথা বৰ্ণোৱা হৈছে। ইয়াৰ পাছত ব্যাধৰ ইতিহাস কথিত হৈছে, শিৱৰাত্ৰি ব্ৰতৰ প্ৰশংসা কৰা হৈছে। ভক্তিৰ দ্বাৰাও যে শিৱ তত্ত্বৰ জ্ঞান হ'ব পাৰে সেই কথাও বৰ্ণিত হৈছে। জ্ঞান সংহিতা ইমানতেই সমাপ্ত হৈছে।

**বিদ্যেশ্বৰ সংহিতা ঃ** গঙ্গা-যমুনা সঙ্গমত তথা প্ৰয়াগতীৰ্থত শৌনকাদি মুনিসকলে মহাযজ্ঞ আৰম্ভ কৰাত ব্যাসশিষ্য সূত সমাগত হ'ল। মুনিসকলে সূতক বেদান্তসাৰ কোনো পুৰাণ বাৰ্তা কৰ্মৰ কাৰণে অনুৰোধ কৰিলে। সূতে ক'লে যে, জগদীশ্বৰ মহাদেৱেই সৰ্বতত্ত্ব, পুৰাণ পৰাৎপৰ। তেওঁৰ দৰ্শন লাভ কৰাৰ উপায় হৈছে পৰমভক্তি। যি মহাসাধনৰ দ্বাৰা মহাদেৱৰ পৰম কৰুণা লাভ কৰা যায় সেই সাধনসমূহ হ'ল কৰ্ণৰ দ্বাৰা মহাদেৱৰ গুণাদি শ্ৰৱণ, বাক্যৰ দ্বাৰা তেওঁৰ গুণকীৰ্তন, মনৰ দ্বাৰা সদায় তেওঁতে মন অৰ্পণ।

শ্ৰৱণ আদিত যি আসক্ত নহয়, তেওঁৰ পক্ষে লিঙ্গ পূজাই সাধনা। ব্ৰহ্মা আৰু বিষ্ণুৰ যুদ্ধ প্ৰশমিত কৰিবৰ কাৰণে শিৱৰ কাষলৈ দেৱতাসকলৰ গমন, তেজোময় লিঙ্গৰ প্ৰাদুৰ্ভাৱ, যুদ্ধৰ শান্তি, ভৈৰৱৰ দ্বাৰা ব্ৰহ্মাৰ শিৰচ্ছেদ, শিৱৰ অনুগ্ৰহত ব্ৰহ্মাৰ পুনৰ মস্তক লাভ ইত্যাদি বৰ্ণিত হৈছে। ইয়াৰ পাছত প্ৰণৱৰ স্বৰূপ কথন, পাৰ্থিৱ প্ৰতিমা পূজনৰ মাহাত্ম্য (শিৱৰাত্ৰি মাহাত্ম্য কথা) আৰু বন্ধন আৰু মুক্তিৰ স্বৰূপ কথন বৰ্ণনা কৰা হৈছে।

**কৈলাস সংহিতা ঃ** বাৰানসী ধামত মুনিসকলৰ ওচৰত সূতে প্ৰণৱৰ অৰ্থ ব্যাখ্যা সূচনা কৰিছে। কাৰণ কৈলাস ধামত দেৱীয়ে শিৱক প্ৰণৱৰ অৰ্থ সুধিছিল। প্ৰণৱৰ অৰ্থ প্ৰকাশক "যন্ত্ৰ"ৰ ৰূপ আৰু শিৱপূজা বিধি এইখিনিতে

বৰ্ণিত হৈছে। ইয়াৰ পাছত কাৰ্তিকেয় বামদেৱ মুনিৰ কথোপকথন গুৰুৰ উপদেশত প্ৰণৱৰ উপাসনা, যোগ আদিৰ কথা বৰ্ণনা কৰা হৈছে।

নৈমিষাৰণ্যলৈ সনৎ কুমাৰৰ আগমন, ব্যাস আদিৰ মিলন, শিৱ পূজাৰ বিষয়ে প্ৰশ্ন, সনৎ কুমাৰৰ দ্বাৰা পৃথিৱী প্ৰভৃতিৰ সংস্থাপন ক্ৰম কথিত হৈছে। ইয়াৰ পাছত সপ্তদ্বীপৰ বৰ্ণনা, নৰকাদিৰ বৰ্ণনা, উৰ্দ্ধলোকৰ বৰ্ণনা আৰু যোগ মাহাত্ম্য কথিত হৈছে, ৰুদ্ৰ মাহাত্ম্যৰ বৰ্ণনা হৈছে, সনৎ কুমাৰৰ চৰিত্ৰ কথিত হৈছে। বিষ্ণুলোক আৰু শিৱলোকৰ কথন, ৰুদ্ৰস্থানৰ সৰ্বশ্ৰেষ্ঠ হোৱাৰ কাৰণ, তীৰ্থ কথন, শিৱপূজাৰ কাৰণে প্ৰয়োজনীয় পুষ্পৰ বিৱৰণ আৰু শিৱৰ প্ৰীতিবৰ্দ্ধক ধৰ্মৰ সংক্ষিপ্ত উপদেশ দিয়া হৈছে। ইয়াৰ পাছত শিৱৰ শ্মশান বাসৰ কাৰণ, প্ৰণৱৰ উপাসনা, দুৰ্বাসাৰ আগত মহাদেৱৰ ধ্যানযোগ কথিত হৈছে। হৰ-পাৰ্বতী সংবাদৰূপে কাশী-মাহাত্ম্য কথিত হৈছে। শিৱৰ অনুগ্ৰহত গুহকৰ দণ্ডপাণিত্ব প্ৰাপ্তি, মণ্ডুকীৰ উপাখ্যান, প্ৰতাপ মুকুট ৰজাৰ ওঙ্কাৰেশ্বৰ দৰ্শন, নন্দীৰ তপস্যা, শিৱৰ বৰদান, নন্দীৰ বিবাহ, শিৱ হোৱাৰ কাৰণ, ত্ৰিপুৰা দাহ, ব্ৰাহ্মণ মাহাত্ম্য কথন আৰু দেহস্থ নাড়ীৰ বিৱৰণ বৰ্ণিত হৈছে।

**বায়ৱীয় সংহিতা : (পূৰ্বভাগ) :** মহাদেৱৰ কৃপাত শ্ৰীকৃষ্ণৰ পুত্ৰলাভ, পুৰাণৰ সংখ্যা কথন, ব্ৰহ্মাৰ ওচৰত ঋষিসকলৰ শিৱতত্ত্ব শ্ৰৱণ, ব্ৰহ্মাৰ আদিষ্ট যজ্ঞ কৰিবলৈ ঋষিসকলৰ নৈমিষাৰণ্যলৈ গমন, শিৱতত্ত্ব আৰু মায়া স্বৰূপ বৰ্ণনা। কালমান কথন প্ৰাকৃত সৃষ্টি কথন। ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰৰ পৰস্পৰ বংশতত্ত্ব, ব্ৰহ্মাৰ পৰা মহাদেৱৰ উদ্ভৱ, ৰুদ্ৰৰ দ্বাৰা শক্তিৰূপিণী নাৰীৰ সৃষ্টি, দক্ষযজ্ঞ, দেৱীৰ দেহত্যাগ, বীৰভদ্ৰ আৰু কালীৰ সৃষ্টি, দক্ষৰ ছাগমুণ্ড প্ৰাপ্তি। শুম্ভ নিশুম্ভ বধৰ কাৰণে কৌশিকীৰ আবিৰ্ভাৱ। ত্ৰিবিধ শব্দাৰ্থ কথা, পাশুপাত ব্ৰত আৰু ভস্ম মাহাত্ম্য। দুগ্ধ প্ৰাপ্তিৰ কাৰণে বালক উপমন্যুৰ তপস্যা আৰু দুগ্ধ সমুদ্ৰ প্ৰাপ্তি।

**বায়ৱীয় সংহিতা : (উত্তৰ ভাগ) :** শ্বেতকল্পত প্ৰয়াগত মুনিসকলৰ প্ৰশ্নত বায়ুৰ দ্বাৰা শিৱ মাহাত্ম্য কথন। শিৱৰ নাম পশুপতি কিয় হ'ল? পূৰ্বে কৃষ্ণৰূপী বিষ্ণুৱে উপমন্যুক এই প্ৰশ্ন কৰাত তেওঁ উত্তৰ দিলে যে, সংসাৰত ব্ৰহ্মা আদি কৰি সকলোৱেই পশু বুলি খ্যাত। তেওঁবিলাকৰ পতি বুলিয়েই শিৱ পশুপতি নামেৰে প্ৰখ্যাত। পশুপতিয়ে মন স্বৰূপৰ দ্বাৰা, মায়াৰ দ্বাৰা সকলোকে বদ্ধ কৰি থয়। আকৌ তেৱেঁই উপাসনাৰ দ্বাৰা সন্তুষ্ট হৈ উক্ত পাপৰ পৰা সকলো ভক্তকে মুক্ত কৰে। চতুৰ্বিংশতিতত্ত্ব আৰু মায়াকৃত কৰ্মৰ বিষয়েও কথিত হয়।

উপমন্যুৱে আৰু ক'লে যে—মহাদেৱে এক যক্ষৰূপ ধাৰণ কৰি ইন্দ্ৰাদি দেৱতাসকলক একখণ্ড তৃণ বহন কৰিবলৈ ক'লে। কোনেও তৃণখণ্ড বহন কৰিব নোৱাৰিলে। ইয়াৰ পাছত গিৰিৰাজ কন্যা দেৱীৰ আৱিৰ্ভাৱ হ'ল। তেওঁ হাঁহি হাঁহি ক'লে—এয়েঁই জগতৰ সৃষ্টি আৰু বিনাশৰ মূল। তেতিয়া ব্ৰহ্মা আৰু বিষ্ণুৱে শিৱৰ স্বৰূপৰ বিষয়ে ক'বলৈ ধৰিলে। পৰ ব্ৰহ্ম আৰু অপৰ ব্ৰহ্মৰ মূল তত্ত্বও বখানিলে। শিৱই দেৱীক শৈৱ ধৰ্মৰ বিষয়ে জ্ঞান দান কৰিলে। শৈৱ পঞ্চাক্ষৰ মন্ত্ৰ আৰু সেই মন্ত্ৰৰ মাহাত্ম্যৰ বিষয়েও ক'লে। দীক্ষাৰ বিধি, কামনা কৰামতে কৰিব লগা শিৱপূজাৰ বিষয়ে কৈ শিৱস্তোত্ৰ দান কৰিলে, যোগ-উপদেশ দিলে আৰু নন্দীৰ দ্বাৰা শিৱকথা বৰ্ণনা হ'ল।

# শিৱৰ বাহন বৃষভ

সিন্ধু সভ্যতাত পোৱা শিৱৰ প্ৰাচীনতম চিত্ৰত শিৱক পশুপতি ৰূপত দেখা গৈছে যদিও বৃষভৰ লগত তেওঁৰ ওচৰ সম্বন্ধ দৃষ্টিগোচৰ হোৱা নাছিল। দেখা যায় যে, ভাৰতৰ বাহিৰৰ অন্যান্য বহুতো স্থানত বৃষভে দেৱতাসকলৰ লগতে স্থান পাইছে। চিৰিয়াৰ হেট্টাইটসকলৰ দেৱ দম্পতী বৃষভ আৰু সিংহিনী। অচিৰিচো আছিল বৃষ মূৰ্তিৰ। "স্বৰ্গীয় বৃষভ" আছিল বেবিলনৰ পৰম দেৱতা। চুমেৰীয়সকলে দেৱতাসকলক বৃষভেই বুলিছিল। মেচোপটেমিয়াত বৃষভক অতি পবিত্ৰ বুলি গণ্য কৰা হৈছিল। গ্ৰীচ আৰু ৰোমৰ দেৱতাসকলৰ ভিতৰত বৃষভে যথেষ্ট প্ৰাধান্য পাইছিল। ঋকবেদত ৰুদ্ৰ বৃষভ। লাহে লাহে দেখা গ'ল যে বৃষভে শিৱ প্ৰতীকলৈ ৰূপ সলালে।

ক্ৰুকৰ মতে পণ্ডিতসকলে বৃষভৰ এনে দেৱত্বপ্ৰাপ্তিৰ মূলতে প্ৰাণীপূজক আদি অষ্ট্ৰেলীয়সকলৰ প্ৰভাৱ স্বীকাৰ কৰে। যাস্কৰ মতে নিৰুক্তকাৰে কয় যে, দেৱতা বাহন আৰু আয়ুধৰ মাজত প্ৰকৃততে পাৰ্থক্য নেথাকে। হেৰোডোটাচ আৰু দিস্তডোৰাচে বৃষভক "অচিৰিচৰ আত্মা" বুলিয়ে কৈছিল। বৃষভো বৈদিকযজ্ঞত বাহনৰূপে সম্বোধিত হৈছে আৰু পুৰাণত বৃষভেই শিৱ অনুচৰ নন্দীৰ ৰূপ পাইছে। টোটেম উপাসনাৰ মাধ্যমেৰেই (ভাৰতত যিহেতু বহুত আদিম জাতিৰ টোটেম বৃষ) বৃষভে দেৱত্ব পাইছে বুলিও অনেক পণ্ডিতে ভাবে।

বৃষক যৌনপ্ৰতীক ৰূপেও গণ্য কৰা হয়। শিৱ যেনেকৈ প্ৰজননৰ দেৱতা, বৃষভো প্ৰজননৰ বীৰ। শস্যৰ লগতো বৃষৰ নিশ্চিত সম্বন্ধ। ডায়োনিচচৰ বৃষভ Corn Spiritৰ প্ৰতীক। এথেন্সত প্ৰতি বছৰে ৰবযুগৰ প্ৰাপ্তিৰ অৰ্থে বৃষ উচৰ্গা কৰা হৈছিল। বৃষ বলি দিয়াৰ নিয়মো পৃথিৱীৰ বহুতো ঠাইত আছে।[১]

অন্য পণ্ডিতৰ মতে-- বৃষভ সংযত যৌনতাৰ প্ৰতীক ......Nandi is the symbol of virility held in check--either by the ascetic who controls the sexual impulse (Siva).[২]

---

১ বিশেষ সহায় লোৱা হৈছে--বাংলা কাব্যে শিৱ--ডঃ গুৰুদাস ভট্টাচাৰ্য্য।

২ Sexual Metaphors and Animal Symbols in Indian Mythology by W.D.O. Flaherty--Page 253

Nandi the divine bull, this mild and passive figure is always associated with lord Shiva, the essence of maleness. (Carstairs 1958, pp162-63)[৩]

৩. Ibid--Page 253

# শিৱৰ চন্দ্ৰ, ভস্ম, ত্ৰিশূল, দুগ্ধ আৰু শিৱৰ পৰিধানৰ ব্যাঘ্ৰ চৰ্ম

**চন্দ্ৰ ঃ** শিৱৰ শিৰোভূষণ চন্দ্ৰ। এই চন্দ্ৰ "দিব্যশঙ্খ তুষাৰাভং ক্ষীৰোদাৰ্নৱ সম্ভৱম"। প্ৰাচীন ইতিহাসে দেখুৱায় যে, ইজিপ্তৰ লোকসকলে চন্দ্ৰক পুৰুষ দেৱতা বুলি ধাৰণা কৰে। জাৰ্মানসকলৰ 'মন্দ' (Mond) আৰু 'মনাট' (Monat)নামৰ পুৰুষ দেৱতাও চন্দ্ৰ দেৱতাৰ লগত অভিন্ন।

তান্ত্ৰিক দৃষ্টিৰে চাব খোজা কিছু চিন্তাবিদে আনহাতেদি চন্দ্ৰ বিশেষকৈ 'অৰ্দ্ধচন্দ্ৰ'ক শক্তি তথা যোনিৰ প্ৰতীক বুলি ভাবিব খোজে আৰু শিৱশক্তিক যুগ্ম ৰূপ দেখুৱাবলৈকে শিৱৰ শিৰত চন্দ্ৰ আৰোপ কৰা হৈছে বুলি ধাৰণা কৰে। শিৱ পুৰাণত কিন্তু অন্য এক দিশ ফুটি উঠিছে। তাত শিৱই পাৰ্বতীয়ে সোধা প্ৰশ্নৰ উত্তৰত কৈছে যে, অতি প্ৰাচীন কালত পাৰ্বতীৰ লগত শিৱৰ এবাৰ বিচ্ছেদ হওঁতে অন্তৰ তাপিত হৈ শিৱই অৰণ্যে পৰ্বতে বিচৰণ কৰি ফুৰোতে দেখা গৈছিল যে, "যেখানে, যেখানে বৃক্ষে কৰি অৱস্থান সেই সেই বৃক্ষ সব হয় দগ্ধমান।" যেনি যায় তেনিয়েই জুই জ্বলি উঠে। শিৱৰ তাপত গিৰিশৃঙ্গ দগ্ধ হয়। ইয়াকে দেখি দেৱতাসকলে ইয়াৰ সমাধানৰ উপায় কি ভাবি ব্যাকুল হৈ ব্ৰহ্মাৰ ওচৰত গৈ নিবেদন কৰিলে। সকলো শুনি ব্ৰহ্মাই চিন্তিত হৈ ক'লে, "শিৱক ৰোধ কৰিবৰ সাধ্য কাৰ? অথচ্ সৃষ্টি জ্বলি পুৰি গৈছে। যদিহে চন্দ্ৰক তেওঁৰ ললাটত নি স্থাপন কৰিব পাৰি তেতিয়া হয়তো শিৱই সৌম্য ৰূপ ধাৰণ কৰিব।" তেতিয়া দেৱতাসকলে আনন্দিত হৈ চন্দ্ৰৰ সৈতে শিৱৰ ওচৰত উপস্থিত হ'ল। কাতৰভাৱে শিৱক সৃষ্টি দগ্ধ হোৱাৰ কথা জনাই অমৃত কুম্ভ দৰ্শন কৰি, পান কৰি সৌম্য হবলৈ প্ৰাৰ্থনা কৰিলে। "অতএব কৃপাকৰ সবাৰ ওপৰে, গ্ৰহণ কৰহ প্ৰভু চন্দ্ৰমা দেৱেৰে। অমৃত পূৰিত কুম্ভকৰ দৰশন, পান কৰ ইহা প্ৰভু এই নিবেদন।"

দেৱতাগণেৰ স্তৱ শুনিয়া শ্ৰৱণে
আনন্দিত হই আমি নিজ মনে মনে
অঙ্গুলী দ্বাৰায় সুধা কৰিতে গ্ৰহণ
কুম্ভমধ্যে হস্ত দিই কৰহ শ্ৰৱণ
নখাঘাতে অৰ্দ্ধচন্দ্ৰ আসিল হাতেতে
সেই চন্দ্ৰ ৰাখি আমি নিজ ললাটেতে।।

যি বিষে সৃষ্টি ধ্বংস কৰিছিল সেই বিষ কণ্ঠত তেওঁ ধাৰণ কৰিলে। তুষাৰসদৃশ চন্দ্ৰ শিৰোভূষণ হোৱাৰ পৰা শিৱই সৌম্যমূৰ্তি ধাৰণ কৰিলে। তন্ত্ৰমতে 'চন্দ্ৰ' শীতল বীৰ্য (Cool Semen) ৰ প্ৰতীক।

এই কাহিনীৰ গূঢ়াৰ্থ যদি অমৃত কুম্ভ নাৰী তথা শক্তি হয়, শক্তিয়ে শিৱক শান্ত কৰিলে। এইটো শিৱৰ মুখেই ব্যক্ত হৈছে যে স্ত্ৰীৰ লগত হোৱা বিচ্ছেদেই তেওঁক অগ্নিসম তাপিত কৰিছিল। সেইফালৰ পৰা 'অৰ্দ্ধচন্দ্ৰ যোনিৰ প্ৰতীক হ'বও পাৰে।

আধুনিক নৃতত্ত্ববিদসকলে বাস্তৱ দৃষ্টিভঙ্গীৰে এনে অনুমানো কৰে যে, এই অৰ্দ্ধচন্দ্ৰমা একেই আকৃতিৰ কিবা শিৰস্ত্ৰাণ হবও পাৰে। শিঙৰ দৰে দুই মূৰ জোঙা অৰ্দ্ধচন্দ্ৰাকৃতিৰ শিৰস্ত্ৰাণ পিন্ধা যোগাসনত উপবিষ্ট প্ৰাচীন দেৱতাৰ ছবি মহেঞ্জোদাৰো হৰপ্পাৰ মোহৰত দেখা গৈছিল। জাপানৰ বহুতো পুৰণি মন্দিৰৰ দ্বাৰ ৰক্ষক ৰূপেও তেনে মূৰ্তি মই নিজে দেখিছিলো। এই দেৱতাৰ হাতত ত্ৰিশূলৰ দৰে দীঘল দণ্ড। মহাদেৱ ৰজা বাণৰেই ইষ্ট দেৱতা আৰু দ্বাৰ ৰক্ষক আছিল বুলি পোৱা যায়। দ্বাৰৰক্ষক এই অৰ্থতে যে মহা তেজোময় এই দেৱতাই ভক্তৰ মন্দিৰত (গৃহত) কোনো বিপদ-বিঘিনি প্ৰবেশ কৰিবলৈ নিদিয়ে। হয়তো শিৱৰ শিৰোভূষণ চন্দ্ৰ আকৃতিৰ আছিল। মহেঞ্জোদাৰো, হৰপ্পাৰ মূৰ্তিত যি শিঙৰ দৰে শিৰস্ত্ৰাণ দেখা গৈছে তাকেই হয়তো অৰ্দ্ধচন্দ্ৰাকৃতি ৰূপত পাছলৈ চিহ্ন হিচাপে ৰখা হ'ল আৰু শাস্ত্ৰৰচকসকলে চন্দ্ৰমা বুলি অভিহিত কৰিলে।

এই ক্ষেত্ৰত শৈৱসাধনাৰ ছয়মুদ্ৰাৰ কথাও নিতান্তই উল্লেখযোগ্য। ছয়মুদ্ৰাৰ ভিতৰত শিৱৰ অলঙ্কাৰো পৰে, তেনে শিৰোভূষণ বক্ৰস্ফটিক বুলিও উল্লেখ আছে। বক্ৰস্ফটিক হৈছে বেঁকা হৈ থকা স্ফটিক। চন্দ্ৰও শুভ্ৰ স্ফটিক। বক্ৰ কাঁচি জোন অৰ্থত হব পাৰে।*

**ভস্ম ঃ** শিৱৰ সৰ্বদেহত ভস্মৰ লেপন। ভস্ম তেওঁৰ বিভূতি তথা ঐশ্বৰ্য। তপ্ত ঐশ্বৰ্য। কাঞ্চনসম দেহৰ বৰ্ণ ঢাকিবৰ কাৰণে তেওঁ সৰ্বশৰীৰত ভস্ম লেপন কৰিছিল বুলি কোৱা হয়। শিৱ পুৰাণত অৱশ্যেই অন্য এক ব্যাখ্যা আছে--কাহিনীটোত কোৱা হৈছে যে, পৰ্ণাদ নামে এজন অতি ভক্ত ঋষিয়ে শিৱৰ চৰণত স্থান পাবৰ কাৰণে শেষলৈ কেৱল

---

*হিমালয়ৰ বিভিন্ন অঞ্চলত বাস কৰা যাযাবৰী পশুপালক জাতি এটি শিৱভক্ত আছিল আৰু তেওঁবিলাকে শিৱৰ অঙ্গসজ্জা বুলি ভবা টোপ (টুপী), চোলা আৰু কঁকালত নোমেৰে তৈয়াৰী ৰৰ দীঘল জৰী ওলোমাই লৈছিল।

আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণৰ সময়ত পাঞ্জাবৰ এটা অংশত শিবাই বা শিবোই Silai or Siboi নামেৰে এক উপজাতি বসবাস কৰিছিল। এওঁবিলাক যাযাবৰী, পাহাৰী, পশুপালক জাতি আছিল। হাতত সদায় ত্ৰিশূলৰ দৰে লোহাৰ দণ্ড লৈছিল, পিন্ধনত আছিল মৃগচৰ্ম। পতঞ্জলিৰ যোগশাস্ত্ৰত এওঁবিলাকক শৈৱ বুলিয়ে উল্লেখ কৰিছে। ত্ৰিকূটেশ্বৰী লৈকো দেৱী--দিপীকা ভট্টাচাৰ্য্য--পৃষ্ঠা-- ৮০-৮১।

বায়ুভক্ষণ কৰি উগ্ৰ তপ কৰিছিল। প্ৰথম ভুবন তপস্যাৰ পাছত দ্বিতীয় স্তৰত তেওঁ যোগবলে তেজোময় হৈ নিজ শৰীৰ ভস্ম কৰিছিল। এই মহাতপস্বী ঋষি পৰ্ণাদৰ ভস্ম অপূৰ্ব সুগন্ধি ভস্মত পৰিণত হয়--যাৰ দৰ্শনতেই আনন্দ হয়। ভক্তক নিজ বক্ষত স্থান দিবৰ কাৰণে সদাশিৱই মাটিৰ পৰা সেই ভস্ম বুটলি লৈ সৰ্বশৰীৰত লেপন কৰি হৃদয়ত ধাৰণ কৰিলে। বিভূতিৰে স্নান কৰি ব্ৰহ্মস্বৰূপ শিৱই আনন্দমগ্ন হওঁতেই অপূৰ্ব দেহ ধাৰণ কৰি সেই পৰ্ণাদ ঋষি শিৱৰ চৰণত বাৰম্বাৰ দণ্ডৱত হলহি। জিতেন্দ্ৰিয়, বিশুদ্ধ অন্তৰৰ বিপ্ৰৰ ভক্তিত তুষ্ট হৈ সদাশিৱই তেওঁক গণাধিপ (গণ অধিপতি) পাতি কৈলাসত স্থান দিলে।

ভস্ম তথা বিভূতি স্নান যোগৰো এক অঙ্গ। কিছু চিন্তাবিদৰ মতে শিৱই কামক ভস্ম কৰাৰ চিনস্বৰূপে সেই ভস্ম সানি পৰম যোগী হৈছিল। দেহ সাধনাৰ ই এক পৰিচায়ক। ভস্ম ঔষধস্বৰূপো। শৰীৰক বহুতো ব্যাধিৰ পৰা ই নিৰাপদে ৰক্ষা কৰে।

সকলোতকৈ তাৎপৰ্যপূৰ্ণ কথা হ'ল শৈৱবাদীসকলে অলৌকিক, অতিমানৱীয় শক্তি লাভ কৰিবৰ কাৰণে যিবোৰ সাধনা কৰিছিল তাৰ ভিতৰত শৰীৰত মৃত লোকৰ অস্থি ধাৰণ, মুণ্ড ধাৰণ, নৰমাংসভক্ষণ মৃতলোকৰ ভস্ম ভক্ষণ, ভস্ম লেপনো আছিল। পাশুপাত, কাপালিক, কালামুখ আদি মতৰ যোগীসকলে গাত ভস্ম সনাটো অপৰিহাৰ্য আছিল।

**শিৱৰ ত্ৰিশূল ঃ** ত্ৰিশূল শিৱৰ অস্ত্ৰ। বৈদিক ৰুদ্ৰৰ অস্ত্ৰ ধনুৰ্বাণ। সেই ধনুৰ নাম আছিল পিনাক। পৌৰাণিক শিৱই ধনুৰ্বাণ এৰি ত্ৰিশূল ধাৰণ কৰিছিল।

ত্ৰিশূলৰ তাৎপৰ্যৰ ক্ষেত্ৰত কুমাৰ স্বামীয়ে কৈছে যে, ত্ৰিশূল প্ৰকৃত পক্ষে অগ্নিৰে প্ৰতীক। অগ্নিৰ তিনি অৱস্থাৰ প্ৰতীক। বিষ্ণুৰ অস্ত্ৰ সূৰ্য বিম্বৰূপ সুদৰ্শন। এই সুদৰ্শন চক্ৰৰ অৰ্থ যেনে তাৎপৰ্যময় শিৱৰ ত্ৰিশূলো তাৎপৰ্যময়। আনহাতেদি পুৰাতত্ত্ববিদ ননী গোপাল মজুমদাৰে অনুমান কৰে যে, শিৱৰ ত্ৰিশূল, কুঠাৰ আৰু বৃষভ পশ্চিম এচিয়াৰ শিল্পকলাৰ পৰা আহিছে।

**দুগ্ধ ঃ** শিৱক যি অৰ্ঘ্য প্ৰদান কৰা হয় তাৰ ভিতৰত দুগ্ধ প্ৰধান। প্ৰচলিত বিশ্বাস মতে কুমাৰী ছোৱালীয়ে শিৱব্ৰত কৰি শিৱলিঙ্গক ভক্তিৰে দুগ্ধ প্ৰদান কৰিলে স্বামী লাভ কৰে। বিবাহিতা নাৰীয়ে দুগ্ধেৰে শিৱলিক স্নান কৰালে সন্তান লাভ আৰু সন্তানৰ কল্যাণ হয় বুলি বিশ্বাস। দুগ্ধৰ ঠাইত পানীও প্ৰদান কৰা হয়।

গৱেষকসকলৰ মতে এই দুগ্ধ পুৰুষ বীৰ্য্যৰ প্ৰতিভূ। "তুমি বীৰ্য্যবান, তাৰ প্ৰমাণ উপচি যোৱা এই দুগ্ধ (বীৰ্য্য)। আমাক এই বীৰ্য্য প্ৰদান

কৰি উৰ্ব্বৰ কৰা।" এই বাসনাৰে, উৰ্বৰতাৰ কামনাৰেই শিৱলিঙ্গত দুগ্ধ অৰ্ঘ্য দিয়া হয়। এনে বিশ্বাসৰ বিশদ ব্যাখ্যা পাশ্চাত্যৰ গৱেষকে কৰিছে।* এই আচাৰ ইমিটেটিভ মেজিক বা 'হোমিওপ্যাথিক মেজিক'ৰ (নৃতত্ত্বৰ) ভিতৰতেই পৰে।

**শিৱৰ পৰিধানৰ ব্যাঘ্ৰ চৰ্ম ঃ** দেবাদিদেৱ শিৱই ব্যাঘ্ৰচৰ্মক তেওঁৰ আৱৰণ (কটি বস্ত্ৰ ৰূপ) কৰাৰ প্ৰসঙ্গত এটি পৌৰাণিক আখ্যান পোৱা গৈছে। সেই আখ্যান মতে প্ৰাচীন কালত তাৰক নামে এখন গহীন অৰণ্যত কেইজনমান অহঙ্কাৰী মুনিয়ে বাস কৰিছিল। মুনিসকল নাস্তিক ভাবাপন্ন হোৱাত শিৱৰ প্ৰচণ্ড খং উঠিল। মুনিসকলৰ গৰ্ব খৰ্ব কৰিবৰ কাৰণে ব্ৰহ্মাক নাৰীৰ বেশত সজাই লৈ শিৱ সেই অৰণ্যত গৈ উপস্থিত হ'ল। শিৱৰ আকস্মিক উপস্থিতি মুনিসকলৰ সহ্য নহ'ল। তেওঁবিলাকে যজ্ঞাগ্নিৰ পৰা এটা ভয়ঙ্কৰ বাঘ সৃষ্টি কৰি শিৱৰ পিনে ধাৱমান কৰালে, আক্ৰমণ উদ্যত বাঘটোক শিৱই আঙুলিৰ আগেৰে ছিৰি পেলালে আৰু ছালখন নি নিজৰ কঁকালত মেৰিয়াই ললে। এইবাৰ মুনিসকলে আৰু ক্ৰোধান্বিত হৈ যজ্ঞাগ্নিৰ পৰাই আকৌ এটি বিষধৰ সৰ্প সৃষ্টি কৰি শিৱক দংশন কৰিবলৈ পঠালে। শিৱই ফুলৰ মালাৰ দৰে সেই সৰ্পক ডিঙিত মেৰিয়াই ললে। এইবাৰ মুনিসকলে সৃষ্টি কৰিলে বৃহৎকায় এটি অপস্মাৰ পুৰুষ। শিৱক আক্ৰমণ কৰিবলৈ সেই অপস্মাৰ ধাৱিত হ'ল। শিৱই সেই দানৱৰ পিঠি ভৰিৰে গচকি ভাঙি পেলালে আৰু ভৰিৰে মৰ্দন কৰি নাচিবলৈ ধৰিলে। এই দানৱকে নটৰাজৰ নৃত্যৰ তলত দেখা যায়।

* Sexual Metaphors and Animal Symbols in Indian Mythology Wendy Doniger O Flaherty

# শিৱৰ লগত সৰ্প

শিৱৰ লগত সৰ্পৰ স্থিতি নিতান্তই ৰহস্যজনক। আদিম যুগৰে পৰা সৰ্পভীতি আৰু সৰ্পপূজা পৃথিৱীৰ বিভিন্ন দেশত প্ৰচলিত আছিল। ডঃ ডি. ডি. কৌশ্যাম্বীৰ 'ভাৰতৰ ইতিহাসত' পোৱা যায় যে, এটা গুৰুত্বপূৰ্ণ উপাখ্যানত ইন্দ্ৰদেৱতাৰ দ্বাৰা 'ত্বষ্ট্ৰ' দেৱতাৰ তিনিশিৰীয়া পুত্ৰৰ মুণ্ড ছেদন কৰা হৈছে। এই আখ্যানৰ লগত মোহৰৰ ছবিৰ মিল আছে। ঋক বেদত এই ঘটনাটো পুত্ৰজনে নিজেই বৰ্ণোৱা দেখা গৈছে। আৱেস্তাতো একে উপাখ্যান পোৱা যায়। আৱেস্তাৰ আখ্যানত মুণ্ড ছেদন কৰা তিনিশিৰীয় প্ৰতিদ্বন্দী জন হ'ল 'অজি-দহাকই' এওঁক শাহ নামে হতজ হাক ও বুলিছিল। এওঁৰ দুবাহুত দুটা ফেট তুলি থকা সাপৰ মুৰ দেখা যায়। প্ৰতিটো সাপকে নিতৌ একোটিকৈ মানুহৰ আহাৰ লাগিছিল। 'অজি' শব্দৰ অৰ্থ সংস্কৃতৰ 'অহি' অৰ্থাৎ সাপ। মেচোপটেমিয়াৰ মোহৰতো মানুহৰ মুৰ থকা এজন দেৱতা আছে। তেওঁৰ গাতো দুবাহুৰ পৰা ওলোৱা দুটা সাপ দেখা যায় আৰু এওঁক পিছৰ কালত 'তিশপক' বুলিছিল। ভাৰতৰ সৰ্প পূজাৰ নিজস্ব ধাৰা আদিম কালৰে পৰা আছে। এই সৰ্পপূজাই মনসা পূজালৈ ৰূপান্তৰিত হৈছিল। সেই মনসা শিৱৰ আত্মজা কেনেকৈ হ'ল সেই বিৱৰণ পদ্ম পুৰাণে দিছে।*

সৰ্প শিৱৰ উপবীত, হাতৰ অলঙ্কাৰ আৰু কটিবস্ত্ৰৰ বন্ধনৰূপে চিহ্নিত হৈছে। প্ৰাচীন মিচৰ, ইজিপ্তৰ দেৱ-দেৱীসকলৰ ভূষণ সৰ্প থকাটো সকলোতে দেখা গৈছিল।

শিৱৰ স্বৰূপ যদি 'গিৰীশ' বুলি ধৰা হয়, মৌন যোগী শিৱ যদি হিমালয় তথা পৰ্বতৰ প্ৰতীক হয় তেন্তে সৰ্প বিচৰণ কৰা ক্ষেত্ৰৰূপে শিৱৰ শৰীৰ হোৱাটো স্বাভাৱিক। বাহ্যিকভাৱে পৰ্বতৰ গাত থকা অৰণ্যতে সৰ্পৰ বসতি। শিৱস্থান, পৰ্বতৰ প্ৰতীক। গতিকেই তেওঁৰ শৰীৰত সৰ্প। সৰ্পৰ ফোঁচ ফোঁচনিত পাৰ্বতীৰ বুকু কঁপিছে,

*এই বিষয়ে, অন্য পৃষ্ঠাত আলোচনা কৰা হৈছে।

জীৱ উৰিছে। মহাদেৱে তেওঁক অভয় দিছে--"ভয় নকৰিবা"। অসমৰ লোকগীতত্তেই নহয়, সংস্কৃত শ্লোকতো এনে বৰ্ণনা বহুত আছে।

শিৱ নীলকণ্ঠ। সৰ্পই তেওঁৰ কণ্ঠত মেৰিয়াই থকা কাৰণেই তেওঁৰ কণ্ঠৰ ৰং নীলবৰণীয়া যেন দেখি নেকি? আনহাতেদি মহাভাৰত, পুৰাণ আদিত বৰ্ণনা কৰা হৈছে যে, অমৃত মন্থনত উদ্ভৱ হোৱা বিষ জগতৰ কল্যাণৰ কাৰণে শিৱই পান কৰিছিল। বিষ কণ্ঠত ধাৰণ কৰা কাৰণে বিষৰ ৰঙেৰে কণ্ঠ নীলা হৈছিল। সেয়ে তেওঁৰ নাম নীলকণ্ঠ।

শিৱ পশুপতি আৰু তেওঁৰ অস্ত্ৰ পাশুপাত। পাশুপাত অস্ত্ৰ যুগ্ম সৰ্পহে। সেইফালৰ পৰা সৰ্পই তেওঁৰ অস্ত্ৰ। সৰ্পৰ লগত শিৱৰ আত্মীয়তালৈ চাই শিৱ সৰ্প খেলুৱৈ নাথসকলৰ দেৱতা (ভাৰতৰ নাথ সম্প্ৰদায়ৰ দেৱতা) হোৱাটোহে স্বাভাৱিক হৈ পৰে। তেওঁ মৃত্যুঞ্জয় বৈদ্যও। তেওঁ ঔষধিৰো দেৱতা। শিৱৰ গিৰীশ ৰূপৰ লগত এই কথাবোৰ সামঞ্জস্য থকা।

নহলেবা সৰ্পক 'টোটেম' কৰি লোৱা কোনোবা পাহাৰীয়া জনজাতিৰ তেওঁ ইষ্ট দেৱতা। মনসা দেৱী সৰ্প দেৱী বুলি যিদৰে ভৱা হয়, শিৱও প্ৰাচীনতম কালত হয়তো ঠিক একেদৰে সৰ্পদেৱতা আছিল আৰু তাৰ পৰা ক্ৰমিক বিকাশ সাধন হ'ল।

শিৱৰ লগত সৰ্পৰ সম্বন্ধ আলোচনা কৰা প্ৰসঙ্গত আৰু কিছু কথা মনলৈ আহে। "যতেই বৃক্ষ আৰু সৰ্প পূজাৰ চিন পোৱা গৈছে লিঙ্গ আৰু যোনি পূজাৰ সংস্কৃতিও তাতেই দেখা গৈছে।"

সৰ্পই সময়ে সময়ে মোট (ছাল) সলোৱা কথাটোৱে সৰ্পৰ অমৰত্ব সূচায় বুলি আদিম মানুহে ধাৰণা কৰিছিল। ভৰি বা ডেউকা নোহোৱাকৈয়ে সৰ্পই তীব্ৰগতিত চলা ফুৰা কৰা কথাটোৱে সৰ্পক ৰহস্যৰ প্ৰতীক কৰি তুলিছিল তথা সূৰ্যৰ জীৱন্ত প্ৰতীকৰূপেও সৰ্পক ধাৰণা কৰা হৈছিল (অচিৰিচৰ প্ৰতিৰূপৰ দৰেই)।

প্ৰাচীন পাৰ্চিয়ানসকলে সৰ্পকেই প্ৰথম দেৱতা বুলি উপাসনা কৰিছিল। সৰ্পৰ নামত মন্দিৰ নিৰ্মাণ কৰিছিল, উৎসৱ পাতিছিল আৰু বলি বিধানো দিছিল।

গ্ৰীকসকলৰ কাৰণেও তিনিটা বস্তু ৰৰ ৰহস্যময় আছিল। সেয়া হৈছে লিঙ্গ, সৰ্প আৰু ডিম্ব।

পৃথিৱীৰ বহুত ঠাইত সৰ্পহে মানৱ জাতিৰ জন্মদাত্ৰী বুলি বিশ্বাস কৰে। গতি আৰু জীৱনৰ প্ৰতীকৰূপেই সূৰ্য আৰু সৰ্পক ধৰা হয়। হেলিয়াচ নামৰ ইজিপ্তীয়ান সূৰ্য দেৱতাই 'অপ্স্' (ops) নামৰ সৰ্প দেৱীক বিয়া কৰাইছিল আৰু তেওঁবিলাকৰ পৰাই আইচিচ, টাইফন, এপল আৰু ভেনাচৰ সৃষ্টি হৈছিল। সৰ্প বহুত দেৱ-দেৱীৰো প্ৰতীক আছিল।

'বাল' দেৱতা চাল্ডিয়ানসকলৰ প্ৰধান দেৱতা। তেওঁক সৰ্প ৰূপতেই পূজা দিয়া হয়।

শিৱৰ সৰ্ব শৰীৰতে সৰ্প। এই সৰ্পই অমৰ জীৱনবো প্ৰতিনিধিত্ব কৰে। নৰ্থ এমেৰিকান ইণ্ডিয়ানবোৰে নিজৰ পূৰ্বপুৰুষ সৰ্প বুলিয়েই জ্ঞান কৰে। চীনাসকলে ধৰণা কৰে যে সৰ্পইহে পৃথিৱীলৈ বৰষুণ আনে। সৰ্প ধাৰায়ে উৰ্বৰতাৰ ধাৰা এই কথা নিসন্দেহে ভাবিব পাৰি। সৰ্পক পূজা কৰিলে বেমাৰ আজাৰো নিৰাময় হয় বুলি গণ্য কৰা হয়।

দক্ষিণ ভাৰতৰ নাৰীসকলে উৰ্বৰতা লাভ কৰিবৰ কাৰণে সৰ্প আৰু লিঙ্গ উভয়কে পূজা দিয়ে। কিছুমানে সৰ্পক মঙ্গল-অমঙ্গল দুয়োটাৰে দেৱতা বুলি ভাবিও পূজা দিয়ে।

হিন্দু ধৰ্মীয় কাহিনীত সৰ্প আৰু লিঙ্গৰ সম্পৰ্ক পোৱা গৈছে। সৰ্প পাশ্চাত্য দেশৰ কিছুমান ধাৰণাত যৌন প্ৰতীকো (Erotic Symbol)* দাক্ষিণাত্যৰ কিছুমান মন্দিৰত লিঙ্গৰ ওপৰত দুটা সৰ্পই ফনা তুলি থকা মূৰ্তি আছে, লিঙ্গক যেন উপাসনাহে কৰিছে। বহুত ঠাইত সৰ্পকেই লিঙ্গ বুলিও ধৰা হয়। ফাৰ্গুচনৰ মতে ৰোমান কুমাৰীসকলে পৰ্বতৰ সৰ্প বাস কৰা গুহাত গৈ সৰ্পৰ কাৰণে আহাৰ থৈ আহে। সৰ্পই যদি সেই আহাৰ লয় তেন্তে পৱিত্ৰতা আৰু উৰ্বৰতাৰ সঙ্কেত তাৰ যোগেদিয়েই আহে।

সৰ্পক কিছুমান ঠাইত চয়তানৰ স্পিৰিট বুলিও ভবা হয়। এনে স্পিৰিটে শস্যৰ ৰস শুহি লয় বুলি, প্ৰলয়ঙ্কৰী ধুমুহা বৰষুণ আনে বুলিও বিশ্বাস কৰা হয়। গৰু আৰু ছাগলী চয়তান উপাসনাৰ লগত জড়িত। পাগান ধৰ্মত ষাঁড় আৰু ছাগলী যেনেকৈ জড়িত তেনেকৈ মুছলিম ধৰ্মত চয়তানৰ ধাৰণাৰ লগত গাহৰি আৰু সৰ্প জড়িত। বেমাৰ আজাৰ হোৱা, বেয়া দিন পৰা ইত্যাদি চয়তানৰ কাৰণেই হয় বুলি ভবা হয়। ঈশ্বৰক এনে দুষ্ট শক্তিবোৰ আঁতৰাই নিবলৈ প্ৰাৰ্থনা কৰা হয়। শুভ শক্তিৰ লগতে অশুভ চয়তানেও প্ৰাৰ্থনা পায়। পাশ্চাত্য দেশৰ বহুত ডাঙৰ পণ্ডিতসকলেও এনে কথাবোৰ বিশ্বাস কৰিছিল।

* The Phallic Worship– Page 81

# শিৱৰ লগত মনসাৰ সম্পৰ্ক

ৰূপত অতুলনীয় দেৱী মনসাৰ বহুতো নামৰ ভিতৰত এটি প্ৰখ্যাত নাম হৈছে 'শৈৱী'। কাৰণ তেওঁ শিৱৰ শিষ্যা। তেওঁৰ দ্বাদশ নাম ব্ৰহ্মবৈবৰ্ত্ত পুৰাণৰ প্ৰকৃতিখণ্ডত এনেদৰে আছে ঃ

জগৎকাৰী, জগৎগৌৰী বৈষ্ণৱীৰূপিনী
নাগেশ্বৰী, শৈৱী আৰু নাগৰ ভগিনী।।
সিদ্ধাযোগিনী আৰু মনসা সুন্দৰী
জৰৎকাৰুপ্ৰিয়া, আস্তিক মাতা, বিষহৰি
মহাজ্ঞানযুতা দেৱী ব্ৰহ্মাণ্ড পূজিতা................

মনসা দেৱীৰ নাম ললে নাগভয়, নাগক্ষত দূৰ হয়। ভূজংগ পলায়। তেওঁৰ দহলক্ষ জপ কৰিলে নৰে সিদ্ধদেহ পায়। আষাঢ় সংক্ৰান্তি আৰু নাগপঞ্চমীত এই দেৱীক নানা দ্ৰব্য আৰু বলিদানেৰে পূজা কৰা হয়।

পূৰ্বতে নাগভয় আৰু নাগবিষত মনুষ্য ব্যথিত হৈছিল, প্ৰাণ গৈছিল। তেতিয়া,

পদ্মযোনি আজ্ঞায় কাশ্যপ তপোধন
বীজ অনুসাৰে মন্ত্ৰ কৰিলা সৃজন।।
মন্ত্ৰ অধিষ্ঠাত্ৰী দেৱী সৃজয় কৰিল
বহুদিন পুষ্কৰেতে তপ আচৰিল।।
মানসে জন্মিলা নাম জগত বিখ্যাত।।

কাশ্যপ মুনিৰ মানস কন্যা মনসা। কৈলাসৰ গৌৰীনাথৰ ওচৰলৈ গৈ মনসাই সহস্ৰ বছৰ পূজা কৰাত শঙ্কৰে তুষ্ট হৈছে দিব্যজ্ঞান দিলে।

পুনঃ অষ্টাক্ষৰী কৃষ্ণ মন্ত্ৰ দিল কৰ্ণে লক্ষ্মীমায়া কামবীজ দিলেন প্ৰসঙ্গে।।

এইফালৰ পৰা মনসা শিৱৰ শিষ্যা "শৈৱী"।

আনহাতেদি পদ্মপুৰাণৰ কথাৰে প্ৰায় ৫৫ হেজাৰ পদত ৰচিত সুকন্নানী, পদ্মাৱতীৰ বিহেৰি খণ্ডত পোৱা হৈছে যে, চণ্ডিকাক ক্ষীণ কৰোঁতে কামাফুল মহাদেৱৰ বীৰ্য পদ্ম পত্ৰত পৰিল। সেই বীৰ্য পুষ্পবনৰ (পদ্মবন?) নেওৰা পক্ষীয়ে ভক্ষণ কৰি অস্থিৰ হৈ পুনৰ পদ্মপত্ৰৰ ওপৰত বীৰ্য

থ'লেগৈ। সেই বীর্য সহস্র নলেৰে গৈ পাতাল পালেগৈ আৰু বাসুকীৰ ওচৰত দেখা দিলে। ধ্যান কৰি বাসুকীয়ে মহাদেৱৰ বীৰ্য 'নিৰ্মনী' বুলি জানিব পাৰি নামৰ কন্যামাতি আনি শিৱৰ লক্ষণেৰে কন্যা নিৰ্মাণ কৰিবলৈ আদেশ দিলে :

এত শুনি নিমনী হুঙ্কাৰ মাৰিলা
মহাদেৱ বীৰ্য্য আনি একত্ৰ কৰিলা
নিৰ্মিল কন্যা তেবে মহা ৰূপৱতী
শুভক্ষণে জন্ম লৌ দেৱী পদ্মাৱতী।।

নাগলোকত যিহেতু গঠন হ'ল সেয়ে "নাগমাতা"— ত্ৰিনয়না পদ্মাৱতীৰ চাৰিহাত, দুখানি চৰণ।

ধবল মুখৰ জ্যোতি
ৰক্তবৰ্ণ গৌৰ কান্তি
হৈল কন্যা শিৱৰ লক্ষণ।
বিশ্বম্ভৰ কুমাৰী
নাম হৈল বিষহৰি
প্ৰকাশিত পাতাল ভূষণ।।

ইয়াৰ পাছত সেই পদ্মনলাইদি (যি নলাৰে বীৰ্য পাতাললৈ আহিছিল) পদ্মাই শিৱক সাক্ষাৎ কৰিবলৈ গ'ল। আচম্বিতে সুন্দৰীক বামপাশে দেখি কাৰ কুমাৰী, ক'ৰ পৰা আহিছা বুলি সুধিলে আৰু প্ৰণয়মুগ্ধ হৈ আলিঙ্গন বিচাৰিলে। পদ্মাই ৰাম ৰাম স্মৰণ কৰি 'তোমাৰ দুহিতা' বুলি চিনাকি দিয়াত শিৱই "মোৰ কুমাৰী হোৱা যদি এবাৰ নিজ ৰূপ ধৰি আহা" বুলি কোৱাত পদ্মাৱতী অন্তৰ্ধান হৈ নাগৰ কংকন, নাগৰ বসন আদি পিন্ধি বিয়াল্লিছ নাগিনীৰে শিৱৰ আগত দেখা দি বিষ নয়নেৰে চোৱাত কমল বনতে শিৱ ঢলি পৰিল। পদ্মাই পুনৰ অমৃত নয়নেৰে চাওঁতে শিৱ উঠি বহিল। (পদ্মাৱতীৰ দুইৰূপ ইয়াতে প্ৰত্যক্ষ কৰিব পাৰি।)

ইয়াৰ পাছত সদাশিৱই "'বাপজী' কৈলাসলৈ যাওঁ" বুলি এক কৰন্তি সজাই তাতে পদ্মাক ভৰাই লৈ যাওঁতে "ত্ৰিশ কোটি দেৱতাই তোমাৰ পূজা কৰিব, বিষহৰি বুলি তুমি পৰিচিতা হ'বা", বুলি ক'লে।

বাটত গৈ থাকোতে পদ্মাই নিজ মাহাত্ম্য দেখুৱাই কৈ গৈছে— "আমাক পূজিলে হয় ধনৰ অধিকাৰী", শ্বেত আসনত বহুৱাই অগৰু চন্দন দি পদ্মপত্ৰ, কলৰ থোক, তিল-চাউল, দুগ্ধ দি পূজিবলৈ পদ্মাই উপদেশ দিছে। হংস ছাগল, ভেড়া অথবা মহৰ বলি দিবলৈও বিধান দিছে। শ্ৰাৱণ মাহৰ কৃষ্ণা পঞ্চমী

দিৱসত তেওঁক পূজিলে ধনে-পুত্ৰে চিৰকাল লগ দিয়া হয় বুলি পদ্মাই স্বমুখে কৈছে।

কৈলাসলৈ গৈ শিৱই চণ্ডীক পদ্মাৰ বাৰ্তা কৈ হিঙ্গুলীয়া ঘৰত লুকুৱাই থ'লে। টুটকীয়া নাৰদে চণ্ডীৰ আগত এই গোপন বতৰা কৈ দিয়াত চণ্ডী কুপিতা হৈ সতিনী বুলি ভাবি কঙ্কনেৰে কোবাই পদ্মাৰ এটা চকু কণা কৰিলে। ক্ৰোধত পদ্মাই সৰ্প ৰূপ ধৰি চণ্ডীক দংশন কৰিলে। চণ্ডী ঢলি পৰিল। সিজু গছত স্থিতা হৈ বিষহৰিয়ে সংশনৰ কাৰণ শিৱক দৰ্শালে আৰু শিৱৰ বাৰম্বাৰ অনুৰোধত চণ্ডীক বিষহৰিয়ে জীয়াই তুলিলে।

শিৱৰ লগত মনসাৰ পিতৃ-কন্যা সম্পৰ্কৰ গভীৰ তাত্ত্বিক দিশ এটা লক্ষ্য কৰিব পাৰি। শিৱ বীৰ্যৰ দ্বাৰা মনসাই ৰূপ লৈছে। দ্বিতীয়তে 'নিজ ৰূপ ধৰি আঁহা' বুলি শিৱই পদ্মাক কওঁতে তেওঁ সৰ্প অলঙ্কাৰেৰে বিভূষিতা হৈ সৰ্প ৰূপ ধৰি আহিছে, কৈলাসলৈ সেই সৰ্পক শিৱই কৰণ্ডীত (কৰণি) ভৰাই নিছে, চণ্ডীক সৰ্পই দংশন কৰিছে। এই আটাইবোৰ কথা বিশ্লেষণ কৰিলে শিৱকেই 'নাগ' স্বৰূপ বুলিব লাগিব অৰ্থাৎ শৈৱতত্ত্বত নাগধাৰা সমন্বিত হৈ আছে বুলি ভাবিব লাগিব।

# শৈৱধাৰা

শৈৱধাৰা ভাৰতবৰ্ষৰ এক প্ৰাচীনতম উল্লেখযোগ্য ধাৰা। প্ৰাচীন কালৰে পৰা এই ধাৰাৰ উল্লেখ বিভিন্ন প্ৰাচীন সাহিত্যৰাজিত পোৱা যায়। এই ধাৰাৰ ইতিহাস পোৱা অৱশ্যেই বৰ কঠিন। প্ৰাক্ ঐতিহাসিক কালৰ অসংলগ্ন, অলিখিত ইতিহাসতো পোৱা নাযায়েই খ্ৰীষ্টীয় প্ৰথম কেইশতিকামানৰ ইতিহাসতো শিৱ সংবাদ বিৰল।

সিন্ধু উপত্যকাত পোৱা আৰ্কিয়লজিকেল সম্পদবোৰে প্ৰমাণ কৰে যে প্ৰাক আৰ্য লোকসকলৰ মাজত এনে এটি ধাৰা প্ৰচলিত আছিল। খনন কাৰ্যত চীল মোহৰকে ধৰি যিবোৰ বস্তু পোৱা গৈছিল সেইবোৰৰ শিৱক পাছৰ কালত আৰোপ কৰা গুণসমূহৰ লগত সাদৃশ্য আছে। শিৱক 'যোগী' আৰু 'পশুপতি' বুলি কোৱা হয়। মহেঞ্জোদাৰোৰ লোকসকলে উপাসনা কৰা এজন পুৰুষ দেৱতাৰ শিৱৰ লগত সাদৃশ্য আছে। তেওঁ যোগাসনত উপবিষ্ট কেউপিনে জীৱ-জন্তু, তিনিখন মুখ, ওখ শিৰোভূষণৰ দুফালে দুটা শিং। উৰ্দ্ধলিঙ্গও সেই মূৰ্তিত দৃষ্টিগোচৰ হয়। এই তিনিখন মুখ দেখিলে ধৰিব পাৰি যে (পৰৱৰ্তী কালৰ) জঁটাত অৰ্দ্ধচন্দ্ৰ ধাৰণ কৰা শিৱৰ দৰে তেওঁ এজন চান্দ্ৰ দেৱতা। (ডঃ ডি. ডি. কৌচম্বী – ভাৰতৰ ইতিহাস)

প্ৰাক-আৰ্য শিৱ বৈদিক ৰুদ্ৰৰ লগত একাত্ম কৰা কথাটো পাছৰ যুগতহে হ'ল বুলি বহুতো পণ্ডিতে ভাবে। শিৱই দেৱতাৰূপে বৈদিক পন্থাত স্থান নেপাইছিল যদিও বাজসনেয়ী সংহিতাত শিৱৰ নাম ৰুদ্ৰৰ বিশেষণ বা নামৰূপে বহুতবাৰ লোৱা হৈছে। উগ্ৰদেৱতা ৰুদ্ৰ ক্ৰমান্বয়ে কল্যাণৰ দেৱতা শিৱলৈ ৰূপান্তৰিত হৈছে। যজুৰ্বেদত ৰুদ্ৰ শিৱ এজন দেৱতা ৰূপেই পোৱা গৈছে। "There is hardly any doubt that the period of the Brahmanas was one when the old polytheism was in a condition of decline and one new faith which presents itself in Indian religion history as Saivism was gaining grounds."

ভাৰতৰ ব্ৰাত্যসকলৰ মাজতো শিৱৰ মূল বহুতো পণ্ডিতে বিচাৰে। অথৰ্ববেদত থকা ব্ৰাত্য শ্লোকটোৱেই এই ধৰণৰ জিজ্ঞাসাৰ ভেটি। এই শ্লোকত মহাদেৱ ব্ৰাত্যসকলৰ ৰক্ষাকাৰী। অকল ভাৰততে শিৱ সম্পৰ্কীয় চিন্তা সংকুচিত নেৰাখি আমি যদি দৃষ্টি বহলাই বিশ্বৰ অন্য অন্য স্থানলৈ

চকু দিওঁ দেখিম যে প্ৰতীক আৰু মূৰ্তিৰ যোগেদি শিৱ উপাসনা অকল ভাৰততে নহয়, এটা নহয় এটা ৰূপত অন্য দেশতো এনে উপাসনাৰ প্ৰচলন আছিল। ইজিপ্তৰ অচিৰিচ আৰু আইচিচৰ লগতো শিৱশক্তি তুলনীয়। শিৱ-শক্তি ভগৱতীৰ নিচিনাকৈ অচিৰিচৰ পত্নী আইচিচো প্ৰকৃতিৰেই প্ৰতীক।

শক্তিযন্ত্ৰ ভাৰতত যেনেকৈ তিনিকোণীয়া আইচিচৰো প্ৰতীক একেই। অচিৰিচৰ দৰে শিৱও ভয়ঙ্কৰ দেৱতা। শিৱৰ বাহন ষাঁৰ গৰুক যিদৰে সন্মান কৰা হয় অচিৰিচৰ বাহন ষাঁৰ গৰুকো একেই সন্মান কৰা হয়। সৰ্প দুয়োৰে ভূষণ। শিৱৰ অস্ত্ৰ ত্ৰিশূল, অচিৰিচৰ লাঠী। ব্যাঘ্ৰচৰ্ম দুয়োজনৰ আভৰণ। শিৱৰ প্ৰতীক যেনেকৈ শিলৰ, অচিৰিচৰো শিলৰ। অচিৰিচৰ প্ৰিয় গছ শিৱৰ বিল্বগছৰ দৰেই। হিন্দুৰ প্ৰিয় শিৱতীৰ্থ বাৰানসী, অচিৰিচৰ প্ৰিয়তীৰ্থ মেমফিচ (ইজিপ্ত)। দুয়োজন দেৱতাৰে স্নানৰ কাৰণে দুগ্ধ ব্যৱহাৰ কৰা হয়। অচিৰিচক দিনে ষাঠি কলহ দুগ্ধেৰে স্নান কৰোৱা হৈছিল (ফিলে দ্বীপত)। পাৰ্থক্য মাত্ৰ এইখিনিতে যে শিৱক 'ৰজত বৰ্ণ' বুলি কোৱা হয়। অচিৰিচৰ ৰং ক'লা, আন হাতেদি মহাকালৰ ৰঙো ক'লা। ইজিপ্তত অচিৰিচক লৈ যিদিনা শোভাযাত্ৰা উলিওৱা হয়, সেইদিনা শোভাযাত্ৰাকাৰীসকলে মদিৰা পান কৰে। দাক্ষিণাত্যৰ মন্দিৰতো শিৱৰ উদ্দেশ্যে তাণ্ডৱ শোভাযাত্ৰা উলিওৱা হয়। চ'ত মাহৰ চড়ক পূজাও শিৱৰ উদ্দেশ্যে বঙ্গদেশত পালন কৰা হয়। তাতো শোভাযাত্ৰা কৰাৰ পৰম্পৰা আছে।

শৈৱধাৰাৰ উৎস সম্পৰ্কে এন. চি. চৌধুৰীৰ দৰে পণ্ডিতে কব খোজে যে, প্ৰাচীন শৈৱধাৰাৰ উৎস ভাৰতৰ বাহিৰতহে। তেখেতৰ মতে বেদ পন্থৰ ৰুদ্ৰ আৰু পিছৰ কালত তাৰ লগত একত্ৰ হোৱা শৈৱধাৰা হিটাইট*১ সকলৰ "ধুমুহাৰ দেৱতাৰ (Storm God) যি ধাৰা তাৰ লগত সাদৃশ্য আছে। ৰুদ্ৰ বৰষুণৰ দেৱতা। দুয়োজন দেৱতা শক্তিশালী আৰু গতিশীল। দুয়োজনেই কল্যাণৰ দেৱতা। একেশ্বৰবাদী পৰম (Supreme) দেৱতা ৰূপে শৈৱধাৰাৰ আবিৰ্ভাৱৰ কথা বিচাৰ কৰিলে দেখা যায় যে ইয়াৰ উৎপত্তি এচিয়া মাইনৰত আৰু তেওঁৰ ৰুদ্ৰৰূপৰ স্থিতি যি বেদত পোৱা গৈছে সেয়া যথাবিধি ৰীতিৰ কথাহে।

নতুন শিৱ বেদৰ দেৱতা নহয়, যদিও বেদৰ পৰাই তেওঁৰ অৱতৰণ যথাবিহিতভাৱে হৈছে। নতুন শিৱ ভাৰতবৰ্ষতেই অৱশ্যে সৃষ্টি হৈছিল। তেওঁৰ

---

*১ হিটাইটসকল খৃঃ পূঃ ১৮ শৰ ভেড়াৰখীয়া আৰু কৃষকৰ এটা জাতি আছিল। তেওঁবিলাকে এনাতলীয়াৰ এক ওখ সমভূমিত ক্ষমতাশালী ৰাজ্য এখন স্থাপন কৰিছিল। তেওঁবিলাক তোনী আৰু মানবীয় আইন প্ৰণেতা আছিল। হিটাইটবোৰৰ সংস্কৃতিত ইজিপ্তে প্ৰভাৱ পেলাইছিল আৰু হিটাইটবোৰৰ সংস্কৃতি এচিৰিয়ান-সকলে অনুসৰণ কৰিছিল - Purnells' Concise Encyclopedia by Michael W. Dempsey.

বিষয়ে বা তেওঁৰ পত্নীৰ বিষয়ে বিমানবোৰ মিথ'লজী সৃষ্টি কৰা হ'ল সেই সকলোবোৰ আৰ্যসকলৰ এটা গুৰুত্বপূৰ্ণ দ্বন্দ্ব বা সংঘাতৰ পিছতহে সৃষ্টি কৰা হ'ল। সেই ঘটনা (event) হৈছে ইৰাণত থকা আৰ্য আৰু ইন্দো-এৰীয়ানৰ দ্বন্দ্বৰ ফলত যি সম্বন্ধ বিচ্ছেদ হ'ল তাৰেই পৰিণতিৰ ৰূপ। এই সংঘাতৰ এক বিশেষ অংশ হৈছে শিৱ দুৰ্গাৰ কাহিনী।

অহুৰ-মাজদা (Ahura-Mazda) পাচীসকলৰ 'জেণ্ড আৱেস্তা' গ্ৰন্থখনৰ পৰমেশ্বৰ (Supreme God) ৰূপে আবিৰ্ভাৱ হোৱাৰ আগলৈকে পাচীয়াত থকা সকলো আৰ্যৰ কাৰণে বৈদিক পন্থা এটা উমৈহতীয়া পন্থা আছিল। কিন্তু একেশ্বৰবাদৰ দেৱতা অহুৰ-মাজদাই বেদৰ বহু ঈশ্বৰবাদৰ অন্ত পেলালে। অৱশ্যে পাচীয় আৰ্য আৰু ইন্দো-এৰীয়ানৰ মাজৰ সংঘৰ্ষৰ ইঙ্গিত বেদে বহন নকৰে। কিন্তু পাছৰ কাহিনীবোৰত দেৱতা আৰু অসুৰৰ সংঘৰ্ষৰ কথা পোৱা গৈছে।

শিৱ দুৰ্গাই এই সংঘৰ্ষৰ মূল ভূমিকা গ্ৰহণ কৰিছিল। কিন্তু তেওঁবিলাকৰ ভূমিকাৰ মাজত প্ৰভেদো দেখা যায়। অসুৰৰ লগত দুৰ্গা-কালীৰ বন্ধুত্বৰ নাম মাত্ৰও নাই। তেওঁবিলাক (দুৰ্গা-কালী) কেৱল হন্তাহে। তাৰ বিপৰীতে শিৱই দ্বৈত ভূমিকা লোৱা দেখা যায়। তেওঁ (শিৱ) অসুৰ-দানৱৰ পৃষ্টপোষক (Patron) আৰু আনহাতে তেওঁ কিছু অসুৰৰ হন্তাও। ইয়াৰ উপৰিও হিন্দু মিথ'লজীত অসুৰ হন্তা কাৰ্ত্তিকেয়ৰ তেৱেঁই পিতৃ।

নিজৰ মাজত হোৱা সংঘৰ্ষৰ আৰু পাৰ্চীয়ানবোৰৰ লগত হোৱা সংঘৰ্ষৰ (conflict) বিষয় অৱগত হৈও ইন্দো-এৰীয়ানবোৰ পাচীয়াৰ একেশ্বৰবাদৰ দেৱতাৰ লগত পৰিচয় হোৱাই নহয়, সেই ধাৰণাৰ দ্বাৰা প্ৰভাৱান্বিতো হ'ল। শিৱ (Monotheistic type) নিশ্চয় অহুৰ-মাজদাৰ পৰাই উদ্ভুত।

এটা কথা মন কৰিবলগীয়া যে, পাচীয়ানসকলৰ মাজত 'সৰ্বশ্ৰেষ্ঠ' (Great) বুজাবলৈ বিশেষ শব্দ বিশেষণ ৰূপে ব্যৱহাৰ কৰাৰ প্ৰথা চলি আছিছে আৰু এনে প্ৰয়োগ আমাৰ শিৱৰ ক্ষেত্ৰতহে প্ৰয়োগ কৰা দেখা গৈছে। যেনে পৰমেশ্বৰ (পৰম+ঈশ্বৰ), মহেশ্বৰ, (মহা+ঈশ্বৰ), মহাদেৱ ইত্যাদি। একেশ্বৰবাদ (Monotheism) দেৱতাৰূপে শিৱৰ পাৰ্চী অন্তৰ্ভুক্তিৰ বিষয়ে অধিক তাৎপৰ্যপূৰ্ণ কথা হ'ল যে বৈদিক মিথ'লজীৰ লগত বা পৌৰাণিক পৰম্পৰাৰ শিৱৰ লগত ইয়াৰ সাদৃশ্য নাই। হিন্দু ত্ৰিনিটিৰ যি শিৱ তেওঁৰ ৰূপ সংহাৰকৰ ৰূপ। সেই ৰূপ পাৰ্চীয় অন্তৰ্ভুক্তিৰ শিৱৰ নাই, অথবা তেওঁ উপদেৱতা (Demi God) বোৰৰ অধিপতিও নহয়। তেওঁ এজন উচ্চ (High) স্তৰৰ দেৱতা আৰু সম্পূৰ্ণ দেৱতা (Complete God)। যিবোৰ গুণ তেওঁৰ গাত সন্নিৱিষ্ট কৰা হৈছে সেইবোৰ গুণ কোনো মানৱাকৃতিৰ হিন্দু দেৱতাক তেওঁৰ আগতে দিয়া হোৱা নাছিল আৰু তেনে উদাহৰণ পাছতো বিৰল।

এচিয়া মাইনৰৰ বঘেজকই-ৰ সমীপস্থ ইয়াজিলিকায়া অঞ্চলত যি কফূকাট চেংকচুৰেৰী আছে তাত শিৱ দুৰ্গাৰ লগত সম্পূৰ্ণ সাদৃশ্য থকা দুটি মূৰ্তি পোৱা গৈছে। হিটাইটসকলৰ এই দৈৱী যুগলৰ নাম টেশুৱ* (Teshub) আৰু 'হেপাৎ' বা হেবাৎ (Hepat or Hebat)। ই শিৱ আৰু শিৱ পত্নীৰে প্ৰটোটাইপ। তেওঁবিলাকৰ লগত থকা পুত্ৰ যি দেখা গৈছে তেওঁৰ নাম 'শৰুমা' (Sharruma) — তেওঁ যুদ্ধৰ দেৱতা আমাৰ কাৰ্ত্তিকেয়ৰ দৰেই। এই মূৰ্তিকেইটা খৃঃ পূঃ তেৰ শতিকাৰ অৰ্থাৎ যি সময়ত মিটান্নিয়ানবোৰ আপাৰ মেচপটেমিয়াত বসতি কৰি আছিল। সেই কাৰণে হিটাইট দৈৱী যুগল মূৰ্তি মেচপটেমিয়াৰ পৰা আৰ্যবোৰৰ ভাৰতলৈ পূৱমুখী যাত্ৰাৰ লগতে আহিছিল বুলি ভাবিলে অযুক্তিকৰ নহয় আৰু সেই মূৰ্তিয়েই ভাৰতত শিৱ দুৰ্গালৈ ৰূপান্তৰিত হৈছিল।

ইৰাণত অলপতে হোৱা খনন কাৰ্যৰ দ্বাৰা জনা গৈছে যে আৰ্যসকল ভাৰতলৈ খৃঃ পূঃ এহাজাৰ বা তাতকৈ অলপ পাছৰ সময়ত ভাৰতলৈ আহিছিল আৰু ঋক্‌বেদ লিখা হৈছিল সম্ভৱতঃ আঠশ খৃঃ পূৰ্বত। ডাঃ ডি. ডি. কৌচম্বীৰ 'ভাৰতৰ ইতিহাস'ত পোৱা যায় যে যজুৰ্বেদৰ লগত সম্বন্ধিত আৰ্যসকলৰ স্থায়ী বসতিৰ কাল খুব সম্ভৱ আঠশ খৃঃ পূঃত আৰম্ভ হৈছিল। এইকালৰ পৰা চাবলৈ গ'লে ঋক্‌বেদৰ পাছত বেদৰ ৰুদ্ৰ, বাহিৰৰ পৰা অহা পৌৰাণিক শিৱ (টেশুৱ-Teshub আৰু Hepat হেপাত) আৰু ভাৰতৰ স্থানীয় অৰ্থাৎ সিন্ধু উপত্যকাত পোৱা পশুপতি (তিনি মুখ থকা, শিঙৰ দৰে শিৰস্ত্ৰাণ পিন্ধা চীল মোহৰ মূৰ্তি)ৰ সমাহাৰ হৈ ভাৰতত নতুন শিৱৰ উৎপত্তি হ'ল।

পাচীয় অন্তৰ্ভুক্তিৰ শিৱ যেনেকৈ উচ্চ আৰু সম্পূৰ্ণ দেৱতা তেনেকৈ একে গুণবিশিষ্ট শিৱৰ বিষয়ে মহাভাৰতেও বৰ্ণনা কৰিছে। যুধিষ্ঠিৰৰ প্ৰশ্নৰ উত্তৰত ভীষ্মই কৈছে যে, "মই তেওঁৰ গুণৰাশি বখানিবলৈ অপাৰগ। তেওঁ সৰ্বস্থিতিমান, অথচ সকলোতে অদৃশ্য। তেওঁ ব্ৰহ্মা, বিষ্ণু, ইন্দ্ৰৰ সৃষ্টিকৰ্তা আৰু তেওঁলোক ঈশ্বৰো। ব্ৰহ্মাৰপৰা পিশাচলৈকে সকলোৱে তেওঁৰ উপাসনা কৰে। তেওঁ প্ৰকৃতিৰ সকলোকে অতিক্ৰম কৰে আৰু তেৱেঁই পুৰুষোত্তম (absolute spirit) —যাক সাধনা কৰি ঋষিসকলে সত্য উপলব্ধি কৰিব পাৰে। তেওঁ অক্ষয়, অব্যয় আৰু পৰম ব্ৰহ্ম। তেওঁ অবিদ্যমান অথচ চিৰ বিদ্যমান।"

যিজনা শিৱক মহাকবি কালিদাসে শকুন্তলা আৰু ৰঘুবংশত স্তুতি কৰিছিল সেইজনা শিৱৰ স্বৰূপো মহাভাৰতত বৰ্ণিত উক্ত শিৱৰ সৈতে একে। মানৱৰূপত তেওঁ মূৰ্তিমন্ত হ'লেও তেৱেঁই আত্মাস্বৰূপ। এনে এজন ঈশ্বৰ হিন্দু ধৰ্মত নাছিল। তেওঁৰ প্ৰতি ভক্তি নিবেদনৰ ধৰণো এক ব্যতিক্ৰম। কৃষ্ণৰ প্ৰতি ভক্তি নিবেদন

* টেশুৱ আৰু শিৱ শব্দৰ ধ্বনিগত সাদৃশ্য মন কৰিবলগীয়া

ধৰণৰ নহয়। কৃষ্ণৰ প্ৰতি ভক্তি নিবেদন যেনেকৈ মানৱীয় প্ৰেমেৰে ৰস-সিক্ত (বন্ধুৰূপে, প্ৰেমিকৰূপে, পতিৰূপে, পুত্ৰৰূপে লোৱা) শিৱৰ প্ৰতি ভক্তি নিবেদন সেই ধৰণৰ নহয়। স্বৰ্গীয় ভক্তিৰ ক্ষেত্ৰতে ই সীমাবদ্ধ।

উত্তৰ ভাৰতত কৃষ্ণ ভক্তি প্ৰাবল্যৰ কাৰণে শৈৱধাৰা কিছু স্তিমিত হ'ল যদিও শিৱ মাঙ্গলিক শক্তিৰ দেৱতাৰূপে জনপ্ৰিয় হৈ থাকিল। দাক্ষিণাত্যত কিন্তু শিৱৰ প্ৰতি ভক্তিধাৰা একেশ্বৰবাদৰ শিৱৰূপেই ৰক্ষিত হৈ ৰ'ল।

---

এই প্ৰবন্ধ যুগুত কৰোঁতে বহু গ্ৰন্থৰ উপৰিও এন. চি. চৌধুৰীৰ দৰে বিদেশত জ্ঞানীজনৰ Hinduism নামৰ গ্ৰন্থৰ বিশেষ সহায় লোৱা হৈছে।

# ব্ৰাত্য ধাৰা সম্পৰ্কে

শৈৱ সম্প্ৰদায়ৰ বিষয়ে আলোচনা কৰোতে ব্ৰাত্যসকলৰ কথা আলোচনা নকৰিলে আলোচনা সম্পূৰ্ণ নহয়। শিৱ উপাসক ব্ৰাত্যসকলৰ বিষয়ে অথৰ্ব্ব বেদতেই উল্লেখ আছে।[1] বৈদিক আৰ্যৰ যিটো ভাগে যজ্ঞ আৰু বহুদেৱতাৰ উপাসনা কৰিছিল সেই কাৰ্যৰ বিৰোধিতা কৰিছিল এই ব্ৰাত্যসকলে। এই ব্ৰাত্যসকলৰ বিষয়ে শুক্লযজুৰ্বেদৰ বাজসনেয় সংহিতাত, তাণ্ড্য ব্ৰাহ্মণ, কাত্যায়ন শ্ৰৌতসূত্ৰ, লট্টায়ন শ্ৰৌতসূত্ৰ আৰু আপস্তম্বৰ গুহ্যসূত্ৰত উল্লেখ আছে। সিন্ধু উপত্যকাত অতি প্ৰাচীন কালত যিবোৰ জাতিয়ে প্ৰবল পৰাক্ৰম দেখুৱাইছিল তাৰ ভিতৰত কুণ্ডলধাৰী শৈৱসকল অন্যতম আছিল।[2]

অথৰ্ব বেদৰ ব্ৰাত্যকাণ্ডত শিৱকেই পৰম দেৱতা বুলি, তেওঁকেই স্বয়ং ব্ৰাত্য বুলি বন্দনা কৰা হৈছে। যিসকলে যোগ ধ্যানৰ জৰিয়তে, ব্ৰত অনুষ্ঠানৰ জৰিয়তে শিৱক উপাসনা কৰে তেওঁবিলাকেই ব্ৰাত্য।

সৃষ্টিৰ আদিতে এই ব্ৰাত্যই আছিল।[3] তেওঁৰ অনুবোধত ব্ৰহ্মাই তেওঁৰ শৰীৰৰ কাঞ্চন জ্যোতিৰে ব্ৰহ্মা, সত্য আৰু তপ সৃষ্টি কৰিলে। আৰু তাৰ পৰাই ব্ৰহ্ম (জগত)ৰ সৃষ্টি হ'ল। একব্ৰাত্যস্বৰূপে মহাদেৱ থকা ধনুৰ নাম ইন্দ্ৰধনু। তেওঁৰ শৰীৰৰ বক্ষ আৰু পৃষ্ঠ নীল লোহিত বৰণৰ। তাৰ পাছত পূবে পশ্চিমে উত্তৰে দক্ষিণে একব্ৰাত্যৰ গতি ধাবিত হ'ল।

ব্ৰাত্যকাণ্ডত আৰু কোৱা হৈছে যে, এই একব্ৰাত্যৰ পৰিচ্ছদ হৈছে বিজ্ঞান, তেওঁৰ কৃষ্ণবৰ্ণৰ চুলি হৈছে ৰাতিৰ অন্ধকাৰ, উষ্ণীস্ হৈছে দিনৰ পোহৰ, কাণৰ কুণ্ডলৰ ৰূপ দিছে বজ্ৰ আৰু বিদ্যুতে। তেওঁ শৰীৰৰ ভূষণ স্বৰূপে থকা মণি-মুকুটা হৈছে নক্ষত্ৰৰ জিকমিক দ্যুতি। তেওঁৰ সহচৰী হৈছে শ্ৰদ্ধা, উষা, ইৰা আৰু বিজুলী। তেওঁ বিচৰণ কৰা ৰথখন হৈছে মনৰ ৰথ, সেই মনৰ ৰথৰ সাৰথি হৈছে বতাহ, আৰু তেওঁৰ চাবুক হৈছে ধুমুহা। পশুবিলাক, সপ্তৰ্ষি মণ্ডল, দেৱতা আদিয়ে তেওঁক অনুসৰণ কৰে।

---

১. অথৰ্ববেদ— ১৫ শ কাণ্ড

২. The History of Shaivism - P Josh

৩. অথৰ্ববেদ— পৈপ্পলাদ শাখা — ১৮

ইয়াৰ পাছত পৰ্যায়ক্ৰমে তেওঁৰ আবিৰ্ভাৱ হ'বলৈ ধৰিলে। ভৱ, শৰ্ব পশুপতি, উগ্ৰ ৰুদ্ৰ, মহাদেৱ আৰু ঈশান ধানুকীৰূপে যথাক্ৰমে পূবে, দক্ষিণে, পশ্চিমে, উত্তৰে, উৰ্দ্ধ আৰু অৰ্দ্ধত দিগন্তব্যাপী তেওঁৰ সঞ্চাৰণ হ'ল। ইয়াৰ পাছত উত্তৰায়ণেদি ঋতুবোৰেদি, পৃথিৱীৰ পৰা আকাশলৈ উত্তম দিশেদি, বৃহৎ দিশেদি, পৰম দিশেদি, অনাদিষ্ট দিশেদি, অনাবৃত্ত দিশেদি, দিশে দিশেদি তেওঁ যাত্ৰা কৰিলে। .....তেওঁ সমুদ্ৰৰূপে সকলোকে আচ্ছাদিত কৰি পেলালে।

এই পৰম পুৰুষ ব্ৰাত্যক যিজনে জানে তেৱেঁই 'বিদ্বান ব্ৰাত্য' নামে পৰিচিত হয়।

"ঋষিসকলৰ উপাস্য দেৱতা যেনেকৈ একৰ্ষি বা সূৰ্যদেৱতা, তেনেকৈয়ে ব্ৰাত্যসকলৰ উপাস্য দেৱতা একব্ৰাত্য অথবা মহাদেৱ।

একব্ৰত্যৰ লগত সাযুজ্য লাভেই ব্ৰাত্যসকলৰ সাধাৰণ লক্ষ্য। ব্ৰহ্মক জানিলে যেনেকৈ ব্ৰহ্ম হোৱা যায় একব্ৰাত্যক জানিলেও একব্ৰাত্যই হ'ব পাৰি।" [৫]

সাবিত্ৰীমন্ত্ৰ লৈ উপবীত ধাৰণ নকৰা ব্ৰাত্যসকলে যাগ-যজ্ঞ নামানিছিল, যাগ-যজ্ঞ ধ্বংসই কৰিছিল। ব্ৰত আচৰণকাৰী শাৰীৰিক বলত বলিয়ান এই ব্ৰাত্যসকল আছিল সাংখ্যধাৰাৰ বাহক, যোগ অনুসৰণকাৰী, জ্ঞানবাদী আৰু কৰ্মকাণ্ডৰ বিৰোধী।

---

৪. অথৰ্ববেদ—১৫/৭

৫. শৈৱদৰ্শন আৰু সাহিত্যৰ পটভূমি : পৃষ্ঠা—৩, শ্ৰীউপেন্দ্ৰনাথ পণ্ডিত

# শিৱ-পুৰাণত থকা লিঙ্গ জন্ম কাহিনী

প্ৰয়াগ তীৰ্থত মাঘ মাহত তুণ্ডি ঋষিয়ে স্নান ধ্যান কৰি একাৰ্ণৱত থকা কামদেৱ ঋষিৰ আশ্ৰমলৈ যায়। তাতে শিৱ উপাসনাত ৰত হৈ থকা, শিৱ তেজেৰে দীপ্ত ভস্মভূষণ ঋষি কামদেৱক তুণ্ডি ঋষিয়ে দেখা পায়। তাতে পৰম মহিমাময় শিৱৰ বিস্ময়কৰ বিবিধ মহিমাৰ কথা কৈ থাকোতে প্ৰসঙ্গক্ৰমে ক'লে যে, জগতত মহাপ্ৰলয় ঘটিলে দেৱাদিদেৱ মহাদেৱ দিব্য দেহাৰে গগন মণ্ডলত আৱিৰ্ভূত হয়। কি আশ্চাৰ্যৰ কথা প্ৰকৃততে সেই ক্ষণতে অতিসুন্দৰ কুন্দেন্দু স্ফটিক বৰ্ণৰ ত্ৰিনয়ন, ত্ৰিপুৰাৰী, পিনাক-পাণি মহাদেৱ গগন মণ্ডলত আৱিৰ্ভূত হ'ল। তেওঁৰ দক্ষিণাংশৰ পৰা ব্ৰহ্মা আৰু বামাংশৰ পৰা বিষ্ণুৰ জন্ম হ'ল। জন্ম পাই "মই সৃজনকৰ্তা (ব্ৰহ্মা), মই বিষ্ণু পালন কৰ্তা কিন্তু সংহাৰ কৰ্তাজন কেনি গ'ল" বুলি দুয়ো ব্ৰহ্মা বিষ্ণু দেৱতাই কোৱা মেলা কৰোতেই এটা অভাৱনীয় ঘটনা ঘটিল। ব্ৰহ্মা, বিষ্ণু দুয়োজনে দেখিলে পানীৰ মাজত যোজন যোজন ব্যাপী থকা মহাজ্যোতিৰ্ময় সত্তা লিঙ্গৰ আবিৰ্ভাৱ। লিঙ্গৰ আকৃতি আৰু তেজ দেখি ব্ৰহ্মা, বিষ্ণু দুয়োজন স্তব্ধ হৈ গ'ল। বিষ্ণুৱে ব্ৰহ্মাক ক'লে, "এয়া মহাদেৱৰ নিশ্চয় মহিমা হ'ব।" তেওঁবিলাকে লিঙ্গ নিৰীক্ষণ কৰাৰ সংকল্প লৈ ব্ৰহ্মাই লিঙ্গৰ উৰ্দ্ধভাগ নিৰীক্ষণ কৰিবলৈ উৰ্দ্ধলৈ গতি কৰিলে আৰু বিষ্ণুৱে অধঃভাগ নিৰীক্ষণ কৰিবৰ কাৰণে জলত প্ৰৱেশ কৰি তীক্ষ্ণভাৱে অন্বেষণ কৰিও একো নিৰ্ণয় কৰিব নোৱাৰিলে। ব্ৰহ্মাই যোজন যোজন উৰ্দ্ধলৈ উৰি গৈ লিঙ্গৰ শিৰোভাগ অৱশ্যেই দৰ্শন কৰিলে। লিঙ্গৰ শিৰোভাগ কেতেকী পুষ্পেৰে সুশোভিত দেখি ব্ৰহ্মাই স্তৱ কৰাত ব্ৰহ্মাৰ হাতত আহি কেতেকীফুলৰ পাহি এটি সৰি পৰিল। তাকে লৈ ব্ৰহ্মাই সন্তুষ্ট চিত্তেৰে আহি বিষ্ণুক সবিশেষ জনালেহি। বিষ্ণুক কেতেকীপুষ্প দেখুওৱাত বিষ্ণুৱে লিঙ্গৰ উৰ্দ্ধত আছিলনে আৰু ব্ৰহ্মাই লিঙ্গৰ শিৰৰ পৰা আনিছেনে বুলি সুধিলত কেতেকীফুলে 'হয়' বুলি উত্তৰ দিলে। অন্তৰ্যামী বিষ্ণুৱে কেতেকীৰ মিছা উত্তৰ জানিব পাৰি কেতেকীক কেতিয়াও ভৱিষ্যতে লিঙ্গৰ শিৰত স্থান নেপাব বুলি অভিশাপ দিলে। কেতেকীয়ে অভিশাপ খণ্ডন হ'বৰ কাৰণে কান্দি-কাটি কাকূতি কৰাত আৰু শিৱলিঙ্গৰ পৰা পৰি থকা অৱস্থাতহে ব্ৰহ্মাই আনিছে বুলি সত্য কথা কোৱাত, বিষ্ণুৱে কেৱল শিৱৰাত্ৰিৰ দিনা কেতেকী ফুল শিৱলিঙ্গত স্থাপন কৰিব পৰা

যাৰ বুলি অভিশাপ খণ্ডন কৰিলে। পাছত ব্ৰহ্মা বিষ্ণু দুয়োজনে শিৱৰ বন্দনা কৰি প্ৰাৰ্থনা কৰাত শিৱ সন্তুষ্ট হ'ল, লিঙ্গ পূজাৰ নিৰ্দেশ দান কৰিলে আৰু ব্ৰহ্মা বিষ্ণু দুয়োকে মুক্তিদাতাই মুক্তি প্ৰদান কৰিলে। জগতে ব্ৰহ্মাক ৰজোৰূপে সৃজন কৰিবলৈ, বিষ্ণুক সত্বৰূপে পালন কৰিবলৈ কৈ নিজে তমোগুণেৰে সংহাৰ কৰিব বুলিও সৃষ্টি, স্থিতি, বিনাশৰ কাৰ্য ভাগ কৰি ল'লে।*

দ্বাদশ লিঙ্গ : শিব পুৰাণ মতে কাশী ক্ষেত্ৰই হৈছে লিঙ্গৰ আদ্যস্থান। তাত লিঙ্গৰ নাম বিশ্বেশ্বৰ। বদৰিকাশ্ৰমত আছে দ্বিতীয় লিঙ্গ কেদাৰ ঈশ্বৰ। শ্ৰীশৈলত তৃতীয় লিঙ্গ। নাম হৈছে মল্লিকা অৰ্জুন।

ভীমপুৰত যি লিঙ্গ আছে সেই লিঙ্গৰ নাম শঙ্কৰ। ওঙ্কাৰত অমৰেশ। ষষ্ঠ লিঙ্গ উজ্জয়িনীপুৰত। নাম হয় কামেশ্বৰ। সোমপুৰত সোমনাথ শিবলিঙ্গ। অষ্টমত পাৰুনী নামে ঠাইত বৈদ্যনাথ। ওড্ৰদেশত নাগৰাজ। শৈৱলত দশম লিঙ্গ ভুবনেশ্বৰ। একাদশ লিঙ্গত ব্ৰহ্মানিধিত নাম ত্ৰ্যম্বক। সেতু বন্ধনৰ লিঙ্গ ৰামেশ্বৰ লিঙ্গ নামে প্ৰখ্যাত।

* শিব পুৰাণ ১ম খণ্ড—কালীপ্ৰসন্ন বিদ্যাৰত্নৰ দ্বাৰা অনূদিত

# শৈৱ দৰ্শন

## (এক)

পুৰাণসমূহত ব্যক্ত হোৱা শৈৱ দৰ্শন বিশেষকৈ 'শিৱ মহাপুৰাণত' যি ব্যক্ত হৈছে সি এটা কথা প্ৰমাণ কৰে যে শৈৱধাৰণা প্ৰাচীনতম কালৰে পৰা কেনে আছিল তাৰ ইতিহাস উলিওৱা অত্যন্ত দুৰূহ তথা অসম্ভৱ। সংস্কৃত আৰু দ্ৰাবিড়ী দুয়োটা ভাষাতে লিপিবদ্ধ হৈ থকা শৈৱ গ্ৰন্থবোৰ সংস্কৃতৰ প্ৰভাৱতে দ্ৰাবিড়ীত লিখা হৈছিল নে দ্ৰাবিড়ী প্ৰভাৱত সংস্কৃতত লিখা হৈছিল আজিলৈকে অবিদিত। প্ৰাচীন 'আগম' গ্ৰন্থবোৰত অৱশ্যে এটা কথা স্পষ্ট যে শিৱৰ নিজৰ মুখেদিয়েই সেই সংস্কৃত অথবা দ্ৰাবিড়ী আগমবোৰ ব্যক্ত হৈছে।

প্ৰাচীন এই 'আগম' গ্ৰন্থবোৰ কেতিয়াৰ। অৰ্থাৎ কোন সময়ৰ সেই বিষয়েও আমি কোনো ইতিহাস নেপাওঁ। শিৱ মহাপুৰাণত থকা বায়বীয় সংহিতাত আঠাইশজন শিৱাচাৰ্যৰ উল্লেখ আছে আৰু সেইসকলৰ সময় দশম শতিকামানলৈকেই হ'ব।

দাক্ষিণাত্যৰ শৈৱ ধাৰণা আৰু উত্তৰ ভাৰতৰ শৈৱধাৰণাৰ পৰস্পৰ প্ৰভাৱৰ ক্ষেত্ৰত পণ্ডিত প্ৰবৰ দাৰ্শনিক (1)সুৰেন দাসগুপ্তই মত প্ৰকাশ কৰে যে, "We have no direct knowledge of any Dravidian Philosophical culture before the Aryan culture had penetrated into the south, It is therefore difficult to imagine how there could be Dravidian works of philosophy which can parallel to the Sanskrit works. The other difficulty is that, most of these supposed Āgamas of the past are not now available. Most of the Āgamas that we get now are written in Sanskrit in various Dravidian scripts.

সপ্তম-অষ্টম শতিকাৰ শৈৱ সাহিত্য পোৱা দুৰ্লভ বুলিয়েই পৰিগণিত হৈছে। ৰামানুজৰ বৈষ্ণৱ ধাৰাৰ সমসাময়িক কালতে অৰ্থাৎ দ্বাদশ শতিকাত

---

জগতৰ সৃষ্টি, দেৱ-দেৱীসকলৰ জীৱন আৰু মাহাত্ম্য আৰু নৃপতিসকলৰ ৰাজত্ব আদি সম্পৰ্কে জনসাধাৰণৰ মাজত চলি অহা কিম্বদন্তী তথা কাহিনীবোৰ সংগ্ৰহ কৰি, সংকলন কৰি, দর্শন ... কৰি পুৰাণ নাম দিয়া হৈছিল।

শৈৱধৰ্মৰো পুনৰুত্থান হয়। ৰামানুজে আটাইবোৰ শৈৱ সম্প্ৰদায়ৰ কথা অৱশ্যে উল্লেখ কৰা নাই। কেৱল 'কালামুখ' আৰু 'কাপালিকৰ' উল্লেখ কৰিছে। দাৰ্শনিক মতৰ বিষয়ে কোনো সাহিত্য এতিয়া পাবলৈ নাই। অ'ত ত'ত কাপালিক ধাৰা হয়তো বৰ্ত্তি আছে আৰু তেওঁবিলাকৰ সাধন প্ৰণালীৰ বিষয়েও কিছু হয়তো জনা যায়, কিন্তু কালামুখ ধাৰাৰ বিষয়ে জনাটো দুঃসাধ্যই বুলিব পাৰি।—

দাক্ষিণাত্যৰ শৈৱ ধৰ্মৰ যি তিনিটা ধাৰা (Schools) পোৱা গৈছে তাৰ নাম (১) বীৰ শৈৱ (২) শিৱ জ্ঞান সিদ্ধি (৩) শ্ৰীকণ্ঠ দ্বাৰা প্ৰতিপালিত শৈৱ ধাৰা।

মহাভাৰতকে আদি কৰি বিভিন্ন পুৰাণত উল্লিখিত পাশুপাত ধাৰাৰ বিষয়ে চৈধ্য শতিকাৰ "মাধৱ সৰ্ব্ব দৰ্শন সংগ্ৰহ"ত পোৱা গৈছে। বায়বীয় সংহিতাত (শিৱ মহাপুৰাণ) পোৱা পাশুপাত দৰ্শনৰ বিষয়ে বিখ্যাত দাৰ্শনিক সুৰেন দাসগুপ্তৰ অভিমত এয়ে যে,—

"একলাখ সূক্তত লিখা এই শিৱ মহাপুৰাণখন সাতটা ভাগত ভাগ কৰা হৈছে আৰু শিৱ নিজেই তাৰ ৰচক।"

# শৈৱ দৰ্শন

## (দুই)

শৈৱধাৰাৰ বিভিন্ন মত সমূহৰ ভিতৰত চাৰিটাই প্ৰধান বুলি বিভিন্ন সংহিতাই ক'ব খোজে, সেয়া হৈছে —

(১) সিদ্ধান্ত মাৰ্গীয়

(২) পাশুপাত

(৩) মহাব্ৰত ধাৰা

(৪) কাপালিক।

পাশুপাত ধাৰাক পঞ্চাৰ্থবিদ্যাও বোলা হয় আৰু এই ধাৰাকে উচ্চ ধাৰা বুলি বহুতে গণ্য কৰে।

বামন পুৰাণৰ মতে শৈৱ ধাৰাৰ চাৰিটা ভাগ —

(১) শৈৱ (শৈৱ সিদ্ধান্তিকা)

(২) পাশুপাত

(৩) কালবদন বা কালমুখ

(৪) কাপালিক।

বায়ৱীয় সংহিতাৰো একেই মত আৰু এই চাৰিওভাগৰে সাধকবোৰেই শৈৱ।

যমুনাচাৰ্যৰ আগম প্ৰামাণ্যৰ মতেও ভাগ চাৰিটা ঃ—

(১) কাপালিক

(২) কালামুখ

(৩) পাশুপাত

(৪) শৈৱ।

যমুনাচাৰ্যৰ সময়তে মাহেশ্বৰ অস্ত্ৰ নামটোও প্ৰতিষ্ঠা হয়। বাচস্পতি মিশ্ৰৰ মতে মাহেশ্বৰৰ শাখা চাৰিটা ঃ শৈৱ, পাশুপাত, কাৰুণিকা সিদ্ধান্ত আৰু কাপালিক।

---

শিৱ মহাপুৰাণখন বিভিন্ন সময়ত লিখা সংগৃহীত (composite work) বুলিহে পণ্ডিতসকলে কব খোজে।

ৰামানুজৰ শ্ৰীভাষ্যমতে পশুপতিমত অবৈদিক, প্ৰচলিত মতবিৰোধী এই মাৰ্গৰ লোকসকল চাৰিভাগত বিভক্ত—কাপাল, কালামুখ, পাশুপাত আৰু শৈৱ।

'সুপ্ৰভেদাগমে' শৈৱ, পাশুপাত, সৌম আৰু "লাকুল" এই চাৰিটা ভাগ কৰিছে। কাপালিকসকলক মহাব্ৰতধৰ বুলিও বৰ্ণোৱা হৈছে। লকুলীশধাৰা পাশুপাত ধাৰাৰে পৰা ফাটি অহা অংশ বুলি সাধাৰণতে ধৰা হয়। আৰ. চি. ভাণ্ডাৰকাৰে এঠাইত কোৱা মতে—লকুলীশেই পাশুপাত মত প্ৰথম প্ৰতিষ্ঠা কৰে। অন্যমতত শ্ৰীকণ্ঠইহে এই মত প্ৰচলন কৰে। কোনো কোনোৱে শ্ৰীকণ্ঠ লকুলীশক গুৰু শিষ্য বুলি ক'ব খোজে। শিলালিপি, তাম্ৰলিপি আৰু কোনো সাহিত্যত অৱশ্যে এই বিষয়ে উল্লেখ পোৱা নাযায়। খৃঃ পূঃ ২য় শতিকা লকুলীশৰ আৰ্বিভাৱৰ কাল বুলি ধৰা হয়। কিছুমান পুৰাণৰ মতে লকুলীশ শিৱৰ আঠাইশতম তথা শেষ অৱতাৰ। লিঙ্গায়ত আৰু বীৰ শৈৱ ইয়াৰে পৰা হোৱা শাখা।

লকুলীশৰ মত মনাসকলে হাতত দণ্ড আৰু কমণ্ডলু লয়। বহল কাপোৰেৰে অঙ্গ ঢাকে। গা ঢাকে কম্বলেৰে। মূৰত জটা ৰাখে। জটাত লিঙ্গ ৰাখে। গাত ভস্ম সানে, উপবীত ধাৰণ কৰে। অৰণ্যত বাস কৰে। সাদ-সোৱাদ নোহোৱা খাদ্য বা ফলমূল ভক্ষণ কৰে। মানুহৰ ৰোগ আদি আঁতৰাই ভাল পায়। কিছুমান এনে সাধকৰ পত্নী থাকে। কিছুমানৰ নাথাকে।

কাশ্মিৰী শৈৱ শাখাৰ বিষয়ে ক'বলৈ গ'লে বিখ্যাত পণ্ডিত নীলকান্ত শাস্ত্ৰীৰ কথাই মনলৈ আহে। এইজনা পণ্ডিতৰ মতে দাক্ষিণাত্যৰ 'লিঙ্গায়ত' আৰু কাশ্মীৰৰ 'কাশ্মিৰী' এই দুটাই শৈৱধৰ্মৰ প্ৰধান শাখা। কাশ্মিৰী শাখাৰ সাহিত্য নৱম শতিকাতে পোৱা গৈছিল কাৰণে কাশ্মিৰী শাখা সুপ্ৰাচীন শাখা বুলি গণ্য কৰা হয়।

কাশ্মিৰী শাখা অদ্বৈতবাদী শাখা। এই শাখাক বহুতে 'আভাস বাদ' বুলিও কয়। আনহাতেদি লিঙ্গায়ত (দক্ষিণাত্যৰ) শৈৱশাখাক অদ্বৈতবাদী বুলি ক'ব নোৱাৰি। নানাতত্ত্ববাদতহে এওঁবিলাকে বিশ্বাস কৰে।

দাৰ্শনিক সিদ্ধান্তৰ ফালৰ পৰা শৈৱতত্ত্ব যদি ভাগ কৰা যায় তেন্তে দুটা সম্প্ৰদায়ত বিভক্ত কৰিব পাৰি ঃ

(১) সিদ্ধান্ত সম্প্ৰদায়

(২) প্ৰত্যভিজ্ঞা সম্প্ৰদায়।

এতিয়া আমি এই বিষয়ে বহল আলোচনালৈ আহোঁ ঃ

# বীৰ শৈৱ বা লিঙ্গায়ত

দক্ষিণ ভাৰতৰ কৰ্ণাটক অঞ্চলত একপ্ৰকাৰ উগ্ৰ শৈৱ ধৰ্ম গঢ়ি উঠিছিল- নাম আছিল বীৰ শৈৱ বা লিঙ্গায়ত। এই ধৰ্ম প্ৰাচীন ঐতিহ্যবাহী। বসৱ নামৰ এজন কন্নড় ব্ৰাহ্মণে ইয়াক সুনিৰ্দিষ্ট ৰূপ দিছিল। কৰ্ণাটকৰ পৰা জৈনবোৰক উৎখাত কৰা আৰু আদৰ্শ এখন সমাজ গঢ়াই ইয়াৰ লক্ষ্য আছিল। এই দুয়োটা উদ্দেশ্যই অৱশ্যে বহু পৰিমাণে সিদ্ধ হৈছিল।

বীৰ শৈৱসকলে নাৰী-পুৰুষ নিৰ্বিশেষে শৰীৰত শিৱ লিঙ্গ ধাৰণ কৰে। এই লিঙ্গ ধাৰণেই হৈছে তেওঁবিলাকৰ উপনয়ন বা দীক্ষা। তেওঁবিলাকে উপবীত গ্ৰহণ নকৰে, গায়ত্ৰীও পাঠ নকৰে। তেওঁবিলাকৰ দীক্ষাৰ নাম লিঙ্গ স্বায়ত্ত দীক্ষা। বীৰ শৈৱসকলে ইষ্ট লিঙ্গৰ বাহিৰে অন্য কোনো মূৰ্তিকেই পূজা নকৰে। অৱশ্যে শিৱ সম্পৰ্কিত দেৱতাসকলে তেওঁবিলাকৰ পৰা সন্মান লাভ কৰে। বেদ সম্পৰ্কত বীৰ শৈৱসকলে উদাসীন নীতিয়েই লৈছিল। বেদ বিৰোধিতাও নকৰে, বেদ প্ৰামাণ্যও স্বীকাৰ নকৰে। আনহাতেদি সমাজ সংস্কাৰেই আছিল তেওঁবিলাকৰ মূল লক্ষ্য। দৰিদ্ৰ শ্ৰেণীৰ উন্নতি তেওঁবিলাকৰ আছিল অন্য এক লক্ষ্য। জৈনসকলৰ দৰেই তেওঁবিলাকে জলদান, অন্নদান, ঔষধদান আৰু বিদ্যাদানক পালনীয় কৰ্তব্য কৰি লৈছিল।

বীৰ শৈৱসকলে জাতিভেদ নামানে। ধূমপান, মদ্যপান আৰু মাংস ভক্ষণৰ তেওঁবিলাক বিৰোধী। নাৰীক তেওঁবিলাক উচ্চস্থান দিছিল। স্ত্ৰী-পুৰুষৰ সমান অধিকাৰত প্ৰাধান্য দিছিল। বাল্যবিবাহৰ তেওঁবিলাক বিৰোধী আছিল, বিধবা বিবাহক সন্মান কৰিছিল। এইফালৰ পৰা বসৱ অনন্যসাধাৰণ পুৰুষেই আছিল। অনগ্ৰসৰ আৰু জড়সমাজক গতিশীল কৰিবলৈ বাসৱে বলপূৰ্বকভাৱেই কাম কৰিছিল। বসৱ আছিল ৰজা বিজ্জলৰ সময়ৰ পুৰুষ। শৈৱধৰ্মক বৰ্ণাশ্ৰমৰ শৃঙ্খলৰ পৰা মুক্ত কৰি নতুন প্ৰাণ, নতুন দৃষ্টিভঙ্গী দান কৰিছিল। বসৱৰ কোনো নিজা গ্ৰন্থ নাছিল কিন্তু তেওঁৰ বাণীসমূহে 'বচন' নামে সংগৃহীত হৈছিল আৰু কন্নড় সাহিত্যৰ ই মূল্যবান সম্পদ। বীৰ শৈৱসকলৰ পৱিত্ৰতম আৰু প্ৰামাণিক শাস্ত্ৰ হ'ল কন্নড় ভাষাত ৰচিত বসৱ পুৰাণ (ত্ৰয়োদশ শতিকা) আৰু 'দুয় বসৱ পুৰাণ'—যাক আচাৰ্য বিৰুপাক্ষই ষোড়শ শতিকাত ৰচনা কৰিছিল।

বীৰ শৈৱধৰ্মৰ মূল কথা হ'ল দৃশ্যমান জগতৰ যি আদি কাৰণ আৰু আধাৰ, সমস্ত জাগতিক ক্ৰমবিকাশৰ মূল আৰু চৰমগতি তেওঁ হ'ল স্থল। 'স্থৰ

অৰ্থ স্থিতি য'ত বিশ্বজগতৰ কাৰণ স্থিত, 'লয়' অৰ্থ লীন—য'ত সৃষ্ট বিশ্ব চৰাচৰ প্ৰলয় কালত লীন হৈ যায়। অন্তৰ্নিহিত শক্তিৰ আলোড়নৰ ফলত এই স্থূল 'লিঙ্গস্থল' আৰু 'অঙ্গস্থল' নামৰ দুটি ভাগত বিভক্ত হয়। লিঙ্গস্থল উপাস্য শিৱ বা পৰমাত্মা। অঙ্গস্থল জীৱ বা জীৱাত্মা। আকৌ লিঙ্গ শব্দটোৰ ধাতুগত অৰ্থ লী ধাতু (দ্ৰবীভূত হোৱা) 'গম' ধাতু (যোৱা), সেই চৰম সত্যকে নিৰ্দেশ কৰে য'ত সকলো লয়প্ৰাপ্ত হয়। আকৌ য'ৰ পৰাই সকলো উদ্ভৱ হয়। লিঙ্গস্থল কি হৈছে শিৱৰ শক্তি প্ৰথমটোৰ সম্পৰ্ক পৰমাত্মাৰ লগত, দ্বিতীয়টোৰ জীৱাত্মাৰ লগত। সমস্ত সদ্‌বস্তুৰ মাজত উপাদনতকৈ আকাৰৰ গুৰুত্ব বেছি। উপাদানগত অংশ শিৱ। আনহাতেদি আকাৰগত অংশ শক্তি। বীৰ শৈৱ মতে এটা আদি সত্ত্বাৰ নিজৰ শক্তিৰ ক্ৰিয়া পৰম্পৰা আৰু জীৱাত্মাই ঈশ্বৰ আৰু জীৱত ৰূপান্তৰিত হয়। বীৰ শৈৱমতে মায়াবাদ স্বীকাৰ নকৰে। কাৰণ জগত চৈতন্যৰ মিথ্যা বিবৰ্তন হ'ব নোৱাৰে। বিশিষ্ট মতবাদৰ লগত এই মতবাদৰ মূল পাৰ্থক্য বিদ্যমান। বীৰ শৈৱমতে ঈশ্বৰৰ এক বিশেষ শক্তি আৰু তাৰেই বিভিন্ন ক্ৰমৰ পৰাই জীৱ আৰু জগতৰ উদ্ভৱ হয়।

# কাপালিক ধাৰা

পুৰাণ আৰু মহাকাব্যবোৰত শৈৱ ধাৰাৰ বিভিন্ন সম্প্ৰদায়ৰ উল্লেখ কৰোতে কাপালিক সম্প্ৰদায়ৰো উল্লেখ কৰা হৈছে। কোনো কোনো স্থানত তেওঁবিলাকক 'সোম সিদ্ধান্তিন' বা 'শিৱশাসন' বুলিও কোৱা হয়।

কাপালিন ৰূপত শিৱক যি উপাসনা কৰে তেওঁবিলাকেই কাপালিক। আচলতে কাপালিক শব্দটো আহিছে কপাল অৰ্থাৎ নৰমুণ্ডৰ খোলাৰ পৰা। কাপালিক সন্ন্যাসীবোৰে নিজ ধৰ্ম বুজাবলৈ সেয়ে হাতত এটি নৰমুণ্ডৰ খোলা লৈ ফুৰে। বৃহৎসংহিতাৰ মতে কাপালিকসকলে নৰমুণ্ডৰ খোলাত আহাৰ খায়, ব্ৰাহ্মণৰ লাওখোলাত মদিৰা পান কৰে, ডিঙিত নৰদেহৰ হাড়েৰে কৰা মালা পিন্ধে, যজ্ঞতো নৰমাংসৰ আহুতি দিয়ে।

কূৰ্ম পুৰাণে এই কাপালিক ধাৰাক বেদবাহ্য বুলিছে। পাশুপাত, সোম, লকুলা আৰু ভৈৰৱ এই শাখাবোৰ বেদবাহ্য। বেদৰ বাহিৰৰ বস্তু এইবোৰ।

এই সোম সিদ্ধান্ত বা কাপালিক ধাৰা পাশুপাত সম্প্ৰদায়ৰে এটা ভাগ বুলি বহুতো পণ্ডিতে ক'ব খোজে। ঈশান গুৰু পদ্ধতি, অত্ৰাধিকাৰ নিৰ্ণয়, আৰু দৰ্শন কণিকা সংগ্ৰহেও এই ধাৰাৰ বিষয়ে উল্লেখ কৰিছে। পণ্ডিত ভি. এছ. পাঠকৰ মতে 'উমাসহিত চন্দ্ৰশেখৰ' ৰূপৰ শিৱকে এই ধাৰাই উপাসনা কৰিছিল।

কাপালিকসকলৰ বিষয়ে মৈত্ৰী উপনিষদতেই প্ৰথম সাহিত্যিক বৰ্ণনা পোৱা হৈছে। তেওঁবিলাকক তস্কৰ বা চোৰ হিচাপে বৰ্ণনা কৰা হৈছে, আনকি তেওঁবিলাকৰ লগত বাস কৰিব নেলাগে বুলিও উল্লেখ কৰিছে।

কিছুমান পণ্ডিতৰ মতে কাপালিক পন্থা বহুত বেছি প্ৰাচীন এক পন্থা। বৌদ্ধ 'কুল্লবগ্গ' (cullavagga) গ্ৰন্থত উল্লেখ আছে যে কিছুমান সন্ন্যাসীয়ে লগত লাওখোলা লৈ ফুৰিছিল, তেনেই সামান্যতম কাপোৰ আবৰণ হিচাপে ব্যৱহাৰ কৰিছিল, আৰু শ্মশানত তেওঁবিলাকক পোৱা গৈছিল। কাপালিকসকলৰ তেওঁবিলাকেই অগ্ৰজ আছিল বুলি নিঃসন্দেহেই ক'ব পৰা যায়।

ব্ৰহ্মসূত্ৰৰ টীকাকাৰ ৰামানুজৰ মতে কাপালিক আৰু কালামুখ দুটা পৃথক ধাৰা আৰু হাতত লাওখোলা লৈ ফুৰাবোৰ কালামুখ সম্প্ৰদায়ৰহে লোক।

পুৰাণত কাপালিকসকলক শৈৱসকলৰ লগত একেলগেই উল্লেখ কৰা হৈছে। শিৱ পুৰাণত কোৱা হৈছে যে, শিৱৰ মত গোড়াভাৱে কাপালিকসকলে

মানি চলিছিল। কিন্তু কূৰ্ম পুৰাণত কাপালিকক পাশুপাত ধাৰাৰ পৰা পৃথক বুলি কোৱাৰ উপৰিও অন্য শৈৱধাৰাৰ পৰাও পৃথক বুলি কৈছে। তন্ত্ৰৰ পৰা প্ৰভাৱান্বিত ধাৰাবোৰক পাশুপাত ধাৰায়ো নিন্দা কৰিছিল। কিন্তু একেখন পুৰাণতে কাপালিকবোৰক শিৱ বিশ্বাসী এক গুৰুত্বপূৰ্ণ ধাৰাও বোলা হৈছে। বৃহৎসংহিতাৰ প্ৰচাৰক উৎপলৰ দিনলৈকে (দশম শতিকামানৰ) কাপালিক ধাৰাৰ জনপ্ৰিয়তাও আছিল। আনহাতেদি কাপালিক ধাৰাৰ লোকক গোড়াপন্থীসকলে পাষণ্ড বুলিও নিন্দা কৰিছিল। কাপালিকসকলে মূৰত জটা ৰাখিছিল, কঁকালত কটাৰে বান্ধি গোপনে খড়্গ ৰাখিছিল, গাত ভস্ম সানিছিল, লগত গৰুৰ শিং এটাও লৈ ফুৰিছিল আৰু সেই শিঙেৰে বাদ্যও বজাইছিল আৰু তাৰে পানীও পি খাইছিল। নাৰী কাপালিকসকলৰ লগত এই কাপালিকসকলে মুকলিভাৱে ঘূৰা-পকা কৰিছিল। পঞ্চমকাৰৰ সাধনা কাপালিকসকলৰ মাজত প্ৰচলন আছিল। তেওঁবিলাকে শৈৱ বুলি কয় যদিও আচলতে দেৱী চামুণ্ডাৰে ভয়ংকৰ অন্যৰূপ 'কাপালিনী'ৰ পূজা বামাচাৰভাৱে কৰিছিল। অতি মানৱীয় অলৌকিক শক্তি লাভ কৰিবৰ কাৰণেই তেওঁবিলাকে ভয়ংকৰ শক্তি লাভ কৰিবৰ কাৰণেই তেওঁবিলাকে ভয়ংকৰ সাধনাত ৰত হৈছিল। পাছৰ কালৰ শিৱ উপাসক 'অঘোৰ ধাৰা' কাপালিকৰ পৰাই ওলোৱা এটা ধাৰা।

দৈত্য-দানৱৰ আচাৰৰ দৰে ভয়ংকৰ সাধনাত লিপ্ত (নৰবলি, নৰমাংস কাটি যজ্ঞত আহুতি, নৰমাংস ভক্ষণ আদিকে ধৰি) কাপালিকসকলৰ দুটা ভাগ হৈছে— ব্ৰাহ্মণীয় আৰু অব্ৰাহ্মণীয় কাপালিক। এটা ভাগে ভয়ংকৰ আচাৰ নীতিবোৰ ত্যাগ কৰিছিল, বৈদিক পন্থাক স্বীকৃতি দিছিল আৰু জাতিভেদ মানিছিল। ইটো ভাগে জাতিভেদো নামানিছিল আৰু বৈদিক পন্থাকো স্বীকৃতি নিদিছিল।

আনন্দগিৰিৰ 'শংকৰ বিজয়'ত কোৱা হৈছে যে কাপালিকৰ এটা ভাগে জটাধাৰী শিৰত অৰ্দ্ধচন্দ্ৰ আকৃতিৰ এবিধ অলংকাৰ আৰু ডিঙিত স্ফটিকৰ মালা পিন্ধিছিল। তেওঁলোকৰ উপাস্য দেৱতা 'ভৈৰৱ' সৃষ্টি, পালন আৰু সংহাৰৰ দেৱতা। তেওঁবিলাকে বাকীবোৰ দেৱতাক ভৈৰৱৰ অধীনত থৈছিল।

ভৈৰৱসকলৰ বেলেগে বেলেগ আঠটা ভাগ অসিতাঙ্গ, ৰুৰু, চণ্ড, ক্ৰোধ, উন্মত্ত, কাপাল, ভীষ্ম আৰু সংহাৰ ভৈৰৱ। উন্মত্ত ভৈৰৱীসকলৰ গাত ভস্ম, ডিঙিত মুণ্ডমালা, জঁটা, হাতত লাওখোলা আৰু ডমৰু। কাপালিকৰ 'দিগম্বৰ' নামৰ ভাগে মানুহৰ লিঙ্গ-যোনিৰ পূজা স্থূলভাৱেই কৰিছিল আৰু নিজক শিৱ-দেৱীৰ লগত একাত্ম বুলি কৈছিল।

সংস্কৃত সাহিত্যত কাপালিকসকলৰ নিষ্ঠুৰতম কাৰ্যকলাপৰ ভয়াবহ বৰ্ণনা পোৱা যায়। ভৱভূতিৰ 'মালতী মাধৱ'ত কপালকুণ্ডলা আৰু অঘোৰ ঘণ্টাৰ

চৰিত্ৰৰ যোগেদি ভয়ঙ্কৰ কাৰ্যাৱলী বৰ্ণিত হৈছে। দণ্ডিৰ 'দশকুমাৰ চৰিত'তো একে ভয়াবহ বৰ্ণনাই পোৱা যায়।

কিছুমান কাপালিকে যোগ সাধনাৰ দ্বাৰা, কিছুমানে তান্ত্ৰিক সাধনাৰ দ্বাৰা অষ্টসিদ্ধি লাভ কৰি তাৰ দ্বাৰা অলৌকিক কাৰ্য সম্পাদন কৰিছিল বুলি 'প্ৰবোধ চন্দ্ৰোদয়'ত কোৱা হৈছে। পতঞ্জলিৰ যোগসূত্ৰতো একে কথাই কোৱা হৈছে।

'কালিকাপুৰাণ'ত (কামৰূপত বিৰচিত পুৰাণ) আছে যে কাপালিকে মানুহৰ মাংস, মদ আদিৰে উপাস্য দেৱতাৰ পূজা কৰে। ব্ৰাহ্মণৰ লাওখোলাত মদিৰা পান কৰে। একেখন পুৰাণতে ব্যক্ত হৈছে যে যদিহে উপাসকসকলে চ'ত মাহৰ চতুৰ্দশী তিথিত মৌ, ফলমূল, মাছ, মাংস আৰু তেজেৰে মহাভৈৰৱৰ উপাসনা কৰে তেতিয়া ভক্তৰ মনোবাঞ্ছা সকলো পূৰ্ণ হয়।

শ্মশানৰ ভস্ম গাত্ৰসনা কাপালিকৰ লগত নাৰী কাপালিকসকলে সম্ভোগত লিপ্ত হৈছিল বুলি 'গাথা সপ্তশতী'ত পোৱা যায়।

প্ৰথম শতিকাৰ পৰা পঞ্চম শতিকাৰ ভিতৰত ৰচিত হালৰ গ্ৰন্থতো কাপালিকৰ বৰ্ণনা আছে। প্ৰখ্যাত বৌদ্ধগ্ৰন্থ 'ললিতা বিস্তাৰ'ত ত্ৰিশূল, কমণ্ডলু লাওখোলা আৰু খটভঙ্গ লৈ ফুৰা কাপালিকৰ বৰ্ণনা পোৱা যায়। খৃষ্টীয় প্ৰথম শতিকামানতে কাপালিক সম্প্ৰদায় এটা উল্লেখযোগ্য সম্প্ৰদায় হিচাপে গণ্য হৈছিল বুলি বৰাহমিহিৰৰ বৰ্ণনাতো পোৱা যায়।

ষষ্ঠ-সপ্তম শতিকাত পাশুপাত ধাৰাই পঞ্জাব আৰু উত্তৰ পশ্চিম ভাৰতত বৰ জনপ্ৰিয় হৈছিল। হিউৱেনচাঙে কাপিসা আৰু অন্য স্থানত এই পন্থৰ লোকসকলক লগ পাইছিল। এইসকলে মূৰত নৰমুণ্ড আৰু হাড়ৰ মালা পিন্ধিছিল। হাড়ৰমালা প্ৰসঙ্গত 'হাড়মালা' গ্ৰন্থৰ ৰচক দ্বিজ শক্ৰঘ্নৰ কেইটিমান শাৰী উদ্ধৃতি কৰিলে অপ্ৰাসঙ্গিক নহ'ব :

"হাড়মালা দেখে দেবী শিবের গলাতে
বিস্মিত হইয়া দেবী বলেন শিবেৰে
হাড়মালা কেন প্ৰভু কণ্ঠের ওপরে
বড়ই বিস্ময় প্ৰভু হইল মোৰ মনে
ইহাৰ স্বৰূপ প্ৰভু কহিবা আপনে।

শিৱই ক'লে যে তেওঁ যোগ সাধনা কৰে :

শিব বলিলেন দেবী আমি জানি যোগ
ব্ৰহ্মজ্ঞান চিন্তি থাকি নাহি মৃত্যু, ৰোগ।।

যোগ জানে কাৰণেই তেওঁ অমৰ। পাৰ্বতী নহয়। সেয়ে পাৰ্বতীৰ মৃত্যু হয়। প্ৰতি মৰণৰে অস্থি শিৱই সঞ্চয় কৰি কণ্ঠত ধাৰণ কৰে।*

---

* হাড়মালা —বঙ্গীয় নাথ সাহিত্যৰ প্ৰাচীন পুথি, সম্পাদনা - ৰাজমোহন নাথ, ১৯৬৪ চন।

যিমানে নৰমুণ্ড কাটিব পাৰে, ডিঙিত ধাৰণ কৰিব পাৰে সিমানে অলৌকিক শক্তিৰ অধিকাৰী হয় বুলি নৰমুণ্ড চিকাৰী নগা জনজাতিসকলেও বিশ্বাস কৰিছিল। উৰিষ্যাৰ মাৰিয়া প্ৰভৃতি আদিম জনজাতিবো এই বিশ্বাস আছিল। অস্থি সংৰক্ষণৰ নিয়ম অষ্ট্ৰিকসকলৰ মাজতো আছিল।

শঙ্কৰাচাৰ্যই উজ্জয়িনী ভ্ৰমণৰ সময়ত অস্থিৰ মালা পিন্ধা কাপালিকৰ প্ৰাধান্য সেই স্থানবোৰত লক্ষ্য কৰিছিল। কাপালিকসকলৰ বাসস্থান পাঞ্জাব বুলি সৰ্ব বৰ্মনৰ তামৰ ফলিত পোৱা গৈছে। ভূমিদান লিপিত ব্ৰহ্মোত্তৰ মাটি দানৰ উল্লেখ আছে। দান পোৱা ব্ৰাহ্মণসকলে ত্ৰিপুৰান্তক শিৱ বা কপালেশ্বৰ শিৱৰ কাৰণে অথৰ্ববেদ অধ্যয়ন আৰু অনুসৰণ কৰিছিল।

কামৰূপ, নেপাল, ৰাজস্থান, উদয়পুৰ, মহাৰাষ্ট্ৰ ইত্যাদি স্থানত বামাচাৰী, পাশুপাত আৰু কাপালিক পন্থৰ অস্তিত্ব যথেষ্ট আছিল। যেনেকৈ পঞ্জাবত ব্ৰাহ্মণ কাপালিকসকলৰ প্ৰাদুৰ্ভাৱ অধিক আছিল তেনেকৈ অব্ৰাহ্মণ কাপালিকৰ প্ৰাদুৰ্ভাৱ আছিল দাক্ষিণাত্যত।

কাপালিকসকলৰ ধৰ্মীয় দৰ্শনৰ বিষয়ে ইয়াকেই জনা যায় যে, পাশুপাতৰ দৰেই কাপালিকসকলে সাংখ্য দৰ্শনৰ 'প্ৰকৃতি মহৎ' কথাটো মানিছিল। ওঙ্কাৰ ধ্বনিৰে কিছু যোগো অভ্যাস কৰিছিল। পাশুপাত সম্প্ৰদায়ে যেনেকৈ পাশৰ (মালা, কৰ্ম, মায়া, ৰোধশক্তি) পৰা মুক্তি কামনা কৰিছিল তেনেকৈ কাপালিক সম্প্ৰদায়ৰো লক্ষ্য আছিল দুখৰ পৰা মুক্তি আৰু মোক্ষ। কাপালিকসকলে ধাৰণা কৰিছিল যে যিবোৰে ছয়মুদ্ৰাৰ অন্তৰ্নিহিত কথা জানে, মুদ্ৰা ব্যৱহাৰৰ কৌশল জানে তেওঁবিলাকেই ভগৱানৰ সৰ্বাধিক কৃপা (Bliss) লাভ কৰিব পাৰে। ছয়মুদ্ৰা হ'ল -- ডিঙিত পিন্ধা হাৰ, অলঙ্কাৰ, কাণৰ অলঙ্কাৰ, বক্ৰ স্ফটিকৰ মণি, ভস্ম আৰু উপবীত। আমাৰ ধাৰণাত শিৱত পিন্ধা বক্ৰস্ফটিক অলঙ্কাৰেই অৰ্দ্ধচন্দ্ৰ হ'ব পাৰে। তেওঁবিলাকৰ মতে যি ভক্তই মোক্ষ পায় তেওঁৱেই শিৱ। তেওঁৱেই পাৰ্বতীৰ নিচিনা সৌন্দৰ্যৰ লগত থকাৰ সুখ উপভোগ কৰে। এইফালৰ পৰা তেওঁবিলাকৰ লক্ষ্য কাম সাধনা।

পাছৰ কালৰ নাথ গুৰুসকলৰ ৰচনাৰ পৰাও জনা যায় যে তন্ত্ৰৰ প্ৰগতিৰ লগে লগে পাশুপাত ধাৰাৰো কিছু পৰিবৰ্তন সাধন হৈছিল আৰু তেতিয়াৰে পৰাই বেছি স্থূল, ৰহস্যময় হৈ পৰিছিল। কায় সাধনাৰ দ্বাৰা চূড়ান্ত শক্তি লাভ কৰিব পাৰি বুলি, আকাশতো আনকি উৰিব পৰা হয় বুলি এই মাৰ্গৰ সাধকসকলে বিশ্বাস কৰিছিল। ৰূপকৰ সহায়েৰে চৰ্যা পদত কাহ্নুপা আদি নাথ গুৰুৱেও এইবিলাক তত্ত্ব লিখি থৈ গৈছে।

# কালামুখ ধাৰা

নৱমৰ পৰা তেৰ শতিকাৰ ভিতৰত দাক্ষিণাত্যৰ কৰ্ণাটকত কালামুখ ধাৰা এক শক্তিশালী ধাৰাৰূপে পৰিগণিত হৈছিল। এই সম্প্ৰদায়ৰ মানুহে কপালত দীঘলীয়া ক'লা ফোঁট ধাৰণ কৰিছিল, নৰমুণ্ডৰ লাওখোলাত আহাৰ খাইছিল, মৰা মানুহৰ ভস্ম ভক্ষণ কৰিছিল আৰু গাত সানিছিল, মদিৰা অনবৰত লগত লৈ ফুৰিছিল। কালামুখসকল নৰ আৰু ৰাক্ষসৰ পৰা জাত বুলি তেওঁবিলাকে নিজেই কৈছিল। এই কালামুখসকল কাপালিকতকৈও ভয়ঙ্কৰ আৰু উগ্ৰ আছিল। ৰামানুজৰ মতে কালামুখসকলেই 'মহাব্ৰতধৰ' নামে জনাজাত।

কামনা পূৰ্ণ কৰিবৰ কাৰণে কালামুখসকলে কিছুমান নীতি-নিয়ম দৃঢ়ভাৱে পালন কৰিছিল। মৰা মানুহৰ ভস্ম গাত সানিছিল, মৰা মানুহৰ মাংস ভক্ষণ কৰিছিল, হাতত দণ্ড আৰু মদপাত্ৰ লৈ ফুৰিছিল, ৰুদ্ৰাক্ষৰ মালা হাতত পিন্ধিছিল আৰু জটাধাৰী আছিল। তেওঁবিলাকৰ মতে সকলো জাতৰ মানুহেই ব্ৰাহ্মণ হ'ব পাৰে তথা উচ্চ আশ্ৰম লাভ কৰিব পাৰে, যদিহে কিছুমান আচাৰ-নীতি দৃঢ়ভাৱে অনুসৰণ কৰিব পাৰে। সেইমতেই তেওঁবিলাকে সময়ে সময়ে একো একোটা উৎসৱ পাতি ব্ৰাহ্মণত্বৰ ঘোষণা কৰিছিল। কালামুখসকলৰ কিছুমান বিবাহিতো আছিল।

কিছুমান পণ্ডিতে কালামুখ সম্প্ৰদায় কাশ্মীৰৰ পৰা আহি দক্ষিণাত্যৰ বিজাপুৰত ঘিতাপি লৈছিল বুলি কব খোজে। অৱশ্যে কেতিয়া এই প্ৰব্ৰজন ঘটিছিল কব পৰা নাযায়। অশান্তিময় ৰাজনৈতিক পৰিস্থিতি আৰু মুছলমান-সকলৰ আক্ৰমণৰ কাৰণেই হয়তো এই প্ৰব্ৰজন কাশ্মীৰৰ পৰা দক্ষিণাত্যলৈ হৈছিল।

শক্তি পৰিষদ আৰু সিংহ পৰিষদ এই দুটা ভাগত কালামুখবিলাক ভাগ হৈছিল। সিংহ পৰিষদ অন্ধ্ৰ প্ৰদেশ আৰু মহীশূৰৰ বিভিন্ন ঠাইত বিয়পি পৰিছিল।

লিঙ্গায়ত আৰু বীৰ শৈৱ ধাৰাৰ বাৰ শতিকামানত উত্থান হয় আৰু তেতিয়াৰে পৰাই কালামুখৰ প্ৰভাৱ কৰ্ণাটকত কমি আহে। এই নতুন ধাৰা দুটা উন্নত আৰু উদাৰনৈতিক মতবাদৰ আছিল।

বিশ্লেষণ কৰি চালে দেখা যায় যে, ষষ্ঠ শতিকাৰ পৰাই দাক্ষিণাত্যত শৈৱধাৰাৰ প্ৰকোপ বাঢ়ি আহিছিল। তামিল শৈৱ, বীৰ শৈৱ, শৈৱ সিদ্ধান্ত,

সিদ্ধান্তবোৰ বৰ জনপ্ৰিয় হৈও পৰিছিল। এই আচাৰ্যবিলাকে 'আগমিক শৈৱবাদ' বুলি জে. এন. ফাৰ্কুহাৰে মত প্ৰকাশ কৰিছে।

সংস্কৃত ধাৰা আৰু তামিল ধাৰাৰ মাজত ফাৰ্কুহাৰে পাৰ্থক্যও আনিছে। তামিলসকল অব্ৰাহ্মণ আৰু অদ্বৈতবাদী। সংস্কৃত ধাৰাৰ শৈৱসকল আছিল ব্ৰাহ্মণ আৰু বিশিষ্টাদ্বৈতবাদী। অন্য পণ্ডিতৰ মতে তামিল ধাৰাতো ডাঙৰ ব্ৰাহ্মণ পণ্ডিত আছিল।

# পাশুপাত ধাৰা

শৈৱতত্ত্বৰ পাশুপাত ধাৰা বিজ্ঞানসন্মতভাৱে অধ্যয়ন কৰিব পৰাকৈ সমলৰ একেবাৰে অভাৱ। খৃষ্টীয় শতিকাৰ আগৰ একো সমলেই পোৱা নেযায়। খৃষ্টীয় শতিকাৰ আগভাগৰ যি সাহিত্যিক আৰু আৰ্কিঅ'লজিকেল সমল পোৱা গৈছে তাৰ পৰাহে কিছু অধ্যয়ন কৰিব পাৰি।

শিৱ শ্ৰীকণ্ঠ (শ্ৰীকান্ত?)ৰ মহাভাৰততে প্ৰথম এই পাশুপাত মতবাদৰ বিষয়ে লিপিবদ্ধ হৈছে। লকুলীশ শিৱ শ্ৰীকণ্ঠৰে শিষ্য। শিৱৰ ২৮শ অৱতাৰ লকুলীশে এই পাশুপাত শাখা প্ৰতিষ্ঠা কৰে বুলি আৰ. জি. ভাণ্ডাৰকাৰৰ দৰে পণ্ডিতে মত প্ৰকাশ কৰে। লকুলীশ পতঞ্জলিৰ সময়ৰে। কিছু পণ্ডিতৰ মতে গুৰু শিষ্য দুয়োজনৰ যুগ্ম প্ৰচেষ্টাত পাশুপাত শাখা প্ৰতিষ্ঠা হয়।

প্ৰথম পতঞ্জলিয়েই শিৱ ভাগৱতৰ কথা উল্লেখ কৰিছিল বুলি কোৱা হয়। দ্বিতীয় চন্দ্ৰগুপ্তৰ মথুৰাৰ স্তম্ভৰ লিপিৰ পৰা পোৱা তথ্যৰ আধাৰত ক'ব পাৰি যে লকুলীশ ধাৰাই খৃষ্টীয় দ্বিতীয় শতিকাৰ পৰাই প্ৰাধান্য পাইছিল।

সিন্ধু উপত্যকাৰ মানুহৰ মাজত প্ৰচলিত পশুপতিৰ ধাৰণা বহুদেৱতাৰ দিনৰে বুলি নিসন্দেহে ক'ব পাৰি। বৈদিক সাহিত্যত পশুপতিৰ উল্লেখ নথকাটো অৱশ্যে মন কৰিবলগীয়া। 'পাশুপাত সূত্ৰ'ত এই ধাৰাৰ লোকৰ জীৱন কেনে আছিল বৰ্ণিত হৈছে। এই ধাৰাৰ যিসকল সন্ন্যাসীয়ে নগ্ন ৰূপত, হাতযোৰ কৰি 'ওঁম নমঃ শিৱায়' আবৃত্তি কৰে, গাত ভস্ম সানি পঞ্চ অগ্নিৰ সাধনা কৰে, ডম্বৰুৰ শব্দত নৃত্য কৰি গীত গায় তেওঁবিলাকক প্ৰকৃত পাশুপাত বোলা হৈছিল। কূৰ্ম পুৰাণ, ৰামায়ণ, মহাভাৰততো এই ধাৰাৰ কিছু বৰ্ণনা আছে। গাত ভস্ম সানি, নগ্ন হৈ, জটাধাৰী ৰূপত ৰক্ত চকুৰে দেৱদাৰু বনত ভ্ৰমি ফুৰা শিৱক উন্মাদ বুলিও কোৱা হৈছে।

মহাভাৰতত দক্ষৰ আগত শিৱই পাশুপাত ধৰ্মৰ কথা কোৱাৰ লগতে সাংখ্য যোগ সাধনাৰ কথাও ব্যক্ত কৰিছে।

পাশুপাত দৰ্শনৰ বিষয়ে 'সাৰদা তিলক' আৰু 'গণকাৰিকা' নামৰ তন্ত্ৰত কিছু কথা বৰ্ণোৱা আছে। গণকাৰিকা ৰচনা কৰিছিল আচাৰ্য ভাসৰ্বজ্ঞই। মাধৱাচাৰ্যৰ সৰ্বদৰ্শন সংগ্ৰহতো পাশুপাত ধাৰাৰ দৰ্শনৰ কথা সন্নিবিষ্ট হৈছে।

পাশুপাত দৰ্শনত কোৱা হৈছে যে, ঈশ্বৰ ক্ৰিয়াশীল হ'লেও জগত সৃষ্টিৰ মূল কাৰণ তেওঁ নহয়। উপনিষদ বিৰোধী বুলি শঙ্কৰাচাৰ্যই পাশুপাত ধাৰাক সমৰ্থন কৰা নাছিল। পাশৰ বন্ধন ছিন্ন কৰি অৰ্থাৎ লোভ, ক্ৰোধ আদি জয় কৰি ওঁকাৰ মন্ত্ৰৰ জপ আৰু যোগ ধ্যানৰ দ্বাৰা মুক্তি লাভৰ লক্ষ্যই পাশুপাত ধাৰাৰ দৰ্শন।

# শৈৱ সিদ্ধান্ত বা তামিল শৈৱধৰ্ম

দক্ষিণ ভাৰতত যি বিশেষ ধৰণৰ শৈৱ সিদ্ধান্ত গঢ়ি উঠিছিল সেই মতবাদ শৈৱ. সিদ্ধান্ত নামে পৰিচিত। সাধকসকলে অৱশ্যে সচেতনভাৱে এই মতবাদ গঢ়ি তোলা নাছিল। তেওঁবিলাকে যি ঐতিহ্যৰ সৃষ্টি কৰিছিল পৰবৰ্তী সময়ত চাৰিজন শিৱাচাৰ্যই তাৰ অৱলম্বনতে শৈৱ সিদ্ধান্ত গঢ়ি তুলিছিল।...... 'শিৱজ্ঞান বোধম' এই সম্প্ৰদায়ৰ মৌলিক গ্ৰন্থ (ত্ৰয়োদশ শতিকা)। 'শিৱজ্ঞান সিদ্ধি' আৰু উমাপতিৰ 'শিৱ প্ৰকাশন' এই সম্প্ৰদায়ৰ আৰু দুখন উল্লেখযোগ্য গ্ৰন্থ।

শৈৱ সিদ্ধান্তবাদীসকলে তেওঁবিলাকৰ তত্ত্বত কিছু বেদান্তৰ আৰু ন্যায় বৈশেষিক দৰ্শনৰ তত্ত্বও সমাহাৰ কৰিছিল যদিও শৈৱধৰ্মৰ সকলোতকৈ ডাঙৰ উপাদান সাংখ্যক পৰিত্যাগ কৰা নাছিল। তেওঁবিলাকৰ প্ৰধানতত্ত্ব তিনিটা ঃ পতি (ঈশ্বৰ), পশু (জীৱ) আৰু পাশ (সংসাৰ বন্ধন)। এই তিনিটা তত্ত্বই সৎ বা অস্তিত্ববান। ঈশ্বৰ যেনেকৈ বাস্তব, তেওঁৰ সৃষ্ট জগতো তেনেকৈ বাস্তৱ। ঈশ্বৰ স্বয়ং শিৱ—যি স্বেচ্ছাই জগতৰ সৃষ্টি, স্থিতি আৰু সংহাৰ কৰি থাকে। তেওঁ সকলো প্ৰকাৰৰ পৰিণাম বা ৰূপান্তৰৰ উৎস। কিন্তু নিজে পৰিণামহীন নহয়। ন্যায় বৈশেষিকসকলৰ মত এয়ে যে, শৈৱ সিদ্ধান্তসকলেও বিশ্বাস কৰে যে কুমাৰে যেনেকৈ ঘট আদি সৃষ্টি কৰে তেনেকৈ ঈশ্বৰো জগৎসৃষ্টিৰ নিমিত্ত কাৰণ। মৃত্তিকা যেনেকৈ কুমাৰৰ ঘটৰ উপাদান তেনেকৈ জগত সৃষ্টিৰ উপাদানৰ কাৰণ হৈছে মায়া। ইয়াতেই বেদান্তৰ প্ৰভাৱ অতি স্পষ্ট।

জগতৰ ৰূপ সৃষ্টিৰ কাৰণ বিশ্লেষণ কৰি তেওঁবিলাকে ধাৰণা কৰে যে উপাদান কাৰণ প্ৰকৃতিৰ দ্বাৰাই সংঘটিত হৈছে। জগত জড় বা অচিৎ। ঈশ্বৰ চেতন বা চিৎ। সেয়ে ঈশ্বৰ এই জগতৰ উপাদানৰ কাৰণ হ'ব নোৱাৰে। সেয়ে জড়ৰূপী মায়াই উপাদানৰ কাৰণ হ'ব লাগিব। পুনৰ প্ৰশ্ন আহে যে জড় মায়াৰনো সৃষ্টি হ'ল কেনেকৈ! মায়া কি ঈশ্বৰৰ দৰেই চিৰন্তন? তেতিয়া হ'লে ঈশ্বৰ তাৰ স্ৰষ্টা হ'ব নোৱাৰে।

দ্বিতীয়তে ঈশ্বৰ যদি মায়াৰ সৃষ্টিকৰ্তা, তেতিয়াহ'লে চৈতন্যময় সত্তাৰ পৰাই জড় বস্তুৰ সৃষ্টি কৰিব লাগিব। চৈতন্যৰ পৰা জড়ৰ উদ্ভৱ কেনেকৈ হ'ব? যদি তৰ্কৰ ছলতে মানি লওঁ তেতিয়াহ'লে ঈশ্বৰ পৰিণামী হ'ব লাগিব। কিন্তু ঈশ্বৰতো অপৰিণামী।

তৃতীয়তে যেহেতু মায়া জড় বা অচিৎ সেই কাৰণে ই স্বয়ংক্রিয় হ'ব নোৱাৰে। তাৰ কাৰণে চেতন পৰিচালনাৰ প্রয়োজন আছে। ঈশ্বৰে সেইটো কেনেকৈ কৰে?

এই সমস্যাবোৰৰ সমাধান নাই। এই সমস্যাবোৰৰ পৰা এৰাই গৈ কেইটামান কল্পিত ধাৰণাৰে সৃষ্টিৰ ৰহস্য ব্যাখ্যা কৰিছে। মায়াক তেওঁবিলাকে দুই ভাগত বিভক্ত কৰিছে। শুদ্ধ মায়া আৰু অশুদ্ধ মায়া। ঈশ্বৰ বা শিৱই পোনপটীয়াকৈ মায়াৰ দ্বাৰা কাম নকৰে। তেওঁৰ চিৎশক্তিৰ মাজেদিহে ক্রিয়া কৰে। এনেকৈ শিৱৰ দ্বাৰা চালিত হৈ মায়াই নিজৰ পৰাই সমূহ তত্ত্ব সৃষ্টি কৰে আৰু এই তত্ত্ববোৰেই প্রকৃতিত বিৱৰ্তন ঘটাই জগত সৃষ্টি কৰে। সাংখ্যৰ সহায় লৈ এইদৰে স্পষ্ট হ'ব পাৰি ঃ




ধৰ্মৰ ফালৰ পৰা শৈৱ সিদ্ধান্তবাদীসকল চৰম ভক্তিবাদী। তেওঁবিলাকৰ মতে চৰ্যা, ক্রিয়া, যোগ আৰু জ্ঞানৰ দ্বাৰা আত্মাৰ মুক্তি হয়। চৰ্যা মাৰ্গৰ সাধকে নিজকে ঈশ্বৰৰ দাস বুলি ভাবিলে ঈশ্বৰ প্রাপ্তি হয়। পৰৱৰ্তী পৰ্যায়ত অৰ্থাৎ ক্রিয়া মাৰ্গত সাধকে ঈশ্বৰৰ লগত বেছি অন্তৰঙ্গতা অনুভৱ কৰে আৰু নিজকে ঈশ্বৰৰ সৎপুত্র বুলি ধাৰণা কৰে। পৰৱৰ্তী পৰ্যায়ত অৰ্থাৎ যোগ মাৰ্গত এই সম্পৰ্ক আৰু ঘনিষ্ঠ হয় আৰু তেতিয়া ঈশ্বৰৰ সখাৰূপে বিবেচনা কৰে। ইয়াৰো পাছৰ পৰ্যায়ত অৰ্থাৎ জ্ঞান মাৰ্গত ভক্তই পৰিপূৰ্ণতা লাভ কৰে। তেতিয়া শিৱত্ব উপলব্ধি হয় যাৰ অৰ্থ মুক্তি বা মোক্ষ। প্রথম স্তৰ সালোক্য, দ্বিতীয় স্তৰ সামীপ্য, তৃতীয় স্তৰ সাৰূপ্য আৰু চতুৰ্থ স্তৰ হৈছে সাযুজ্যৰ স্তৰ।

# আগমান্ত শৈৱ ধৰ্ম

খৃষ্টীয় একাদশ বা দ্বাদশ শতিকাত দক্ষিণ ভাৰতত আৰু এটি শৈৱধৰ্মই প্ৰতিষ্ঠা লাভ কৰে। নাম হৈছে আগমান্ত শৈৱধৰ্ম। এই মত মূলতঃ শৈৱ সিদ্ধান্ত অনুগামী। কিন্তু এই মাৰ্গত সাধকসকলে তন্ত্ৰৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল।

গোদাবৰী নৈৰ পাৰ আছিল এই মাৰ্গৰ এলেকা। চোল বংশৰ ৰজাসকল এই আগমান্ত শৈৱ ধৰ্মৰ পৃষ্ঠপোষক আছিল। এই মতৰ প্ৰধান প্ৰামাণ্য গ্ৰন্থ হৈছে দ্বাদশ শতিকাত অঘোৰ শিবাচাৰ্যই ৰচনা কৰা 'ক্ৰিয়া কৰ্ম দ্যোতিনী'। ইয়াৰ বাহিৰেও ত্ৰিলোচন শিবাচাৰ্যৰ 'সিদ্ধান্ত সাৰাৱলী'। নিগম জ্ঞান দেৱৰ 'জীৰ্ণোদ্ধাৰ দশকম' প্ৰভৃতিও এই সম্প্ৰদায়ৰ প্ৰামাণ্য গ্ৰন্থ। আগমান্ত শৈৱসকলে বেদৰ ওপৰত গুৰুত্ব নিদিয়ে। আঠাইশখন আগমশাস্ত্ৰই (বেছিভাগেই অপ্ৰকাশিত) তেওঁবিলাকৰ নিজস্ব শাস্ত্ৰ—যি তেওঁলোকৰ মতে মহাদেৱৰ পঞ্চমুখৰ পৰা নিৰ্গত। 'কামিকাগম', সুপ্ৰভেদাগম, বিজয়াগম, কিৰণাগম, বাতুলাগম প্ৰভৃতি সেই আঠাইশখন আগমশাস্ত্ৰৰ অন্তৰ্গত।

আগমান্ত শৈৱসকলে জাতিভেদ নামানে। সেইকাৰণে অপমাৰ্গী, নাস্তিক, শূদ্ৰ নামেৰে অন্য সম্প্ৰদায়বোৰে তেওঁবিলাকক নিন্দা কৰিছিল। গুৰুকৰণ আৰু দীক্ষাক তেওঁবিলাকে গুৰুত্ব দিছিল। দীক্ষাৰ যোগ্যতাৰ কাৰণে দেৱীৰ কৃপাৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব। এই কৃপা লাভকেই শক্তিপাত বুলি কোৱা হৈছিল। দীক্ষাৰ অন্তত নতুন নামকৰণ হয় আৰু এই নামবোৰ শিৱৰ নামৰ অনুকৰণতে ৰখা হৈছিল।

দীক্ষা তিনি ধৰণৰ : সময় দীক্ষা, বিশেষ দীক্ষা, আৰু নিৰ্বাণ দীক্ষা। সৰ্ব-সাধাৰণৰ কাৰণে নিৰ্দিষ্ট আছিল প্ৰথম দীক্ষা। পাছৰ দুটা উন্নততৰ মানসিকতা সম্পন্নসকলৰ কাৰণেহে।

সময় দীক্ষাগ্ৰহণকাৰীসকলে গুৰু আৰু শিবাগ্নিৰ পূজা কৰে। আৰু তেওঁবিলাকক দাসমাৰ্গী বোলা হয়। অৰ্থাৎ ঈশ্বৰৰ দাস বা সেৱক হিচাপে নিজকে গণ্য কৰে। এইসকলক শৈৱ সিদ্ধান্ত অনুযায়ী চৰ্যামাৰ্গী বোলা হয়।

বিশেষ দীক্ষা অধিকাৰীসকল 'পুত্ৰক' নামে পৰিচিত আছিল। তেওঁবিলাক ক্ৰিয়া আৰু যোগৰ অধিকাৰীয়েই কেৱল নহয়, ঈশ্বৰৰ লগত বেছি অন্তৰঙ্গতা তেওঁবিলাকে দাবী কৰে। নিৰ্বাণ দীক্ষিতসকল আৰু উচ্চতৰৰ। জ্ঞান আৰু যোগৰ অধিকাৰীসকলক নিৰ্বাণ দীক্ষা দিয়া হৈছিল।

আগমান্ত শৈৱসকলো শৈৱ সিদ্ধান্তসকলৰ দৰেই পতি, পশু আৰু পাশ এই ত্ৰিতত্ত্বৰ বিশ্বাসী আছিল। কিন্তু তেওঁবিলাকৰ মতে পতি বা শিৱ জীৱ বা পশুৰ কাৰ্যৰ দ্বাৰা প্ৰভাৱিত হৈ সৃষ্টি কাৰ্যত অগ্ৰসৰ হয়। তেওঁ সৰ্বজ্ঞ, কৰ্ম আৰু মলাদি মুক্ত হ'লেও কৰ্ম নিৰপেক্ষ কাৰণ নহয়। পশু বা জীৱাত্মাৰ প্ৰতি আগমান্ত শৈৱ ধৰ্মত সৰ্বাধিক গুৰুত্ব আৰোপ কৰা হৈছে। মানসিক শক্তিভেদে জীৱ বা পশু তিনি প্ৰকাৰ : বিজ্ঞানাকল, প্ৰলয়াকল আৰু সকল। বিজ্ঞানাকল সৰ্বশ্ৰেষ্ঠ। ইও দুই প্ৰকাৰৰ—সমাপ্ত কলুষ, অসমাপ্ত কলুষ। সমাপ্ত কলুষসকল বিদ্যেশ্বৰ নামে পৰিচিত। পাশ আৰু বন্ধন চাৰি প্ৰকাৰৰ : মল, কৰ্ম, মায়া, আৰু ৰোধ। মলে জীৱৰ জ্ঞান আৰু ক্ৰিয়া আচ্ছন্ন কৰি ৰাখে। ফল কামনা কৰি কৰা কাৰ্যৰ নাম কৰ্ম। মায়া স্থূল বস্তু আৰু এই মায়া জগতৰ উপাদান কাৰণ। চতুৰ্থটি শিৱ প্ৰদত্ত ক্ষমতা যাক প্ৰয়োগ কৰি জীৱই বন্ধন মুক্ত হয়।

আগমান্ত শৈৱীসকল আচাৰ-অনুষ্ঠানত বিশ্বাসী। দীক্ষাৰ উপৰিও মন্ত্ৰৰ সাধনা, পূজা, অষ্টাসিদ্ধি লাভৰ নানা প্ৰক্ৰিয়া আৰু প্ৰাণশয়াম, ধ্যান, সমাধি, ষটচক্ৰ প্ৰভৃতি সকলো তেওঁবিলাকৰ ক্ৰিয়াকাণ্ডৰ অন্তৰ্গত।

আগমান্ত শৈৱসকল শৈৱ সিদ্ধান্তীসকলৰ লগত একমত যে জীৱ আৰু ঈশ্বৰ পৃথক সত্তা আৰু জড় জগতৰ উপাদান কাৰণ মায়া। চৰ্যা, ক্ৰিয়া যোগ আৰু জ্ঞানৰ দ্বাৰা মুক্ত জীৱ শিৱৰেই অনুগ্ৰহত প্ৰথমে মহাগন পতিত্ব আৰু পৰিণামত তেওঁৰ সাৰূপ্য লাভ কৰে।

# শুদ্ধ শৈৱ শিৱাদ্বৈত

বৈষ্ণৱাচাৰ্য ৰামানুজৰ সমকালীন বুলি কথিত শ্ৰীকণ্ঠই শিৱা দ্বৈতবাদ বুলি এটি বিশেষ মত প্ৰতিষ্ঠা কৰিছিল। তেওঁ বেদান্ত সূত্ৰৰ ভাষ্য কৰিছিল—যিহৰ ওপৰত শৈৱ ধৰ্মৰ ভেটি স্থাপন হৈছিল। তেওঁৰ ভাষ্য বহুক্ষেত্ৰত ৰামানুজৰ বিশিষ্ট দ্বৈতবাদৰ অনুৰূপ। অৱশ্যে ৰামানুজে যেনে চৰম অদ্বয়বাদ আৰু দ্বৈতবাদৰ মধ্যবৰ্তী পথ গ্ৰহণ কৰিছিল শ্ৰীকণ্ঠৰ মত অলপ বেছিকৈয়ে অদ্বয়পন্থী। এই পথক শঙ্কৰাচাৰ্য আৰু ৰামানুজৰ মধ্যবৰ্তী পৰ্যায়ত পেলাব পাৰি।

জীৱাত্মা আৰু জড়জগতৰ লগত পৰমাত্মা বা ব্ৰহ্ম বা শিৱৰ সম্পৰ্ক শ্ৰীকণ্ঠই দেহৰ আৰু আত্মাৰ সম্পৰ্কৰ লগত তুলনা কৰিছে। তেওঁৰ মতে ব্ৰহ্ম বা শিৱই হৈছে জগতৰ নিমিত্ত বা উপাদান কাৰণ। জীৱাত্মা আৰু জড় জগতৰ আনবিধ উপাদনসমূহ শিৱ শক্তিৰ বলতে স্বজ্ঞত হয় আৰু এই শক্তিৰ বলতে জগতৰ সৃষ্টি হয়। বিশ্বজগত ব্ৰহ্মৰ পৰা অপৃথক। যেনেকৈ ঘট (মাটিৰ) মাটিৰ পৰা অপৃথক। কিন্তু একে সময়তে ব্ৰহ্মজগতৰ লগত সম্পূৰ্ণৰূপে অভিন্ন নহয়। কিয়নো তেওঁ চেতন কাৰণ, যি স্থূলত জগত আংশিকভাৱে অচেতন। আংশিকভাৱে বুলি এই কাৰণেই কোৱা হৈছে যে অচেতন বস্তু আৰু চেতন জীৱ দুয়োটাই তাত আছে।

শিৱই ব্ৰহ্ম, ক্ৰমাগত ধ্যানৰ দ্বাৰা তেওঁৰ উপলব্ধি কৰা যায়—যাৰ নাম ব্ৰহ্ম সাক্ষাৎকাৰ। এইটোৱেই একমাত্ৰ পথ যাৰ দ্বাৰা জীৱ বন্ধন বা পশুভাৱৰ পৰা মুক্ত হোৱা যায়। আত্ম উপলব্ধিয়েই শিৱ উপলব্ধি। এটা এটা মানসিক অৱস্থাকে 'শিৱত্ব' বুলি কোৱা যায়। বন্ধনযুক্ত জীৱই এই সাধনাৰ প্ৰথম স্তৰত নিৰন্তৰ উপাসক বুলি পৰিচিত হয়। তেওঁৰ কৰ্ম পৰিপক্ক নোহোৱা পৰ্যন্ত মুক্তি নহয়। ক্ৰমাগত ধ্যানৰ অগ্ৰগতিৰ ফলত কিছু বিশেষ গুণৰ (অসাধাৰণ) উৎপত্তি হয়। পৰৱৰ্তী স্তৰত ব্ৰহ্ম সাক্ষাৎকাৰ আৰু শেষত মুক্তি লাভ হয়।

শ্ৰীকণ্ঠ ৰামানুজৰ সমকালীন বুলি কথিত হ'লেও তেওঁৰ ৰচনাত ৰামানুজ দৰ্শনৰ প্ৰভাৱ ইমান বেছি যে তেওঁক ৰামানুজ পৰৱৰ্তী বুলি কোৱাহে উচিত। আধুনিক পণ্ডিতসকলৰ বহুতেই তেওঁক দ্বাদশ ত্ৰয়োদশ শতিকাতহে স্থান দিয়ে। অৱশ্যে ৰামানুজ অস্বাভাৱিকভাৱে দীৰ্ঘজীৱী আছিল, আৰু সেই হিচাবত শ্ৰীকণ্ঠ ৰামানুজৰ সমকালীন হ'বগৈও পাৰে।

# কাশ্মীৰি শৈৱবাদ

কাশ্মীৰি শৈৱবাদৰ উদ্ভৱ খৃঃ নৱম শতিকাত। এই মতবাদত বেদ প্ৰামাণ্য স্বীকাৰ নকৰে। স্বীকাৰ নকৰে জাতিভেদো। ত্ৰিক, স্পন্দ, আৰু প্ৰত্যভিজ্ঞা এই তিনিটা আদৰ্শই কাশ্মীৰি শৈৱবাদক প্ৰভাৱান্বিত কৰিছে আৰু এই তিনিটা নামেৰেই এই মতবাদক বুজোৱা হৈছে। ত্ৰিতত্বৰ পিনে প্ৰৱণতা আছে কাৰণেই ইয়াক ত্ৰিক বোলা হয়। ই হৈছে শিৱশক্তি অনু অথবা পতি পাশ পশু। এই ত্ৰিতত্ব শৈৱধৰ্মৰ অন্য শাখাতো বিদ্যমান থাকিলেও কাশ্মীৰি শৈৱবাদত জীৱ আৰু জড়জগত শিৱৰ লগত অভিন্ন। শিৱ যিদৰে নিজে জীৱ আৰু জগতৰ আকাৰত প্ৰতিভাত হয়, সেই ৰূপান্তৰৰ পদ্ধতিৰ নাম স্পন্দ। প্ৰত্যাভিজ্ঞা বুলিলে বুজোৱা হয় পৰমাত্মা বা শিৱৰ লগত জীৱাত্মাৰ অভিজ্ঞতাৰ উপলব্ধিৰ ৰূপায়ণ।

শিৱ সূত্ৰৰ প্ৰণেতা বসুগুপ্ত (৮২৫ খৃঃ)--কাশ্মীৰ শৈৱবাদৰ প্ৰবক্তা হিচাপে কথিত। তেওঁৰ শিষ্য কল্লট 'স্পন্দ সৰ্বস্ব' গ্ৰন্থৰ শিৱসূত্ৰ অনুসৰণত কাশ্মীৰি শৈৱবাদৰ তাত্ত্বিক ভিত্তি স্থাপন কৰে। বসুগুপ্তৰ অন্য শিষ্য সোমানন্দই 'শিৱদৃষ্টি' নামৰ গ্ৰন্থৰ লিখক। পৰৱৰ্তী আচাৰ্যসমূহৰ মাজত 'ঈশ্বৰ প্ৰত্যভিজ্ঞা কাৰিকাৰ' লিখক উৎপল, কণ্ঠ আৰু অভিনৱগুপ্ত উল্লেখযোগ্য। অভিনৱগুপ্ত আছিল মহামনীষী--৪১খন গ্ৰন্থৰ লিখক। অভিনৱগুপ্তৰ অৱদান দুফালৰ পৰা অভিনৱ। প্ৰথমতে তেৱেঁই ৬৪খন শৈৱ গ্ৰামৰ লগত অন্বিত শৈৱবাদৰ সকলো দিশৰ যোগসূত্ৰ স্থাপন কৰে।

দ্বিতীয়তে তেওঁ অদ্বৈত শৈৱবাদৰ ওপৰত ভেটি কৰি ভাৰতীয় সৌন্দৰ্য তত্ত্ব প্ৰতিষ্ঠা কৰে। অভিনৱগুপ্তৰ ৰচনাকাল ৯৫১-১০১৫ পৰ্যন্ত আছিল। কাশ্মীৰি শৈৱবাদৰ বিষয়ে লিখা তেওঁৰ শ্ৰেষ্ঠতম গ্ৰন্থ হ'ল 'পৰমাৰ্থ সাৰ'। পৰৱৰ্তী কাশ্মীৰি শৈৱবাদী লোকসকলৰ মাজত 'প্ৰত্যাভিজ্ঞা হৃদয়'ৰ লিখক খেমৰাজ (১০৪০ খৃঃ) আছিল।

শৈৱধৰ্মৰ বিভিন্ন শাখাৰ মত অনুযায়ী কাশ্মীৰি শৈৱবাদৰ চৰম সত্তা শিৱ বা শম্ভু। তেওঁ সকলো জীৱৰ আত্মাস্বৰূপ, অপৰিৱৰ্তনীয় আৰু চিৰন্তনভাৱে পূৰ্ণ। তেওঁ বিশুদ্ধ চৈতন্য আৰু চৰম অভিজ্ঞতা, পৰমেশ্বৰ। তেওঁ সকলো অস্তিত্বৰ ভিত্তি, সকলো জীৱৰে মৰ্মমূল। তেওঁ অনাদি আৰু এক, সচল অচল

সকলোতে তেওঁৰ অধিষ্ঠান। স্থান আৰু কালে তেওঁক সীমাবদ্ধ কৰিব নোৱাৰে। তেওঁ সকলো অতিক্ৰম কৰে। তেওঁ বিশ্বময় আৰু বিশ্বোত্তীৰ্ণ। তেওঁ অনন্ত।

বিশুদ্ধ চৈতন্য স্বৰূপ শিৱ জগতৰ নিমিত্ত আৰু উপাদান কাৰণ। ইয়াত কাৰণ কাৰ্যৰ কোনো তফাৎ নাই। কিন্তু ইয়াতো সেই প্ৰাচীন সমস্যা বৰ্তমান— বিশুদ্ধ চৈতন্য স্বৰূপ ব্ৰহ্মৰ পৰা কেনেকৈ জড় জগতৰ উদ্ভৱ হ'ব পাৰে? ইয়াৰ উত্তৰত প্ৰত্যভিজ্ঞা শাস্ত্ৰত আভাষবাদৰ কথা কোৱা যায়। এই মত অনুযায়ী ঈশ্বৰ সম্পূৰ্ণ স্বাধীন আৰু নিৰপেক্ষ—যি নিজৰ ইচ্ছাশক্তিৰ দ্বাৰা বিশ্বজগত সৃষ্টি কৰে। সৃষ্টজগতো তেওঁৰেই প্ৰতিচ্ছবি। আপাতদৃষ্টিত তেওঁৰ লগত জগতৰ যি পাৰ্থক্যবোধ সেয়া ভ্ৰান্তিৰ কাৰণেহে হৈছে। সৃষ্টজগত আৰু জীৱৰ লগত তেওঁৰ কোনো পাৰ্থক্য নাই। দাপোণত প্ৰতিবিম্বিত ছবিয়ে যেনেকৈ দাপোণক কলুষিত নকৰে বা কোনো ৰেখা বা ছাপ পেলাব নোৱাৰে তেনেকৈ তেওঁৰ মহিমাক বিন্দুমাত্ৰ কলুষিত কৰিব নোৱাৰে।

বিশ্বজগতৰ প্ৰকাশ হয় শিৱৰ শক্তিৰ জৰিয়তে। স্ত্ৰীৰূপিনী এই শক্তি শিৱৰ পৰা পৃথক নহয়। এই শক্তি বহুধৰণৰ : প্ৰধানকৈ পাঁচধৰণৰ—চিৎ, আনন্দ, ইচ্ছা, জ্ঞান আৰু ক্ৰিয়া। শক্তিৰ প্ৰকাশতে জগতৰ প্ৰকাশ হয়। শক্তি লুপ্ত হ'লেই জগত লুপ্ত হ'ব। সৃষ্টি আৰু প্ৰলয় সংঘটিত হয় ইটোৰ পাছত সিটোকৈ। ইয়াৰ আদিও নাই অন্তও নাই।

জীৱ আচলতে ঈশ্বৰৰ পৰা পৃথক নহয়। কিন্তু অজ্ঞান ৰূপ তমসাৰ দ্বাৰা আচ্ছন্ন হৈ থাকে কাৰণে ঈশ্বৰৰ লগত থকা ঐক্য জীৱই উপলব্ধি কৰিব নোৱাৰে। গুৰুৰ উপদেশতহে জীৱৰ অজ্ঞানতা দূৰ হয় আৰু তেতিয়াই বুজিব পাৰে যে ঈশ্বৰৰ লগত তেওঁৰ ভেদ নাই। তেতিয়াই চিৰশান্তি, চিৰ আনন্দ চিত্তত উপলব্ধি হয়।

স্পন্দ শাস্ত্ৰমতে আৰু প্ৰত্যভিজ্ঞা দৰ্শন অনুসাৰে ঈশ্বৰৰ লগত একাত্মবোধেই জীৱৰ পাশমুক্তিৰ প্ৰাথমিক উপায়। কাশ্মীৰ শৈৱবাদত আচাৰ, অনুষ্ঠান আনকি আসন, প্ৰাণায়মো অপ্ৰয়োজনীয়।

কাশ্মীৰি শৈৱবাদৰ মুখ্য হৈছে পূৰ্ণতাৰ মূল অৱস্থাই বিশুদ্ধ চৈতন্যলৈ প্ৰত্যাবৰ্তন। অভিনৱ গুপ্তৰমতে দ্বৈতমূলক ধাৰণাসমূহৰ অৱসান ঘটিলেই জীৱ ব্ৰহ্মত লীন হৈ যায়—যেনেকৈ পানী পানীৰ লগত, গাখীৰ যেনেকৈ গাখীৰৰ লগত মিল হৈ যায়। উপাদানসমূহ তেনেকৈ একমাত্ৰ পৰমসত্তা শিৱতে বিলীন হৈ যায়। যিজনে নিজকে শিৱৰূপে উপলব্ধি কৰিব পাৰে তেওঁ দুখ আৰু বিভ্ৰান্তিমুক্ত।

# হৰিহৰ প্ৰশাখা

অৰ্দ্ধনাৰীশ্বৰ প্ৰশাখা যেনেকৈ উল্লেখযোগ্য শৈৱসম্প্ৰদায়ৰ হৰিহৰ প্ৰশাখাও সমানেই উল্লেখযোগ্য।

হৰিবংশতেই হৰিহৰ প্ৰশাখাৰ প্ৰথম সাহিত্যিক উল্লেখ পোৱা গৈছে। মহাকাব্য আৰু পুৰাণত এটা কথা লক্ষ্য কৰিব পাৰি যে, হৰি আৰু হৰ দুয়ো ধাৰাতেই পৰস্পৰে মিলিত হোৱাৰ যেন এক প্ৰৱণতা আছিল। হৰি আৰু হৰ কেনেকৈ এক হ'ল সেই বিষয়ে পুৰাণবোৰত বহুতো কাহিনী আছে। শিৱ আৰু নাৰায়ণৰ মিলিত প্ৰতিমাৰ কথা সবিস্তাৰে বৰ্ণোৱা হৈছে মৎস্য পুৰাণত। স্কন্দ পুৰাণত কোৱা হৈছে যে গৌৰী আৰু ৰুদ্ৰৰ বিবাহৰ সময়ত হৰি আৰু হৰৰ মাজত এখন যুদ্ধ সংঘটিত হৈছিল। ব্ৰহ্মাই হস্তক্ষেপ কৰি কৈছিল দুয়োজন এজন 'হৰিহৰ' হৈ তোমালোকৰ কীৰ্তি বজায় ৰখা। লিঙ্গ পুৰাণৰ কাহিনী আৰু মনোৰঞ্জক। তাত কোৱা হৈছে যে এবাৰ বিষ্ণুৱে নাৰীৰ বেশত দাৰুকবনলৈ গৈছিল আৰু তাতেই শিৱ আৰু নাৰী ৰূপী বিষ্ণু এক হৈছিল। ভাগৱত পুৰাণতো প্ৰায় একেধৰণৰ কথাই পোৱা গৈছে। তাত আছে যে বিষ্ণুৱে মনমোহা এক নাৰীমূৰ্তি ধৰা বুলি শিৱই শুনিবলৈ পাই ৰূপ চাই কৌতূহল নিবৃত্তি কৰিবলৈ শিৱৰ বৰ ইচ্ছা হ'ল আৰু ভৱানীৰে সৈতে চাবলৈ গ'ল। শিৱক সন্তুষ্ট কৰিবৰ কাৰণে বিষ্ণুৱে সেই ৰূপ আকৌ ধৰিলে, শিৱ সেই ৰূপত আকুল হ'ল, সেই নাৰীৰূপৰ পাছে পাছে লৰিবলৈ ধৰিলে আৰু সেই নাৰীক আলিঙ্গি ধৰিলে। বিষ্ণু সেই আলিঙ্গনৰ পৰা মুক্ত হ'ল আৰু তেওঁ নিজ ৰূপ ধাৰণ কৰিলে।

'হৰিহৰ' এই শব্দটোৱেই দুটা ধৰ্মীয় শাখা এক হোৱাৰ নিদৰ্শন ডাঙি ধৰিছে। পৰাক্ৰমী বাণাসুৰৰ (শোণিতপুৰৰ) কন্যা উষাৰ লগত শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধৰ গান্ধৰ্ব বিবাহৰ এটি সুন্দৰ কাহিনী অসমৰ কবি অনন্ত কন্দলীৰ 'কুমৰ হৰণত' আছে। বাণে উপাস্যদেৱতা শিৱক আৰাধনা কৰি অমোঘ শক্তি লাভ কৰিছিল। বাণে সমশক্তিসম্পন্ন যোদ্ধাৰ লগত যুদ্ধ কৰি ৰণতৃষ্ণা পলুৱাবৰ যি আকাংক্ষা কৰিছিল সেই আকাংক্ষাৰ প্ৰত্যুত্তৰ হিচাবে দ্বাৰকাৰ পৰা শ্ৰীকৃষ্ণ আহিছিল, উষা-অনিৰুদ্ধৰ বিবাহৰ সম্পৰ্কতেই ঘোৰতৰ ৰণ হৈছিল, বাণক সহায় কৰিবলৈ উপাস্যদেৱতা শিৱ ৰণক্ষেত্ৰত থিয় হৈ হৰিহৰৰ প্ৰলয়ংকাৰী যুদ্ধৰ সৃষ্টি

কৰিছিল। সৃষ্টি বিনাশৰ ভয়ত ব্ৰহ্মাই সেই যুদ্ধত হস্তক্ষেপ কৰি হৰি আৰু হৰক শান্ত কৰিছিল আৰু তেতিয়াৰে পৰাই হৰিহৰৰ মিলন হৈছিল। এই কাহিনীয়ে শৈবধৰ্ম বৈষ্ণৱধৰ্মৰ সংঘৰ্ষ আৰু দুই ধাৰাৰ মিলনৰ কথাকে দেখুৱাইছে।

হৰিহৰ ধাৰাৰ নিদৰ্শনস্বৰূপে 'কৃষ্ণ শঙ্কৰ'ৰ মূৰ্তি উদ্ভাৱ হৈছে। বৃহৎধৰ্ম পুৰাণত শিৱ আৰু বিষ্ণুৰ একো ভেদা-ভেদ নাই বুলি, বিষ্ণু উপাসনা কৰিলেই শিৱ উপাসনা হয় বুলি কোৱা হৈছে। বায়ু পুৰাণে কৈছে, এই জগতৰ সকলো সৃষ্টি ৰুদ্ৰ নাৰায়ণৰে। শিৱ পুৰাণেও হৰিহৰ উপাসনাৰ বিষয়ে উল্লেখ কৰিছে।

শৈৱসংহিতা আৰু আগম শাস্ত্ৰবোৰত হৰিহৰৰ মন্দিৰ আৰু প্ৰতিমা নিৰ্মাণৰ সন্দৰ্ভত বহুতো উল্লেখ পোৱা যায়। বৃহৎ জাবালাৰ আদিৰ নিচিনা শাস্ত্ৰত শিৱ বিষ্ণুৰ অভেদত্ব, বিষ্ণুৰ মূৰ্তিতে যে শিৱ পূজা কৰিব পাৰি সেই বিষয়ে সুন্দৰ উল্লেখ আছে।

# অৰ্দ্ধনাৰীশ্বৰ ৰূপ

ঋকবেদ[১] সায়নৰ ভাষ্য, বৃহৎ আৰণ্যক[২] উপনিষদ, মনুসংহিতা[৩] আৰু পুৰাণত অৰ্দ্ধনাৰীশ্বৰ ৰূপৰ উল্লেখ পোৱা যায়। বৌদ্ধতন্ত্ৰ, শাক্ততন্ত্ৰই অৱশ্যেই ইয়াক নতুন গতি প্ৰদান কৰিলে।

পুৰুষ প্ৰকৃতি তথা শিৱশক্তিৰ মিলিত তত্ত্বই অৰ্দ্ধনাৰীশ্বৰ ৰূপৰ অন্তৰ্নিহিত তত্ত্ব। বহুতো পণ্ডিতে দাৰ্শনিক আৰু মনস্তাত্ত্বিক অৰ্থ অৰ্দ্ধনাৰীশ্বৰ ৰূপত নিহিত আছে বুলি ব্যাখ্যা কৰে। মানৱীয় এবোটা সত্তাতে পৌৰুষ, শৌৰ্য, বীৰ্য, কঠিনতা সাহসৰ লগতে সহিষ্ণুতা, ধৈৰ্য, গাম্ভীৰ্য, কোমলতা, দয়া, কৰুণা আদি 'স্ত্ৰী'ও মিলিত হৈ থাকে। সেয়ে চাবলৈ গ'লে প্ৰতিজন পুৰুষেই অৰ্দ্ধনাৰীশ্বৰ। প্ৰতি নাৰীৰ সত্তাতো তেনেকৈ পুৰুষৰ গুণাৱলীৰ কিছু অংশ সুপ্ত ৰূপত বিদ্যমান। সিয়েই আত্মপ্ৰেম, আত্মৰতিৰ উৎসও হ'ব পাৰে।

চাবলৈ গ'লে অৰ্দ্ধনাৰীশ্বৰ এটা পন্থা (cult) নহয়। এই ৰূপৰ প্ৰতিমূৰ্তিহে বিভিন্ন ভঙ্গীত সময়ে সময়ে ভাৰতৰ বিভিন্ন স্থানত পোৱা গৈছে। আকাশ আৰু প্ৰকৃতি যেনেকৈ অভেদ তেনেকৈ উমা মহেশ্বৰো অভেদ।

শিৱ পূৰ্ণ কিন্তু তেওঁ পূৰ্ণ হৈও অপূৰ্ণ অৰ্থাৎ অৰ্দ্ধউমাই বাকী অৰ্দ্ধ তেওঁৰ পূৰ্ণ কৰে। তেওঁ এক নহয়, তেওঁ দুই। পুৰুষ প্ৰকৃতি দুয়োৰে ৰূপ গুণ লৈ দুইৰেহে তেওঁ পূৰ্ণ হৈছে। তেওঁ ৰুদ্ৰ, তেওঁ শিৱ। তেওঁ উগ্ৰ, তেওঁ শান্ত। তেওঁ স্থানু, মৌনী, ধ্যানী আনহাতে তেওঁ চিৰসঞ্চৰণশীল ধুমুহা-গাজনি বৰ্ষণৰ দেৱতা। তেওঁ গৃহী অথচ গৃহহীন। তেওঁ সংহাৰক অথচ কল্যাণৰ দেৱতা। সৃষ্টি, স্থিতি, সংহাৰৰ উগ্ৰ শান্ত দুয়োটা চৰিত্ৰ তেওঁৰ সত্তাত—সেয়ে তেওঁৰ আছে পুৰুষ প্ৰকৃতিৰ সমাহাৰ ৰূপ, তাণ্ডৱ-লাস্যৰ সমাহাৰ ৰূপ, দেৱ-দেৱীৰ একত্ৰ ৰূপ—অৰ্দ্ধনাৰীশ্বৰ।

ভাৰতৰ বিভিন্ন স্থানত বিভিন্ন সময়ত পোৱা অৰ্দ্ধনাৰীশ্বৰ মূৰ্তিৰ ভিতৰত কেইটিমান উল্লেখযোগ্য :

তক্ষশিলাত অৰ্দ্ধনাৰীশ্বৰৰ টেৰাকাটা 'বাষ্ট' (Bust) পোৱা গৈছে। এফালে বুকু উঠন আনফালে নাকৰ তলত মোচ, গালত দাড়ি। মূৰ্তিখনিৰ নাক

---

১. ঋকবেদ – ৫. ৬১. ৮
২. বৃহদাৰণ্যক উপনিষদ – ১০৪. ১৭
৩. মনুসংহিতা – ১. ৩২

ভংগা, চকু কাণো নথকা। মথুৰা মিউজিয়ামত সংৰক্ষিত, ৰাজঘাটত পোৱা অন্য এখনি মূৰ্তি হৈছে সোঁফালে জটাজুট থকা, অৰ্দ্ধচন্দ্ৰ শোভিত শিৰ, বাওঁফালে চুলি আচুৰি থোৱা, চুলিত ফুল গুজি থোৱা। এই মূৰ্তিখনিত ত্ৰিনয়ন দেখা গৈছে। বাওঁফালৰ কাণত পত্ৰকুণ্ডল অলঙ্কাৰ। বৈশালীত পোৱা মূৰ্তি হৈছে এনেকুৱা—ওখ এক নাৰীমূৰ্তি, সমুখলৈ চাই থকা দৃষ্টি। বাওঁহাতখন নিতম্বত থকা, সোঁহাতখনৰ মুদ্ৰা ৰৰদা মুদ্ৰা। মূৰ্তিটোৰ আৱৰণ তেনেই সামান্য। গাত মালা, শিৰত ওখ শিং। এই মূৰ্তিটো ভালকৈ মন কৰিলে আধা নাৰী, আধা পুৰুষ যেন লাগে। এটা স্তন চকুত পৰা। লিঙ্গৰ চিনো মূৰ্তিটোত দেখা যায়।

ভুবনেশ্বৰত অষ্টহাতৰ অৰ্দ্ধনাৰীশ্বৰ মূৰ্তি পোৱা গৈছে।

পুৰুষ প্ৰকৃতি তথা দুটা Cosmic Forceৰ সম্মিলিত ধাৰণাই বিশ্বৰ সক্ৰিয় নিষ্ক্ৰিয় দুটা শক্তিকেই বুজাইছে। আদিম দ্বৈত ধাৰণাত সময়ে সময়ে আই বসুমতীৰ বিবাহো হয়। উৰ্ব্বৰতা তথা প্ৰাচুৰ্য তেতিয়াহে পোৱা যায়।

আগমিক শাস্ত্ৰবোৰ অৰ্দ্ধনাৰীশ্বৰ ৰূপক লিঙ্গ যোনিৰ সম্মিলিত ৰূপ বুলিছে। মৎস্য পুৰাণত ইয়াৰ সুন্দৰ কাহিনী আছে। স্কন্দ পুৰাণত আছে যে ব্ৰহ্মাই যেতিয়া ৰুদ্ৰক দুভাগত ভাগ হ'বলৈ ক'লে তেতিয়া তেওঁ এনেকৈয়ে দুভাগত ভাগ হ'ল। একেখন পুৰাণতে আছে যে শিৱৰ লগত অঙ্গত অঙ্গ থৈ পাৰ্বতীয়েই থাকিবলৈ ইচ্ছা কৰিলে। তেতিয়া তেওঁৰ ইচ্ছাতে অৰ্দ্ধনাৰীশ্বৰ ৰূপৰ আবিৰ্ভাৱ হ'ল।

অসমীয়া সাহিত্যত হৰগৌৰীৰ বাৰে বাৰে উল্লেখ থাকিলেও অৰ্দ্ধনাৰীশ্বৰ ৰূপৰ কোনো পদ পোৱা গৈছে বুলি মনে নধৰে। কিন্তু কবি বিদ্যাপতি আৰু ভাৰতচন্দ্ৰৰ 'অৰ্দ্ধনাৰীশ্বৰ' ৰূপৰ দুটি বৰ্ণনা উল্লেখ নকৰি নোৱাৰি ঃ

১। জয় জয় শঙ্কৰ জয় ত্ৰিপুৰাৰি
জয় অধ পুৰুষ জয়তি অধ নাৰি
আধ ধবল আধা তনু গোৰা
আধ সহজ কুচ আধ কটোৰা।।
আধ হাড়মালা আধ গজমোতী
আধ চানন শোহে আধ বিভূতি।।

২। কি এ নিৰুপম, শোভা মনোৰম
হৰগৌৰী এক শৰীৰে
শ্বেত পীতকায়, ৰাঙ্গা দুটি পায়, নিছনি লইয়া
মৰিৰে।।
আধ বাঘছাল, ভাল বিৰাজে, আধ পটম্বৰ
সুন্দৰ মাজে
আধ মনিময় কিঙ্কিনী বাজে, আধ ফনিফনা
ধৰিৰে।।

আধই হৃদয়ে হাড়ের মালা, আধমনিময়
হার উজলা
আধ কণ্ঠে শোভে গরল কালা, আধই
সুধা মাধুরীরে
দোঁহার আধ আধ আধ শশী, শোভা দিল
বড় মিলিয়া
আধ জটাজুট গঙ্গা সরসী, আধই চারু কবরীরে।।

# শিৱৰ নটৰাজ ৰূপ

ভাৰতৰ প্ৰকৃতিৰ বুকুলৈ সময়ে সময়ে অহা কালধুমুহাৰ প্ৰচণ্ড গতিশীলতা, ঘূৰ্ণী বতাহৰ ঘৰৰ ছাল-বেৰ, গছ-গছনি ভাঙি-ছিঙি উৰুৱাই নিয়া শ্বাসৰুদ্ধ উন্মত্ত গতি, ধুমুহাৰ ভয়ঙ্কৰ শব্দ, ধুমুহাৰ বেগত থৰহৰি কম্পমান চৰাচৰ প্ৰাণী, অগ্নিৰ লেলিহান শিখাৰ দৰে বজ্ৰৰ আগ্নেয় ৰূপ, গৰ্জন আৰু মুহূৰ্ততে তাৰ দাহিকাশক্তিৰ কালিকা—এই সকলোবোৰ যেন অশৰীৰী উগ্ৰ এক প্ৰমথৰ হাতত জুইশিখা লৈ কৰা তাণ্ডৱ নৃত্যহে। সেই তাণ্ডৱৰ ছন্দে ছন্দে যেন বিভীষিকাময় সময় হয় স্তব্ধ, সমাগত হয় মৃত্যু। মহাপ্ৰলয়ৰ তালত যেন প্ৰকম্পিত হয় ধৰিত্ৰীৰ বক্ষ।

এই প্ৰলয় তাণ্ডৱৰ যি ভয়ঙ্কৰ লীলা তাৰ অধিপতি হ'ল বিনাশৰ দেৱতা ৰুদ্ৰ শিৱ। তেওঁৰ সঞ্চৰণশীল অবিৰাম নৃত্যই সংঘটিত কৰে সকলো। সেয়ে তেওঁ নটৰাজ। উগ্ৰ ভৈৰৱৰ ৰৌদ্ৰ-ৰাগিনীযুক্ত এক যেন নৃত্যমগ্ন ৰূপ। মহাকাল তথা মহামৃত্যুৰ ৰূপত তেওঁ উন্মত্ত নৃত্য কৰে—বিনাশৰ পাছত অঙ্কুৰিত কৰিবৰ কাৰণে নৱজন্ম।

ভাৰতীয় ঋষি-মুনিসকলৰ কি গভীৰ কল্পনা। "দেৱদেৱ মহাদেৱ নীলগ্ৰীৱ জটাধৰ, বাত-বৃষ্টি হৰং দেৱ মহাদেৱ নমস্ততে"—ভাৰতৰ বুকুত সঘনে সংঘটিত হোৱা কালধুমুহা আঁতৰাই নিবৰ কাৰণে দেৱাদিদেৱ মহাদেৱক জনোৱা হয় কাতৰ প্ৰাৰ্থনা। যাযাবৰ পথিক ৰুদ্ৰ সেইখিনিতেই কল্যাণ সুন্দৰ শিৱ। তেওঁ যেনেকৈ ধ্বংসৰ দেৱতা, তেনেকৈয়ে দেৱতা উৰ্বৰতাৰো। লোকমান্য তিলকে যথাৰ্থতেই কৈছে যে,—"Vishnu and Rudra may be taken as the types or the embodiments of mild and terrible aspects of Nature of the vernal and the autumnal equinox."

ভাৰতীয় সঙ্গীতশাস্ত্ৰত ৰুদ্ৰশিৱৰ সাঙ্গীতিক প্ৰতিভা স্বীকৃত হৈছে। শিৱ পঞ্চৰাগৰ অধিকাৰী। শিৱৰ নাদতনু আৰু নটতনুক দাৰ্শনিক তত্ত্বৰ স্তৰলৈও উন্নীত কৰা হৈছে। পুৰাণবোৰত শিৱৰ এই সাঙ্গীতিক প্ৰতিভা বাৰে বাৰে বৰ্ণিত হৈছে। ভক্তৰূপে শিৱই কৰা বেদধ্বনি, হৰিধ্বনিত তুষ্ট হোৱা নাৰায়ণৰ দেহ

বিগলিত হৈয়েই গঙ্গাৰ আবিৰ্ভাৱো হৈছিল বুলি কোৱা হয়—শিৱৰ ইমানেই সাঙ্গীতিক প্ৰতিভা।

নটৰাজ শিৱৰ নৃত্য বুজি পোৱা সহজসাধ্য নহয়। যেয়ে সেয়ে এই নৃত্য বুজিব নোৱাৰে। বুজিব পৰা সকলৰ ভিতৰত আছে কেৱল ব্ৰহ্মা, হৰি, ভৰত মুনি, নাৰদমুনি আৰু অন্যাহে। তেওঁবিলাকে শিৱ-নৃত্যৰ অন্তৰ্নিহিত অৰ্থ হৃদয়ঙ্গম কৰে আৰু প্ৰশংসা কৰে। নটৰাজ শিৱৰ নৃত্যতত্ত্ব প্ৰসঙ্গত 'কাল কলা' 'স্থান কলা' বুলি যি কথা আছে সেই কাল কলা শব্দটোৱে শিৱৰ অনন্ততাকে বুজায়। কাল কলা শব্দটোৱে লগতে সময়ৰ ধাৰণাকো ইঙ্গিত দিয়ে। শিৱকেই সকলো সঙ্গীতৰে উৎস বুলিও কোৱা হয়।

ভগীৰথে পূৰ্বপুৰুষৰ মুক্তিলাভৰ কাৰণে গঙ্গাক মৰ্ত্যলৈ অৱতৰণ কৰাইছিল তেওঁৰ কঠোৰ তপস্যাৰে। তপস্যাত আকাশীগঙ্গা সন্তুষ্ট হৈছিল। গঙ্গা প্ৰচণ্ড গতিত নামি আঁহোতে সৃষ্টি ৰক্ষা কৰিবলৈ মহাকালে জটা পাতি ধৰিছিল, শিৱৰ মূৰত থকা নৃমুণ্ড মালাৰ মাজৰ সুৰুঙাবোৰত পানী সোমাই হৰ হৰ শব্দ কৰিছিল শিৱৰ জটাৰ মাজেদিহে গঙ্গা কল্যাণী ধাৰাৰে পৃথিৱীলৈ নামি আহিছিল। এইবিলাকৰ সুন্দৰতম বৰ্ণনা নটৰাজ নৃত্যৰ বিষয়ে থকা গ্ৰন্থবোৰত আছে। এই মহান কলাকাৰজনৰ তথা শিৱৰ নৃত্য পাৰদৰ্শিতা, কণ্ঠস্বৰৰ মধুৰতা, বাদ্য-কুশলতাৰ সম্বন্ধেও বৰ্ণনা আছে :

বিষ্ণুৱে ইমান মিঠাকৈ মাদল বজায় যে, এনেকুৱা লাগে, নীলকণ্ঠী ময়ূৰকহে যেন মেঘে নৃত্যৰ প্ৰেৰণা দিছে। ব্ৰহ্মাই পদ্মহস্তেৰে তাল দিয়ে, ইন্দ্ৰই বাঁহী বজায়, মূৰ্চ্ছনাৰে চউদিশ হয় মায়াময়। বিশ্ব মুগ্ধ হয়। পাৰ্বতীয়ে নৃত্যৰ আৰম্ভণিতে লক্ষ্য কৰে শিৱৰ অস্থিৰতা। হাতীৰ ছালেৰে কংকাল মেৰিয়াই, সাপৰ নেজেৰে চুলি বান্ধি মহাকাল প্ৰস্তুত হয় নৃত্যৰ কাৰণে।

নৃত্যৰ আৰম্ভণিতে নটৰাজৰ চুলিৰ অলকপংক্তি উৰিবলৈ ধৰে। উদাত্ত অনুদাত্ত আদি সুৰৰ উঠা-নমাত শিৱৰ যেন আনন্দ হয়। আনন্দত উন্মত্ত হৈ আনন্দ-ভৈৰৱে বিনাশ আৰু সৃষ্টিৰ নাচ একেলগে নাচিবলৈ ধৰে। পতঞ্জলি, ব্ৰাঘ্ৰপাদ, অগস্ত্য, দুৰ্বাসা, সনক, সনাতন, সনৎ কুমাৰ আদি ঋষিসকলেও শিৱৰ লগত নৃত্যত যোগ দিয়ে।

কূৰ্ম পুৰাণ আৰু বিভিন্ন পণ্ডিতৰ গ্ৰন্থত থকা নটৰাজৰ নৃত্যৰ বৰ্ণনাসমূহ মনোমুগ্ধকৰ। কূৰ্ম পুৰাণত শিৱই নিজেই কৈছে "মই পৰম, যোগীয়ে চিৰন্তনভাৱে নৃত্য কৰি আছো।" মৰ্ত্যৰ যোগীসকলে আকাশমাৰ্গত মহাকালৰ মায়াবিনাশী নৃত্য দেখা পায়। অজ্ঞতা আৰু বিভিন্ন ভয়ৰপৰা ভক্তসকলক মহাকালে মুক্তি দিয়ে। প্ৰচণ্ড শক্তিধাৰী এই মহাকালে বিষ্ণুক লগত লৈ পৰিষ্কাৰ আকাশত নৃত্যগতিত সঞ্চৰণ কৰে। এই নৃত্যত বিষ্ণু আৰু ৰুদ্ৰশিৱ এক হৈ পৰে।

কৰণ, অলক্তৰ আনিবে শিৱই নৃত্যকালে নচা নৃত্যই মণ্ডলৰ সৃষ্টি কৰে। নটৰাজ নৃত্য কৰোঁতে চিদাম্বৰমত শিৱৰ পদ কিমান ওপৰলৈ উঠিছিল এই বিষয়েও ৰামতন্ত্ৰ দীক্ষিতে তেওঁৰ 'ভুজঙ্গ ত্ৰাসিত' গ্ৰন্থত লিখিছে।

মহাপ্ৰকৃতিৰ নিজা ৰূপৰ উদয়—অস্তৰ গতি-ৰূপ-ছন্দই নটৰাজ কল্পনাত বিধৃত হৈছে। প্ৰসাৰণ, বিকৃতি, সঙ্কোচন, সাম্যক সকলো এই নৃত্যত যেন মুহূৰ্তে মুহূৰ্তে ৰূপ পাইছে। নটৰাজ নৃত্যৰ কল্পনাও কি চমৎকাৰ! চাৰিওপিনে অগ্নিৰ তোৰণ। তাৰেই মাজত নটৰাজৰ বিৰাম-বিহীন নৃত্য। দুয়োহাতেৰে আঙুলি মেলি দিছে—যুঁই। যুঁই ক্ষুধাৰ, যুঁই কামনাৰ, যুঁই আধ্যাত্মিক, মানসিক, কায়িক কামনাৰ অথবা দহনৰ। বিশ্বত তথা জীৱনত গতিৰ ক'তোৱেই বিৰাম নাই, আনকি মৰণতো! গতি ৰাত্ৰিৰপৰা পুৱালৈ, শয়নৰ পৰা জাগৰণলৈ, জীৱনৰ পৰা মৃত্যুলৈ, পুনৰ জীৱনলৈ। অগ্নি ঊৰ্ধ্বমুখী হৈ জ্বলিছে, জ্বলিছে। সৃষ্টি-লয়ৰ কিঙ্কিনী যেন বাজিছে, বাজিছে। সুৰ বা ঢৌ বা জীৱন উঠিছে, সৰি পৰিছে—সজীৱতাৰপৰা নিৰ্জীৱতালৈ। বিভিন্ন স্বাৰ্থৰ মাজৰ দ্বন্দ, স্বপ্ন বাস্তৱৰ দ্বন্দ, স্থিৰতা-চঞ্চলতাৰ দ্বন্দ, আশা-নিৰাশাৰ দ্বন্দ, প্ৰাপ্তি-হতাশাৰ দ্বন্দ্ব এই নৃত্যৰ ছন্দে ছন্দে প্ৰকটিত হৈছে।

তাণ্ডৱ নৃত্যত মহাকালৰ ভৰিৰ গোবোহনিয়ে, দেহৰ পাকঘূৰণি খাই নচা নাচে, দুই বাহুৰ আন্দোলিত আস্ফালনে পৰ্বতকো যেন আচাৰি পেলায়, সমুদ্ৰ উত্তোলিত হয়, শিৱৰ জটাৰ আউল-বাউল হৈ উৰি থকা চুলিৰ কোঁচাই আকাশৰ তৰাবোৰকো থানবান কৰি সিঁচৰতি কৰি দিয়ে। অট্টহাস্য কৰি নচা ৰুদ্ৰশিৱৰ এই নৃত্যত মহাকালৰ দেহৰপৰা ভস্ম সৰি সৰি পৰে। এইদৰে বিনাশী জগতক সংহাৰ কৰি তেওঁ নতুন সৃষ্টিৰ সূচনা কৰে। তেওঁৰ কৰুণাতে পুনৰ চন্দ্ৰ-সূৰ্যৰ উদয়-অস্ত হয়, নৈ, জান, জুৰি, সাগৰে আগৰ দৰে গতি কৰে।

মানুহৰ বিবেকৰ অন্তৰ্ভূলত শিৱই আন বিটো নাচ নাচে তাৰ নাম 'আনন্দ তাণ্ডৱ'। শিৱৰ যেন 'কৰুণা নৃত্য''। এই নৃত্যত নটৰাজ তেওঁৰ পঞ্চকাৰ্য সংঘটিত কৰে। তেওঁৰ নৃত্যৰত অঙ্গই সৃষ্টি, স্থিতি, সংহাৰ, মায়াৰ আৱৰণ, উন্মোচন আৰু নিৰ্বাণ তথা মুক্তি সংঘটিত কৰে। সোঁহাতৰ ডম্বৰুৰ ধ্বনি সৃষ্টিৰ অনাহত ধ্বনিৰে যেন অনুৰণন। তেওঁৰ এখনি হস্তই অভয় মুদ্ৰা প্ৰদৰ্শন কৰে--জন্ম-মৃত্যুৰ পুনৰাবৃত্তিৰপৰা হোৱা ভয়ৰপৰা। তেওঁৰ পদযুগলৰ তলত থকা শিশু আকৃতিৰ অপস্মাৰ পুৰুষক মহাকালে মৰ্দন কৰি থকা চিত্ৰও অত্যন্ত তাৎপৰ্যপূৰ্ণ।

বিদগ্ধ কলা সমালোচক কুমাৰস্বামীৰ মতে নটৰাজৰ নৃত্যসমূহ বহলকৈ তিনি ভাগত ভগাব পাৰি। প্ৰথম হৈছে তাণ্ডৱ বা সংহাৰ নৃত্য,-- দুই হৈছে চিদাম্বৰমত কৰা নৃত্য—(য'ৰপৰা নটৰাজ নৃত্য নামটো হৈছে আৰু যি নৃত্য

আনন্দৰ আৰু [illegible] নৃত্য) আৰু তৃতীয়টো হৈছে পাৰ্বতীৰ লগত প্ৰেম মিলন মধুৰ মুহূৰ্তৰ আনন্দৰ বা লাস্য নৃত্য (in loving union with Parvati)।

শিৱ-পাৰ্বতীৰ বিবাহৰ আগতে, শিৱই মেনকাৰ [illegible] কৰা ভিক্ষা কৰোঁতে মেনকাৰ আগত শিৱই গীত গাই সুন্দৰ নৃত্য কৰি দেখুওৱাৰ উপৰিও বিষ্ণু, সূৰ্য আৰু অৰ্দ্ধ-নাৰীশ্বৰৰ ৰূপ ধৰিও দেখুৱাইছিল।

শিৱ আৰু কালীৰ যুগ্ম নৃত্য, তেওঁবিলাকৰ মাজত নৃত্য প্ৰতিযোগিতা, পাৰ্বতী-শিৱৰ নৃত্যৰ বিশেষ দৰ্শক হোৱা আদি অনেক ৰহস্য আৰু গভীৰ তত্ত্বভৰা কাহিনীও আছে।

কাতি বা অঘোণ মাহত যি শ্যামা অৰ্থাৎ কালী পূজা হয় আৰু সেই পূজাৰ কাৰণে যি মূৰ্ত্তি সচৰাচৰ ব্যৱহাৰ কৰা হয়, সেয়া হৈছে শ্মশানকালীৰ শৱ স্বৰূপ শিৱৰ বুকুৰ ওপৰত ভৰি দি নৃত্য কৰি থকা অৱস্থাত "স্তম্ভিত মুদ্ৰাত (লোল জিহ্বাৰ) বোৱা ৰূপৰ প্ৰতিমা। বঙ্গদেশ আৰু অসমত এই ৰূপৰ উপাসনা অতি জনপ্ৰিয়। মৃত শৱৰ ওপৰত আসন কৰি বহি মৃত শৱ কাষত লৈ, মৃত শৱৰ ওপৰত থিয় দি স্থিত হৈ কৰা নৃত্যসমূহ নিশ্চিতভাৱে তান্ত্ৰিক বিপৰীত কৰণ আচাৰসম্ভূত। ইয়াৰ প্ৰতিটোৰে যি গভীৰ ব্যাখ্যা আছে এই প্ৰবন্ধত তাৰ ব্যাখ্যা অৱশ্যে প্ৰাসঙ্গিক নহয়।

কিন্তু নৃত্যকলাৰ অধিপতিৰূপে শিৱৰ নৃত্যৰ লগত জড়িত কিছু আখ্যান এৰাই যাবও নোৱাৰি।

কুমাৰস্বামীৰ মতে জুই জ্বলি থকা শ্মশানত মহাকালীয়ে যি মৃত্যু-নাচ নাচিছিল সেই নৃত্যত মহাকালী উন্মাদ। বন্য উন্মাদনাৰে তেওঁৰ লগত তেওঁৰ ভক্তবৃন্দও। কালীৰ সেই ভয়ঙ্কৰ নৃত্যত সমগ্ৰ বিশ্ব কম্পমান।

অৱশ্যে এই আখ্যানৰে অন্য এটা ৰূপো পোৱা গৈছে। নীলকণ্ঠ শিৱৰ বিষৰূপৰা কালীয়ে এক দেহৰ সৃষ্টি কৰিছিল দাৰুক অসুৰ বা দাৰুক বনৰ অসুৰ নিধন কৰিবৰ কাৰণে। কিন্তু অসুৰ বধ কৰাৰ পাছত দেখা গ'ল কালীও উন্মাদ হ'ল আৰু অকলে তাণ্ডৱ নৃত্যত মগ্ন হ'ল। কালীক শান্ত কৰিবৰ কাৰণে শিৱই শিশু এটিৰ ৰূপ লৈ ক্ৰোধত বিষাক্ত হৈ পৰা কালীৰ স্তনদুগ্ধ শুহি পেলালে। কিন্তু তাৰ ফলত শিৱ নিজেও ক্ৰোধান্বিত হ'ল আৰু তাণ্ডৱ নৃত্য কৰিবলৈ ধৰিলে। তেতিয়া শিৱক শান্ত কৰিবলৈ কালীয়ে নিজৰ বুকুত আঁকোৱালি ল'লে আৰু শিৱ সুখী, শান্ত নোহোৱালৈকে নৃত্য কৰি থাকিল। এই নৃত্য যৌন মনস্তত্ত্বৰ ৰূপক বুলিয়েই যৌনতত্ত্ববিদসকলে ক'ব খোজে। অকলে কৰা তাণ্ডৱ নৃত্য শান্ত কৰা কঠিন কাৰণেই দুয়োজনকে শান্ত কৰিবলৈ যুগ্ম কৰিবলগা হ'ল।

এই কাহিনীৰ আৰু এটি ৰূপ পোৱা গৈছে য'ত দাৰুক দৈত্য নহয়, দাৰুকা নামৰ ৰাক্ষসীনিয়েহে দেৱতা আৰু মনুষ্যক অত্যাচাৰেৰে জৰ্জৰিত

কৰিছিল আৰু তেতিয়া পাৰ্বতীয়ে নিজৰ শৰীৰৰপৰা ক'লা কুমাৰী এটি সৃষ্টি কৰি তেওঁৰ হতুৱাই দাৰুকাক বধ কৰাইছিল। কাহিনীৰ পাছৰ ভাগ এনে।

মন কৰিবলগীয়া যে দাক্ষিণাত্যৰ নটৰাজৰ পদৰ তলত অপস্মাৰ অৰ্থাৎ এটি বাওনা দৈত্য—যি দৈত্যক শিৱক মাৰিবৰ কাৰণে পঠোৱা হৈছিল। সেই বাওনা দৈত্যক শিৱই ভৰিৰে মৰ্দন কৰি আছে। আনহাতেদি তন্ত্ৰমতে তাণ্ডৱ নৃত্যৰতা কালীৰ পদযুগলৰ তলত শৱৰূপী শিৱৰ অৱস্থান।

দক্ষিণ ভাৰতত, বিশেষকৈ তামিল ভাষাৰ গ্ৰন্থত শিৱ আৰু কালীৰ নৃত্যৰ বিষয়ে যথেষ্ট কাহিনী পোৱা যায়। কালী উন্মত্ত হৈ ধ্বংসলীলা আৰম্ভ কৰিলে শিৱই সদায় শান্ত কৰিব লগা হয়। সাধাৰণ কাহিনী মতে মহাকালে উন্মত্তা কালীক শান্ত কৰিবৰ অৰ্থে বুকু (পাতি পৰি) দিয়ে আৰু মহাকালী তেতিয়া লজ্জিত হৈ ৰৈ যায়।

এবাৰ দেৱতা আৰু মনুষ্যসকল দৈত্য-দানৱৰ অত্যাচাৰত জৰ্জৰিত হৈ 'দেৱী'ৰ শৰণ লোৱাত দেৱীয়ে কালীক সৃষ্টি কৰিলে আৰু তেওঁৰদ্বাৰা দৈত্য-দানৱ বধ কৰালে। আনহাতেদি দৈত্য-দানৱৰ ৰক্ত পান কৰি কালী উন্মত্তা হ'ল আৰু তিক ভাল লক্ষ্যটুৰ ওচৰৰ অৰণ্যত নিৰীহ প্ৰাণীক সংহাৰ কৰিবলৈ ধৰিলে। নাৰদৰ অনুৰোধত শিৱই কালীক শান্ত কৰিবলৈ গাত ল'লে, আৰু তেওঁ কৈলাশৰপৰা নামি আহি কালীৰ লগত নাচৰ প্ৰতিযোগিতা আৰম্ভ কৰিলে। তাণ্ডৱ নৃত্য কৰি থাকোতে শিৱই এবাৰ ইমান ওপৰলৈ ভৰি তুলিলে যে মূৰৰ সিমান ওপৰলৈ ভৰি তুলিব নোৱাৰি কালি পৰাজিত হ'ল আৰু শান্ত হ'ল। শিৱই কিন্তু নাচিয়েই থাকিল। তেতিয়া দেৱতাসকলে সৃষ্টি ধ্বংস হোৱাৰ ভয়ত উমাৰ সহায় লৈ শিৱক শান্ত কৰিলে।

শিৱৰ অৰণ্য নৃত্য সম্পৰ্কত সংস্কৃত আৰু তামিল গ্ৰন্থত কিছু বিভিন্নতা পৰিলক্ষিত হয়। সংস্কৃত গ্ৰন্থমতে শিৱই সৰল (পাইন) বনৰ অৰণ্যত প্ৰৱেশ কৰি ঋষি পত্নীসকলৰ লগত নৃত্য কৰিছিল। অতি সুশোভন নৃত্যশিল্পীৰ ৰূপত নৃত্য কৰি থাকোতে ঋষি পত্নীৰ (হয়তো এগৰাকী, হয়তো একাধিক) লগত সঙ্গমো সংঘটিত হৈছিল। সেই কাৰণে ঋষিসকলে শিৱক নিৰ্বীৰ্য হ'বলৈ অথবা লিঙ্গ ছেদন হ'বলৈ অভিশাপ দিলে। কিন্তু এই অভিশাপৰ ফল বিষময় হ'ব বুলি ভীষণ ভয় খাই ঋষিসকলে শিৱ উপাসনা আৰু লিঙ্গপূজা তেতিয়াৰেপৰা আৰম্ভ কৰিলে।

সৰল বনৰ নাম উল্লেখ নকৰিলেও মহাভাৰততো একে ধৰণৰ কাহিনীয়েই বৰ্ণিত হৈছে। শিৱৰ শৃঙ্গাৰ ৰসাত্মক নৃত্যৰ উদাহৰণো এনে কাহিনীয়ে দাঙি ধৰে।

তামিল গ্ৰন্থত এইখিনিতেই অমিল যে, শিৱই 'ভৱগম' অৰ্থাৎ সবল অৰণ্যত প্ৰৱেশ কৰি অকলে নৃত্য কৰিছে। ঋষি-পত্নীসকলে তেওঁৰ নৃত্য চাবলৈ তেওঁক বেঢ়ি ধৰিছে। ঋষি পত্নীসকলৰ লগত তেওঁৰ নৃত্যও নাই আৰু সেই কাৰণে ঋষিসকলৰ অভিশাপো নাই। অৱশ্যে ঋষিসকলে তেওঁক আক্ৰমণ কৰিছে আৰু সেই আক্ৰমণৰ সময়ত শিৱ তাণ্ডৱ বৃত্তাকাৰ কৌশলে চূড়ান্ত ৰূপ পাইছে। শিৱই ইমান চাতুৰ্যৰে নৃত্য কৰিছে যে, ঋষিসকলৰ আক্ৰমণ ব্যৰ্থ হৈছে। শিৱক খাবলৈ সৃষ্টি কৰি পঠোৱা বাঘক তৎক্ষণাৎ মাৰি তাৰ ছাল গাত পিন্ধি লৈছে, দংশন কৰিবলৈ সৃষ্টি কৰি পঠোৱা সৰ্প শৰীৰত আঁৰি লৈছে আৰু শেষত শিৱক বধ কৰিবৰ কাৰণে পঠোৱা দৈত্য ভৰিৰ আঙুলিৰে মৰিমূৰ কৰিছে। দেৱতাসকলে শিৱৰ এনে অভূতপূৰ্ব নৃত্য চাবলৈ আহিল, ঋষিসকলো মুগ্ধ হ'ল আৰু শিৱক প্ৰশংসা আৰু পূজা কৰিবলৈ ধৰিলে। বাওনা দৈত্য মৰ্দন কৰি থকা নৃত্য নটৰাজ প্ৰতিমাত খোদিত হৈছে।

অৰ্দ্ধ নাৰীশ্বৰ ৰূপত শিৱই নৃত্য কৰিলে শিৱৰ অৰ্দ্ধভাগে ৰৌদ্ৰৰসৰ নৃত্য কৰে আৰু পাৰ্বতীৰ ভাগটোৱে কৰে লাস্য নৃত্য।

শিৱই নেখাৰ লগা বস্তু খায় আৰু বিষ পান কৰে কাৰণে শিৱক অস্পৃশ্য বুলি দেৱতা ঋষিসকলে লগ নিদিয়ে কাৰণে পাৰ্বতীয়ে শোকে-দুখে অধীৰ হৈ শিৱক ভৰ্ৎসনা কৰি ক'লে যে, সকলো দেৱতাই প্ৰশংসা কৰাকৈ তুমি নৃত্য কৰি দেখুওৱা আৰু তোমাৰ এটি ভাগ বিষ্ণুৰ ভাগ কৰি দেখুওৱা। শিৱই মধুৰভাৱে উত্তৰ দিলে যে তেওঁ সন্মত। সেই নৃত্য চাবলৈ ভৱানী চৌষষ্ঠী যোগিনীয়ে আহিল, পাৰ্বতী বিশেষ দৰ্শক হ'ল, দেৱতাসকলেও চালে আৰু শিৱৰ নৃত্যত আটায়ে মন্ত্ৰমুগ্ধ হ'ল। শিৱৰ বামভাগত বিষ্ণুক দেখা গ'ল। আটায়ে শিৱক পুষ্পবৰ্ষণ কৰিলে, পাৰ্বতীয়ে আকোঁৱালি ল'লে। *

---

*এই প্ৰসংগত কূৰ্ম পুৰাণ, টি শিৱ ৰামমূৰ্তিৰ "নটৰাজ ইন্ আৰ্ট এণ্ড লিটাৰেচাৰ, টি.এ. গোপীনাথ ৰাওৰ গ্ৰন্থ এলিমেণ্টছ্ অৱ হিন্দু আইকনগ্ৰাফী, এ.কে কুমাৰস্বামীৰ "দি ডেন্স অৱ শিৱ" ষ্টেলা ক্ৰমৰিচৰ "দি প্ৰেজেন্স অৱ শিৱ" আৰু অ. ফ্ৰেহাৰ্টিৰ "হেমৰুকেন মেটাফৰছ এণ্ড এনিমেল ছিম্বলছ ইন্ ইণ্ডিয়ান মিথলজি' গ্ৰন্থৰ সহায় স্বীকাৰ কৰা হৈছে।

# শিৱৰ গঙ্গাধৰ ৰূপ

শিৱৰ গুৰুত্বপূৰ্ণ গঙ্গাধৰ মূৰ্তিৰ উৎস ক'ত? এই মনোৰম ৰূপ মহাভাৰতৰ বনপৰ্বত পোৱা যায়: সগৰৰ পুত্ৰবোৰৰ চিতাভস্ম উটুৱাই নিবলৈ গঙ্গাক মৰ্ত্যলৈ আনিব লগা হ'ল। সেই কাৰণে ভগীৰথে গঙ্গাক কঠোৰ তপস্যা কৰিবলৈ ধৰিলে। গঙ্গা সেই তপস্যাত তুষ্ট হৈ ভগীৰথক ক'লে যে, গঙ্গাৰ অৱতৰণ পৃথিৱীয়ে সহ্য কৰিব নোৱাৰিব। সেই কথা শুনি ভগীৰথে উপায়ান্তৰ হৈ দেৱাদিদেৱ শিৱক আৰাধনা কৰিলে যাতে শিৱ সন্তুষ্ট হৈ গঙ্গাক শিৰত ধাৰণ কৰে। ভগীৰথৰ তপস্যাত শিৱও সন্তুষ্ট হ'ল আৰু শিৱই জঁটা পাতি ধৰিলে। প্ৰচণ্ড শক্তিসম্পন্না গঙ্গা সকলো শক্তিৰে নামি আহিল শিৱকো আনকি উটাই নিয়াৰ অভিপ্ৰায়েৰে। কিন্তু গঙ্গা অসমৰ্থ হ'ল আৰু শিৱ জঁটাত তেওঁ বন্দী হ'ল। ভগীৰথৰ পুনৰ প্ৰাৰ্থনাত শিৱই গঙ্গাক মৰ্ত্যলৈ এটি সৰু সুঁতিৰে নামি আহিবলৈ দিলে। গঙ্গা তেতিয়াৰে পৰা মহাদেৱৰ গোপন প্ৰেয়সীৰূপে বৰ্ণিত হ'ল।

গঙ্গাৰ এই কাহিনী শিৱৰ সৌম্য বা শান্ত ৰূপৰ লগত জড়িত অতি জনপ্ৰিয় কাহিনী। পুৰাণ আৰু ৰামায়ণত ইয়াৰ উল্লেখো আছে।

আগম শাস্ত্ৰবোৰত গঙ্গাধৰ শিৱৰ বিষয়ে উল্লেখ আছে। গঙ্গাধৰ মূৰ্তিত হাতৰ চিহ্ন বাহিৰে অন্যবোৰ একেই। সোঁ ভৰি পোনপটীয়াকৈ মাটিত, বাঁওভৰি অলপ ভাঁজ লোৱা। সোঁহাত উমাৰ থুঁতৰিত, বাঁওহাতে উমাক আলিঙ্গন কৰি আছে। মূৰৰ জঁটাত গঙ্গা লুকাই আছে। উমা গঙ্গাৰ প্ৰতি ঈৰ্ষাত ইতস্ততঃ শিৱৰ সন্মুখত ভগীৰথ আৰু কেইজনমান ঋষি।

# কিৰাতবেশী মহাদেৱ

মহাভাৰতৰ বনপৰ্বত দেৱাদিদেৱ মহাদেৱে কিৰাত বেশ ধাৰণ কৰি মহা তেজস্বী অৰ্জুনক পৰীক্ষা কৰা আৰু মহাদেৱৰ মহাঅস্ত্ৰ পাশুপাত প্ৰদান কৰাৰ কথা অপূৰ্বভাৱে বৰ্ণিত হৈছে।

সমাগত অনিবাৰ্য যুদ্ধৰ কাৰণে উপায়ান্তৰ পাণ্ডৱসকলেও অস্ত্ৰ যোগাৰত প্ৰবৃত্ত হ'ব লগা হ'ল। জ্যেষ্ঠভ্ৰাতৃ যুধিষ্ঠিৰৰ আদেশক্ৰমে তৃতীয় পাণ্ডৱ অৰ্জুনে স্বৰ্গাধিপতি মহাৰাজ ইন্দ্ৰ আৰু ভগৱান মহাদেৱৰ পৰা আশীৰ্বাদ আৰু অস্ত্ৰ লাভ কৰিবৰ কাৰণে সাজু হ'ল আৰু সঙ্কল্প কৰিলে।

ভগৱান মহাদেৱক তপস্যাৰে সন্তুষ্ট কৰিবৰ কাৰণে মহাবীৰ অৰ্জুনে হিমালয়ৰ দুৰ্গম অৰণ্য অতিক্ৰম কৰি হিমালয়ত তপস্যা আৰম্ভ কৰিছিল। সেই তপস্যা অতি দুষ্কৰ আছিল। প্ৰথমে পচন পকা পাত, তাৰ পাছত তিনিদিন, ছদিন, পোন্ধৰদিনৰ মূৰে মূৰে একোটা ফল ভক্ষণ কৰি পাছত সকলো এৰি কেৱল বায়ু ভক্ষণ কৰি, ঊৰ্দ্ধবাহু হৈ, ভৰিৰ আঙুলিত কেৱল থিয় দি অৰ্জুনে কৰা উগ্ৰ তপ দেখি ঋষি-মুনিসকল ভীতিগ্ৰস্ত হৈ ভগৱান মহাদেৱক অৰ্জুনক তপস্যাৰ পৰা নিবৃত্ত কৰিবৰ কাৰণে গৈ জনাইছিল। অন্তৰ্যামী মহাদেৱে কৈছিল যে "অৰ্জুনে কোনো সম্পদ লাভৰ কাৰণে বা স্বৰ্গপ্ৰাপ্তিৰ কাৰণে এই উগ্ৰ, একান্ত তপস্যা কৰা নাই। কি আকাংক্ষা কৰি এই তপস্যা কৰিছে মই জানো। মই এই কাৰ্য্য সম্পাদন কৰিম, তোমালোক নিৰ্ভয়চিত্তে স্ব-স্ব স্থানলৈ যোৱা।"

তাৰ পাছত সৰ্বপাপবিনাশক পিনাকপাণি ভগৱান মহাদেৱে উজ্জ্বল কিৰাতৰ বেশ ধাৰণ কৰিলে। সেই বেশত মহাদেৱ, এজোপা গছৰ দৰে জিলিকি উঠিল আৰু দ্বিতীয় পৰ্বতৰ দৰে শোভা কৰিবলৈ ধৰিলে। পিনাক ধনুৰ্বাণ আৰু সৰ্প সদৃশ বান ধাৰণ কৰি জ্বলন্ত অগ্নিৰ দৰে অৰ্জুনৰ কাষলৈ ধাৱমান হ'ল। মহাদেৱৰ স্ত্ৰী পাৰ্বতীয়েও কিৰাতনী বেশ ধাৰণ কৰিলে আৰু মহাদেৱৰ সহগামী হ'ল। তেওঁবিলাকক আনন্দময় প্ৰমথসকলে আৰু অজস্ৰ নাৰীয়ে অনুগমন কৰিলে।

আহি থাকোতে মুক নামে কিম্ভূত-কিমাকাৰ দানৱ এটা তেওঁবিলাকে দেখিলে। দানৱটোৱেই এটা বিৰাট গাহৰিৰ ৰূপ লৈ অৰ্জুনক বধ কৰিবলৈ উদ্যত হ'ল। অৰ্জুনে অবাক হৈ বিনাদোষত তেওঁক বধ কৰিবলৈ ওলোৱা

পাছৰিটোক প্ৰহাৰ কৰিলে আৰু ঠিক সেই সময়তেই মহাদেৱেও গাহৰিক প্ৰহাৰ কৰিলে। কাৰ আঘাতত বৰাহৰূপী এই অসুৰৰ মৃত্যু হ'ল তাকে লৈ কিৰাতৰূপী মহাদেৱৰ লগত তৰ্ক আৰম্ভ হ'ল আৰু তৰ্কই গৈ যুদ্ধৰ ৰূপ ল'লে। কি প্ৰচণ্ড, লোমহৰ্ষক যুদ্ধ কিৰাত আৰু অৰ্জুনৰ মাজত হ'ল তাৰ অতি সুন্দৰ বিৱৰণ মহাভাৰতৰ বনপৰ্বত দিয়া হৈছে। অৰ্জুনৰ গাণ্ডীৱ ধনুৰ দ্বাৰা নিক্ষিপ্ত 'নাৰাচ' নামৰ হাজাৰ হাজাৰ বাণ অনায়াসে কিৰাতে গ্ৰহণ কৰা দেখি অৰ্জুন পৰম বিস্মিত হ'ল আৰু যিহেতু মহাদেৱৰ বিনে আনে এনে বাণ সহ্য কৰিব নোৱাৰে, সেই কথা ভাবি অৰ্জুনে কিৰাতজন কোন হ'ব পাৰে বুলি চিন্তিত হ'ল। বাণ নিক্ষেপ কৰি কৰি অৰ্জুন বাণশূন্য হ'ল। তেতিয়া তেওঁ অগ্নিদেৱক চিন্তি ধনুৰ আগেৰে, খড়্গেৰে কিৰাতক প্ৰহাৰ কৰিবলৈ ধৰিলে। খড়্গও ভাগি গ'ল। প্ৰতি আঘাতত অৰ্জুন ধৰাশায়ী, তেজেৰে তুমবলি হ'ল। তেতিয়া প্ৰকাণ্ড প্ৰকাণ্ড শিল আৰু বৃক্ষ উভালি লৈ অৰ্জুনে প্ৰহাৰ কৰিবলৈ ধৰিলে। কিৰাতে অৰ্জুনক বাহুবদ্ধ কৰি শ্বাসৰুদ্ধ অৱস্থা কৰিলে। অৰ্জুন মাটিত পৰি গ'ল আৰু কিছুক্ষণৰ পাছত সম্বিৎ পাই বেদীত মহাদেৱৰ মূৰ্তি স্থাপন কৰি অশেষ স্তুতি কৰি মালা অৰ্পণ কৰিলে। কি আশ্চৰ্য—সেই মালা কিৰাতৰ শিৰত অৰ্জুনে দেখা পালে আৰু তেতিয়াই দেৱাদিদেৱ মহাদেৱক ধৰিব পাৰি চৰণত দীঘল দি পৰি নানান স্তৱ কৰিবলৈ ধৰিলে আৰু কৃতকৰ্মৰ কাৰণে বাৰে বাৰে ক্ষমা খুজিলে। ভগবান মহাদেৱ সুপ্ৰসন্ন হৈ নিজ ৰূপ অৰ্জুনক দৰ্শন কৰালে আৰু অৰ্জুনৰ তপস্যা আৰু অমোঘ বীৰত্বত তুষ্ট হৈ অৰ্জুনৰ ঈপ্সিত অস্ত্ৰ 'পাশুপাত' অৰ্জুনক প্ৰদান কৰিলে এই বুলিয়েই যে অৰ্জুন পাশুপাত অস্ত্ৰধাৰণ, প্ৰয়োগ আৰু উপসংহাৰ কৰিবলৈ সমৰ্থ। অৰ্জুনক মহাদেৱে পাশুপাত অস্ত্ৰচালনাৰ মন্ত্ৰও প্ৰদান কৰিলে।

# শিৱৰ মূৰ্ত্তি

সংস্কৃত শ্লোকবিলাকত অতি সুন্দৰ শিৱৰ ৰূপৰ বিষয়ে বৰ্ণনা আছে। আনহাতেদি মৌৰ্যযুগলৈকে শিৱৰ কোনো ৰূপৰ মূৰ্ত্তি পোৱা নগৈছিল। খৃষ্টপূৰ্ব প্ৰথম, দ্বিতীয় শতিকাৰ শুঙ্গ যুগতো কেইটিমান মূৰ্ত্তিহে পোৱা গৈছিল। কিন্তু কুশান যুগত যেন হঠাতেই শিৱমূৰ্ত্তি অধিক পৰিমাণে, বিশেষকৈ মথুৰাত আৱিষ্কাৰ হ'বলৈ ধৰিলে। চাবলৈ গ'লে এই সময়ৰ পৰাই শিৱমূৰ্ত্তিয়ে এটি পূৰ্ণ ৰূপ পাবলৈ গতি কৰিলে। এই সময় চতুৰ্থৰ পৰা ষষ্ঠ শতিকাৰ ভিতৰতে পৰিব।

প্ৰাক্-কুশান আৰু কুশান যুগতে শিৱমূৰ্ত্তিৰ গঠন স্পষ্ট হৈ পৰে। এই সময়ৰে পৰাই (১) এখন মুখ আৰু দুখন হাতৰ অকলশৰীয়া শিৱ, (২) অন্যান্য দেৱতাৰ লগত শিৱ, (৩) এখন মুখ আৰু চাৰিখন হাতৰ শিৱ, (৪) তিনিখন মুখৰ শিৱ, (৫) চাৰিখন মুখৰ শিৱ, (৬) আঠখন মুখৰ শিৱ, (৭) বাৰখন মুখৰ শিৱ, (৮) বৃষভৰ লগত শিৱ, (৯) সিংহৰ লগত শিৱ, (১০) হস্তীৰ লগত শিৱ, (১১) চতুৰ্ব্যূহ শিৱ, (১২) শিৱ আৰু পাৰ্বতী, (১৩) অৰ্দ্ধনাৰীশ্বৰ, (১৪) লকুলীশ, (১৫) হৰিহৰ, (১৬) ৰাৱণানুগ্ৰহ মূৰ্ত্তি, (১৭) ভিক্ষাতন মূৰ্ত্তি, (১৮) দক্ষিণামূৰ্ত্তি আৰু অজ একপাদ শিৱমূৰ্ত্তি দেখা যায়

এখন মুখ আৰু দুখন হাতৰ শিৱৰ প্ৰাচীনতম ৰূপৰ বহুত মূৰ্ত্তি পোৱা গৈছে। এনে মূৰ্ত্তি মূৰৰ পৰা কঁকাললৈ থকা। সোঁহাতত অভয়মুদ্ৰা, বাওঁহাতত এটি পাত্ৰ। মূৰত জঁটা বন্ধা চুলি, কাণ আৰু ডিঙিত অলঙ্কাৰ, হাতত খাৰু আৰু গাত উপবীত স্পষ্টকৈ দেখা যায়।

চিত্তোৰ জিলাৰ গুড়িমল্লমৰ 'পৰমেশ্বৰ শিৱ'ৰ আৰু অন্ধ্ৰ প্ৰদেশত পোৱা শিৱমূৰ্ত্তিৰ লগত বহুতখিনি মিল দেখা গৈছে। দহ মিটাৰতকৈও বেছি উচ্চতাৰ শিৱলিঙ্গৰ সমুখত আঁঠুকাঢ়ি থকা বাওনা এটাৰ মূৰত থিয় দি থকা এই মূৰ্ত্তি। বাঁওহাতত পাত্ৰ আৰু সোঁহাতত পৰশু। পৰিধানত ধুতি, পুৰুষাঙ্গ নমিত অৱস্থাত দেখা যায়। সোঁহাতত কুঠাৰ ধাৰণ কৰা এই মূৰ্ত্তিয়ে ভৰিৰ তলত যক্ষমৰ্দন কৰালে চাই এই মূৰ্ত্তি এজন বাহুবলী মল্লৰ মূৰ্ত্তি যেন লাগে। দেৱতাৰ নাম গুড়িমল্লম, গাঁওখনৰ নামো গুড়িমল্লম। গুড়ি মানে মন্দিৰ, মল্ল মানে মল্লযোদ্ধা।

উজ্জয়িনীৰ সমসাময়িক মুদ্ৰাত শিৱক সাধাৰণ মানুহৰ ৰূপতো দেখা যায়। এহাতত দণ্ড আৰু আনহাতেদি পাত্ৰ লৈ থিয় হৈ থকা ৰূপৰ শিৱমূৰ্ত্তি

মুদ্ৰাত খোদিত কৰা হৈছিল। শিৱৰ হাতৰ এই দণ্ড, ব্ৰহ্মদণ্ড, বিল্বদণ্ড আৰু কালদণ্ড নামেৰেও অভিহিত কৰা হয়। কুনিণ্ডৰ মুদ্ৰাত থকা শিৱৰ হাতত ত্ৰিশূল আৰু পৰশু দেখা গৈছে।

প্ৰাক্-কুশান সময়ৰ শাসকবোৰে তেওঁবিলাকৰ মুদ্ৰাত (খ্ৰি. পূ. ৬০-৫০) শিৱক অংকিত কৰাটো এটা যেন্হনৰূপেই লৈছিল। চাবিচুকীয়া তামৰ মুদ্ৰাত শিৱৰ বাওঁহাতত ত্ৰিশূল দেখা গৈছে। ব্ৰাহ্মী আৰু খৰোষ্ঠী লিপিত লিখা 'শিৱৰক্ষিত' এনে কথা লিখা ব্ৰঞ্জৰ মোহৰো পোৱা গৈছে।

কিছুমান মুদ্ৰাতো শিৱৰ ভৰিৰ তলত 'বাওনা' মৰ্দিত হৈছে। খ্ৰি. পূ. ৩০-১৫ৰ ভিতৰত শাসকসকলৰ মুদ্ৰাত শিৱই বাওঁহাতত দীঘল ত্ৰিশূল, আৰু সোঁহাতত তালগছৰ ডাল লৈ থকা দেখা গৈছে। কিছুমান মুদ্ৰাত শিৱই বাঁওহাতে ত্ৰিশূল লৈ, সোঁহাত আগবঢ়াই থকাৰ ভঙ্গীত থিয় হৈ আছে।

খ্ৰি. পূ. প্ৰথম শতিকা অথবা তাতোকৈ আগৰ কেইটামান মুখলিঙ্গ পোৱা গৈছে। ৰাজস্থানৰ ভাৰতপুৰ মিউজিয়ামত শিৱৰ মূৰত পাগুৰীও দেখা গৈছে।

ষষ্ঠ শতিকাৰ আগে-পাছে পোৱা কিছুমান মুদ্ৰাৰ কোনোটোত শিৱ অকলে, কোনোটোত বৃষভৰ লগত। অকলশৰীয়া ৰূপত শিৱ সম্পূৰ্ণ নগ্ন, আৰু পুৰুষাঙ্গ উৰ্দ্ধমুখী। সোঁহাতত ত্ৰিশূল, বাওঁহাতত পাত্ৰ। বাওঁহাতত জন্তুৰ ছাল এখনো দেখা যায়। মহাভাৰতৰ শিৱৰ পৰিধান ছাল সিংহৰ ছাল বুলি কোৱা হৈছে। কিছুমান পণ্ডিতে অৱশ্যে সেই চৰ্ম বৃষভ চৰ্ম বুলিও বিভিন্ন কাৰণত ক'ব খোজে।

ষষ্ঠ-সপ্তম শতিকাত শিৱৰ 'লকুলীশ'ৰূপে উৰিষ্যাত বেচ গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰিছিল। উৰিষ্যাৰ কোৰাপুট জিলাৰ পাইকপাৰাৰ মন্দিৰৰ মুখশালাত এক আকৰ্ষণীয় লকুলীশ দেখা পোৱা গৈছে। বিল্বপত্ৰত উৎকুতকাসন ভঙ্গীত উপবিষ্ট লকুলীশৰ আঁঠু ওখ হৈ যোগপট্ট ৰূপত আছে। ৰুদ্ৰাক্ষমালাই উষ্ণীশ ঢাকি ৰাখিছে। মূৰত কেঁকোৰা চুলি।

সপ্তম শতিকাত ভুবনেশ্বৰ লকুলীশ পাশুপাতৰ এখন বিশেষ গুৰুত্বপূৰ্ণ স্থান হৈ পৰিল।

শিৱ যদিও যোগী, তেওঁ প্ৰচণ্ড যোদ্ধাও। তেওঁৰ এই ৰূপক ত্ৰিপুৰাৰি ৰূপ বুলি কোৱা হয়। ওঠৰ শতিকাৰ তৃতীয় ভাগৰ এখনি পাহাৰী পেইণ্টিং এই লেখিকাই ভাৰতীয় মিউজিয়ামত সংৰক্ষিত হোৱা দেখিবলৈ পাইছিল কলিকতাৰ গোলপাৰ্কৰ ৰামকৃষ্ণ মিছনৰ লাইব্ৰেৰীত। এই ছবিখনিৰ নাম Shiva the Archer. কিতাপখনৰ নাম Essence of Indian Art.

এই ছবিখনি নয়নাভিৰাম। হাতত ধনু-কাঁড় লৈ থকা শিৱৰ এক বিৰল মূৰ্তি এই ছবিত অঙ্কন কৰা হৈছে। শিৱৰ দুয়োভৰি বৃষভৰ ওপৰত। মুখ

একশীৰাকে আঁকা। অতি কোমল প্ৰসন্ন বদন। শিৱৰ জটাত চন্দ্ৰকলা। পেট আৰু তাৰ মাজত চুল, গাত বাঘৰ ছাল। পিনাকপাণি শিৱই কাঁড় মাৰিছে। কাৰ উদ্দেশ্যে কাঁড় মৰা হৈছে ছবিত দেখা নাযায়।

শিৱ গুৰুৰো গুৰু আদি গুৰু। গুৰুৰূপে তেওঁ সকলোকে জ্ঞান দিয়ে। শিৱৰ এই ৰূপক 'জ্ঞান দক্ষিণামূৰ্তি' বুলি কোৱা হয়। যি অৱস্থাত তেওঁ সংগীত, নৃত্য-চিত্ৰকলাৰ জ্ঞান দিয়ে সেই ৰূপক 'বীণাধৰ দক্ষিণ মূৰ্তি' বুলি কোৱা হয়।

# শিৱশক্তিৰ অভিন্নতা তথা অদ্বয় তত্ত্ব

বৈদিক সাহিত্যত প্ৰতিফলিত ধৰ্মচিন্তাৰ দুটা দিশ আছিল—কৰ্মকাণ্ড আৰু জ্ঞানকাণ্ড। কৰ্মকাণ্ডৰ বিকাশ যাগ-যজ্ঞত আৰু জ্ঞানকাণ্ডৰ বিকাশ দৰ্শনতত্ত্ব বিশেষকৈ বেদান্তত। এই বেদান্তকেই বেদৰ সাৰ বুলি কোৱা হৈছে—য'ত ব্ৰহ্মই একমাত্ৰ সত্য, ব্ৰহ্মৰ বাদে জগতত কোনো পৃথক অস্তিত্ব নাই। দৃশ্যমান জগত আচলতে দৰ্পণত প্ৰতিফলিত প্ৰতিবিম্বৰ নিচিনাকৈ আপাতদৃষ্টিত সত্য বুলি প্ৰতিফলিত হ'লেও কাৰ্যত অলীক। এই সকলোবোৰ নিৰালম্ব চিন্তা-ভাৱনা জ্ঞানী ব্যক্তিসকলৰ তৰ্কৰ উৎস হ'ব পাৰে, কিন্তু সাধাৰণ মানুহে এনে এজন ঈশ্বৰৰ ওপৰত নিৰ্ভৰ কৰে যাক অৱলম্বন কৰিলে তেওঁৰ জাগতিক সমস্যাসমূহৰ সমাধান হয়, যি কৰুণা কৰিব পাৰে, যি অপৰাধসমূহ মাৰ্জনা কৰিব পাৰে, যাক পোৱা যায় শাস্ত্ৰজ্ঞানৰ দ্বাৰা নহয়, ভক্তিৰ দ্বাৰা। এনে আবেগেই পঞ্চৰাত্ৰ (বৈষ্ণৱ), পাশুপাত (শৈৱ) আদি বহুতো ভক্তিবাদী ধৰ্মমতৰ উদ্ভৱত প্ৰেৰণা দিছিল, এই ধৰ্মপন্থাসমূহো স্বাভাৱিকভাৱেই তন্ত্ৰৰ লগত জড়িত হৈ পৰিছিল।

এনে প্ৰাচীন ভক্তিবাদী ধৰ্মমত কালক্ৰমত পাঁচটা মূল শাখাত বিভক্ত হৈছিল— বৈষ্ণৱ, শৈৱ, শাক্ত, সৌৰ আৰু গাণপত্য। সামগ্ৰিকভাৱে ইয়াকেই পঞ্চ উপাসনা বুলি কোৱা হয়। বৈদিক ঐতিহ্যৰ প্ৰবক্তাসকলে বেদবিৰোধী বা বেদবাহ্য বুলি কোৱা এই ধৰ্মমতবোৰৰ জনপ্ৰিয়তা উপলব্ধি কৰি বেদসন্মত কৰি তোলে। উল্লেখিত পঞ্চ দেৱতাৰ উপাসনাৰ ক্ষেত্ৰত বৈদিক আৰু তান্ত্ৰিক এই দুয়োবিধকে মানি চলা দেখা যায়।

তান্ত্ৰিক বিধিৰ বৈশিষ্ট্য হ'ল বা তান্ত্ৰিক মূল তত্ত্ব হ'ল পদাৰ্থক শক্তিৰ লগত বিচ্ছিন্ন কৰি চোৱা বা ভবা উচিত নহয়। শক্তিয়েই একমাত্ৰ জগত আৰু জাগতিক বিষয়ৰ চালিকা আৰু সেই হিচাপেই নাৰীৰূপে কল্পিতা। কিন্তু তাৰ লগত শক্তিৰ পুৰুষবাচক দিশ এটাও আছে। একেটা আধাৰতে যেন দুটা ৰূপ। স্থিৰ বা প্ৰকাশ আৰু গতিশীল বা বিমৰ্শ। প্ৰথমটোক প্ৰকাশ আৰু দ্বিতীয়টোক নাৰীৰূপে কল্পনা কৰিব পাৰি। উদাহৰণস্বৰূপে ক'ব পাৰি যে, কয়লাই যেতিয়া দাহিকা শক্তিৰে সৈতে স্বাভাৱিক অৱস্থাত থাকে সেই অৱস্থাটোক কোৱা হয় স্থিৰ বা প্ৰকাশ অথবা বৈজ্ঞানিক পৰিভাষাত ষ্টেটিক (Static)। এয়াই শক্তিৰ কল্পিত পুৰুষ অৱস্থা। সাংখ্যৰ পৰিভাষাত পুমান বা পুৰুষ। চৈনিক পৰিভাষাত ইয়াং। আনহাতেদি কয়লা যেতিয়া প্ৰজ্বলিত হয়, সেই অৱস্থাটোক কোৱা হয়

শক্তিৰ গতিশীল বা বিমৰ্ষ অৱস্থা— বৈজ্ঞানিক পৰিভাষাত যাক কোৱা হয় কাইনেটিক। এটা হৈছে শক্তিৰ কল্পিত নাৰী অৱস্থা (সাংখ্যৰ পৰিভাষাত প্ৰধান বা প্ৰকৃতি, চৈনিক পৰিভাষাত ইন্) অন্যমতে আৰু দুটা পৰিভাষা হ'ল শক্তিমৎ আৰু শক্তি যেনিবা অগ্নি আৰু অগ্নিৰ দাহিকাশক্তি—যি পৰস্পৰ অবিচ্ছেদ্য। ইষ্টদেৱতা হ'ল বৈষ্ণৱ, শৈৱ, শাক্ত যি মতৰেই নহওক আচলতে প্ৰকাশ আৰু বিমৰ্শ এই দুই শক্তিৰেই সামগ্ৰিক ৰূপ। প্ৰকৃততে এই পাৰ্থক্যটোও প্ৰকৃত নহয়। সৃষ্টিৰ আৱৰ্তণিত শক্তি প্ৰকাশৰূপে নিশ্চল হৈ থাকে আৰু পাছত বিমৰ্শৰূপে ক্ৰিয়াশীল হয়। শক্তিৰ এই দুই দিশ বৌদ্ধশাস্ত্ৰতো স্বীকৃত—যাৰ নাম যথাক্ৰমে কৰুণা আৰু শূন্যতা অথবা উপায় আৰু প্ৰজ্ঞা। এই দুই শক্তিৰ লীলাক অনুভৱ কৰাৰ নামেই সাধনা। সাধকে তেওঁৰ নিজৰ দেহকে ব্ৰহ্মাণ্ডৰূপে কল্পনা কৰে। শক্তি স্থিৰ স্থাণুৰূপে মূলকুণ্ডলীত অৱস্থান কৰে। এই শক্তিক জাগ্ৰত কৰা অথবা বিমৰ্শ শক্তিলৈ ৰূপান্তৰিত কৰাই সাধকৰ কৰ্তব্য। নিজ দেহৰ মাজতে থকা এই দুই পৰস্পৰ পৰিপূৰক শক্তিৰ লীলাক অনুভৱ কৰাৰ নামেই অদ্বয়বোধ (এই অদ্বয় তত্ত্বই শিৱশক্তিৰ মিলন তত্ত্ব)। আৰু দেহক যে ব্ৰহ্মাণ্ডৰ লগত তুলনা কৰে সেই তত্ত্ব ভাণ্ড-ব্ৰহ্মাণ্ড তত্ত্ব নামে পৰিচিত।

সাধকে বহুত ক্ষেত্ৰত নিজক তেওঁৰ ইষ্টদেৱতাৰ লগত অভিন্ন বুলি ভাবে আৰু সেই হিচাপে তেওঁ সাধনসঙ্গিনী বাছিবও পাৰে আৰু উভয়ে প্ৰকাশ আৰু বিমৰ্ষ তথা শিৱ আৰু শক্তিলৈ ৰূপান্তৰিত হয় আৰু তেওঁবিলাকৰ পাৰমাৰ্থিক মিলন সামৰস্য বা অদ্বয়বোধৰ প্ৰতীক হৈ পৰে। দক্ষিণাচাৰীসকলে নিজ সত্তাৰ ভিতৰতেই এই দুই শক্তিৰ উপলব্ধি কৰে। এই চিন্তা ভাবনাৰ মূলত হয়তো আদিম বিশ্বাসেই কাৰ্যকৰী আছিল। জগতসৃষ্টিৰ মূল নাৰী-পুৰুষৰ মিলন তত্ত্ব বুজাবৰ কাৰণেই হয়তো যৌন মিলনৰ প্ৰতীক স্বৰূপ লিঙ্গযোনি পূজাৰ প্ৰচলন হয়। পৰৱৰ্তী পৰ্যায়ত সেই আদিম চিন্তাই সাংখ্যদৰ্শনকে আদি কৰি অন্য দৰ্শনতো প্ৰতিফলিত হ'ল।

ভাৰতবৰ্ষৰ বিভিন্ন ধৰ্ম তন্ত্ৰধাৰা প্ৰভাৱান্বিত হ'লেও এটা কথা স্বীকাৰ কৰিবই লাগিব যে শৈৱ-শাক্ত ধৰ্মতেই তান্ত্ৰিকতাৰ ব্যাপক বিকাশ। ভাৰতীয় ধৰ্ম ইতিহাসৰ তিনিটা আঞ্চলিক বিকাশ দেখা যায়—কাশ্মীৰ অঞ্চলৰ শৈৱধৰ্ম ত্ৰিক, স্পন্দ আৰু প্ৰত্যভিজ্ঞা নামেৰে কথিত। তামিল শৈৱধৰ্ম, শৈৱসিদ্ধান্ত নামে পৰিচিত আৰু কৰ্ণাটক অঞ্চলৰ শৈৱধৰ্ম বীৰ শৈৱ বা লিঙ্গায়ত ধৰ্ম। এই তিনি প্ৰকাৰৰ শৈৱমতৰ প্ৰতিটোতেই শিৱ আৰু শক্তিৰ অভিন্নতা দেখা যায়। তিনিওটা মততে কোৱা হয় যে শক্তিহীন শিৱ অসম্ভৱ। আচলতে শক্তিৰ প্ৰকাশ ৰূপকে

এই শৈবসকলে শিবরূপে গণ্য করে। বঙ্গদেশের শাক্তমতের প্রাধান্য অধিক। এই মতের শক্তির প্রকাশ নামক অবস্থাটিকে বিমর্শ নামক অবস্থার ওপরেও বেশি গুরুত্ব দিয়া হয়। শাক্তসকলে নারীক আদর্শ অথবা বিমর্শ তথা সক্রিয় মূর্তি ধরে আর বিমর্শ শক্তিকেই মুখ্যস্থান দিয়ে। প্রকৃতপক্ষে কোনো বিশেষ মূল্য দিয়ে সেই দেহে ধর্মপন্থা রচিত হয়।

# শিব বন্দনা থকা সংস্কৃত সাহিত্যৰ আভাস

## শিব ষড়ক্ষৰ স্তোত্ৰৰ অসমীয়া অনুবাদ

ওম নমঃ শিৱায়

এক

ওম্‌কাৰ আৰু বিন্দুসংযুক্ত যাক যোগীসকলে সদায় অন্তৰত ধ্যান কৰে। কামনা পূৰ্ণ কৰোঁতা আৰু মোক্ষদাতা ওঙ্কাৰ স্বৰূপ শিৱক বাৰে বাৰে নমস্কাৰ কৰোঁ।

তোমাৰ জন্ম নাই, উদ্ভৱো নাই, তোমাৰ ক্ষয়ো নাই, তোমাক সকলো দেৱতাই নমস্কাৰ কৰে, ন-কাৰ-স্বৰূপ শিৱক বাৰে বাৰে নমস্কাৰ কৰোঁ।

তুমি মহাদেৱ, মহাত্মা, মহাযোগী, ঈশ্বৰ; তুমি মহাপাপ হৰণ কৰোঁতা, ম-কাৰ স্বৰূপ শিৱক বাৰম্বাৰ নমস্কাৰ কৰোঁ।

তুমি শিৱ, শান্ত, জগন্নাথ, সকলোৰে প্ৰতি কৃপাময়। তুমিয়েই একমাত্ৰ পৰম ব্ৰহ্ম, শি-কাৰ স্বৰূপ শিৱক পুনঃ পুনঃ নমস্কাৰ কৰোঁ।

তোমাৰ বাহন বৃষভ, বাসুকি তোমাৰ কণ্ঠভূষণ, তুমি তোমাৰ বামাঙ্গেৰে শক্তিক ধাৰণ কৰিছা। ব-কাৰ স্বৰূপ শিৱক বাৰে বাৰে নমস্কাৰ কৰোঁ। হে মহেশ্বৰ, তুমি সৰ্বত্ৰ বিদ্যমান, তুমি জগৎ ব্যাপি আছা, তুমি জগৎকৰ্ত্তা, জগন্নাথ, য়-কাৰ স্বৰূপ শিৱক পুনঃ পুনঃ নমস্কাৰ।

যিজনে ষড়ক্ষৰী এই স্তোত্ৰ শিৱৰ সমীপত পাঠ কৰে, সেই শিৱভক্তই এই লোকত সুখ-সম্পদ লাভ কৰি মৃত্যুৰ পিছত মোক্ষ লাভ কৰে।

যি শিৱ সৰ্ব্বব্যাপক, ঈশ্বৰ, সকলোৰে গৰাকী অথচ কাৰো গৰাকী নহয়, অশেষ গুণৰ আধাৰ অথচ নিৰ্গুণ, সৰ্পৰাজ বাসুকি শিৱৰ কণ্ঠভূষণ, যুদ্ধত সমস্ত দৈত্যকুল জয় কৰোঁতা, সেই (ভক্ত বাঞ্ছা) কল্পতৰু শিৱক প্ৰণাম।

যাৰ শৰীৰৰ বাওঁফালে গিৰিৰাজকন্যা পাৰ্বতী বিৰাজমান, যাৰ শৰীৰৰ কান্তিয়ে কোটি সূৰ্য্যৰ প্ৰভাক চেৰ পেলায়, ব্ৰহ্মা আৰু বিষ্ণুৱে যাৰ পাদযুগল শিৰত ধাৰণ কৰে, (ভক্ত বাঞ্ছা) কল্পতৰু সেই শিৱক প্ৰণাম।

যাৰ কপালত থকা চন্দ্ৰই মস্তকৰ মুকুটৰ শোভা বঢ়াইছে, যাৰ কঁকাল পশুৰ ছালেৰে আবৃত, স্বৰ্গ-গঙ্গাই যাৰ জঁটাজুট পবিত্ৰ কৰিছে (ভক্ত বাঞ্ছা) কল্পতৰু সেই শিৱক প্ৰণাম।

তিনিটা নয়নে যাৰ মুখমণ্ডলৰ শোভা বঢ়াইছে, যাৰ মুখপদ্মত কোটি চন্দ্ৰৰ শোভা বিৰাজমান, যাৰ কপাল চন্দ্ৰেৰে বিমণ্ডিত সেই (ভক্ত বাঞ্ছা) কল্পতৰু শিৱক প্ৰণাম।

যি শিৱ বৃষধ্বজ, আদি গুৰু, ভীষণ বিষপান কৰোঁতা, যাৰ হাতত ৰণশিঙা, যিজন প্ৰমথগণৰ অধিপতি সেই (ভক্ত বাঞ্ছা) কল্পতৰু শিৱক প্ৰণাম।

মত্ত-মাতঙ্গ স্বৰূপ কামদেৱৰ দৰ্পহাৰী, গজচৰ্ম পৰিধানকাৰী, হাতত সৰ্পৰ বলয় পৰিধান কৰোঁতা (ভক্ত বাঞ্ছা) কল্পতৰু শিৱক প্ৰণাম।

যাৰ দুই হাত বৰদ আৰু অভয় মুদ্ৰাৰ ৰূপত আৰু অন্য দুই হাতত ত্ৰিশূল আৰু শিঙা বিৰাজমান (ভক্ত বাঞ্ছা) কল্পতৰু সেই শিৱক প্ৰণাম।

শিৱ জগৎস্ৰষ্টা, জগত পালক আৰু জগত ধ্বংসকাৰী। দেৱৰাজৰ মুকুটৰ মণিয়ে যাৰ পদযুগল ৰঞ্জিত কৰিছে, ভক্ত আৰু সজ্জনৰ একমাত্ৰ গতি (ভক্ত বাঞ্ছা) কল্পতৰু শিৱক প্ৰণাম।

হে শম্ভু! হে বিশ্বনাথ! মই অতি দীনহীন। তুমি নিজগুণে ভক্তবৃন্দৰ সকলো দুখ দূৰ কৰা। মোক পুনৰ্জন্ম দুখৰপৰা ৰক্ষা কৰা। তুমি (ভক্ত বাঞ্ছা) কল্পতৰু শিৱ, তোমাক প্ৰণাম। *অনুবাদক : ডঃ বিশ্বনাৰায়ণ শাস্ত্ৰী*

## দুই

(১) বাগৰ্থাবিৱ সংপৃক্তৌ বাগৰ্থপ্ৰতিপত্তয়ে
জগতঃ পিতৰৌ বন্দে পাৰ্বতী পৰমেশ্বৰৌ।।

অৰ্থ : শব্দ আৰু অৰ্থৰ জ্ঞান লাভৰ কাৰণে, শব্দ আৰু অৰ্থৰ দৰে নিত্য সংযুক্ত জগতৰ পিতৃ-মাতৃ পাৰ্বতী পৰমেশ্বৰ শিৱক বন্দনা কৰোঁ।

(ৰঘুবংশৰ আদি শ্লোক)

(২) যা সৃষ্টিঃ স্ৰষ্টুৰাদ্যা বহতি বিধিহুতং যা হবিৰ্য চ হোত্ৰী।
যে দ্বে কালং বিধত্তঃ শ্ৰুতিবিষয়গুণা যা স্থিতা ব্যাপ্য বিশ্বম্।।
যামাহুঃ সৰ্ববীজ প্ৰকৃতিৰিতি যয়া প্ৰাণিনঃ প্ৰাণৱন্তঃ।
প্ৰত্যক্ষাভিঃ প্ৰপন্নস্তনুভিৰৱতু বস্তাভিৰষ্টাভিৰীশঃ।।

—যি মূৰ্তি বিধাতাৰ প্ৰথম সৃষ্টি (পানী), যি মূৰ্তিয়ে বিধিমতে আহুতি দিয়া ঘিউ (দেৱতালৈ) বহন কৰে (অগ্নি), যি মূৰ্তি স্বয়ং হোতা, যি দুই মূৰ্তিয়ে দিবা-ৰাত্ৰি ৰূপ দুই কালক নিৰূপণ কৰে (সূৰ্য্য আৰু চন্দ্ৰ), শ্ৰুতি গুণেৰে অন্বিত যি মূৰ্তিয়ে বিশ্ব ব্যাপি আছে (আকাশ), যি মূৰ্তিক সকলো প্ৰাণীৰে মূলোৎস বোলা হয় (পৃথিৱী), যি মূৰ্তিৰ বাবে সকলো প্ৰাণী প্ৰাণৱন্ত (বায়ু) প্ৰত্যক্ষ সেই অষ্ট মূৰ্তিৰে পৰিচিত শিৱে তোমালোকক ৰক্ষা কৰক।

(অভিজ্ঞান শকুন্তলম্‌ৰ নান্দী শ্লোক)।

(৩) পর্য্যঙ্কগ্রন্থিবন্ধ দ্বিগুণিতভুজগাশ্লেষসংবীতজানো
বন্তঃ প্ৰাণাৱৰোধব্যুপৰতসকলজ্ঞানৰুদ্ধেন্দ্ৰিয়স্য।
আত্মন্যাত্মানমেৱ ব্যপ্যতকৰণং পশ্যতস্তত্ত্বদৃষ্টে
শম্ভোৰ্বঃ পাতু শূন্যেক্ষণ ঘটিতলয়ব্ৰহ্মলগ্নঃ সমাধিঃ।।

—পৰ্যঙ্ক নামে যোগাসনত সন্নিহিত বাহু খোৱাত দ্বিগুণিত (হোৱা) সাপৰ কুণ্ডলীৰে যাৰ জানুদ্বয় আবদ্ধ হৈছে, শৰীৰৰ ভিতৰৰ প্ৰাণবায়ুসমূহ নিৰোধৰ সকলো জ্ঞান বিলুপ্ত হোৱাত যাৰ সকলো ইন্দ্ৰিয় নিৰুদ্ধ হৈছে, যিজনে তত্ত্বদৃষ্টিৰে ইন্দ্ৰিয়সমূহৰ কাৰ্য নিৰোধ কৰি নিজৰ আত্মাত আন সকলো আত্মাক দৰ্শন কৰিছে আৰু নিৰ্গুণ ব্ৰহ্মাত হোৱা বাবে উদাস দৃষ্টি হোৱা শম্ভুৰ নিৰ্গুণ সমাধিয়ে আপোনালোকক ৰক্ষা কৰক।

(৪) পাতু বো নীলকণ্ঠস্য কণ্ঠঃ শ্যামাম্বুদোপমঃ।
গৌৰীভুজলতা যত্ৰ বিদ্যুল্লেখেৱ ৰাজতে।।

য'ত গৌৰীৰ বাহুলতাই বিজুলীৰ ৰেখাৰ দৰে শোভা পাইছে শ্যামল (সজল) মেঘৰ দৰে নীলকণ্ঠ (শিৱৰ) সেই কণ্ঠই আপোনালোকক ৰক্ষা কৰক।।

(মৃচ্ছকটিকম্, নান্দীশ্লোক— ১ ২)

(৫) ধন্যা কেয়ং স্থিতা তে শিৰসি শশিকলা কিং নু নামৈতদস্যা,
নামৈৱাস্যাস্তদেতৎ পৰিচিতমপি তে বিস্মৃতং কস্য হেতোঃ।
নাৰীং পৃচ্ছামি নেন্দুং কথয়তু বিজয়া ন প্ৰমাণং যদীন্দু
দেব্যা নিহ্নোতুমিচ্ছোৰিতি সুৰসৰিতং শাঠ্যমব্যাদ্বিভোৰ্বঃ।।১

—সেই ভাগ্যৱতীজনী কোন যাক শিৰত তুলি লৈছে? সেয়া শশিকলা। নামেই শশিকলানে? এৰা নামেই শশিকলা, সেয়া তুমি জানাই, তাকো পাহৰি গ'লানে? নহয়, মই আকৌ সেই স্ত্ৰীৰ কথাহে সুধিছো, চন্দ্ৰৰ কথা সোধা নাই। যদি তুমি চন্দ্ৰৰ প্ৰমাণো বিশ্বাস নকৰা, তেনেহ'লে, বিজয়াই কওক—এনেদৰে দেবীৰ পৰা কথা লুকুৱাব খোজা শিৱৰ শঠতাই তোমালোকক ৰক্ষা কৰক।

(মুদ্ৰাৰাক্ষসঃ, নান্দী-১)

(৬) পাদস্যাবিৰ্ভৱন্তীমৱনতিমৱনে ৰক্ষতঃ স্বৈৰপাতৈঃ
সংকোচেনৈৱ দোষ্ণাং মুহুৰভিনয়তঃ সৰ্বলোকাতিগানাম্।
দৃষ্টিং লক্ষ্যেষু নোগ্ৰাং জ্বলনকণমুচং বধ্নতো দাহভীতে-
ৰিত্যাধাৰানুৰোধ্যৎ ত্ৰিপুৰবিজয়িনঃ পাতুবো দুঃখনৃত্তম্।।

—আধাৰৰ কাৰণে যিজনে পৃথিৱীত য'তে ত'তে পৰাৰ পৰা ৰক্ষা কৰি চলিছে; হাতৰ সঞ্চালন যাতে জগত অতিক্ৰম নকৰে তাৰবাবে যিজনে বাহু সংকোচ কৰি অভিনয় কৰিছে, হঠাতে উগ্ৰ দৃষ্টি পৰি সকলো লক্ষ্যবস্তু পুৰি নাযায় তাৰবাবে যিজনে সংযতকৈ দৃষ্টি পেলাইছে সেই ত্ৰিপুৰ বিজয়ী মহাদেৱৰ দুঃখনৃত্যই সকলোকে ৰক্ষা কৰক। *(শ্লোক-২) অনুবাদক : ডঃ থানেশ্বৰ শৰ্মা*

## স্তোত্রমালা

# শিব-ষড়ক্ষর-স্তোত্রম্

ওঁ কারং বিন্দুসংযুক্তং নিত্যং ধ্যায়ন্তি যোগিনঃ।
কামদং মোক্ষদঞ্চৈব ওঁ কারায় নমো নমঃ।
ন জাতং নৈব সম্ভূতং ক্ষয়োযস্য ন বিদ্যতে।।
নমন্তি দেবতাঃ সর্ব্বে ন কারায় নমো নমঃ।
মহাদেবং মহাত্মানং মহাযোগেশ্বরং হরং।
মহাপাপহরং দেবং মকারায় নমো নমঃ।
শিবং শান্তং জগন্নাথং লোকানুগ্রহকারকং
শিবমেকং পরং ব্রহ্ম শিকারায় নমো নমঃ।
বাহনং বৃষভোযস্য বাসুকি-কণ্ঠ ভূষণং,
বামে শক্তিধরং দেবং বাকারায় নমো নমঃ।
যত্র তত্র জগন্নাথো জগদ্ব্যাপী মহেশ্বরঃ।
জগৎকর্ত্তা জগদ্ধর্তা যকারায় নমো নমঃ।
ষড়ক্ষরমিদং স্তোত্রং যঃ পঠেচ্ছিবসন্নিধৌ
ইহ লোকে সুখং প্রাপ্য অন্তে যাতি পরাঙ্গতিম্।।
ইতি শিবষড়ক্ষরস্তোত্রম্ সমাপ্তম্।।

## শিবাষ্টক স্তোত্রম্

প্রভুমীশমনীশমশেষগুণং গুণহীনমহীশগরলাভরণম্
রণনির্জ্জিত দুর্জ্জয় দৈত্যপুরং প্রণমামি শিবং শিবকল্পতরুম্
গিরিরাজ-সুতান্বিত বামতনুং তনুনির্জ্জিত রাজিত কোটিবিধুম্
বিধি-বিষ্ণু-শিরোধৃত-পাদযুগং প্রণমামি শিবং শিবকল্পতরুম্
শশলাঞ্ছিত-রঞ্জিত-সন্মুকুটং কটিলম্বিতসুন্দর-কৃত্তিপটম্
সুরশৈবলিনীকৃত-পূতজটং প্রণমামি শিবং শিবকল্পতরুম্।।
নয়নত্রয়-ভূষিত চারুমুখং মুখপদ্মপরাজিতকোটিবিধুম্।
বিধুখণ্ড বিমণ্ডিত-ভালতটং প্রণমামি শিবং শিবকল্পতরুম্।।
বৃষরাজনিকেতনমাদিগুরুং গরলাশনমাজিবিষাণধরম্।
প্রমথাধিপ-সেবকরঞ্জনকং প্রণমামি শিবং শিবকল্পতরুম্।।
মকরধ্বজ মত্তমাতঙ্গহরংকরিচর্ম্মগনাগ-বিবোধকরম্।
বরমার্গন-শূল-বিষাণ-ধরং প্রণমামি শিবং শিবকল্পতরুম্।।
জগদুদ্ভবপালননাশকরং ত্রিদিবেশ-শিরোমণিধৃষ্টপদম্।।

প্রিয়মানবসাধুজনৈকগতিং প্রণমামি শিবং শিবকল্পতরুম্।।
অনাথং সুদীনং বিভোবিশ্বনাথ পুনর্জন্মদুঃখাৎ পরিত্রাহি শম্ভো,
ভজতোহখিলদুঃখসমূহহরং প্রণমামি শিবং শিবকল্পতরুম্।।
ইতি শ্রীশিবাষ্টকস্তোত্রং সমাপ্তম্।

শ্রীশিবশতনামস্তোত্রম্।

শ্রীপার্বত্যুবাচ।
দেব দেব মহাদেব সংসারার্ণব-তারক।
শিবলিঙ্গার্চ্চনং সর্ব্বং শ্রুতং তব মুখাৎ প্রভো।।
ইদানীং শ্রোতুমিচ্ছামি শিবস্য শতনামকম্।
যস্য শ্রবণমাত্রেণ মুচ্যতে ভববন্ধনাৎ।।
শ্রীসদাশিব উবাচ—।
শৃণু দেবি প্রবক্ষ্যামি যন্মাং ত্বং পরিপৃচ্ছসি।
যস্য শ্রবণমাত্রেণ সংসারান্মুচ্যতে নরঃ।।
অতিগুহ্যং মহাপুণ্যং তব স্নেহাৎ প্রকাশিতম্।
গোপনীয়ং প্রযত্নেন ন প্রকাশ্যং যথা তথা।।
মমনামপরার্দ্ধঞ্চ তথৈব কথিতং ময়া।
তেষাং মধ্যে সহস্রঞ্চ সারাৎসারং পরাৎপরম্।।
তত্র সারং সমুদ্ধৃত্য কথয়ামি শৃণু প্রিয়ে।
মমনামশতঞ্চৈব কলৌ পূর্ণফলপ্রদম্।।
কেবলং স্তবপাঠেন মম তুল্যো ন সংশয়ঃ।
পীঠাদি-ন্যাসসংযুক্তমৃষ্যাদিন্যাসপূর্ব্বকম্।।
দেবতাবীজসংযুক্তং শৃণুষ্ব পরমাদ্ভুতম্।
নারদোঽস্য ঋষিঃ প্রোক্তঃ ছন্দোঽনুষ্টুবুদাহৃতম্।।
ওঁসদাশিবো মহেশানি দেবতা পরিকীর্ত্তিতা।
ষড়ক্ষরং মহাবীজং চতুর্বর্গপ্রদায়কম্।।
সর্বাভীষ্ট প্রসিদ্ধ্যর্থে বিনিয়োগঃ প্রকীর্ত্তিতঃ।
মহাশূন্যো মহাকালো মহাকালীযুতঃ সদা।।
দেহমধ্যে মহেশানি লিঙ্গাকারেণ বেষ্টিতঃ।
মূলাধারে স্বয়ম্ভুশ্চ কুণ্ডলীশক্তিসংযুতঃ।।
স্বাধিষ্ঠানে মহাবিষ্ণুস্ত্রৈলোক্যপালকঃ সদা।
মণিপুরে মহারুদ্রঃ সর্ব্বসংহারকারকঃ।।
অনাহতে ঈশ্বরোঽহং সর্ব্বদেবৈর্নিষেবিতঃ।

বিশুদ্ধাখ্যে ষোড়শারে সদাশিব ইতি স্মৃতঃ।।
আজ্ঞাচক্রে শিবঃ সাক্ষাৎ চিতিরূপেন সংস্থিতঃ।
সহস্রারে মহাপদ্মে ত্রিকোণনিলয়ান্তরে।।
বিন্দুরূপো মহেশানি পরমেশ্বর ঈরিতঃ।
বাহ্যরূপে মহেশানি নানারূপধরো হ্যহম।।
কৈলাসে জ্যোতিরূপেণ কৈলাসেশ্বরসংজ্ঞকঃ।
হিমালয়ে মহেশানি—পার্ব্বতী প্রাণবল্লভঃ।।
কাশ্যাং বিশ্বেশ্বরশ্চৈব বাণেশ্বরস্তথৈব চ।
শম্ভুনাথশ্চন্দ্রনাথশ্চন্দ্রশেখর পর্ব্বতে।।
আদিনাথঃ সিন্ধুতীরে কামরূপে বৃষধ্বজঃ।
নেপালে পশুপতিনাথঃ কেদারে পারকেশ্বরঃ।।
হিঙ্গুলায়াং কৃপানাথো রূপনাথস্তদূর্দ্ধতঃ।
দ্বারকায়াং হরশ্চৈব পুষ্করে প্রমথেশ্বরঃ।।
হরিদ্বারে মহেশানি গঙ্গাধর ইতি স্মৃতঃ।
কুরুক্ষেত্রে পাণ্ডবেশো বৃন্দাবণ্যে চ কেশবঃ।।
গোকুলে গোপেশপূজ্যো গোপেশ্বর ইতীরিতঃ।
মথুরায়াং কংসনাথো মিথিলায়াং ধনুর্দ্ধরঃ।।
অযোধ্যায়াং কৃত্তিবাসাঃ কাশ্মীরে কপিলেশ্বরঃ।
কাঞ্চীনগরমধ্যেতু মন্নাম ত্রিপুরেশ্বরঃ।।
চিত্রকূটে চন্দ্রচূড়ো যোগীন্দ্রো বিন্ধ্যপর্ব্বতে।
বানলিঙ্গো নর্ম্মদায়াং প্রভাসে শূলভৃৎ সদা।।
ভোজপুরে ভোজনাথো গয়ায়াঞ্চ গদাধরঃ।
ঝারখণ্ডে বৈদ্যনাথো বক্রেশ্বরস্তথৈবচ।।
বীরভূমৌ সিদ্ধিনাথো ৰাঢ়ে চ তারকেশ্বরঃ।
ঘন্টেশ্বরশ্চ দেবে রত্নাকর-নদীতটে।।
ভাগীরথী-নদীতীরে কপিলেশ্বর ঈরিতঃ।
ভদ্রেশ্বরশ্চ দেবেশি কল্যাণেশ্বর এব চ।।
নকুলেশঃ কালীঘট্টে শ্রীহট্টে হাটকেশ্বরঃ।
কোচবধুপুরে চাহং জল্পেশ্বর ইতি স্থিতঃ।।
উৎকলে বিমলাক্ষেত্রে জগন্নাথোহ্যহং কলৌ।
নীলাচলারণ্যমধ্যে ভুবনেশ্বর ঈরিতঃ।।
রামেশ্বরঃ সেতুবন্ধে লঙ্কায়াং রাবণেশ্বরঃ।
রজতাচলমধ্যেতু কুবেরেশ্বর ঈরিতঃ।।

লক্ষ্মীকান্তে মহেশানি সদা শ্রীশৈলপর্ব্বতে।
ত্র্যম্বকো গোমতীতীরে গোকর্ণে চ ত্রিলোচনঃ।।
বদরিকাশ্রমমধ্যে কপিলাখ্যেশ্বরো হ্যহম্।
স্বর্গলোকে দেবদেবো মর্ত্তলোকে সদাশিবঃ।।
পাতালে বাসুকিনাথো যমরাট্ কালমন্দিরে।
নারায়ণশ্চ বৈকুণ্ঠে গোলোকে হরিহরস্তথা।
গন্ধর্ব্বলোকে দেবে পুষ্পদন্তেশ্বরো হ্যহম্।
শ্মশানে ভূতনাথশ্চ গৃহেচৈব জগদ্ গুরুঃ।।
অবতারে শঙ্করোহম্ বিরূপাক্ষস্তথৈবচ।
কামিনীজনমধ্যেতু কামেশ্বর ইতীরিতঃ।।
চক্রমধ্যে কুলেশশ্চ সলিলে বরুণেশ্বরঃ।
আশুতোষো ভক্তমধ্যে শত্রুষু ত্রিপুরান্তকঃ।।
শিষ্যমধ্যে গুরুশ্চাহং তথৈব পরমো গুরুঃ।
চন্দ্রলোকে সোমনাথঃ স্বভানুর্ভানুমণ্ডলে।।
ত্রৈলোক্যে লোকনাথশ্চ রুদ্রলোকে মহেশ্বরঃ।
সমুদ্রমথনে চাস্মি নীলকণ্ঠস্ত্রিলোকভৃৎ।।
জম্বুদ্বীপে জগৎকর্ত্তা শাকদ্বীপে চতুর্ভুজঃ।
কুশদ্বীপে কপর্দীশঃ ক্রৌঞ্চদ্বীপে কপালভৃৎ।।
মীনদ্বীপে মীননাথঃ প্লক্ষদ্বীপে কলাধরঃ।।
অহঞ্চ পুষ্করদ্বীপে পুরুষোত্তম ঈরিতঃ।।
দেবমধ্যে বাসুদেবো গুরুমধ্যে নিরঞ্জনঃ।
পুরাণে পরমেশানি ব্যাসেশ্বর ইতীরিতঃ।।
আগমে নাগভট্টশ্চ নিগমে নাদরূপধৃক্।
সর্ব্বজ্ঞো জ্যোতিষাং মধ্যে যোগেশো যোগশাস্ত্রকে।।
দীনমধ্যে দীননাথঃ উমানাথস্তথৈবচ।
রাজ-রাজেশ্বরশ্চৈব নৃপানাং নগনন্দিনি।।
পরং ব্রহ্ম সত্যলোকে হ্যনন্তোস্মি রসাতলে।
আব্রহ্মাস্তম্বপর্য্যন্তং লিঙ্গরূপী হ্যহং প্রিয়ে।।
ইতি তে কথিতং দেবি মম নামশতোত্তমম্।
পঠনাৎ শ্রবণাচ্চৈব মহাপাতককোটয়ঃ।
পশ্যন্তি তৎক্ষণাদ্দেবি সত্যং সত্যং ন সংশয়ঃ।।
অজ্ঞানিনাং জ্ঞানসিদ্ধিজ্ঞানিনাং পরমং ধনং।
অতিদীনদরিদ্রাণাং চিন্তামণিস্বরূপকম্।।
রোগিণাং পাপিনাঞ্চৈব মহৌষধমিতি স্মৃতম্।

যোগিনাং যোগসাধকঞ্চ ভোগিনাং ভোগমোক্ষদম্।।
এককালং দ্বিকালং বা ত্রিকালং বা পঠেৎ যদি।
অথবা রজনীকালে নির্জ্জনে শিবসন্নিধৌ।
যঃ পঠেৎ সাধকশ্রেষ্ঠঃ স এব শ্রীসদাশিবঃ।।
কৃষ্ণাং চতুর্দ্দশীং প্রাপ্য পঠেৎ ভক্তিপরায়ণঃ।
স এব সর্ব্বসিদ্ধীশো জায়তে ভূমিমণ্ডলে।।
চতুর্দ্দশ্যামমায়াং বা সোমবারে বিশেষতঃ।
যঃ স্বয়ং তৎ প্রদোষেতু পূজয়িত্বা স্তবং পঠেৎ।
তস্য সঙ্গে মহেশানি তিষ্ঠামি চ সদা প্রিয়ে।।

যং যং কামমুপস্কৃত্য পঠেৎ স্তোত্রমনুত্তমম্।
তং তং কামমবাপ্নোতি সত্যং সত্যং ন সংশয়ঃ।।
জলে স্থলে চান্তরীক্ষে বিদেশে শত্রুসঙ্কটে।
বনমধ্যে রণমধ্যে সভামধ্যে তথৈবচ।

রাজদ্বারে মহারোগে মহাশোকে মহাভয়ে।
সর্বত্রৈবাশুভং হন্তি স্তবপাঠপ্রসাদতঃ।।
আকর্ষণবশীকার্য্যং মারণোচ্চাটনাদিকম্।
শান্তিপুষ্টিস্তম্ভনানি পাঠমাত্রং প্রজায়তে।।

অপুত্রো লভতে পুত্রং মোক্ষার্থী মোক্ষমাপ্নুয়াৎ।
বহু কিং কথ্যতে দেবি শৃণুমৎপ্রাণবল্লভে।
অসাধ্যংসাধয়েৎ সর্ব্বং স্তবস্যাস্য প্রসাদতঃ।।
অহঞ্চ জগদাধারো মমাধারস্তমেবহি।
তৎসমা প্রকৃতির্নাস্তি মৎসমো নাস্তি পুরুষঃ।

তব যোনিং সমাসাদ্য সর্ব্বমেব করোম্যহম্।।
এতজ্জ্ঞানং মহেশানি পাষণ্ডে মা বদেৎ ক্বচিৎ।
মূর্খায় ভক্তিহীনায় দুষ্টায় সুদুরাত্মনে।
শিবভক্তিবিহীনায় শক্তিনিন্দাপরায়চ।

ন প্রকাশ্যং মহাদেবি প্রকাশাচ্ছিবহা ভবেৎ।।
শিষ্যায় ভক্তিযুক্তায় শিববিষ্ণুপরায় চ।
অদ্বৈতভাবযুক্তায় দেবীভক্তিপরায় চ।
শতনাম মহাস্তোত্রং দেয়ংপুণ্যং মহেশ্বরি।।

ইতি শ্রীমহালিঙ্গেশ্বরতন্ত্রে শ্রীশিবপার্বতীসম্বাদে
শ্রীশিবশতনামস্তোত্রং সম্পূর্ণম্।

## শ্রীবটুকভৈরবস্তোত্রম্।

কৈলাসশিখরাসীনং দেবদেবং জগদ্গুরুম্।
শঙ্করং পরিপপ্রচ্ছ পার্ব্বতী পরমেশ্বরম্।।
শ্রীপার্ব্বত্যুবাচ।
ভগবন্ সর্ব্বধর্ম্মজ্ঞ সর্ব্বশাস্ত্রাগমাদিষু।
আপদুদ্ধরণং মন্ত্রং সর্ব্বসিদ্ধিপ্রদং নৃণাম।।
সর্ব্বেষাঞ্চৈব ভূতানাং হিতার্থং বাঞ্ছিতং ময়া।
বিশেষতস্তু রাজ্ঞাং বৈ শান্তি-পুষ্টি-প্রসাধনম্।।
অঙ্গন্যাস-করন্যাস-বীজন্যাস-সমন্বিতম্।
বক্তুমর্হসি দেবেশ! মম হর্ষ-বিবর্দ্ধনম্।।
শ্রীভগবানুবাচ—
শৃণু দেবি মহামন্ত্রমাপদুদ্ধারহেতুকম্।
সর্ব্বদুঃখপ্রশমনং সর্ব্বশত্রুনিবর্হণম্।
অপস্মারাদিরোগাণাং জ্বরাদিনাং বিশেষতঃ।
নাশনং স্মৃতিমাত্রেণ মন্ত্ররাজমিমং প্রিয়ে।।
গ্রহরাজভয়ানাঞ্চ নাশনং সুখবর্দ্ধনম্।
স্নেহাদ্বক্ষ্যামিতে মন্ত্রং সর্ব্বসারমিমং প্রিয়ে।।
সর্ব্বকামার্থদং মন্ত্রং রাজ্যভোগপ্রদং নৃণাম্।
আপদুদ্ধরণং মন্ত্রং বক্ষ্যামীতি বিশেষতঃ।।
প্রণবং পূর্ব্বমুচার্য্য দেবী-প্রণবমুদ্ধরেৎ।
বটুকায়েতি বৈ পশ্চাদাপদুদ্ধারণায় চ।।
কুরু দ্বয়ং ততঃ পশ্চাদাবটুকায় পুনঃ ক্ষিপেৎ।
দেবী প্রণবমুদ্ধৃত্য মন্ত্রোদ্ধারমিমং প্রিয়ে।।
মন্ত্রোদ্ধারমিমং দেবি ত্রৈলোক্যস্যাপি দুর্লভম্।
অপ্রকাশ্যমিমং মন্ত্রং সর্ব্বশক্তিসমন্বিতম্।।
স্মরণাদেব মন্ত্রস্য ভূতপ্রেতপিশাচকাঃ।
বিদ্রবন্তী ভয়ার্ত্তাবৈ কালরুদ্রাদিব প্রজাঃ।।
পঠেদ্ বা পাঠয়েদ বাপি পূজয়েদ্ বাপি পুস্তকম্।
নাগ্নিচৌরভয়ং বাপি গ্রহরাজভয়ং তথা।
ন চ মারী ভয়ং তস্য সর্ব্বত্র সুখবান্ ভবেৎ।।
আয়ুরারোগ্যমৈশ্বর্য্যং পুত্রপৌত্রাদিসম্পদঃ।
ভবন্তি সততং তস্য পুস্তকস্যাপি পূজনাৎ।।
শ্রীপার্ব্বত্যুবাচ—

য এষ ভৈরবো নাম আপদুদ্ধারকো মতঃ।
ত্বয়া চ কথিতো দেব! ভৈরবঃ কল্প উত্তমঃ।।
তস্য নামসহস্রাণি অযুতান্যর্বুদানি চ।
সারমুদ্ধৃত্য তেষাং বৈ নামাষ্টশতকং বদ।।

শ্রীভগবানুবাচ—

যস্তু সংকীর্ত্তয়েদেতৎ সর্ব্বদুষ্ট নিবর্হণম্।
সর্ব্বান্ কামানবাপ্নোতি সাধকঃ সিদ্ধিমেবচ।।
শৃণু দেবি। প্রবক্ষ্যামি ভৈরবস্য মহাত্মনঃ।
আপদুদ্ধারকস্যেহ নামাষ্ট শতমুত্তমম্।।
সর্ব্বপাপহরং পুণ্যং সর্ব্বাপদ্‌বিনিবারকম্।
সর্ব্বকামার্থদং দেবি! সাধকানাং সুখাবহম্।।
দেহাঙ্গন্যসনঞ্চৈব পূর্ব্বং কুর্য্যাৎ সমাহিতঃ।
ভৈরবং মূর্দ্ধ্নি বিন্যস্য ললাটে ভীমদর্শনম্।।
অক্ষোর্ভূতাশ্রয়ং নস্য বদনে তীক্ষ্ণদর্শনম্।
ক্ষেত্রপং কর্ণয়োর্মধ্যে ক্ষেত্রপালং হৃদি ন্যসেৎ।।
ক্ষেত্রাখ্যং নাভিদেশেতু কট্যাং সর্ব্বাঘনাশনম্।।
ত্রিনেত্রমূর্ব্বোর্বিন্যস্য জঙ্ঘয়োরক্তপাণিকম্।।
পাদয়োর্দেবদেবেশং সর্ব্বাঙ্গে বটুকং ন্যসেৎ।।
এবং ন্যাসবিধিং কৃত্বা তদনন্তরমুত্তমম্।
নামাষ্টশতকস্যাপি ছন্দোহনুষ্টুবুদাহৃতম্।।
বৃহদারণ্যকো নাম ঋষিশ্চ পরিকীর্ত্তিতঃ।
দেবতা কথিতা চেহ সদ্ভির্বটুক ভৈরবঃ।।
ভৈরবো ভূতনাথশ্চ ভূতাত্মা ভূতভাবনঃ।
ক্ষেত্রদঃ ক্ষেত্রপালশ্চ ক্ষেত্রজ্ঞঃ ক্ষেত্রিয়ো বিরাট্।
শ্মশানবাসী মাংসাশী খর্পরাশী মখান্তকৃৎ।
রক্তপঃ প্রাণপঃ সিদ্ধঃ সিদ্ধিদঃ সিদ্ধসেবিতঃ।।
করালঃ কালশমনঃ কলাকাষ্ঠাতনুঃ কবিঃ।
ত্রিনেত্রো বহুনেত্রশ্চ তথা পিঙ্গললোচনঃ।।
শূলপাণিঃ খড়্গপাণিঃ কঙ্কালী ধূম্রলোচনঃ।
অভীরুর্ভৈরবো ভীমোভূতপো যোগিনীপতিঃ।।
ধনদো ধনহারী চ ধনপঃ প্রতিভানবান্।
নাগহারো নাগকেশো ব্যোমকেশো কপালভৃৎ।।
কালঃ কপালমালী চ কমনীয়ঃ কলানিধিঃ।
ত্রিলোচনোজ্জ্বলন্নেত্রশিখী চ ত্রিলোকপাৎ।।

ত্রিবৃত্তনয়নো ভিম্বঃ শান্তঃ শান্তজনো প্রিয়ঃ।
বটুকো বটুকেশশ্চ খট্টাঙ্গবর ধারকঃ।।
ভূতাধ্যক্ষঃ পশুপতির্ভিক্ষুকঃ পরিচারকঃ।
ধূর্তো দিগম্বরঃ শৌরিহরিণঃ পাণ্ডুলোচনঃ।
প্রশান্তঃ শান্তিদঃ শুদ্ধঃ শঙ্করপ্রিয়বান্ধবঃ।
অষ্টমূর্তির্নিধীশশ্চ জ্ঞানচক্ষুস্তমোময়ঃ।।
অষ্টাধারঃ কলাধারঃ সর্পযুক্তঃ শশিশিখঃ
ভূধরো ভূধরাধীশো ভূপতির্ভূধরাত্মকঃ।
কঙ্কালধারী মুণ্ডী চ নাগযজ্ঞোপবীতবান্।।
জৃম্ভণো মোহনস্তম্ভী মারণঃ ক্ষোভনস্তথা।
শুদ্ধনীলাঞ্জনপ্রখ্যদেহো-মুণ্ডবিভূষিতঃ।
বলিভূগ্ বলিভূতাত্মা কামীকামপরাক্রমঃ
সর্বাপত্তারকো দুর্গো দুষ্টভূত-নিসেবিতঃ।।
কালঃ কলানিধিঃ কান্তঃ কামিনীবশকৃদবশী।
সর্বসিদ্ধিপ্রদোবৈদ্যঃ প্রভবিষ্ণুঃ প্রভাববান্।
অষ্টোত্তরশতং নাম ভৈরবস্য মহাত্মনঃ।
ময়া তে কথিতং দেবি রহস্যং সর্বকামদম্।।
য ইদং পঠতি স্তোত্রং নামাষ্টশতমুত্তমম্।
ন তস্য দুরিতং কিঞ্চিন্নরোগেভ্যো ভয়ং তথা।।
ন শত্রুভ্যো ভয়ং কিঞ্চিৎপ্রাপ্নোতি মানবঃ ক্বচিৎ।
পাতকানাং ভয়ংনৈব পঠেৎ স্তোত্রমনন্যধীঃ।।
মারীভয়ে রাজভয়ে তথাচৌরাগ্নিজে ভয়ে।
ঔৎপাতিকে মহাঘোরে তথা দুঃস্বপ্নজে ভয়ে।।
বন্ধনে চ মহাঘোরে পঠেৎ স্তোত্রং সমাহিতঃ।
সর্বে প্রশমনং যান্তি ভয়াদ্ভৈরবকীর্তনাৎ।
একাদশসহস্রৈস্তু পুরশ্চরণমুচ্যতে।
ত্রিসন্ধ্যং যঃ পঠেদ্দেবি সম্বৎসরমতন্দ্রিতঃ।
স সিদ্ধিং প্রাপ্নুয়াদিষ্টাং দুর্লভামপি মানবঃ।।
ষন্মাসাদ্ভূমিকামস্তু স জড়া লভতেমহীম্।
রাজ শত্রুবিনাশায় জপেন্মাসাষ্টকং পুনঃ।।
রাত্রৌ বারত্রয়ঞ্চৈব নাশয়ত্যেব শাত্রবান্।
জপেন্মাসত্রয়ং রাত্রৌ রাজানং বশমানয়েৎ।।
ধনার্থী চ সুতার্থী চ দারার্থী যশ্চ মানবঃ।
পঠেৎ বারত্রয়ং যদ্বা বারমেকং তথা নিশি।

ধনং পুত্রাংস্তথা দারান্ প্রাপ্নুয়ান্নাত্রসংশয়ঃ।।
যোগী যোগাৎ প্রমুচ্যেত বদ্ধো মুচ্যেতে বন্ধনাৎ।
ভীতো ভয়াৎ প্রমুচ্যেত দেবি সত্যং ন সংশয়ঃ।।
যান্ যান্ সমীহতে কামানস্তাংস্তানাপ্নোতি নিশ্চিতম্।
অপ্রকাশ্যমিদং গুহ্যং ন দেয়ং যস্য কস্যচিৎ।
সুকুলীনায় শান্তায় ঋজবে দম্ভবর্জ্জিতে।
দদ্যাৎ স্তোত্রমিদং পুণ্যং সর্ব্বকামফলপ্রদম্।।
ধ্যানং বক্ষ্যামি দেবস্য যথা ধ্যাত্বা পঠেন্নরঃ।
শুদ্ধস্ফটিকসঙ্কাশং সহস্রাদিত্যবর্চ্চসম্।
অষ্টবাহুং ত্রিনয়নং চতুর্ব্বাহুং দ্বিবাহুকম্।।
ভুজঙ্গমেখলং দেবমগ্নিবর্ণশিরোরুহম্।
দিগম্বরং কুমারীশং বটুকাখ্যং মহাবলম্।।
খট্টাঙ্গমসিপাশঞ্চ শূলঞ্চৈব বরং পুনঃ।
ডম্বরুঞ্চ কপালঞ্চ বরদং ভুজগং তথা।।
নীলজীমূতসঙ্কাশং নীলাঞ্জনসমপ্রভম্।
দংষ্ট্রাকরালবদনং নূপুরাঙ্গদ-সঙ্কুলম্।
আত্মবর্ণসমোপেতং সারমেয়সমন্বিতম্।
ধ্যাত্বাজপেৎ সুসংহৃষ্টঃ সর্ব্বান্ কামানবাপ্নুয়াৎ।।
এতৎ শ্রুত্বাততো দেবী নামাষ্টশতমুত্তমম্।
ভৈরবায় প্রহৃষ্টাভূ্য স্বয়ঞ্চৈব মহেশ্বরী।।
ওঁ করকলিতকপালঃ কুণ্ডলী দণ্ডপাণি
স্তরুণ তিমিরনীলে ব্যালযজ্ঞোপবীতী।।
ক্রতুসময়সপর্য্যা বিঘ্নবিচ্ছেদহর্ত্তা
জয়তু বটুকনাথঃ সিদ্ধিদঃ সাধকানাম্।।
তন্ত্রে ইতি শ্রীবিশ্বাসারো আপদুদ্ধারকল্পে।
শ্রীবটুকভৈরবস্তবরাজঃ সমাপ্তঃ।।

## শিবাষ্টোত্তরশতনামস্তোত্রম্।

শিবোমহেশ্বরঃ শম্ভুঃ পিনাকী শশিশেখরঃ।
বামদেবো বিরূপাক্ষঃ কপর্দ্দী নীললোহিতঃ।।
শঙ্করঃ শূলপাণিশ্চ খট্টাঙ্গী বিষ্ণুবল্লভঃ।
শিপিবিষ্টোঽম্বিকানাথঃ শ্রীকণ্ঠো ভক্তবৎসলঃ।।
ভবঃ শর্ব্বস্ত্রিলোকেশঃ শিতিকণ্ঠঃ শিবপ্রিয়ঃ।

উগ্রঃ কপালী কামারিরন্ধকাসুরসূদনঃ।।
গঙ্গাধরো ললাটাক্ষঃ কালকালঃ কৃপানিধিঃ।
ভীমঃ পরশুহস্তশ্চ মৃগাপাণির্জটাধরঃ।।
কৈলাসবাসী কবচী কঠোরস্ত্রিপুরান্তকঃ।।
বৃষাঙ্কো বৃষভারূঢ়ো ভস্মোদ্ধূলিতবিগ্রহঃ।।
সামপ্রিয়ঃ স্বরময়স্ত্রয়ীমূর্ত্তিরনীশ্বরঃ।
সর্ব্বজ্ঞঃ পরমাত্মা চ সোমসূর্য্যাগ্নিলোচনঃ।।
হবির্যজ্ঞময়ঃ সোমঃ পঞ্চবক্তঃ সদাশিবঃ।
বিশ্বেশ্বরো বীরভদ্রো গণনাথঃ প্রজাপতিঃ।।
হিরণ্যরেতা দুর্দ্ধর্ষো গিরীশো গিরিশোনঘঃ।
ভুজঙ্গভূষণো ভর্গো গিরিধন্বা গিরিপ্রিয়ঃ।।
কৃত্তিবাসাঃ পুরারাতির্ভগবান্ প্রমথাধিপঃ।
মৃত্যুঞ্জয়ঃ সূক্ষ্মতনুর্জগদ্ব্যাপী জগদ্গুরুঃ।।
ব্যোমকেশো মহাসেনো জনকশ্চারুবিক্রমঃ।
রুদ্রো ভূতপতিঃ স্থাণুরহির্ব্রধ্নো দিগম্বরঃ।।
অষ্টমূর্তিরনেকাত্মা সাত্ত্বিকঃ শুদ্ধবিগ্রহঃ।
শাশ্বতঃ খণ্ডপরশুরজঃ পাশবিমোচনঃ।।
মৃড়ঃ পশুপতির্দেবো মহাদেবোব্যয়ো হরিঃ।
পূষদন্তভিদব্যগ্রো দক্ষাধ্বরহরো হরঃ।।
ভগনেত্রভিদব্যক্তঃ সহস্রাক্ষঃ সহস্রপাৎ।
অপবর্গপ্রদোনন্তস্তারকঃ পরমেশ্বরঃ।।
ইতি শ্রীশিবাষ্টোত্তরশতনামাবলী স্তোত্রং সম্পূর্ণম্।।

# অসমৰ মুকুত শৈৱতৰঙ্গ

অসমৰ সংস্কৃতিত বিভিন্ন প্ৰজাতিৰ উপাদান আছে। তাৰ মূল কাৰণ হ'ল অসমলৈ বাহিৰৰপৰা কেইবাটাও পথেদি প্ৰব্ৰজন হৈছিল। তাৰ ভিতৰত পশ্চিমফালে ব্ৰহ্মপুত্ৰ আৰু গঙ্গা উপত্যকাৰ যি প্ৰশস্তপথ আছিল সেই পথেদিয়েই ককেচীয় লোকসকলে সময়ে-সময়ে অসমত প্ৰৱেশ কৰিছিল। উত্তৰ ফালৰ তিব্বত, নেপাল আৰু ভূটানৰপৰা এই ৰাজ্যত প্ৰৱেশ কৰিছিল মঙ্গোলীয় সকলৰো কিছু ভাগে। দক্ষিণ পূবৰ গিৰিপথবোৰেও ব্ৰহ্মদেশ আৰু দক্ষিণ পূব এচিয়াৰ লগত অসমক সংলগ্ন কৰিছিল।

অসমৰ প্ৰান্তদেশ সাগৰ পৰ্য্যন্ত বিস্তৃত থকাৰ কাৰণে সেই পথেদিয়েও বিভিন্ন সময়ত বিভিন্ন লোকে অসমত প্ৰৱেশ কৰিছিল।

নৃতাত্ত্বিকসকলে ভাৰতৰ জনগোষ্ঠীত বিকেইটা প্ৰজাতীয় উপাদান পাইছে তাৰ ভিতৰত ককেচীয় আৰু অষ্ট্ৰেলীয় (প্ৰাক্ দ্ৰাবিড়) অন্যতম। অসমত কোনো অষ্ট্ৰেলীয় জনসমষ্টি নাই যদিও বিভিন্ন মানুহৰ মাজত বিশেষকৈ জনজাতি কিছুমানৰ মাজত বহুতো অষ্ট্ৰেলীয় লক্ষণ নৃতাত্ত্বিক পণ্ডিত হেডনে ভাৰতৰ পূব অঞ্চলৰ খাছী, কুকি, মণিপুৰী আৰু কছাৰীৰ মাজত দীৰ্ঘমস্তকী, প্ৰশস্ত নাসিকী আদি অষ্ট্ৰেলীয় উপাদান লক্ষ্য কৰিছে।

অসমৰ সংস্কৃতিত বিশিষ্ট উপাদান আগবঢ়োৱা মঙ্গোলীয় জাতিৰ সৰ্পউপাসক খাছীসকলে অষ্ট্ৰো-এচীয় ভাষা কয় আৰু এই ভাষাৰ সম্বন্ধ অষ্ট্ৰেলীয়ৰ লগত আছে। মঙ্গোলীয় খাছীসকলেনো এই ভাষা ক'ত পালে সেই প্ৰশ্নৰ উত্তৰ বিশ্ববিখ্যাত ভাষাতাত্ত্বিক পণ্ডিত ডঃ সুনীতিকুমাৰ চেটাৰ্জীয়ে এনেদৰে দিছে যে, মঙ্গোলীয় লোকসকলে উত্তৰ-পূব দিশেদি অসমত প্ৰৱেশ কৰে। তেওঁলোক অহাৰ আগেয়ে এই ঠাইৰ ভাষা আছিল অষ্ট্ৰো-এচীয়। খাছীসকলে ইয়ালে আহি সেই ভাষাই গ্ৰহণ কৰিলে। অসমলৈ অহাৰ পথত ব্ৰহ্মদেশত তেওঁবিলাকে অষ্ট্ৰো-এচীয় ভাষা শিকি সেই ভাষাকে লৈ অসমত প্ৰৱেশ কৰি বড়ো ভাষা-ভাষী লোকৰ দ্বাৰা পৰিবেষ্টিত হৈ সেই ভাষাকে সংৰক্ষণ কৰি থকাৰো সম্ভাৱনা নথকা নহয়। বড়োসকলতকৈ আগতে খাছীসকলৰ অৱস্থান অসমত আছিল বুলি কোৱা কথাটোত বহুত পণ্ডিত একমত।

অসমৰ প্ৰখ্যাত নৃতত্ত্ববিদ ডঃ ভূবনমোহন দাসে আৰু এক সম্ভাৱনাৰ বিষয়ে মত প্ৰকাশ কৰিছে।* তেখেতৰ মতে খাছীসকল প্ৰকৃততে অষ্ট্ৰেলীয়হঁই। পাছত অহা মঙ্গোলীয় লোক এওঁবিলাকৰ লগত মিহলি হ'ল। সেই মঙ্গোলীয় লোকে অষ্ট্ৰো-এচীয় ভাষা গ্ৰহণ কৰিলে। তেখেতে আৰু প্ৰকাশ কৰে যে, একালত অষ্ট্ৰেলীয় প্ৰজাতিৰ লোক অসমৰ বিভিন্ন ঠাইত বাস কৰিছিল অথবা অসমৰ মাজেৰে প্ৰব্ৰজন কৰিছিল। প্ৰব্ৰজনত প্ৰজাতীয় উপাদান অ'ত ত'ত এৰি গৈছিল।

প্ৰাগ-ঐতিহাসিক কালৰেপৰাই এই ৰাজ্যত 'কিৰাত'সকলৰ বসতি। যজুৰ্বেদ, অথৰ্ববেদ, মহাভাৰতৰ সভাপৰ্ব, বিষ্ণুপুৰাণ, মাৰ্কণ্ডেয় পুৰাণ আদিত 'কিৰাত' শব্দৰ উল্লেখ আছে। ষোল শতিকাত লিখা যোগিনীতন্ত্ৰ আৰু ত্ৰিপুৰাৰ ৰাজমালাতো কিৰাতৰ উল্লেখ আছে। তেওঁবিলাকে হিমালয়ৰ পাদদেশত পৰ্বত বা অৰণ্য অঞ্চলত বাস কৰিছিল। তেওঁবিলাক ৰণ পাৰ্গত, অস্ত্ৰ-শস্ত্ৰেৰে সু-সজ্জিত, কাঞ্চন বৰ্ণৰ (পীত বৰ্ণৰ মঙ্গোলীয়) লোক আছিল বুলি মহাভাৰতত উল্লেখ আছে। অসমৰ বড়ো, ৰাভা, মেছ, তিৱা আদি লোকসকল কিৰাত বা মঙ্গোলীয় প্ৰজাতিৰে অন্তৰ্ভুক্ত। এওঁবিলাক বৈশিষ্ট্যপূৰ্ণ, নিজস্ব সংস্কৃতিৰ অধিকাৰী।

প্ৰাগ-ঐতিহাসিক কালত এই কিৰাতসকলৰে এজন ৰজা মহীৰঙ্গ দানৱে প্ৰাগজ্যোতিষপুৰত ৰাজত্ব কৰিছিল। গুৱাহাটীৰ কাষৰ পৰ্বত এখনৰ নাম আছিল মৈৰাং। এই মৈৰাং বড়ো ভাষাৰ শব্দ বুলি কোৱা হয় যদিও খাছীসকলে তেওঁলোকৰ ভাষাৰ বুলিহে কয়।* মৈৰাঙকে সংস্কৃতীয়া কৰি মহীৰাঙ্গ নাম দিয়া হৈছে। মহীৰাঙ্গ দানৱৰ দানৱ শব্দটোৱে আৰ্যেতৰ জাতিকে বুজাইছে।

এই মহীৰাংগৰ পাছত ক্ৰমে হতকাসুৰ, সম্বৰাসুৰ আৰু ৰত্নাসুৰ ৰজা হয়। ৰত্নাসুৰৰ পিছৰ ৰজাজনৰ নাম ঘটকাসুৰ। এই ঘটকাসুৰক নৰকাসুৰে পৰাস্ত কৰি প্ৰাগজ্যোতিষপুৰত নিজৰ ৰাজ্য স্থাপন কৰে।

এই নৰকাসুৰ ভূমধ্যসাগৰীয় লোক আছিল বুলিও বহুত পণ্ডিতে মত পোষণ কৰে। বুৰঞ্জীবিদ কনকলাল বৰুৱাইও প্ৰাগজ্যোতিষপুৰ পূৰ্বৰপৰা ভূমধ্যসাগৰীয় ৰাজ্য আছিল বুলি মত প্ৰকাশ কৰে। এই ভূমধ্যসাগৰীয় (যাৰ আদি বাসস্থান ভূমধ্যসাগৰৰ পূৰ্বাঞ্চল আৰু যিবোৰ ককেছীয়ৰ এটা ভাগ) লোকসকল অষ্ট্ৰেলীয়ৰ পাছতে ভাৰত সোমাইছিল আৰু ভাৰতৰ সকলো ঠাইতে বিয়পি পৰিছিল। এওঁবিলাকেই সিন্ধু উপত্যকাৰ তাম্ৰ-প্ৰস্তৰ যুগৰ সভ্যতা গঢ়ি তুলিছিল। দক্ষিণ ভাৰতৰ বিভিন্ন ঠাইৰপৰা উদ্ধাৰ কৰা সামগ্ৰীবোৰে তেওঁবিলাকৰ প্ৰাচীনত্ব, বিস্তাৰ আৰু সংস্কৃতি আদিৰ ইঙ্গিত বহন কৰিছে। দ্ৰাবিড়

---

*অসমীয়া জনগোষ্ঠীত প্ৰজাতীয় উপাদান—অসমীয়া জাতিৰ ইতিবৃত্ত, অসম সাহিত্য সভা প্ৰকাশন।

*A History and Culture of the Khasi People-- Dr. Hamlet Bareh.

ভাষা কোৱা ভূমধ্যসাগৰীয় লোকসকলেই ইণ্ডো-দ্ৰাবিড় নামে জনাজাত। পণ্ডিতসকলে বিভিন্ন বিচাৰৰপৰা স্থিৰ কৰিব খোজে যে, নৰকাসুৰৰ আগতেই ভূমধ্যসাগৰীয় লোক অসমত প্ৰৱেশ কৰিছিল।

এই ইণ্ডো-দ্ৰাবিড়সকলৰ মাজতে যোনি আৰু লিঙ্গ পূজাৰ প্ৰচলন আছিল। সেয়ে অসমৰ প্ৰাচীন যোনি আৰু লিঙ্গ উপাসনা (উৰ্বৰতাৰ কামনাৰে) এই ভূমধ্যসাগৰীয় লোকসকলৰদ্বাৰা অথবা সেই প্ৰভাৱত আৰম্ভ হ'ব পাৰে বুলি ভাবিবৰ থল নোহোৱা নহয়। সেইকালৰপৰা নৰকৰ প্ৰাচীন প্ৰাগজ্যোতিষলৈ আগমন, লিঙ্গ-যোনি উপাসকৰ আগমনৰ পাছৰ অৱস্থা পৰে। কালিকাপুৰাণৰ বৰ্ণনা মতে নৰকে কিৰাতসকলক সাগৰৰ দাঁতিলৈ খেদি পঠায় আৰু কৰতোৱা আৰু ললিতকান্তৰ মাজত দ্বিজসকলক স্থাপন কৰে। মন কৰিবলগীয়া যে, নৰকে কামাখ্যা তথা শক্তি উপাসনাৰ দায়িত্ব বিষ্ণুৰ নিৰ্দেশ মতে লৈ শিৱ উপাসক কিৰাতসকলক আঁতৰাই দিয়ে। শিৱ-শক্তিৰ মিলন তেতিয়াও হোৱা নাছিল, শৈৱ-শাক্ত মতৰ মাজত গোপন সংঘৰ্ষ আছিল। কালিকাপুৰাণত * (নৱম শতিকাৰ) উল্লেখ আছে যে এই ৰাজ্য শম্ভুৱে গুপুতে নিজ ৰাজ্য কৰি ৰাখিছিল। প্ৰশ্ন হয়, গুপুতে কিয়? নৰক প্ৰাগজ্যোতিষলৈ আগমন কৰাৰপৰা কালিকাপুৰাণ লিখালৈকে বিস্তৰ সময়ৰ ব্যৱধান। নৰকৰ সময়ৰপৰাহে ৰাজ পৃষ্ঠপোষকতা শাক্তমতে দেখাত লাভ কৰিলে। ‘গুপুতে এই কথাষাৰে হয় শক্তিৰ পৃষ্ঠপোষক নৰকৰ সময়ত ৰাজ অনুগ্ৰহ নোপোৱা শৈৱ সমাজৰ কথা বুজাইছে অথবা তাৰো আগৰপৰাই ৰাজ অনুগ্ৰহবিহীন শিৱ উপাসনাৰ কথাই সূচাইছে। অথবা এই ৰাজ্যত এনে এখন শিৱক্ষেত্ৰ আছে বুলি নজনা অৰ্থত, অন্য বিৰোধীমতে আহি সংঘৰ্ষ স্থাপন হোৱাকৈ প্ৰৱেশ নকৰা অৰ্থতো ‘গুপুতে’ শব্দৰ ব্যৱহাৰ হ'ব পাৰে।

চাবলৈ গ'লে শৈৱ ধৰ্মৰ লগত যেতিয়াই তান্ত্ৰিকতাৰ প্ৰৱেশ ঘটিল তেতিয়াই প্ৰাগজ্যোতিষপুৰ নামৰ ঠাইত কামৰূপ হ'ল, শিৱ উমানন্দ হ'ল, কামাখ্যা কামেশ্বৰ কামেশ্বৰীৰ স্থান হ'ল, নাটকাশৈল শিৱৰ আবাস হ'ল। শিৱই অকলে বৰদান নিদিয়া হ'ল। এই কথাবোৰৰ ব্যাখ্যা অন্য প্ৰবন্ধত হ'ব। এতিয়া আমি ক্ষিপ্ৰভাৱে চকু ফুৰাইছো প্ৰাচীন অসমৰ ৰাজনৈতিক পটভূমি তথা শৈৱধৰ্মৰ পটভূমিৰ ওপৰতহে।

নৰক— এই নামটোৱে অৱশ্যে বৰ বিমোৰত পেলায়। নৰক নামৰ ব্যক্তিৰ উল্লেখ বিভিন্ন যুগৰ মহাকাব্য আৰু পুৰাণত পোৱা গৈছে।

ৰামায়ণত সুগ্ৰীৱে উল্লেখ কৰা নৰকজন নিশ্চয় মহাভাৰতৰ সময়ৰ তথা শ্ৰীকৃষ্ণৰ সময়ৰ নৰক নহয়। নৰক এক উপাধিও হ'ব পাৰে। অসুৰ পন্থা

* “স চ দেশঃ নৰকাৰ্থে পূৰ্ব গুপ্তঃ শম্ভুনা”
—কালিকাপুৰাণ (৩৯/১০০-৪)।

(cult) এটা সমগ্ৰ ভাৰতৰ বিভিন্ন ঠাইত থকাৰ বিষয়েও বিভিন্ন পণ্ডিতে কয়।* পুৰাতত্ত্ব (আৰ্কিয়ল'জি), নৃতত্ত্ব (এনথ্ৰ'পলজি) আদি বিভিন্ন বৈজ্ঞানিক আৰু ঐতিহাসিক প্ৰমাণ বিনে শুদ্ধ সিদ্ধান্তলৈ অহা বৰ কঠিন। কাৰণ প্ৰাচীন অসমৰ তথ্যসমূহ সম্পূৰ্ণভাৱেই কিম্বদন্তীমূলক (legendary)। দুই-চাৰিখন প্ৰাচীন শিলালিপি আৰু তাম্ৰলিপিৰ বাহিৰে এই আন্ধাৰ সময়খিনিৰ ওপৰত পোহৰ পেলাব পৰা অন্য সমল নাই।

নৰকে যি কাত্যায়নী ধাৰা (ভাৰতৰ দক্ষিণ-পশ্চিমৰ এক উৰ্বৰতাৰ ধাৰা) লগত লৈ আনিছিল, সেই ধাৰা অসমৰ জনজাতীয় যোনি উপাসনাৰ ধাৰাৰ লগত চামিল কৰা কাৰ্য্য কঠিন নাছিল। স্থানীয় মঙ্গোলীয় গোষ্ঠীৰ বাথৌ বা বুঢ়াগোঁসাই উপাসনা বিশেষকৈ থানে থানে সমান্তৰালভাৱেই চলি আছিল। ভূমধ্যসাগৰীয় লোকৰ লিঙ্গ উপাসনাও হয়তো তাতেই চামিল হৈছিল।

কামৰূপৰ নৃপতি নৰকৰ পাছত তেওঁৰ পুত্ৰ ভগদত্ত ৰাজপাটত উঠে। তেওঁৰ পাছত ৰজা হয় বজ্ৰদত্ত। কোনো কোনো টোকাৰ মতে ভগদত্তৰ পাছত ধৰ্মপাল আৰু কামপালেহে ৰাজত্ব কৰে। এই বংশৰ উনৈশজন নৃপতিৰ পাছত সুবাহু ৰাজপাটত উঠে। বিক্ৰমাদিত্যৰ যজ্ঞৰ ঘোঁৰা তেওঁ আটক কৰি সিংহাসন চ্যুত হয় বা মৃত্যু হয়। এওঁৰ পাছত 'জিতাৰি' নামে দ্ৰাবিড়দেশীয় ৰজা এজন ৰাজপাটত উঠে। কোনো কোনো টোকাৰ মতে এই জিতাৰিয়েই বা জিতাৰিক্ষই ধৰ্মপাল।

অসম তথা ভাৰতৰ সভ্যতা-সংস্কৃতিৰ প্ৰসিদ্ধ গবেষক পণ্ডিত ডঃ প্ৰতাপ চন্দ্ৰ চৌধুৰীয়ে যুক্তিসহকাৰে প্ৰাচীন অসমৰ ৰাজনৈতিক ইতিহাসৰ ক্ষেত্ৰত মত দাঙি ধৰিছে যে, তাম্ৰলিপি, শিলালিপি আদি বিশ্লেষণ কৰিলে পোৱা যায় যে, পুৰণি অসমত চাৰিটা মূল বংশই ৰাজ্য শাসন কৰিছিল। সেইকেইটা হ'ল নৰক ভৌমবংশ, বৰ্মনবংশ, শালস্তম্ভ বংশ আৰু পালবংশ।......

নৰকপুত্ৰ ভগদত্তৰ পাছতেই ৰাজ্যত বিবৰ্তন ঘটে আৰু প্ৰায় দুশ বছৰ ধৰি অসমৰ ৰাজনৈতিক জীৱন অন্ধকাৰময় হয় নাইবা এই যুগৰ ইতিহাসৰ সমল ওলাবলৈ এতিয়াও বাকী। প্ৰত্নতাত্ত্বিক খননকাৰ্যইহে উক্ত আন্ধাৰ যুগৰ আভাস দিব বুলি ক'ব পাৰি।................. এনেস্থলত পুৰণি অসমৰ নিৰ্ভৰযোগ্য ৰাজনৈতিক বুৰঞ্জীৰ নতুন আৰম্ভণী বৰ্মন বংশৰ প্ৰতিষ্ঠাতা পুষ্য বৰ্মাৰ চতুৰ্থ শতিকাৰ মাজভাগৰপৰাহে পোৱা গৈছে।*

---

*Man in Indiaৰ সম্পাদক শ্ৰী এচ, চি,. ৰায়ে মত প্ৰকাশ কৰে যে, আদি দ্ৰাবিড় বা ভূমধ্যসাগৰীয় একাংশই অসুৰ নামেৰে জনাজাত হৈ একালত অসম আৰু ছোটনাগপুৰত বাস কৰিছিল।

*ৰাজনৈতিক ব্যৱস্থা : অসমীয়া জাতিৰ ইতিবৃত্ত, অসম সাহিত্য সভা প্ৰকাশন, ডঃ প্ৰতাপ চন্দ্ৰ চৌধুৰী।

এই সময়ছোৱাৰ নৃপতিসকলৰ বিষয়ে ক্ষিপ্ৰভাৱে চকু ফুৰালে দেখা যায় যে খৃষ্টীয় চতুৰ্থ শতাব্দীৰ বৰ্মন বংশৰ প্ৰতিষ্ঠাতা পুষ্যবৰ্মন (আনুমানিক ৩৫৫ খ্ৰি.), তেওঁৰ পুত্ৰ সমুদ্ৰ বৰ্মন (৩৮০-৪০৫), তেওঁৰ পুত্ৰ বলবৰ্মনে (৪০৫-৪২০ খ্ৰি.ত) ৰাজপাটত উঠে আৰু ৰাজ্য চলায়। এই বলবৰ্মনৰে জীয়াৰী অমৃতপ্ৰভাক উত্তৰ-পশ্চিম ভাৰতত অৱস্থিত সুদূৰ কাশ্মীৰ ৰাজ্যৰ ৰজা মেঘবাহনে সন্নম্ৰ সভাত বিয়া কৰায়। চতুৰ্থ ৰজা কল্যাণ বৰ্মনে (৪২০-৪৪০ খ্ৰি.) কপিলী উপত্যকাৰ ডবাক ৰাজ্য, কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰাৰ উপৰিও চীনদেশৰ ৰজালৈ কূটনৈতিক সম্বন্ধ স্থাপনৰ বাবে কটকী পঠাইছিল (৪২৮ খ্ৰি.)।

............পঞ্চম শতাব্দীৰ শেষৰ ফালে সাম্ৰাজ্যবাদী গুপ্তসকল দুৰ্বল হৈ পৰাত ষষ্ঠ ৰজা মহেন্দ্ৰ বৰ্মনে (৪৫০ খ্ৰি.-৪৮০ খ্ৰি.) দক্ষিণ-পূব বঙ্গ অধিকাৰ কৰি বঙ্গোপসাগৰৰ পাৰলৈকে কামৰূপ ৰাজ্যৰ সীমা বঢ়ায় আৰু লগতে বিজয় কীৰ্তি ঘোষণা কৰিবলৈ দুটা অশ্বমেধ যজ্ঞ সমাপন কৰি কামৰূপ ৰাজ্যক গুপ্ত সাম্ৰাজ্যৰ অধীনৰপৰা মুক্ত কৰে আৰু পশ্চিমফালে কামৰূপ ৰাজ্য বঢ়োৱাৰ পাতনি মেলে। তেওঁৰ পাছত মহাভূত বৰ্মন বা ভূতি বৰ্মনে (৫১০-৫৫৫খ্ৰি.) ষষ্ঠ শতিকাৰ মাজভাগত কামৰূপ ৰাজ্যৰ প্ৰকৃত দিগ্বিজয়ৰ পাতনি মেলে। মহাভূত বৰ্মন বা ভূতি বৰ্মনে পুণ্ড্ৰবৰ্ধন বা উত্তৰ বঙ্গ কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰে। ...মহাভূতি বৰ্মনৰ দিনতে দক্ষিণ-পশ্চিম ফালে ছিলেট, ত্ৰিপুৰা, আৰু কাছাৰ অঞ্চলো কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত হয়।

মহাভূত বৰ্মনৰ পাছত সুস্থিত বৰ্মন, তাৰ পাছত সুপ্ৰতিষ্ঠিত বৰ্মন আৰু তেওঁৰ পাছতে ভাস্কৰ বৰ্মন (৫৯০-৬৫০ খ্ৰি.) কামৰূপৰ ৰাজপাটত উঠে। ভাস্কৰ বৰ্মনৰ ৰাজত্বকাল প্ৰাচীন কামৰূপৰ বুৰঞ্জীৰ এটি সোণালী অধ্যায় বুলিব পাৰি। ৫৯৪ খ্ৰি. ভাস্কৰ বৰ্মনে সিংহাসনত আৰোহণ কৰি এটা নতুন চনৰ প্ৰচলন কৰে। ইয়াকেই 'ভাস্কৰাব্দ' বা কামৰূপী চন বোলা হয়। নৃপতি ভাস্কৰ বৰ্মনৰ ইষ্টদেৱতা আছিল শিৱ। তেওঁৰ নিধানপুৰ তামৰ ফলিত 'ইষ্টদেৱ শশিশেখৰ পিনাকী মহাদেৱক সেৱা কৰা' কথা পোৱা যায়। ভাস্কৰ বৰ্মনে পশ্চিমফালে কামৰূপ ৰাজ্যৰ সীমা বঢ়াবলৈ মন কৰিলে। তেওঁৰ উদ্দেশ্য আছিল মহাভূত বৰ্মনৰ দিনত কামৰূপ ৰাজ্যৰ অন্তৰ্ভুক্ত হোৱা আৰু মাজতে সুস্থিত বৰ্মনৰ দিনত কামৰূপৰ বাহিৰলৈ যোৱা পুণ্ড্ৰবৰ্ধন আৰু ৰাজধানী কৰ্ণসুবৰ্ণ অধিকাৰ কৰিলে। এই ক্ষেত্ৰত ভাস্কৰ বৰ্মনৰ নিধানপুৰ তামৰ ফলি উল্লেখযোগ্য।

পণ্ডিতসকলে অনুমান কৰে যে, দক্ষিণ-পূব বঙ্গ, ছিলেট আৰু ত্ৰিপুৰাও ভাস্কৰ বৰ্মনৰ ৰাজত্বৰ ভিতৰত আছিল। চীনা পৰিব্ৰাজক হিউৱেনচাঙে থৈ যোৱা

বিৱৰণৰ পৰা প্ৰমাণিত হয় যে এহাতে দক্ষিণপূৱ বঙ্গ আৰু আনহাতে চীনদেশলৈ যোৱা সমুদ্ৰপথ সমূহো ৰজাৰ তত্ত্বাৱধানত আছিল।

হিউৱেনচাঙৰ বিৱৰণৰপৰাই জনা যায় যে সেই সময়ত পূৰ্বকালে কামৰূপ ৰাজ্যৰ সীমাই চীন আৰু ব্ৰহ্মদেশৰ সীমা চুইছিল। এইটো সৰ্বজন-বিদিত কথা যে, নালন্দা বিশ্ববিদ্যালয়লৈ বৌদ্ধশাস্ত্ৰ অধ্যয়ন কৰিবলৈ অহা চীনা পৰিব্ৰাজক হিউৱেনচাঙক কামৰূপ নৃপতি ভাস্কৰ বৰ্মনেই নালন্দা বিশ্ববিদ্যালয়ৰ অধ্যক্ষ শীলভদ্ৰলৈ চিঠি লিখি কামৰূপলৈ অনায় (প্ৰায় ৬৪৩ খ্ৰি.)। হিউৱেনচাঙে চি-উ-কি নামৰ গ্ৰন্থত কামৰূপ ৰাজ্য আৰু ৰজা ভাস্কৰ বৰ্মনৰ বিষয়ে অতি প্ৰশংসামূলক টোকা লিখি থৈ যায়। পৰিব্ৰাজকজনে তেওঁৰ বিৱৰণীত এই ৰাজ্যত অজস্ৰ দেৱমন্দিৰ থকাৰ কথা উল্লেখ কৰি গৈছে।

কুমাৰ ভাস্কৰ বৰ্মনৰ মৃত্যুৰ লগে লগে (যতদূৰ সম্ভৱ অবিবাহিত) বৰ্মন বংশৰ ওৰ পৰিল। সেই বংশৰেই ওচৰ-সম্বন্ধীয় অৱন্তী বৰ্মন নামৰ কোঁৱৰ এজনে কামৰূপৰ সিংহাসন জয় কৰি (৬৫০ খ্ৰি.) শালস্তম্ভ বংশ প্ৰতিষ্ঠা কৰে। এই বংশই সপ্তম শতিকাৰ মাজভাগৰপৰা দশম শতিকাৰ শেষ ভাগলৈ প্ৰায় চাৰে তিনিশ বছৰ কাল ৰাজত্ব কৰিছিল। তামৰ ফলিত তেওঁবিলাকৰ ৰাজধানী হাৰুপেশ্বৰ নগৰত (তেজপুৰত) আছিল বুলি উল্লেখ কৰা হৈছে। ড° প্ৰতাপ চন্দ্ৰ চৌধুৰীৰ মতে শালস্তম্ভ বংশৰ ৰজাসকলে হাৰুপেশ্বৰত এখন অস্থায়ী ৰাজধানীহে পাতিছিল, স্থায়ী ৰাজধানী প্ৰাগজ্যোতিষপুৰতেই আছিল। নৱম শতিকাৰ মাজভাগত ৰাজত্ব কৰা এই বংশৰে ৰজা বনমাল বৰ্মনৰ দিনত (৮৩৫-৮৬৫ খ্ৰি.) হাৰুপেশ্বৰ নগৰ সম্ভৱতঃ পূবে বামুণী পাহাৰ, পশ্চিমে দ পৰ্বতীয়ালৈকে বিস্তৃত এখন ডাঙৰ নগৰ আছিল। বনমালদেৱৰ তেজপুৰ তাম্ৰশাসনখনত প্ৰাচীন অসমত চলা শৈৱধাৰাৰ কথা সুন্দৰকৈ আছে॥

পাল বংশৰ প্ৰথম ৰজা ব্ৰহ্মপাল কামৰূপৰ ৰাজপাটত উঠে প্ৰায় ৯৯০ খ্ৰি.ত। ব্ৰহ্মপাল অতি বিদ্যোৎসাহী আৰু প্ৰতাপী ৰজা আছিল। সম্ভৱতঃ এওঁকেই হৰ-গৌৰী সংবাদ নামৰ গ্ৰন্থত 'জিতাৰি ৰজা' বুলি উল্লেখ কৰা হৈছে। এওঁৰ ৰাজত্বকাল খ্ৰি. ৯৯০ৰ পৰা ১০১০ খ্ৰি. লৈ বুলি অনুমান কৰা হৈছে। ৰজা ব্ৰহ্মপালৰ সময়ৰপৰাই ৰাজ্যত তান্ত্ৰিক বৌদ্ধধৰ্মই প্ৰাধান্য লাভ কৰে। পালবংশৰ ষষ্ঠ ৰজা ধৰ্মপালে (১০৯৫-১১২০ খ্ৰি.) কেৱল উত্তৰ বঙ্গ জয় কৰি কামৰূপ ৰাজ্যৰ হেৰোৱা গৌৰৱকে পুনৰুদ্ধাৰ কৰা নাছিল, ধৰ্ম চৰ্চা, জ্ঞান চৰ্চা সকলো দিশতে এইজনা ৰজাৰ ৰাজত্বকাল কামৰূপ বুৰঞ্জীৰ উল্লেখযোগ্য অধ্যায় বুলি স্বীকৃত হৈছে। সম্ভৱ ধৰ্মপালৰ আগৰ ৰজা ৰত্নপালৰ দিনৰপৰাই কামৰূপ ৰাজ্যৰ ৰাজধানী ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে 'দুৰ্জয়' নগৰ নাম দি নিৰ্মাণ কৰা হৈছিল আৰু ১২৬০ খ্ৰি. মানলৈ এই ৰাজধানী উত্তৰ গুৱাহাটীতে আছিল। অৱশ্যে পুৰণি ৰাজধানী প্ৰাগজ্যোতিষপুৰৰ মৰ্যাদা সমানেই আছিল।

এই বংশৰ শেষ ৰজা সন্ধ্যাৰ ৰাজত্বকালত বঙ্গৰ চুলতান তুগ্ৰিল খাঁ মালিক উজবেকে ১২৫৭ খ্রি.ত চতুৰ্থবাৰ কামৰূপ আক্ৰমণ কৰি পৰাজিত হয়। ইয়াৰ পাছত উত্তৰ গুৱাহাটী বা কামৰূপ নগৰৰপৰা পশ্চিমফালে কমতাপুৰলৈ ১২৬০ খ্রি.ত ৰাজধানী তুলি নিয়া হয়। "তেতিয়াৰে পৰা ৰাজ্যৰ নাম হ'ল কমতা বা কামৰূপ কমতা আৰু ৰজাৰ উপাধি হ'ল কমতেশ্বৰ বা কামেশ্বৰ। ...ৰামচৰণ ঠাকুৰৰ গুৰু চৰিতমতে কামৰূপ ৰাজ সন্ধ্যাই গৌড়েশ্বৰ উপাধি লৈছিল। ...সম্ভৱতঃ গৌড়ৰাজ্যৰ (উত্তৰ পশ্চিম বঙ্গ) কিছু অংশ তেওঁলোকৰ ৰাজ্যৰ ভিতৰত পৰিছিল। কামৰূপৰ ৰাজধানী পশ্চিমফালে কমতাপুৰলৈ স্থানান্তৰ কৰাৰ পাছৰে পৰা কামৰূপ ৰাজ্যৰ পূব অঞ্চলত এই ৰজাসকলৰ ক্ষমতা যথেষ্ট কমি গৈছিল আৰু কামৰূপৰ ৰজাৰ অধীনৰ শাসনকৰ্তা ভূঞা বা জমিদাৰসকলে মূৰ দাঙি উঠিছিল।"*

বিদ্যোৎসাহী দুৰ্লভ নাৰায়ণেই হৈছে কমতা ৰাজ্যৰ সৰ্বশ্ৰেষ্ঠ ৰজা (আনুমানিক ১৩৩০-১৩৫০ খ্রি.লৈ)। দুৰ্লভ নাৰায়ণৰ দিনতেই চণ্ডীবৰ প্ৰমুখ্যে সাতঘৰ কায়স্থ আৰু কৃষ্ণপণ্ডিত প্ৰমুখ্যে সাতঘৰ ব্ৰাহ্মণ কনৌজৰপৰা অসমলৈ আহে। ৰজাৰ পৰা শিৰোমণি ভূঞা উপাধি পোৱা চণ্ডীবৰৰ বংশতে শঙ্কৰক পূজা কৰাত্ৰ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ আবিৰ্ভাৱ হয়।

কমতাৰাজ্যৰ সবাতোকৈ পৰাক্ৰমী ৰজা আছিল খান বা সেনবংশৰ নীলাম্বৰ (১৪৮০-১৪৯৮ খ্রি.)। তেওঁৰ দিনতেই কমতা ৰাজ্য পূবে বৰনদীৰপৰা পশ্চিম কৰতোৱালৈকে বিস্তৃত আছিল। ১৪৯৮ খ্রি. বঙ্গৰ নবাব হুছেইন ছাহে কমতা ৰাজ্য আক্ৰমণ কৰি ছলেৰে ৰাজধানী কমতাপুৰ দখল কৰাৰ লগে লগে সেনবংশৰ ৰাজত্বৰ অৱসান ঘটে। হুছেইন ছাহে কমতাৰাজ্য অধিকাৰ কৰি তেওঁৰ পুত্ৰ দানিয়েলক হাজোত শাসনকৰ্তা পাতি নিজ ৰাজ্যলৈ উভতি যোৱাৰ কিছুদিন পাছতেই কামৰূপৰ ভূঞা শাসনকৰ্তাসকলে একগোট হৈ দানিয়েলৰ দুৰ্গ ধ্বংস কৰে।

তেৰ শতিকামানত ভূঞাসকল প্ৰবল পৰাক্ৰমী হৈ উঠিছিল আৰু গোৱালপাৰা জিলাৰপৰা ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে সোৱণশিৰী নৈলৈকে, দক্ষিণে নগাওঁৰ কপিলী নৈলৈ এই অঞ্চলত ভূঞাসকলে স্বাধীন ৰাজ্য বিক্ৰমেৰে চলাইছিল। একমাত্ৰ কমতাৰজা দুৰ্লভনাৰায়ণেহে (সম্ভৱ ১৩০০-১৩৫০ খ্রি. লৈ) তেওঁৰ অধীনলৈ ভূঞাসকলক আনিবলৈ সক্ষম হৈছিল। সেইদৰে ঠায়ে ঠায়ে সংঘবদ্ধ হৈ মূৰ দাঙি উঠা ভূঞাসকলক গোৱালপাৰা, কামৰূপ আৰু দৰং জিলাৰ পশ্চিমাঞ্চলত কোচৰাজ্যৰ প্ৰতিষ্ঠাতা ৰজাই ষোল শতিকাত তলতীয়া

---

* অসমৰ ৰাজনৈতিক বুৰঞ্জী, অসম গৌৰৱ, পৃ. ৭৬, ডঃ লক্ষী দেৱী

কৰে। উত্তৰ লক্ষীমপুৰ আৰু দৰং জিলাৰ পূব খণ্ডৰ ভূঞাসকলক বোল শতিকাৰ আগভাগত ৰাজত্ব কৰা আহোম ৰজা চুহংমুং দিহিঙিয়া ৰজাই তেওঁৰ কৰতলীয়া কৰে। সেইদৰে নগাঁৱৰ ভূঞাসকলেও চুক্লেংমুং গড়গঞা ৰজাৰ দিনত (১৫৩৯-১৫৫২) বোল শতিকাত বশ মানে।

১৪৯৮ খ্রি.ত নিঃশেষ হোৱা কমতাৰাজ্যৰ ঠাইত বোল শতিকাৰ আগভাগত কোঁচৰাজ্য স্থাপিত হয়। কোঁচৰাজ্যৰ প্ৰতিষ্ঠাপক ৰজা বিশ্বসিংহই সৰু-বৰ বহুতো ভূঞাক খণ্ডযুদ্ধত পৰাস্ত কৰি পশ্চিমে কৰতোৱাৰপৰা পূবে বৰা ধনশিৰীলৈকে নিজৰ ৰাজ্য পাতি লয়। পৰাক্ৰমী ৰজা বিশ্বসিংহই হিন্দুধৰ্মৰ পৃষ্ঠপোষকতা কৰিছিল আৰু নিজেও শিৱ-দূৰ্গাৰ উপাসক আছিল। ৰজা বিশ্বসিংহৰ দিনতেই কোঁচ ৰাজ্যৰ ৰাজধানী চিকনাগ্ৰামৰ (শ্ৰীকোনা-চিনকোনা)পৰা কোঁচবিহাৰলৈ তুলি অনা হয় আৰু কাশী, কনৌজ আদিৰপৰা ব্ৰাহ্মণ পণ্ডিতসকলকো আনি কোঁচ ৰাজ্যত প্ৰতিষ্ঠা কৰা হয়। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে কিম্বদন্তীমতে কোচৰজাৰ বংশ শিৱ বংশোদ্ভৱ আছিল।

১৫৪০ খ্রি.ত ৰজা বিশ্বসিংহৰ পৰলোকপ্ৰাপ্তি হোৱাত তেওঁৰ পুত্ৰ, কোঁচবংশৰ সৰাতোকৈ উল্লেখযোগ্য, পৰম ধাৰ্মিক নৰনাৰায়ণ ৰাজপাটত উঠে। তেওঁৰ ভ্ৰাতৃ শুক্লধ্বজ বা চিলাৰায়ৰ সহায়ত ১৫৬২ খ্রি.ত আহোম ৰজা চুখামফা খোৰা ৰজাক পৰাজয় কৰে আৰু সন্ধিমতে আহোম ৰজাই ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ সমস্ত ৰাজ্য কোঁচ ৰজাক এৰি দিয়ে। সেইদৰে কছাৰী, জয়ন্তীয়া, ত্ৰিপুৰা, ছিলেটৰ ৰজাকো যুদ্ধত পৰাস্ত কৰি কোঁচ ৰজাৰ তলতীয়া কৰে।

কোঁচ ৰজা ৰঘুদেৱ নাৰায়ণে মঙ্গলদৈৰ সৰাবাৰী গাঁৱত অৰ্দ্ধনাৰীশ্বৰ মূৰ্তি প্ৰতিষ্ঠা কৰে। ৰজা চন্দ্ৰ নাৰায়ণে ৰুদ্ৰেশ্বৰ আৰু তামেশ্বৰ দেৱালয়লৈ দেৱোত্তৰ, ব্ৰহ্মোত্তৰ মাটি ফলি কৰি দান দিয়ে। ১৫৬৮ খ্রিঃত চিলাৰায়ে গৌড়ৰাজ্য আক্ৰমণ কৰোত গৌড়ৰ নবাবৰ সেনাপতি কালাপাহাৰৰ হাতত চিলাৰায় বন্দী হয়। সেনাপতি কালাপাহাৰে সেই সময়তে কামাখ্যা, হাজো আদি দেৱালয়বোৰ ধ্বংস কৰি পেলায়।

ৰজা নৰনাৰায়ণ আৰু চিলাৰায়ে কামাখ্যা মন্দিৰ নতুনকৈ নিৰ্মাণ কৰে আৰু পূজা-পাতল চলাবৰ কাৰণে পশ্চিম দেশৰপৰা পণ্ডিত, ব্ৰাহ্মণ আনি নিজ দেশত থাপে। বিদ্যোৎসাহী ৰজা নৰনাৰায়ণৰ দিনতে কোঁচবিহাৰ অসমীয়া ভাষা সংস্কৃতিৰ কেন্দ্ৰ হৈ পৰে। মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ একশৰণীয়া বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰতো পৰম ধাৰ্মিক ৰজা নৰনাৰায়ণে অকুণ্ঠ সহযোগ আগবঢ়ায়।

ঘৰুৱা কন্দলৰ ফলত কোঁচৰাজ্য শেষলৈ ভাগ ভাগ হয় আৰু মোগল, আহোম, ব্ৰিটিছৰ হস্তগত হয়।

কমতাৰাজ্য, কোঁচ ৰাজ্যৰ দৰেই গৌৰৱময় এক কছাৰী ৰাজ্যও আছিল। আহোমসকলৰ বুৰঞ্জীত উল্লেখ কৰামতে ত্ৰয়োদশ শতাব্দীৰ আগভাগত আহোম

ৰাজ্যৰ পশ্চিমে ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে দিখৌৰপৰা কলং নৈলৈকে এই সমস্তভূমিখণ্ড অৰ্থাৎ বৰ্তমান শিৱসাগৰ জিলাৰ দুই-তৃতীয়াংশ আৰু নগাঁও জিলাৰ দক্ষিণাংশ কছাৰী ৰাজ্যৰ ভিতৰুৱা আছিল। ধনশিৰি উপত্যকা আৰু উত্তৰ কাছাৰ পাহাৰো এই ৰাজ্যৰ ভিতৰুৱা আছিল। এই কছাৰী ৰাজ্যৰ ৰাজধানী আছিল ডিমাপুৰ। ...........অসমৰ অধিকাংশ ঠাই আৰু উত্তৰ-পূব বঙ্গদেশ জুৰি এসময়ত এখন প্ৰকাণ্ড বড়ো ৰাজ্য আছিল বুলি অনুমান হয়। এওঁলোককে ব্ৰহ্মপুত্ৰ উপত্যকাৰ আদিম অধিবাসী বুলি ধৰিব পাৰি। কিন্তু এওঁবিলাকৰ ৰাজত্বকালৰ বিষয়ে কোনো লিখিত বিৱৰণ পোৱা নেযায়।*

বড়ো-কছাৰীসকল মঙ্গোলীয় গোষ্ঠীৰ লোক। এওঁবিলাকৰ প্ৰধান দেৱতা শিব্ৰাই বা বুঢ়া বাথৌ। বড়োসকলৰ প্ৰধান ধৰ্ম শৈৱ ধৰ্মই।

১৮০৫ খ্ৰি.ত কছাৰীসকলে আহোমৰ হাতত সম্পূৰ্ণ পৰাজয় বৰণ কৰে। কছাৰী বংশৰ শেষ ৰজা গোবিন্দ চন্দ্ৰ অপুত্ৰক হৈ মৰাত ১৮৩২ চনত ব্ৰিটিছে কাছাৰ ৰাজ্য নিজ ৰাজ্যত চামিল কৰে।

ভেৰ শতিকাতে অসমত প্ৰৱেশ কৰি প্ৰবলপ্ৰতাপী আহোমসকলে তেওঁবিলাকৰ ছশ বছৰীয়া ৰাজত্বকালত হিন্দুধৰ্ম গ্ৰহণ কৰি সেই ধৰ্মৰ (বিশেষকৈ শিব, দেৱী আৰু বিষ্ণু) প্ৰচাৰৰ কাৰণে কেনেকৈ অসমৰ ইমূৰৰপৰা সিমূৰলৈ মঠ-মন্দিৰ নিৰ্মাণ কৰি তাম্ৰফলি কৰি, দেৱোত্তৰ ব্ৰহ্মোত্তৰ, মাটি দান কৰিছিল আৰু হিন্দুধৰ্মৰ পৃষ্ঠপোষকতা কৰিছিল সেই ইতিহাস আহোমসকলৰ শিৱপূজা প্ৰসঙ্গত বৰ্ণিত হৈছে।.

অসমত পোৱা শিলালিপি, তাম্ৰলিপিবিলাকেও অসমত প্ৰচলিত শৈৱ তৰঙ্গৰ ইতিহাস বহন কৰিছে।

---

* অসমৰ ৰাজনৈতিক বুৰঞ্জী অসম গৌৰৱ, পৃষ্ঠা, ৮৫,৮৬, —ড° লক্ষী দেৱী।

# প্ৰাচীন কামৰূপৰ শৈৱধাৰা

প্ৰাচীন কামৰূপৰ শৈৱ ধাৰাৰ বিষয়ে আলোচনা কৰোঁতে বশিষ্ঠৰ শাপৰ কথাও এৰাই যাব নোৱাৰি। তাৰো আগতে কামৰূপত বেতাল ভৈৰৱৰ উপস্থিতিৰ কথা আলোচনা কৰিব লাগিব।

কামৰূপ শিৱৰ সিদ্ধক্ষেত্ৰ বুলি আৰু প্ৰসিদ্ধ শিৱক্ষেত্ৰত বাৰাণসীৰ সমানেই পুণ্যস্থান বুলি বেতাল-ভৈৰৱ কামৰূপলৈ আহিছিল। তাৰ আগতেই শৈৱধৰ্ম শাক্তধৰ্মৰ মিলন হৈছিল। শিৱৰ লগত শক্তি সংযুক্ত হোৱাৰ ক্ষেত্ৰত কালিকাপুৰাণেই মদন ভস্মৰ আখ্যান আগবঢ়াইছে।

শিৱই যেতিয়া দক্ষৰপৰা আয়োজিত যজ্ঞলৈ নিমন্ত্ৰণ নাপালে তেতিয়াই বুজা গ'ল যে শিৱ (কিবাত শিৱ?) মূল সুঁতিত সন্মানিত দেৱতা হিচাপে গৃহীত হোৱা নাই। বিনা নিমন্ত্ৰণে সতী দক্ষযজ্ঞলৈ গৈ শিৱনিন্দা শুনি প্ৰাণ ত্যাগ কৰিব লগা হ'ল। এই ঘটনাত শিৱ ক্ৰুদ্ধ হৈ দক্ষযজ্ঞ লণ্ড-ভণ্ড কৰি সম্পূৰ্ণ বিনষ্ট কৰে। দক্ষৰ মুণ্ড ছিঙি পেলোৱা হয় আৰু তেওঁক ছাগমুণ্ড দান কৰা হয়। মৃত সতীৰ দেহা কান্ধত লৈ শিৱই উন্মাদপ্ৰায় হৈ ভ্ৰমণ কৰা কালত বিষ্ণুৱে সুদৰ্শন চক্ৰেৰে সতীৰ দেহা খণ্ড খণ্ড কৰি ৫১ পীঠত পেলায়। যোনি মণ্ডল নীলাচলত পতিত হ'ল আৰু শিৱ তাতেই বহি পৰি তপস্যাৰত হ'ল। শিৱৰ সুদীৰ্ঘ দৃঢ় তপস্যা ভগাৰ উমঘাম নেদেখি, ইপিনে সৃষ্টি কাৰ্য ব্যাহত হোৱাত দেৱতাসকলে শিৱৰ তপস্যা ভঙ্গ কৰিবৰ কাৰণে কামদেৱ (মদনক) পঠালে। ইফালে সতীয়েও দেহত্যাগৰ পাছত হিমালয় কন্যা উমা বা পাৰ্বতী হৈ যুৱতী হৈ শিৱক পতি পাবৰ কাৰণে শিৱৰ কাযতেই শিৱক ধ্যান কৰি আছিল। দেৱতাসকলৰ নিৰ্দেশত মদনে শিৱলৈ কামশৰ নিক্ষেপ কৰিলে। পৰিবেশলৈ বসন্ত আহিল। কঠিন তপস্যাৰত শিৱও চঞ্চল হৈ উঠিল। শিৱক চঞ্চল হৈ উঠা দেখি মদনেও বাৰে বাৰে আঁৰৰপৰা ফুলশৰ পুনৰ নিক্ষেপ কৰিলে। শিৱৰ ধ্যান সম্পূৰ্ণ ভঙ্গ হ'ল। ধ্যানভঙ্গ কোনে কৰিলে বুলি শিৱ ক্ৰোধান্বিত হ'ল। তেওঁৰ তৃতীয় নয়ন ক্ৰোধৰ অগ্নিৰে পৰিপূৰ্ণ হ'ল আৰু সেই অগ্নিয়ে গৈ কামদেৱক ভস্ম কৰিলে। মদন ভস্ম হোৱাত তেওঁৰ পত্নী ৰতিয়ে শোক-বিহ্বল হৈ শিৱৰ চৰণত পৰি কামদেৱে পূৰ্ণ জীৱন পাবৰ কাৰণে প্ৰাৰ্থনা জনালে। ৰতিৰ আকুল প্ৰাৰ্থনাত তুষ্ট হৈ কামদেৱক পুনৰ জন্ম দিলে আৰু কাষতেই প্ৰাৰ্থনাৰতা উমাৰ প্ৰতি কৰুণা দৃষ্টি দিলে। উমাৰ তপস্যাও সিদ্ধ হ'ল। শিৱক তেওঁ পতিৰূপে

পালে। কাম ৰূপ পোৱাৰ কাৰণেই এই ঠাইৰ নাম কামৰূপ হ'ল। শিৱ-পাৰ্বতীৰ মিলনেই শিৱশক্তিৰ মিলনৰো সূচনা কৰিলে।

প্ৰসঙ্গক্ৰমে ক'ব পাৰি যে ত্যাগী, যোগী, কঠিন কায় সাধনাত ব্ৰতী শিৱৰ এই সাধনাই নাথ-যোগীসকলৰো ধৰ্মৰ আদৰ্শত প্ৰেৰণা দিছিল।

শিৱশক্তিৰ মিলন তথা শৈৱধাৰা আৰু শাক্তধাৰাৰ সমন্বয়ে লিঙ্গ-যোনি উভয় উপাসনা একত্ৰ কৰিলে, শৈৱ-শাক্তৰ বিৰোধ নোহোৱা হ'ল। শিৱৰ ক্ষেত্ৰত নাটকাচল পাৰ্বতীৰ ক্ষেত্ৰ নীলাচল, শিৱ উমানন্দ হ'ল, ৰাজ্যৰ নাম কামৰূপ। মূলতে তান্ত্ৰিক ধাৰায়ে শৈৱ-শাক্ত দুয়োটা ধাৰাকে একত্ৰ কৰিলে।

শৈৱ-শাক্তৰ মিলনৰ পাছত বেতাল-ভৈৰৱ কামৰূপলৈ আহিছে। পাৰ্বতী শিৱৰ অধীনত থকা আৰু বশিষ্ঠই সন্ধ্যাচলত, শিৱ আৰাধনা কৰাৰ কথা কালিকাপুৰাণেই ব্যক্ত কৰিছে।

সন্ধ্যাচলে তত্ৰ মুনি আৰাধয়তি শঙ্কৰম্ (৫৩,১০) বেতাল-ভৈৰৱে কামৰূপলৈ আহি কৰতোৱা নদীত তৰ্পণ কৰিলে, জল্পীশ শিৱক প্ৰণাম কৰিলে, সন্ধ্যাচললৈ গৈ বশিষ্ঠ মুনিক আৰাধনা কৰিলে, বশিষ্ঠৰপৰা বেতাল-ভৈৰৱে মন্ত্ৰ ল'লে, বশিষ্ঠই আশীৰ্বাদ কৰিলে তেওঁবিলাকৰ প্ৰতি যেন মহেশ্বৰ-পাৰ্বতী প্ৰসন্ন হয়।

বেতাল-ভৈৰৱে নাটকাচল পাহাৰলৈ আহি শিৱক প্ৰাৰ্থনা কৰাত শিৱ তুষ্ট হ'ল; কিন্তু তেওঁ পাৰ্বতীকো তুষ্ট কৰিব লাগিব বুলি ক'লে— কাৰণ শিৱই পাৰ্বতী তুষ্ট নহ'লে অকলে বৰদান কৰিব নোৱাৰে।

এই প্ৰসঙ্গতে শিৱই মহামায়াৰ মন্ত্ৰ-বিধিৰ ব্যাখ্যা কৰিলে। শিৱই দান কৰা মন্ত্ৰ-তন্ত্ৰেৰে মহামায়াক সন্তুষ্ট কৰি চিৰকাল শিৱ-পাৰ্বতীৰ সেৱা কৰিব পৰা বৰ লাভ কৰিলে। মহামায়াই সন্তুষ্ট হৈ নিজা স্তনৰ গাখীৰ চেপি বেতাল-ভৈৰৱৰ মুখত দি বেতাল ভৈৰৱক অমৰত্ব দান কৰিলে।* ইয়াৰ পাছতে বেতাল-ভৈৰৱ শিৱৰ গণসকলৰ অধিপতি হ'ল।

বেতাল-ভৈৰৱে সাধনা সিদ্ধি কৰিবৰ কাৰণে বশিষ্ঠৰ দৰেই কামাখ্যালৈ আহিছিল। কাৰণ কামৰূপ গুহ্যপীঠ কামাখ্যাৰ সিদ্ধক্ষেত্ৰ। শিৱই বেতাল-ভৈৰৱৰ সিদ্ধিৰ আনন্দতে কামৰূপৰ সকলো পীঠস্থান চিনাক্ত কৰি দিছে।

ইয়াৰ ভিতৰত শিৱক্ষেত্ৰৰ সংখ্যাধিক্য দেখা গৈছে। এই দেশৰ প্ৰাচীন কালত শিৱ উপাসনাৰেই যে প্ৰাবল্য আছিল এই কথা বাৰে বাৰে প্ৰমাণ কৰে। দেৱী পূজাৰ ক্ষেত্ৰতো কামৰূপত অতি উদাৰ মত চলিছিল।

---

*'তন্ত্ৰচক্ৰ' বা 'ভৈৰৱীচক্ৰ'ত ভৈৰৱীৰ স্তনত দুগ্ধ ঢালি তেওঁৰ দেহাইদি বৈ অহা দুগ্ধ পঞ্চতত্ত্বসকলে অমৃত বুলি পান কৰা নিয়ম 'বাউিসেবা' সমাজৰ এক প্ৰচলিত নিয়ম। ই আজিও বৰ্ত্তি আছে।

বেতাল-ভৈৰৱে জল্পীশ শিৱক প্ৰণাম কৰাৰ উল্লেখ আমি পালো। এই জল্পীশ শিৱৰ দেৱালয় বৰ্তমানৰ জলপাইগুৰিত আছে। জল্পীশ শিৱৰ নামৰ লগত পুৰণি কালৰ এজন শিৱপূজক ৰজাৰ নাম জড়িত। স্বৰ্গীয় ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাৰ 'অসম বুৰঞ্জী'ত সুবাহু, জিতাৰি, জল্পেশ্বৰ আদি পুৰণি ৰজাৰ নাম পোৱা যায়। জল্পেশ্বৰ ৰজাৰো বংশ পৰিচয় বা ৰাজত্বৰ সময়ৰ বিষয়ে বুৰঞ্জীত নাই। কেৱল আছে যে এইজনা ৰজাই জল্পেশ্বৰ দেৱালয় স্থাপন কৰে আৰু শিৱপূজা প্ৰচলন কৰে।

স্কন্দ পুৰাণত (আৱন্ত্য খণ্ড, ৬৬ অধ্যায়ত) আছে যে জল্প নামে এজন বিখ্যাত ৰজাৰ সুদক্ষ পাঁচজন পুতেকক (সুবাহু, শত্ৰুমৰ্দন, জয়, বিজয়, বিক্ৰান্ত) পূবে উত্তৰে-দক্ষিণে আৰু মধ্যত ৰজা পাতি জল্প ৰজা বনবাসলৈ গ'ল।

বিক্ৰান্তৰ মন্ত্ৰীয়ে আথৰ্বন অভিচাৰ মন্ত্ৰেৰে বাকী চাৰিজন ককায়েকক বধ কৰি তেওঁবিলাকৰ ৰাজ্য কাঢ়ি ল'বলৈ বিক্ৰান্তক উচটাই দিলে। সেই উদ্দেশ্যে যজ্ঞ আৰম্ভ কৰা হ'ল। বাকী চাৰিজনেও এনে ষড়যন্ত্ৰৰ সম্ভেদ পাই গুভোতা যজ্ঞ আৰম্ভ কৰিলে। পৰস্পৰবিৰোধী কৃত্যাবোৰে (দুয়োটা যজ্ঞৰ) পাঁচোজন ৰজা, পুৰোহিত, যোগনিয়াৰ সকলোকে গ্ৰাস কৰিলে।

ৰজা জল্পই সকলো বাতৰি পাই মৰ্মাহত হ'ল। তেওঁ ভাবিলে, তেওঁ জন্ম নধৰাহেঁতেন এই হত্যা সংঘটিত নহ'লহেঁতেন। এনেকৈ শোকাকুল হৈ থাকোতেই বনবাসত বশিষ্ঠক লগ ধৰি প্ৰায়চিত্তৰ ব্যৱস্থা খুজিলে। বশিষ্ঠই দিব্যজ্ঞানৰ সহায়ত ৰজা জল্পক মহাকাল বনলৈ যাবলৈ ক'লে। কুকুটেশ্বৰৰ পশ্চিমে অনাদি লিঙ্গ আছে। জামদগ্ন্যৰ আশ্ৰমত থকা সেই লিঙ্গ বশিষ্ঠই ৰজাক আৰাধনা কৰিবলৈ ক'লে। সেইমতে জল্প ৰজাই মহাকাল বনত অনাদি লিঙ্গত বিধিমতে পূজা-অৰ্চনা কৰিবলৈ ধৰিলে। লিঙ্গৰ ভিতৰৰপৰা দৈৱবাণী হ'ল যে পুত্ৰ, পুৰোহিতসকলৰ মৃত্যুৰ কাৰণে ৰজা জল্প জগৰীয়া নহয়, অদৃষ্টহে জগৰীয়া। জল্প ৰজাই তেতিয়া অক্ষয় যশস্যাৰ বৰ মাগিলত সেয়ে হ'ব বুলি দৈৱবাণীয়ে ক'লে, আৰু লগে লগে জল্প ৰজা শিৱলিঙ্গত লীন গ'ল। সেই তেতিয়াৰেপৰা শিৱলিঙ্গৰ নাম জল্পেশ্বৰ শিৱলিঙ্গ হ'ল। অন্যান্য পুৰাণেও জল্পেশ্বৰ শিৱলিঙ্গৰ স্থান জলপাইগুৰিতেই বুলি কয়।

বুৰঞ্জীত আছে যে জল্প ৰজাইহে অসমত শিৱ পূজাৰ প্ৰচাৰ কৰিছিল। 'প্ৰচাৰ'ৰ অৰ্থ অৱশ্যেই 'প্ৰচলন' নহয়। স্কন্দ পুৰাণৰ মতেই অনাদি শিৱলিঙ্গ আগৰেপৰাই আছিল। কালিকাপুৰাণতো আছে যে বিষ্ণুৱে যেতিয়া নৰকক প্ৰাগজ্যোতিষপুৰত ৰজা পাতিবলৈ আনিছিল তাৰ আগৰেপৰাই এই ৰাজ্য শিৱই স্বৰাজ্য (শিৱৰ লীলাভূমি) হিচাপে ৰখি আছিল। তাৰ অৰ্থ হ'ল, মিথিলাৰ নৰকাসুৰ অহাৰ আগৰেপৰাই কিৰাত বসতি থকা এই ৰাজ্যত শিৱ উপাসনাই

প্ৰাধান্য পাইছিল। বিষ্ণুৱে নৰকৰ হকে শিৱপৰা অনুমতি লৈছে কিৰাতসকলক ৰাজ্যৰ মাজৰপৰা আঁতৰাই পূবে ললিতা কান্তক সীমা কৰি পূব সাগৰৰ পাৰে পাৰে বহুৱাইছিল। নৰকৰ দিনত দেৱীপূজাই প্ৰাধান্য পোৱাতো শিৱ পূজা গোপনে চলি থাকিল। বশিষ্ঠ মুনিয়ে সন্ধ্যাচলত শিৱকেই আৰাধনা কৰিছিল।

নৰকৰ সময়ৰে শোণিতপুৰৰ ৰজা বাণ মহা শিৱভক্ত আছিল। বাণো অসুৰেই। বাণাসুৰে নৰকাসুৰক শিৱভক্তিৰ প্ৰতি উদ্‌গনি দি শিৱভক্ত কৰি তুলিলে। অথচ নৰকক দেৱীৰ বাহিৰে অন্যৰ প্ৰতি ভক্ত নহ'বলৈ আৰম্ভণিতেই বিষ্ণুৱে আদেশ দিছিল। নৰক বাণাসুৰৰ প্ৰৰোচনাত কামাখ্যাৰ প্ৰতি বিমুখ হৈ উঠিল। এই কথাবোৰৰপৰাই শৈৱ-শাক্তৰ যে তেতিয়ালৈকে মিল হোৱা নাছিল এই কথাও নিশ্চিতভাৱে ক'ব পাৰি।

শিৱই ম্লেচ্ছৰূপ ধৰা (অস্থি-ভস্ম শৰীৰত ধাৰণ) আৰু তেওঁৰ গণসকল ম্লেচ্ছত পৰিণত হোৱাৰ কথা বশিষ্ঠৰ অভিশাপৰদ্বাৰা সংঘটিত হৈছিল বুলি কালিকাপুৰাণত ব্যক্ত হৈছে।

দেৱপূজা আদিতে কামৰূপ সিদ্ধক্ষেত্ৰ হৈ উঠাত মানুহে গোনে গোনেই স্বৰ্গ বা শিৱত্ব পাবলৈ ধৰিলে। এই কথা হোৱাৰ কাৰণে যমৰ কাম নোহোৱা হ'ল। লগে লগে যমৰ মৰ্যাদাও টুটি আহিল, কাৰণ ক্ষমতা নাথাকিলে মৰ্যাদা নেথাকে। যমে এই বিষয়ে অভিযোগ অনাত ব্ৰহ্মা আৰু বিষ্ণু শিৱৰ ওচৰলৈ গৈ যমৰ সন্তুষ্টিৰ কাৰণে নতুনকৈ বসতি কৰা দ্বিজাতিবোৰক শিৱক আঁতৰাবলৈ ক'লে। শিৱই তেওঁৰ গণসকলক আৰু উগ্ৰতাৰা, অপৰাজিতা দেৱীক লগত লৈ কামৰূপৰপৰা দ্বিজাতিবোৰ খেদাবৰ কাৰণে দিহা কৰিলে। উগ্ৰতাৰাই গৈ সন্ধ্যাচলত তপ কৰি থকা মুনি বশিষ্ঠকো আঁতৰিবলৈ ক'লে। তেতিয়া বশিষ্ঠ মুনিয়ে অভিশাপ দিলে যে দেৱীয়ে যেন বামাচাৰ মাৰ্গৰ পূজা পায়। শিৱই আৰু তেওঁৰ গণসকলে ম্লেচ্ছৱৎ ঘূৰি ফুৰাৰ কাৰণে গণসকল ম্লেচ্ছত পৰিণত হ'বগৈ আৰু শিৱই অস্থি-ভস্ম ধাৰণ কৰি ম্লেচ্ছ প্ৰিয় হ'ব।

এই কাহিনীৰ যমৰ অভিযানলৈকে যদি আঁতৰাই দিয়া হয়, কাহিনীৰ পাছৰ কথাখিনিয়ে শিৱভক্তসকলৰ দ্বিজাতিসকলৰ লগত সংঘৰ্ষৰ কথাই ওলাই পৰে। দ্বিজাতিসকলে আগৰেপৰা থকা শিৱক্ষেত্ৰ অধিকাৰ কৰি শক্তিপূজাত গুৰুত্ব দিছিল। বশিষ্ঠই কি উপাসনা কৰি আছিল উগ্ৰতাৰাই হয়তো নাজানিছিল। কিন্তু শিৱই স্বয়ং নাজানিব কিয়? কাৰণ তেওঁৰেতো উপাসনা কৰিছিল বশিষ্ঠই। সেয়ে বশিষ্ঠৰ শাপ এক কাল্পনিক সংযোজন মাত্ৰ। নতুবা বশিষ্ঠই শিৱ উপাসনা কৰাই নাছিল, তেওঁ কেৱল সন্ধ্যাচলত অপেক্ষা কৰিছিল নৰকৰ মৃত্যুৰ কাললৈ। কিন্তু বেতাল-ভৈৰৱক শিৱ উপাসনা কৰাৰ মন্ত্ৰ বশিষ্ঠই দিছিল। সেয়ে তৰ্কৰ অন্তত ক'ব পাৰি যে বশিষ্ঠই শিৱ উপাসনাই কৰিছিল। অভিশাপহে কাল্পনিক

অথবা দ্ব্যৰ্থক কৌশলী অৱতাৰণা। ববং স্থানীয় প্ৰাচীন দেৱী উগ্ৰতাৰাক ওপৰত বামাচাৰী মাৰ্গৰ সংযোজন কৰাত বশিষ্ঠইয়ে আগভাগ লৈছিল। শিৱৰ শৰীৰৰ অস্থি-ভস্ম এহাতে মঙ্গোলীয় উগ্ৰ (manivolent), শ্মশানচাৰী দেৱতাৰ ৰূপ; আনহাতে এই ৰূপ তান্ত্ৰিক ধাৰণাপ্ৰসূত। এই কথাযোৰ গভীৰভাৱে অনুধাৱন কৰিবলগীয়া। বশিষ্ঠই নিজে বামাচাৰ মাৰ্গেৰেহে সিদ্ধিলাভ কৰিছিল। সেয়ে এই ধাৰাৰ তেওঁ নিশ্চয় পৃষ্ঠপোষক আছিল। প্ৰথমে জনজাতীয় আৰু ভূমধ্যসাগৰীয় যোনি দেৱীৰ ওপৰত নৰকে সৰ্বভাৰতীয় শক্তিবাদ জাপিছিল, পাছত বশিষ্ঠই মহাচীনৰ পৰা অনা ধাৰা হয়তো প্ৰবৰ্তন কৰিব খুজিছিল আৰু তেতিয়াই বাধা পাইছিল। পাছত এই যোনি দেৱী 'কামাখ্যা' (কাম আখ্যা) নামলৈ ৰূপান্তৰিত হৈছিল। ৰাজ্যখনৰো নাম কামৰূপ হৈছিল (যিটো নাম তান্ত্ৰিক বুলি প্ৰতীয়মান হয়)।

"চতুৰ্থ শতিকাৰ পৰা দ্বাদশ শতিকাৰ ভিতৰত পুষ্যবৰ্মা, শালস্তম্ভ আৰু ব্ৰহ্মপাল বংশৰ হিন্দুৰজাসকলৰ মাজত শৈৱধৰ্মৰ প্ৰাধান্য প্ৰতিষ্ঠিত হোৱা যেন অনুমান হয়। তেওঁলোকৰ তাম্ৰ শাসনবোৰত বিষ্ণু আৰু দেৱীৰ উল্লেখ বৰ বেছি নহয়। এই ৰজাসকলে নিজকে, নৰক, ভগদত্ত আৰু বজ্ৰদত্তৰ বংশধৰ বুলি বৰ্ণনা দিয়ে। ফলিবোৰত ভগদত্ত আৰু বজ্ৰদত্তক শিৱভক্ত বুলি কোৱা হৈছে। ভাস্কৰ বৰ্মাই তেওঁৰ নিধানপুৰ তামৰ ফলিত শিৱক সভক্তি প্ৰণাম জনাইছে। তেওঁৰ শিৱ পিনাকপাণি, চন্দ্ৰলেখা, কিৰীটিৰে শোভিত, ভস্মৰঞ্জিত আৰু সৌন্দৰ্যত কাম দেৱতকৈও অধিক। বানভট্টৰ 'হৰ্ষচৰিত'তো ভাস্কৰবৰ্মাৰ ঐকান্তিক শিৱভক্তিৰ কথা পোৱা যায়। ইয়াত কামৰূপ ৰজাৰ দূতে হৰ্ষবৰ্দ্ধনক জনাইছে যে, শৈশৱৰেপৰা শিৱৰ বাহিৰে আন দেৱতাক পূজা নিদিবলৈ ভাস্কৰবৰ্মা কৃতসঙ্কল্প। নৱম শতিকাৰ বনমালদেৱৰ ফলিত এইজনা ৰজাই হাটক শিৱৰ এটি মন্দিৰ পুনৰ্নিৰ্মাণ কৰি মন্দিৰৰ নামত গাঁও, পৰিচৰ হাতী আৰু বেশ্যা দিয়াৰ এটি সুন্দৰ বৰ্ণনা আছে। একেখন ফলিতে ৰাজধানী হাৰুপেশ্বৰৰ কাষৰ কামকূট পৰ্বতত শ্ৰীকামেশ্বৰ আৰু মহাগৌৰীৰ থানৰ উল্লেখ আছে। বনমালৰ শিৱভক্তিৰ প্ৰমাণ তেওঁৰ নাতি বলবৰ্মাৰ ফলিতো আছে। তাত কোৱা হৈছে, বৃদ্ধ বলবৰ্মাই পুতেকৰ কান্ধত ৰাজ্যভাৰ অৰ্পণ কৰি মহেশ্বৰৰ জ্যোতিত বিলীন হৈ গ'ল। এই ফলিবোৰত শিৱক নানা বিশেষণেৰে বিভূষিত কৰা হৈছে আৰু সিবোৰৰপৰাই পুৰাণত উক্ত তেওঁৰ বিবিধ মাহাত্ম্য স্পষ্ট হৈ উঠে। ইন্দ্ৰপাল ৰজাৰ গুৱাহাটী ফলিত গৌৰীয়ে শিৱক দ্যূতক্ৰীড়াত ঘটুৱা আৰু তেওঁৰ পৰশু, বৃষভ, অৰ্ধচন্দ্ৰ আদি সকলো পণত লাভ কৰাৰ কাহিনী সৃষ্টি কৰা হৈছে। গৌৰীয়ে শিৱক ঘূৰাই দিলে কিন্তু ক'লে যেন তাৰ পৰিৱৰ্তে তেওঁ গঙ্গাক তেওঁৰ জলবহা অৰ্থাৎ

পানী যোগাতীৰণে পায়। ইন্দ্ৰপাল শিৱ আৰু গিৰিজা দুইৰে ভক্ত। ইন্দ্ৰপালৰ নাতি ধৰ্মপালৰ কলিত (১২শ শতিকা) শিৱৰ অৰ্ধনাৰীশ্বৰ ৰূপ অংকন কৰি প্ৰণাম জনোৱা হৈছে।"[১] (২) ইন্দ্ৰপালৰ নাতি গোপাল বৰ্মদেৱৰ শাসনতো শিৱভক্তি পোৱা গৈছে। মহাৰাজ বলভদেৱ আৰু তেওঁৰ পিতৃ-ভ্ৰাতৃ শৈৱ আছিল তথা পাল ৰজাসকল শৈৱই আছিল। প্ৰাক আহোম যুগত আনুমানিক সপ্তম শতিকা আৰু ত্ৰয়োদশ শতিকাৰ ভিতৰত কেইবাটিও স্থাপত্যৰ নিদৰ্শন পোৱা গৈছে আৰু এইকেইটা শিৱমন্দিৰৰূপেই চিহ্নিত হৈছে। অৱশ্যে এইকেইটি ধ্বংসাৱশেষ ৰূপতহে পোৱা গৈছে। ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে অৱস্থিত ধনুখনা পৰ্বতত শিৱমন্দিৰ দুটিৰ ধ্বংসাৱশেষ পোৱা গৈছে। হৰ্জৰবৰ্মাৰ তেজপুৰ কলিৰ (৮২৯ খ্ৰিষ্টাব্দ) পাঠে ইয়াৰেই সংকেত দিয়ে। তেজপুৰৰ দ' পৰ্বতীয়াত যি ধ্বংসাৱশেষ পোৱা গৈছে সেয়াও শিৱমন্দিৰৰে ধ্বংসাৱশেষ আৰু এইবোৰ গুপ্তযুগৰ শেষৰ কালৰ স্থাপত্যৰ নিদৰ্শনৰ লগত সামঞ্জস্য থকা। পণ্ডিতসকলে এই শিৱমন্দিৰৰ সময় ষষ্ঠ খ্ৰিষ্টাব্দৰ পাছৰ বুলি অনুমান কৰে। আনুমানিক দশম শতিকাৰ আন এটি শিৱ মন্দিৰৰ অৱশেষ তেজপুৰত পোৱা গৈছে। এই ধ্বংসাৱশেষৰ মাজত পোৱা মন্দিৰৰ দ্বাৰ এখনৰ ওপৰৰ শিলত এটি শিৱলিঙ্গ আৰু পাঁচটি সৰু সৰু মন্দিৰৰ আকৃতি খোদিত আছে। তেজপুৰৰ পশ্চিমফালেও শিৱলিঙ্গ থকা মন্দিৰ এটিৰ ধ্বংসাৱশেষ পোৱা গৈছে। বুৰঞ্জীবিদ কনকলাল বৰুৱাৰ মতে এই মন্দিৰ দ্বাদশ শতিকাৰ কামৰূপৰ ৰজা ভিংগদেৱে প্ৰতিষ্ঠা কৰিছিল। সেয়ে এই দেৱালয় ভিঙ্গেশ্বৰ শিৱ দেৱালয়। তেজপুৰৰ বিশ্বনাথ মন্দিৰো প্ৰাক্ আহোম যুগত। একে সময়তে গোলাঘাটৰ নেঘেৰীটিঙৰ শিৱমন্দিৰো নিৰ্মাণ কৰা হৈছিল। আহোম যুগত এই মন্দিৰ পুনৰ্নিৰ্মিত হয় আৰু ধ্বংসপ্ৰাপ্ত আগৰ মন্দিৰৰ ভগা-ছিগা অংশত সন্নিবিষ্ট কৰা হয়। গোলাঘাটৰ নুমলীগড়ৰ দেও পৰ্বতত বৰ্তমানৰ উমানন্দ (গুৱাহাটীৰ) মন্দিৰ থকা ঠাইত আৰু গুৱাহাটীৰ পানীকলৰ ওচৰতো শিৱমন্দিৰৰ ধ্বংসাৱশেষ পোৱা গৈছে।

---

১. ডঃ মহেশ্বৰ নেওগ—পুৰণি কামৰূপৰ শৈৱ ধৰ্ম—প্ৰবন্ধ,নিৰ্বাচিত প্ৰবন্ধ সংকলন।
২. ডঃ ডিম্বেশ্বৰ শৰ্মা—সম্পাদিত, কামৰূপ শাসনাৱলী।

# অসমৰ যোগিনীতন্ত্ৰত শিৱৰ প্ৰাধান্য

নৱম-দশমৰপৰা চৈধ্য শতিকাৰ ভিতৰত বৌদ্ধতন্ত্ৰৰ আদি দেৱ (Lord Supreme) শিৱকে অন্য নামৰূপে পৰিগণিত হৈছে। অসমত ৰচিত 'যোগিনীতন্ত্ৰত' 'আদি দেৱ', 'ভৈৰৱ' নাম বাৰে বাৰে ব্যৱহাৰ হৈছে।

যোগিনীতন্ত্ৰৰ প্ৰথম পটলৰ প্ৰথম শ্লোকটোৱেই "ওঁম নমো মহাভৈৰৱায়" বুলি আৰম্ভ হৈছে ঃ

"কৈলাশ শিখৰাৰুঢ়ঃ শঙ্কৰং পৰমেশ্বৰম্ পপ্ৰচ্ছ গিৰিজাকান্তং পাৰ্বতী বৃষভধ্বজম্।" কৈলাশ শিখৰত অধিষ্ঠিত হোৱা হিমালয়কন্যা পাৰ্বতীৰ স্বামী বৃষভধ্বজ পৰমেশ্বৰ দেৱাদিদেৱ মহাদেৱ শঙ্কৰক পাৰ্বতীয়ে সুধিছে—"হে ভগৱন। সৰ্ব ধৰ্মজ্ঞ! সৰ্বজ্ঞানময় প্ৰভু, আপুনি আগতে শ্ৰীশৈল পৰ্বতত, বাৰানসীত, কামৰূপত কপালত আৰু মন্দৰ পৰ্বতত যাৰ মাহাত্ম্য কীৰ্তন কৰিবলৈ সূচনা কৰিছিল, হে জগদগুৰু সেই যোগিনীতন্ত্ৰৰ বিষয়ে মোৰ আগত কৃপা কৰি কওক।"

সদাশিৱৰ মুখেদি সকলো তত্ত্ব ব্যক্ত হৈছে—"তেওঁ আদি গুৰু।"

দেৱীয়ে যোগিনীতন্ত্ৰত সদাশিৱক ভক্ত বৎসল, জগন্ময় সংসাৰ সাগৰৰ পৰা উদ্ধাৰকৰ্তা আদি বুলি স্তৱ কৰিছে।

যোগিনীতন্ত্ৰৰ প্ৰথম পটলত—আদিনাথক মহাকাল বুলি কোৱা হৈছে। মহাকালীৰ ৰূপ বৰ্ণনা কৰোঁতে নৃত্য-বাদ্য নিৰত, প্ৰচণ্ড প্ৰতাপযুক্ত ভৈৰৱৰদ্বাৰা আৰু শৱ-কঙ্কাল গ্ৰহণকাৰী, জয় শব্দৰ পৰায়ণ ভৈৰৱসমূহৰদ্বাৰা দেৱী পৰিবেষ্টিতা বুলি কোৱা হৈছে। ভৈৰৱ প্ৰসঙ্গত কৰাল ভৈৰৱৰ নামো কেবাবাৰো এই গ্ৰন্থত উল্লেখিত হৈছে।

যোগিনীতন্ত্ৰৰ চতুৰ্থ পটলত শিৱই কৈছে—পুষ্কৰ তীৰ্থত মই সুৰেশান, গয়া তীৰ্থত মই সুসৰ্মদ, কান্যকুব্জত মই বেদগৰ্ভ, ভৃগুকচ্ছত পিতামহ, কৌবেৰীত সৃষ্টিকৰ্তা, নন্দীপুৰত বৃহস্পতি, প্ৰভাসত পদ্মজন্ম, স্বৰ্গনদীত সুৰপ্ৰিয়, দ্বাৰাৱতীত বাগেদৱ, নাটকত নাটকেশ্বৰ, নীলাচলত কামেশ্বৰ, হস্তীপৰ্বতত পিঙ্গল, কুশাৱৰ্তত বিজয়, পুষ্কৰাচলত জয়ন্ত, ভস্মাচলত অভয়ানন্দ, চন্দ্ৰকূটত মাধৱ, অন্তৰ্গৃহত পদ্মহস্ত, মঙ্গলাত ত্ৰ্যম্বক, ভদ্ৰপীঠত দিব্যেশ, অশ্বক্ৰান্তত জনাৰ্দন, অহিচ্ছত্ৰত তুল্যানন্দ, শ্ৰীশৈলত জগৎপ্ৰিয়, কুশহস্তত পদ্মপাণি, মানশৈলত মুনীশ্বৰ, শ্ৰীকণ্ঠত শ্ৰীনিবাস, কন্যাশ্ৰমত ৰুদ্ৰ, মৈনাকত বিশ্বনাদক

(বিশ্বনায়ক), একাম্ৰত নাগেশ, [illegible] মহেশ্বৰ, মুক্তিক্ষেত্ৰত বিষ্ণু, মহেন্দ্ৰগিৰিত ভাৰ্গৱ, কৌশিকীত বোধি, অযোধ্যাত ভাৰ্গৱ, মণিকূটত হয়গ্ৰীৱ, বিন্ধ্যপৰ্বতত বৰাহ, গোদান্ত পৰ্বতত [illegible], [illegible] [illegible], [illegible] পদ্মাৱতী, বিশ্বশৈলত গহ্বৰ, চিত্ৰশৈলত চিত্ৰেশ, দেৱিকাত চতুৰ্ভুজ, বৃন্দাবনত পদ্মপাণি, নৈমিষক্ষেত্ৰত কুশহস্ত, মন্দৰত মহাবোধি, হনুপৰ্বতত গোপীনাথ, ভাগীৰথীত পদ্মগৰ্ভ, কাম্পিল্যত কনকাপ্ৰিয়, [illegible] [illegible], কপোতত হব্যবাহন, অৰ্বুদত বশিষ্ঠ, শ্বেতনদীত মনোভৱ, ধৱলাত পিনাকী, পিঙ্গলাত ত্ৰিবিক্ৰম, অগস্ত্যত যজ্ঞগৰ্ভ, উৰ্বশীত মধুসূদন, কস্মিনীশত হৰি, পৈত্ৰিকত [illegible], [illegible] বাসন্ত, কাশীত বিশ্বেশ্বৰ, প্ৰয়াগত প্ৰজাপতি, বিদৰ্ভত বিজয়শ্ৰী, কণ্ঠপীঠত [illegible], মাতঙ্গত ত্ৰ্যম্বক, নন্দশৈলত ত্ৰিপুৰাৰি, শঙ্খশৈলত ত্ৰিলোচন, গয়াহ্ৰদত ত্ৰিলোকেশ, ভিত্তিপুৰীত দিবাকৰ, যমটক্ষেত্ৰত মিথিলা নাথ, [illegible] [illegible], দাৰুবনত মহালিঙ্গ, অশোকত বিনাশক, চন্দ্ৰকাত হৰিসেন। পৰ্ণাটত অনন্ত, সিদ্ধবাটত মাৰ্কণ্ডেয়, ইক্ষুবাৱত দিবাকৰ, গোকৰ্ণত বিকৰ্ণ, মন্দাৰত মধুসূদন।

অতি লক্ষ্যণীয় যে শিৱৰ লগত বিষ্ণুৰ নামৰ সম্পূৰ্ণ সাদৃশ্য আছে।

## যোগিনীতন্ত্ৰত বৰ্ণিত অসমৰ শিৱস্থান

"য'ত যোনি মুদ্ৰা স্বৰূপিনী দেবী কামেশ্বৰী আছে, ত'ত ভূগোল পীঠত গোলোকেশ্বৰ বিদ্যমান আছে। ধৰ্মপীঠ মহাপীঠত কামেশ্বৰ হৰ বিদ্যমান।" ২৩-২৪।।

"য'ত অযোধ্যাৰণ্য, পুণ্যময় ধৰ্মাৰণ্য আৰু ৰুচাত্মক মহাৰণ্য আছে তাতেই পাতাল শঙ্কৰ আছে।" ২৫-২৬

হে মনোৰমে : পূবে গণ্ডকী নদী, পশ্চিমে বিষ্ণুযুগ, দক্ষিণে বৃষভ লিঙ্গ আৰু উত্তৰে কদলীবন এয়েই চাপাকাৰ মধ্যতম পীঠ। ২৭-২৮।।

ত্ৰিকোণ পীঠ, প্ৰবৰ পীঠ আৰু অশোক পীঠ। এই তিনিখন মহাদেৱৰ পৰম ক্ষেত্ৰ।

য'ত কামেশ্বৰ মহাদেৱ আছে তাতেই মধ্যপীঠ, মধ্যপীঠ আৰু চম্পাৱতী নৈ বৈ গৈছে। ।। ৩৭।। য'ত ৰুদ্ৰপদ যুগল আছে সেই স্থানেই মহাক্ষেত্ৰ কন্যাশ্ৰম আৰু একাম্ৰ নামৰ পৰমক্ষেত্ৰ। তাতেই নাগশঙ্কৰ বিদ্যমান। ৩৮।।

য'ত বিশ্বেশ্বৰ হৰ বিদ্যমান তাকেই মানসক্ষেত্ৰ বোলে আৰু তাকেই নাটকাৰণ্য আৰু চম্পকাৰণ্যও বোলে। ৩৯।।

দিককৰৰ বায়ুকোণত অতি দুৰ্লভ নীলপীঠ আছে য'ত যোনিস্বৰূপিনী কামেশ্বৰী দেৱী বিদ্যমান, য'ত পাৰিজাত মহাক্ষেত্ৰ আছে ত'তেই আদিত্যশঙ্কৰ আছে— ৪৫-৪৬।।

সৌমাৰ নামৰ মহাপীঠত শিৱতত্ত্বপীঠ আছে। বক্ৰ শৈবেশ্বৰ লিঙ্গ আৰু কমলা শিলা অৱস্থিত আছে। ৫১।।

কেদাৰক্ষেত্ৰ নামে ঠাইত কেদাৰ শঙ্কৰ আছে। শিৱাৰণ্য, নাথকলিঙ্গৰ, উপৰিও আছে বাৰাহীপীঠ, কোলপীঠ, কুমাৰক্ষেত্ৰ, নন্দনক্ষেত্ৰ, শাশ্বতী ক্ষেত্ৰ মাতঙ্গন, সিদ্ধাৰণ্য আৰু বিপুল বনত কোটি কোটি লিঙ্গ আৰু কোটি কোটি গণ।

যোগিনীতন্ত্ৰৰ চতুৰ্থ পটলত কোৱা হৈছে যে, কামৰূপৰ নীলাচলত কামেশ্বৰ নামে আৰু মণিকূটত হয়গ্ৰীৱ নামে স্বয়ং শিৱ বাস কৰি আছে। চতুৰ্থ পটলত বিজয় নামৰ তীৰ্থত বিজয় নামৰ শিৱলিঙ্গ আছে। কাষতেই যোগীশ নামৰো লিঙ্গ। ইন্দ্ৰ শৈলৰ দক্ষিণে সকলো তীৰ্থৰ শ্ৰেষ্ঠ যি সূৰ্য্য তীৰ্থ আছে তাতে মহাদেৱ হৰে সদায় বাস কৰে।

যোগিনীতন্ত্ৰৰ পঞ্চম পটলত কোৱা হৈছে, মানশৈলৰ বায়ুকোণত থকা বৰাহ নামে পৰ্বতৰ পশ্চিম পাৰত সোণেশ্বৰ নামে শিৱলিঙ্গ আছে। এই ঠাই প্ৰভাত তীৰ্থ নামে প্ৰসিদ্ধ। ৩৮।।

যোগিনীতন্ত্ৰৰ পঞ্চম পটলত উল্লেখ আছে যে নাটকাচলৰ পূৰ্ব দিশত মতঙ্গ নামে পৰ্বত আছে। তাৰ অগ্নিকোণত থকা জয়াচল পৰ্য্যন্ত শিৱৰ অন্তৰ্গৃহ। ৪৩-৪৪।।

যোগিনীতন্ত্ৰৰ অষ্টম পটলত আছে যে ধৰ্মাৰণ্যত থকা কোটি লিঙ্গ দৰ্শন কৰিলে দেৱতাৰ শৰীৰ লাভ হয়। কামতীৰ্থৰ উত্তৰে ত্ৰিশ ধনু আঁতৰত থকা কোটি লিঙ্গ দৰ্শন কৰিলে বাজপেয় যজ্ঞৰ ফল লাভ হয়। ৬৭, ৬৮।।

কোটি লিঙ্গৰ দক্ষিণফালে গাতে লগা যি শিলা আছে তাক বেতাল মহাদেৱ বোলা হয়।

যোগিনীতন্ত্ৰৰ নৱম পটলত আছে যে বৰাহক্ষেত্ৰ আৰু কামৰূপৰ মাজত থকা আঠধনু পৰিমাণৰ যি কুণ্ড সেয়া হৈছে অভীষ্টদায়ক অপূৰ্ণভৱ কুণ্ড। এই স্থানৰ অধোভাগত যোগীসকলৰ পৰম যোগ জ্ঞানদাতা যোগীশ্বৰ আছে। অপূৰ্ণভাৱৰ পূৰভাগ ন ধনু অন্তৰত সাত ধনু পৰ্যন্ত বিস্তৃত বাৰানসীয়ক কুণ্ড আছে। তাৰ পূবে পাঁচ ধনু দীঘলে মাৰ্কণ্ডেয় হ্ৰদ আছে, তাত স্নান কৰিলে শিৱলোক প্ৰাপ্ত হয়। সেই হ্ৰদৰ উত্তৰে মাৰ্কণ্ডেশ্বৰ নামে শিৱ আছে। ৫৪।।

যোগিনীতন্ত্ৰৰ নৱম পটলত আছে সদনৰম্য পৰ্বতৰ শিখৰত সদৰস্থিত শঙ্কৰ। কেদাৰ নামৰ মহাদেৱৰ সেই অব্যয় লিঙ্গ.....৬৬/৬৮.... কেদাৰ নামৰ শিৱ শুক্ল বৰ্ণ, শুক্ল বৃষভৰ ওপৰত অধিষ্ঠিত, পদ্মাসন কৰি থকা, শুক্লবৰ্ণ নাগৰ দ্বাৰা যজ্ঞ উপবীতধাৰী, বৰদ অভয় হস্তযুক্ত, চন্দ্ৰ-সূৰ্য্য অগ্নিসদৃশ উজ্জ্বল চকু, জঁটা-মুকুটৰ ওপৰত চন্দ্ৰশোভিত, শুক্লভস্মৰদ্বাৰা শৰীৰ আবৃত, অৰ্দ্ধনাৰীশ্বৰ, পাঁচমুখ, তিনিচকু, স্ববাম তৎপুৰুষ, অঘোৰ, ঈশান, সদ্য, পশ্চিম, ডম্বৰু, খড়্গধাৰী, খড়্গ, গো-ক্ষীৰ, বৰ্ণ-উত্তৰ বামদেৱ, শঙ্খ-চক্ৰধাৰী, তপ্ত সুবৰ্ণসদৃশ পূৰ্বদিশে তৎপুৰুষ আৰু গদা পদ্মধাৰী পৰম স্বচ্ছ সিন্দুৰসদৃশ বৰ্ণ, দক্ষিণে অঘোৰ, ত্ৰিশূল, কপিল, বিকট দ্ৰষ্টা, নীলমেঘ, অঞ্জনসদৃশ—এনেবোৰ লক্ষণযুক্ত কেদাৰ নামৰ শিৱৰ ধ্যান কৰি শিৱ তন্ত্ৰৰদ্বাৰা পূজা কৰি পুষ্পাঞ্জলি দান কৰিব। ৭১।।

কেদাৰৰ উত্তৰে তিনিপাত কাঁড় নিক্ষেপণৰ অন্তৰত পৌণ্ডক নগৰক্ষেত্ৰত কমলাক্ষ হৰ। ৭৮।। অতি উত্তম মন্দাৰক পৰ্বতত ককুদেশ্বৰ হৰ। ৮৫।। সেই ঠাইতে ভাব ভূতেশ্বৰ মহাদেৱ। ৮৭।। পাত্ৰৰ পূবফালে পিশাচমোচন নামে তীৰ্থত কাল ভৈৰৱ মহাদেৱৰ স্থান। ৯৩।। পিশাচমোচন তীৰ্থৰ পূবফালে থকা বৃষভাকৃতি কৃষ্ণ গৌৰবৰ্ণ শূলধাৰী মহাদেৱ। ৯৪।।

ব্যাঘ্রেশ্বৰ দেৱৰ দক্ষিণে দেৱৰ দুৰ্লভ স্বয়ম্ভু লিঙ্গ। এই স্বয়ম্ভু লিঙ্গ পূৰ্বকালে স্থিত। গতিকে এই স্থান অতি শ্ৰেষ্ঠতম। ৯৯।। ব্যাঘ্রেশ্বৰৰ ঈশান কোণত দহধনু অন্তৰত কৃত্তিকামেশ্বৰ নামে লিঙ্গ যোনি প্ৰতিষ্ঠিত আছে। মদনাচলৰ ঈশানকোণত তিনিপাত কাঁড় মাৰিব পৰা আঁতৰত সপ্ত পাতাল ভেদক বিখ্যাত বাণেশ্বৰ লিঙ্গ প্ৰতিষ্ঠিত। ১০১।।

# অসমত পোৱা শিৱমূৰ্তি

অসমত যি অনুপাতে শিৱলিঙ্গ আৰু শিৱমন্দিৰ পোৱা গৈছে সেই অনুপাতে শিৱমূৰ্তি পোৱা হোৱা নাই। প্ৰায় সকলোবোৰ শিৱমন্দিৰ আৰু শিৱথানত শিৱলিঙ্গৰেই প্ৰাধান্য পোৱা যাৱে শিৱমূৰ্তিৰ সংখ্যা কমকৈ পোৱা গৈছে। এইবিলাকৰ ভিতৰত অসমত পোৱা শিৱমূৰ্তিসমূহ এনেদৰে ভগাব পাৰি—

(১) শিৱপট্টত থকা মূৰ্তি।

(২) অকলে থকা শিৱমূৰ্তি।

(৩) পাহাৰ বা ডাঙৰ শিলত কটা মূৰ্তি।

তেজপুৰৰ কোলপাৰ্কত পুৰণি মন্দিৰৰ ভগ্নাৱশেষৰ মাজৰপৰা উদ্ধাৰ কৰা শিৱপট্ট এটি পোৱা গৈছে। সেই শিৱপট্টৰ দেৱকোষ্ঠত শিৱৰ মূৰ্তি দেখা গৈছে। এই মূৰ্তি শিৱৰ ঈশান মূৰ্তি বুলি ক'ব পৰা যায়। শিৱ দ্বিভুজ। আৰু সমপদস্থানক ভঙ্গীত দণ্ডায়মান। তেওঁৰ দুয়োকাষে সহচৰী দেখা গৈছে। শিৱপট্টটোত থকা তিনিটা মূল দেৱকোষ্ঠত ব্ৰহ্মা, বিষ্ণু আৰু শিৱক সহচৰীৰে সৈতে স্থাপন কৰা হৈছে।

এই তিনিটা মূল দেৱকোষ্ঠৰ মাজৰ অংশত থকা সৰু দেৱকোষ্ঠ কেইটামানত সূৰ্য আৰু নৱগ্ৰহৰ মূৰ্তি আছে।

নগাঁও জিলাৰ কামপুৰৰ ওচৰৰ চাংচেকী বৰ নামঘৰত একেধৰণৰ শিৱপট্টত ব্ৰহ্মা, বিষ্ণু আৰু শিৱক সহচৰীৰে সৈতে খোদিত কৰা হৈছে। সেই শিৱপট্টতো সূৰ্য আৰু নৱগ্ৰহৰ মূৰ্তিও আছে। ইয়াত শিৱৰ ৰূপ চতুৰ্ভুজ আৰু সমপদস্থানক ভঙ্গীত দণ্ডায়মান। তেওঁৰ যি আয়ুধ দেখা গৈছে সেয়া স্পষ্ট নহয়।

শোণিতপুৰ জিলাৰ শিঙৰীত যি শিৱপট্ট উদ্ধাৰ পাইছে তাতো ব্ৰহ্মা, বিষ্ণু আৰু শিৱক একে ধৰণেৰেই ৰূপ দিয়া গৈছে। লগতে সূৰ্যৰ নৱগ্ৰহৰ মূৰ্তিও দেখা গৈছে। অন্য শিৱপট্টত পোৱাৰ দৰেই শিৱৰ ভঙ্গী সমপদস্থানক ভঙ্গী।

একেই ৰূপৰ অন্য এটা শিৱপট্ট চাংচেকীৰ কাৰৈয়াবাৰীত পোৱা গৈছে। দেৱকোষ্ঠত চতুৰ্ভুজৰূপী শিৱ সমপদস্থানক ভঙ্গীত দেখা গৈছে। তেওঁৰ পৰিধানত জঁটা, মুকুট, কুণ্ডল, বৈজয়ন্তী, কটিমেখলা আৰু কটিবস্ত্ৰ।

ওপৰৰ সোঁহাতত ডমৰু, ওপৰৰ বাওঁহাতত ত্ৰিশূল, আৰু তলৰ সোঁহাতত মালা, তলৰ বাওঁহাতৰ আয়ুধ স্পষ্ট নহয়। তেওঁৰ সোঁকালে গণেশ আৰু বাওঁকালে আছে কাৰ্তিকৰ মূৰ্তি।

একে ধৰণৰ আৰু দুটা শিৱপট্টি হাওৱাঘাট অঞ্চলতো পোৱা গৈছে। ইয়াতো শিৱৰ ভঙ্গী সমপদস্থানক। শিৱপট্টিটোত লতা-পাত আদিৰে অলংকৰণ আছে।

**নকুলীশ শিৱ ঃ** অসমত উদ্ধাৰ হোৱা অতি প্ৰাচীন শিৱৰ মূৰ্তি এটি হৈছে শিৱৰ নকুলীশ ৰূপ। নকুলীশ শিৱক শিৱৰ অষ্টাবিংশ অৱতাৰ বুলি ধৰা যায়। তেওঁকে পাশুপত মতবাদৰ স্ৰষ্টা বুলি কোৱা হয়।

নকুলীশ শিৱৰ দুটা মূৰ্তি অসমত উদ্ধাৰ হৈছে। প্ৰথম মূৰ্তিটো আছে দ-পৰ্বতীয়াৰ দ্বাৰ শিৱপট্টিত। ইয়াত তেওঁক উৎকটিকাসন ভঙ্গীত ঊৰ্দ্ধমেঢ্ৰ অৱস্থাত দেখা গৈছে। যোগপট্ট এখন তেওঁৰ আঁঠুত মেৰখাই আছে। দ্বিভুজৰ এই নকুলীশৰ মূৰ্তিৰ হাত দুখন ধৰ্মচক্ৰপ্ৰৱৰ্তন মুদ্ৰাত আৰু এটা লকুট তেওঁৰ বাওঁবাহু আৰু শৰীৰৰ মাজত আছে। মূৰত আছে জঁটা মুকুট। তেওঁৰ সহচৰীৰূপে দুগৰাকী নাৰী আলীঢ় ভঙ্গীত উপবিষ্ট। তেওঁবিলাকৰ অঞ্জলিহস্ত মুদ্ৰাও দেখা গৈছে।

দেৱস্থানত উদ্ধাৰ হোৱা এটি শিৱপট্টিত ক্ষুদ্ৰ নকুলীশৰ আন এটি মূৰ্তি পোৱা গৈছে। দ-পৰ্বতীয়াৰ মূৰ্তিটোৰ দৰে এইটো মূৰ্তিও একে।

**উমা-মহেশ্বৰৰ মূৰ্তি ঃ** মৎস্য পুৰাণত উমা-মহেশ্বৰৰ মূৰ্তি নিৰ্মাণৰ নিৰ্দেশ পোৱা যায়। অসমত উমা-মহেশ্বৰৰ কেইবাটিও মূৰ্তি পোৱা গৈছে। ইয়াৰ ভিতৰত স্বয়ং প্ৰকাশ মূৰ্তি আৰু পাহাৰৰ গাত কটা মূৰ্তি—এই দুয়োবিধেই আবিষ্কাৰ হৈছে। সুকীয়াকৈ পোৱা মূৰ্তি হাওৱাঘাটৰ ৰৰভঙ্গা, ডবকাৰ মিকিৰ আটি, ৰাজবাৰী, যোগীজান, মদন কামদেৱ ইত্যাদি স্থানত উদ্ধাৰ হৈছে। এনে মূৰ্তি অসম ৰাজ্যিক সংগ্ৰহালয়তো সংৰক্ষিত হৈছে। শিৱক ইয়াত দ্বিভুজ ৰূপত দেখা গৈছে, দ্বিদল পদ্মপীঠৰ ওপৰত ললিতাসন ভঙ্গীত উপবিষ্ট। ইয়াত শিৱৰ সোঁভৰিখন তললৈ ওলমি থকা আৰু বাওঁ ভৰিখন পদ্মপীঠৰ ওপৰত আসীন। উমা-শিৱৰ বাওঁ উৰুৰ ওপৰত বহি আছে, উমাৰ সোঁভৰি তললৈ ওলমি আছে আৰু বাওঁ ভৰিখন আসনৰ ওপৰত ৰখা হৈছে। শিৱৰ সোঁহাতত ধতুৰা ফুল। তেওঁৰ বাওঁ হাতখনে উমাক আলিংগন কৰি আছে। আৰু পিঠিফালেদি আহি হাতখনে উমাৰ বাওঁ স্তন স্পৰ্শ কৰিছে। উমাই সোঁহাতেৰে শিৱৰ কান্ধ সাৱটি আছে। বাওঁ হাতখন আঁঠুৰ ওপৰত ভেজাদি থকা ভঙ্গীত। উমাৰ হাতত দৰ্পণ বা পদুমৰ কলি দেখা যায়। শিৱৰ শিৰত জঁটা মুকুট। শৰীৰত কুণ্ডল, হাৰ, কেয়ূৰ, কঙ্কণ, নেপুৰ আদি অলংকাৰেৰে বিভূষিত। শিৱৰ উৰ্দ্ধ লিঙ্গ স্পষ্টভাৱে

ৰূপ পাইছে। উমাৰো শিৰত জঁটা বা মুকুট। শৰীৰত কুণ্ডল, হাৰ, কেয়ূৰ, বলয় আদি অলংকাৰ। কটিবস্ত্ৰ আৰু কটি মেখেলাও সুন্দৰকৈ দেখা যায়।

মদন-কামদেৱতো উমা-মহেশ্বৰৰ একেই ৰূপৰ এটি মূৰ্তি আছে। ইয়াত শিৱ দ্বিভুজ। ইয়াতো উমা কমনীয় ভঙ্গীত শিৱৰ উৰুৰ ওপৰত আসীনা। কামাখ্যা পাহাৰ, ৰবালী-মৰা (তেজপুৰ), দেৱস্থান (মৌলজা), আৰু দেওপানীত উমা-মহেশ্বৰৰ দ্বিভুজ ৰূপৰ মূৰ্তি পোৱা গৈছে।

অসমৰ মহামায়া থান, দেৱস্থান, (মৌলজা) আদিত পোৱা উমা-মহেশ্বৰৰ মূৰ্তি কিছুমানৰ কোনো কোনোটো চতুৰ্ভুজ শিৱ আৰু দ্বিভুজা উমা। এনে ধৰণৰ মূৰ্তি অসমৰ ৰাজ্যিক সংগ্ৰহালয়ত আছে। একেই মূৰ্তি বিশ্বনাথঘাট, বুঢ়া মায়ং পাহাৰ, কাছশিলা পাহাৰ (মায়ং), আৰু গণেশ পাহাৰ (মায়ং) আদিত পোৱা গৈছে। যোগীজানত পোৱা উমা-মহেশ্বৰৰ মূৰ্তিৰ উমাক পাৰ্শ্বৰূপত দেখুওৱা হৈছে। উমা শিৱৰ বাওঁ উৰুৰ ওপৰত উপবিষ্ট আৰু তেওঁৰ হাতত দৰ্পণ। আসনৰ তলত শিৱৰ বাহন নন্দী আৰু উমাৰ বাহন সিংহ দেখা গৈছে। শিৱৰ সোঁফালে ত্ৰিশূলো দেখা গৈছে।

মিকিৰআটীত পোৱা মূৰ্তিটোতো শিৱৰ সোঁহাতে ত্ৰিশূল আৰু আসনৰ তলত তেওঁবিলাকৰ বাহন নন্দী আৰু সিংহ দেখা গৈছে। দেৱস্থানৰ মূৰ্তিটো যোগীজানৰ সতে একে।

বিশ্বনাথঘাটত পোৱা উমা-মহেশ্বৰৰ মূৰ্তিটোত শিৱৰ ৰূপ চতুৰ্ভুজ। শিৱ ললিতাসন ভঙ্গীত দ্বিদল পদ্মপীঠৰ ওপৰত উপবিষ্ট। শিৱৰ সোঁহাতত আছে ধতুৰা ফুল আৰু ধতুৰা ফুলৰ ওপৰত এটি সৰ্প। শিৱই সোঁহাতেৰে উমাৰ থুঁতৰি স্পৰ্শ কৰি আছে আৰু বাওঁহাতেৰে উমাক আঁকোৱালি লৈ উমাৰ স্তন স্পৰ্শ কৰি আছে। উমাই সোঁহাতেৰে শিৱক সাবটি আছে। মূৰ্তি দুটাৰ আ-অলংকাৰ আৰু পৰিধান বস্ত্ৰ পৰম্পৰাগত। আসনৰ তলত নিজ নিজ বাহন দুটাৰ মাজত ক্ষুদ্ৰ নৃত্যৰতা নাৰীমূৰ্তি।

প্ৰায় একে ধৰণৰ মূৰ্তি মহামায়া থানতো আছে। দেৱস্থানত পোৱা উমা-মহেশ্বৰৰ আনটো মূৰ্তিত উমা সমুখৰফালে আছে।

বুঢ়া মায়ং পাহাৰ, মায়ঙৰ কাছশিলা আৰু গণেশ পাহাৰত যি উমা-মহেশ্বৰৰ মূৰ্তি পোৱা গৈছে তাৰ ভিতৰত বুঢ়া মায়ং পাহাৰৰ উমা-মহেশ্বৰৰ মূৰ্তিটো দেখাত অতি মনোৰম। শিৱ ইয়াত চতুৰ্ভুজ ৰূপত আলিঙ্গনাবদ্ধ। এই মূৰ্তিটোৰ শিৱ আৰু উমাৰ ভৰি নিজ নিজ বাহনৰ ওপৰত আছে। তেওঁলোকৰ বাওঁফালে শিলাপট্টৰ দাঁতিত ত্ৰিশূল দেখা গৈছে।

কাহুশিলা পাহাৰৰ ওপৰত দুটি উমা-মহেশ্বৰৰ মূৰ্তি কটা আছে। দুয়োটা মূৰ্তিৰ ৰূপ একে ধৰণৰ। অৱশ্যে এটা মূৰ্তিৰ ওপৰত কীৰ্তিমুখ আৰু উড়ন্ত বিদ্যাধৰৰ মূৰ্তি নাই। আনটোত আছে।

গণেশ পাহাৰত পোৱা উমা-মহেশ্বৰৰ মূৰ্তিও বৰ সুন্দৰ। ইয়াত শিৱৰ বাওঁহাত এখনত ত্ৰিশূল আছে।

অসমৰ ৰাজ্যিক সংগ্ৰহালয়ত এটি বিতোপন উমা-মহেশ্বৰৰ মূৰ্তি সংৰক্ষিত হৈ আছে।

**নটৰাজ ঃ** সঙ্গীত, নৃত্যকলা ইত্যাদিৰ অধিষ্ঠাতা দেৱতাৰূপে শিৱক গণ্য কৰা হয়। সৰ্বভাৰতত শিৱৰ মূৰ্তিসমূহৰ ভিতৰত নটৰাজৰ মূৰ্তিৰ সংখ্যাই সকলোতকৈ বেছি পোৱা গৈছে। অসমত মাত্ৰ কেইটিমানহে নটৰাজৰ মূৰ্তি উদ্ধাৰ হৈছে। ষষ্ঠভুজৰ নটৰাজৰ মূৰ্তি এটি বামুণী পাহাৰত পোৱা গৈছে। গুৱাহাটীত যিকেইটি নটৰাজৰ মূৰ্তি আবিষ্কৃত হৈছে তাৰ ভিতৰত প্ৰথমটো ব্ৰহ্মপুত্ৰৰ পাৰত, দ্বিতীয়টো উৰ্বশীত আৰু তৃতীয়টো আমবাৰীৰ খননত। এই মূৰ্তিকেইটি অসম ৰাজ্যিক সংগ্ৰহালয়ত সংগৃহীত হৈ আছে। এই তিনিওটা মূৰ্তিতে শিৱক দশভুজৰূপে ৰূপ দিয়া হৈছে। আৰু তিনিওটা মূৰ্তিতে নন্দীৰ ওপৰত শিৱক নৃত্য কৰা ৰূপ দেখুওৱা হৈছে। শিৱৰ হস্তত গজহস্ত মুদ্ৰা দেখা গৈছে। ত্ৰিশূল, বাণ, দণ্ড, ক্ষেটক খড়্গ, অক্ষমালা, সৰ্প ইত্যাদি আয়ুধ দেখা গৈছে। তেওঁৰ সোঁভৰিখন নৃত্যভংগীৰে ওপৰলৈ তোলা আৰু বাওঁভৰিখন নন্দীৰ পিঠিৰ ওপৰত। শিৱৰ পৰিধানত জটা, মুকুট, কুণ্ডল, হাড়, কেয়ুৰ, বলয়, উপবীত আৰু নেপুৰ দেখা গৈছে। আৰু কটিবস্ত্ৰৰূপে আছে ধুতি। উত্তৰীয়ৰ দুটা মূৰ তেওঁৰ দুয়োফালে ঢৌৰ নিচিনাকৈ উৰি আছে। নন্দীয়ে ওপৰলৈ মূৰ তুলি আনন্দেৰে যেন শিৱৰ ফালে চাই আছে। দ্বিতীয় মূৰ্তিটোত শিৱৰ লগত আছে গণেশ আৰু কাৰ্ত্তিকেয়। আয়ুধ অস্পষ্ট। প্ৰথম মূৰ্তিটোত নটৰাজক এটা বৃত্তাকাৰে ক্ষেত্ৰৰ মাজত ৰূপ দিয়া হৈছে। উৰিষ্যা আৰু বঙ্গদেশতো এনে মূৰ্তি পোৱা যায়।

বৃহৎ আকাৰৰ নটৰাজৰ আনটি মূৰ্তি আমবাৰীত উদ্ধাৰ হৈছিল আৰু দশভুজৰ এই মূৰ্তিটো দেখাত অতি সুন্দৰ। নন্দীৰ পিঠিত নৃত্যভঙ্গীত থকা শিৱৰ শৰীৰত গতানুগতিক অলঙ্কাৰ আৰু বস্ত্ৰ।

এটা কথা মন কৰিবলগীয়া যে পূব ভাৰতৰ নটৰাজৰ মূৰ্তিসমূহ নন্দীৰ পিঠিৰ ওপৰত নৃত্যভঙ্গীত দেখা যায়। আনহাতেদি দক্ষিণ ভাৰতত পোৱা নটৰাজৰ মূৰ্তিত শিৱৰ ভৰিৰ তলত থাকে অপস্মাৰ পুৰুষ (অসুৰ)। এই অপস্মাৰ পুৰুষক শিৱই মৰ্দন কৰা দেখা যায়। পূব ভাৰতত নন্দীৰ পিঠিত থকা

শিৱক বহুভুজ কৰি দেখুওৱা হয়। আনহাতেদি দক্ষিণ ভাৰতত নটৰাজ চতুৰ্ভুজ ৰূপৰ।

অসমৰ মদন-কামদেৱত ষড়ভুজৰ নটৰাজ মূৰ্তিটো পোৱা গৈছে।

**মহেশ :** বিষ্ণু ধৰ্মোত্তৰ পুৰাণ আৰু সুপ্ৰভেদাগমত শিৱৰ মহেশ ৰূপৰ বৰ্ণনা দিয়া আছে। অৱশ্যে এই মহেশ মূৰ্তি সংখ্যাত বৰ বেছি পোৱা হোৱা নাই।

অসম ৰাজ্যিক সংগ্ৰহালয়ত মহেশ মূৰ্তি এটি সংৰক্ষিত হৈছে। এই মহেশ মূৰ্তিৰ পঞ্চমুখৰ ভিতৰত এখন মুখ ভগ্ন অৱস্থাত মহেশ উপবিষ্ট। তেওঁৰ দশভুজৰ আয়ুধবোৰ স্পষ্ট নহয় যদিও জ্ঞানমুদ্ৰা, বৰদ মুদ্ৰা আৰু ত্ৰিশূল আদি দেখা গৈছে। মূৰ্তিটোত জঁটা মুকুট আৰু তেওঁৰ বাহন নন্দীক তলত দেখা গৈছে।

অসম ৰাজ্যিক সংগ্ৰহালয়ত থকা মহেশৰ আনটি মূৰ্তি গুৱাহাটীৰ উজান বজাৰৰপৰা সংগৃহীত। ইয়াতো মহেশ পঞ্চমুখ (এখন মুখ ভগ্ন অৱস্থাত) আৰু দশভূজৰ। শৰীৰত যজ্ঞোপবীত দেখা গৈছে। জ্ঞানমুদ্ৰা বৰদ মুদ্ৰাও দেখা গৈছে। তেওঁৰ মূৰত জঁটামুকুট। তেওঁৰ বাহন নন্দী আসনৰ তলত আছে। মহেশ যোগাসনত উপবিষ্ট।

**হৰিহৰ :** শৈৱধৰ্ম আৰু বৈষ্ণৱ ধৰ্মৰ সমন্বয়ৰ স্বাক্ষৰৰূপে হৰিহৰৰ মূৰ্তি সৰ্বভাৰততে নিৰ্মাণ হৈছিল।

অসমত পোৱা প্ৰথম হৰিহৰৰ মূৰ্তিটো দেওপানীৰপৰা উদ্ধাৰ কৰা হৈছে আৰু এই মূৰ্তিটো অসম ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত হৈছে। মূৰ্তিটো গ্ৰেনাইট পাথৰৰ। মূৰ্তিটোৰ ভঙ্গী সমপদস্থানক ভঙ্গীৰ। মূৰ্তিটোৰ এফালে জঁটামুকুট আনফালে কিৰিটি। চতুৰ্ভুজ মূৰ্তিটোৰ সোঁহাত দুখনত আছে ক্ৰমে অক্ষমালা আৰু ত্ৰিশূল। বাঁওহাত দুখনত শঙ্খ আৰু চক্ৰ। তেওঁ পৰিধান কৰিছে কুণ্ডল, হাৰ, উপবীত, বৈজয়ন্তী কেয়ুৰ, বলয় আৰু নেপুৰ। ইয়াত শিৱৰ উৰ্দ্ধ লিঙ্গ দেখুওৱা হৈছে। শিলাপট্টৰ তলৰ অংশত শিৱৰ বাহন নন্দী আৰু অঞ্জলিহস্ত মুদ্ৰাত বিষ্ণুৰ বাহন গৰুড় আছে। মূৰ্তিটোৰ গাত এখন অভিলেখ আছে।

হৰিহৰৰ আনটো মূৰ্তি উত্তৰ গুৱাহাটীত উদ্ধাৰ হৈছে আৰু অসম ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত কৰা হৈছে। এই চতুৰ্ভুজ মূৰ্তিটো ত্ৰিভঙ্গ ভঙ্গীত দণ্ডায়মান, সোঁহাত দুখনত থকা আয়ুধ ক্ৰমে ডম্বৰু আৰু ত্ৰিশূল। বাওঁহাত দুখনত ক্ৰমে গদা আৰু চক্ৰ। এটা স্পষ্ট ৰেখাৰদ্বাৰা মূৰ্তিটোৰ দুটা ভাগ হৰ আৰু হৰিৰ পাৰ্থক্য দেখুওৱা হৈছে। মূৰ্তিটো গতানুগতিক অলঙ্কাৰ আৰু যত্নেৰে বিভূষিত। ইয়াত হৰৰ জঁটামুকুট আৰু হৰিৰ কিৰীটি মুকুটৰ দুটা অংশ স্পষ্টকৈ দেখুওৱা হৈছে। তেওঁলোকৰ সহচৰী হিচাপে দুজনী নাৰী মূৰ্তি স্থানকভঙ্গীত

আছে। শিৱৰ দক্ষিণত থকা নাৰী মূৰ্তিটোৰ সোঁহাতত আছে দৰ্পণ আৰু মূৰত জটামুকুট, আৰু বিষ্ণুৰ ফালে থকা নাৰী মূৰ্তিটোৰ সোঁহাতত পদ্ম, মূৰত কিৰীট মুকুট। তেওঁলোক ক্ৰমে শিৱৰ পত্নী উমা আৰু বিষ্ণুৰ পত্নী লক্ষ্মী। শৈৱ আৰু বৈষ্ণৱ ধৰ্মৰ মিলন এই মূৰ্তিটোৰ জৰিয়তে সুন্দৰকৈ তাৎপৰ্যত ৰূপ দিয়া হৈছে।

দেওপানীৰপৰা আন এটি হৰিহৰ মূৰ্তি উদ্ধাৰ হৈছে। অৱশ্যে এইটো ক্ষয়প্ৰাপ্ত।

ক্ষয়প্ৰাপ্ত আন এটা হৰিহৰ মূৰ্তি সূৰ্যপাহাৰত আৱিষ্কৃত হৈছে।

**অৰ্দ্ধনাৰীশ্বৰ ঃ** অসমত মাত্ৰ এটা অৰ্দ্ধনাৰীশ্বৰৰ মূৰ্তি পোৱা হৈছে। দেৱস্থানত (মৌলঙ্গ) পোৱা এই মূৰ্তিটো এটা শিলপট্টিত আছে। মূৰ্তিটোৰ এটা ভাগ শিৱৰ আৰু আনটো ভাগ গৌৰীৰ। তেওঁলোকৰ হাতত থকা আয়ুধ আৰু পৰিধান কৰা অলংকাৰ স্পষ্ট নহয়। তেওঁলোকৰ বাহন নন্দী আৰু সিংহ আসনৰ কাষত দেখুওৱা হৈছে। মূৰ্তিটোৰ ওপৰত দুটা উৰন্ত বিদ্যাধৰৰ মূৰ্তি আছে। মূৰ্তিটো ক্ষুদ্ৰ আৰু ক্ষয় যোৱা।

শিৱপুৰাণ, মৎস পুৰাণ, কালিকাপুৰাণ আৰু অংশুমদ্ভেদাগম, শিল্পৰত্ন আদি গ্ৰন্থবোৰত শিৱৰ অৰ্দ্ধনাৰীশ্বৰ ৰূপ বৰ্ণনা আছে।

**ভৈৰৱ ঃ** বিষ্ণুধৰ্মোত্তৰ, ৰূপমণ্ডণ, ৰুদ্ৰযামল আদি গ্ৰন্থত শিৱৰ ভৈৰৱ ৰূপৰ বৰ্ণনা আছে। অসমৰ কামাখ্যা পাহাৰত ভৈৰৱৰ ৰূপ এটি খোদিত হৈ আছে। এই মূৰ্তিটি চতুৰ্ভুজ ৰূপৰ। তেওঁ এটি প্ৰেতৰ ওপৰত ত্ৰিভঙ্গ ভঙ্গীত দণ্ডায়মান। তেওঁৰ হাতত থকা আয়ুধ হৈছে সন্মুখৰ সোঁহাতত শূল আৰু ওপৰৰ সোঁহাতত ত্ৰিশূল, ওপৰৰ বাওঁহাতত অঙ্কুশ আৰু সন্মুখৰ বাওঁহাতত কপাল। ভৈৰৱ ৰূপৰ মূৰ্তি ভয়ঙ্কৰ মূৰ্তি। এই মূৰ্তিটোতো ভয়ঙ্কৰতাৰ চিন দেখা গৈছে। বৃহৎ চকু, বহল নাকৰ পাহি, ডাড়ি-মোচ থকা আৰু দাঁত ওলোৱা। অট্টহাস্য কৰি থকা ভঙ্গীৰ মুখ, চুলি ঊৰ্দ্ধশিখাৰ দৰে আউল-বাউল। তুণ্ডিল প্ৰকট ৰূপে দেখা গৈছে। মানৱ মূৰ্তি এটি অঞ্জলিহস্ত মুদ্ৰাৰে তেওঁৰ কাষত দেখা গৈছে। সেই মূৰ্তিটি হাঁটুকাঢ়ি ভঙ্গীত উপবিষ্ট।

গ্ৰেনাইট পাথৰত কটা আন এটা ভৈৰৱ মূৰ্তি মদন-কামদেৱত আৱিষ্কৃত হৈছে। সাধাৰণ পীঠ এটিৰ ওপৰত দণ্ডায়মান এই ভৈৰৱত চতুৰ্ভুজ আয়ুধ হৈছে ডমৰু, ত্ৰিশূল, পদ্ম, আনটো অস্পষ্ট আৰু আংশিকভাৱে ভগা। সোঁভৰিখনৰ বুঢ়া আঙুলিৰে পীঠ স্পৰ্শ কৰি আছে আৰু বাওঁভৰিখনে নৃত্যভঙ্গীত সামান্য ভাঁজ কৰি থকা।

গুৱাহাটীৰ হেঙ্গেৰাবাৰীত গ্ৰেনাইট পাথৰত কটা দ্বিভুজৰ এটি ভৈৰৱ মূৰ্তি আৱিষ্কৃত হৈছে। এই মূৰ্তিটি অসম ৰাজ্যিক সংগ্ৰহালয়ত আছে। স্থানক

ভঙ্গীত থকা এই মূৰ্তিটোৰ আয়ুধ হৈছে খড়্গ আৰু কপাল। মুণ্ডমালা পৰিহিত এই মূৰ্তিটোৰ মুখ ভয়ংকৰ, দাঁত ওলাই থকা আৰু চকু দুটা বহল।

অসম ৰাজ্যিক সংগ্ৰহালয়ত আৰু দুটি ভৈৰৱ মূৰ্তি সংৰক্ষিত হ'লেও তাৰে এটি ভৈৰৱ মূৰ্তি নহয় যেন লাগে, কাৰণ ডিঙিত মুণ্ডমালা নাই। এই মূৰ্তিৰ শিৰত কিৰীট মুকুট আৰু পৰিধানত বস্ত্ৰ অলংকাৰ দেখা গৈছে। দ্বিতীয় মূৰ্তিটি মদন-কামদেৱত পোৱা ভৈৰৱৰ মূৰ্তিটোৰ নিচিনাই। এই মূৰ্তি প্ৰেতাসনৰ ওপৰত নৃত্যভঙ্গীত থিয় হৈ থকা। প্ৰেতাসনৰ অংশবিশেষ ভগা। তেওঁৰ হাতত থকা আয়ুধ ক্ৰমে ওপৰৰ সোঁহাতত খড়্গ আৰু সন্মুখৰ সোঁহাতত কপাল আৰু বাওঁহাতত থকা আয়ুধ অস্পষ্ট। তেওঁৰ চকু দুটা ডাঙৰ, দাঁত ওলোৱা আৰু ভুণ্ডিল ওলোৱা। তেওঁ মুণ্ডমালা পৰিধান কৰিছে। দুয়োটা মূৰ্তিৰ দুইকাষে দুটাকৈ লঘু ভক্ত আছে।

কামাখ্যাত আন এটা অষ্টভুজৰ ভৈৰৱৰ মূৰ্তি আছে বুলি জনা গৈছে। কামাখ্যাৰ টেঙ্গীটৈওৰ ওচৰৰ মন্দিৰৰ তোৰণৰ কাষত এটা দ্বিভুজৰ স্থানক ভঙ্গীত থকা ভৈৰৱৰ মূৰ্তি পোৱা হৈছে। তেওঁৰ সোঁহাতত ত্ৰিদণ্ড আৰু বাওঁ হাতখন বুকুৰ ওপৰত আৰু হাতত এটা পাত্ৰ আছে। তেওঁ পৰিধান কৰিছে দীঘল মুণ্ডমালা। কামাখ্যাৰ ভোগমণ্ডপত আন এটা ভৈৰৱৰ মূৰ্তি আছে। এই মূৰ্তিটো ওপৰত উল্লেখ কৰা মূৰ্তিটোৰ দৰে একে ধৰণে ৰূপ দিয়া।

অসম ৰাজ্যিক সংগ্ৰহালয়, বামুণীপাহাৰ, উত্তৰ গুৱাহাটীৰ কানাই বৰশীত ভৈৰৱৰ আৰু তিনিটি মূৰ্তি আছে। তাৰে ৰাজ্যিক সংগ্ৰহালয়ৰ মূৰ্তিটোৰ এখন হাতত খড়্গ আৰু প্ৰেতাসনৰ ওপৰত স্থানক ভঙ্গীত উপবিষ্ট। বামুণী পাহাৰত পোৱা মূৰ্তিটো স্থানক ভঙ্গীত থকা। এইটো ভৈৰৱৰ মূৰ্তি ৰাজ্যিক সংগ্ৰহালয়ৰ মূৰ্তিটোৰ দৰেই। কানাই বৰশীৰ মূৰ্তিটো আংশিকভাৱে ক্ষয় পোৱা আৰু মূৰ্তিটোত আছে সেন্দুৰৰ প্ৰলেপ, মুখ ভয়ংকৰ।

অঘোৰ ঃ শিৱৰ অঘোৰ ৰূপৰ বৰ্ণনা পুৰাণ কাৰণাগম, শিৱতত্ত্ব ৰত্নাকৰ আদি গ্ৰন্থত থাকিলেও অঘোৰ মূৰ্তি পাবলৈ বিৰল। অসমৰ উত্তৰ গুৱাহাটীৰ দৌলগোবিন্দ মন্দিৰৰ সন্মুখত যিটি অঘোৰ মূৰ্তি পোৱা গৈছে তাৰ বৰ্ণনা এনে ঃ মূৰ্তিটো গ্ৰেনাইট পাথৰত কটা। চতুৰ্ভুজ অঘোৰ মূৰ্তিটো আলীঢ় ভঙ্গীত দণ্ডায়মান। তেওঁ সন্মুখৰ সোঁ আৰু ওপৰৰ বাওঁ হাতেৰে দীঘল ত্ৰিশূল এপাত ধৰি আছে। আনহাতত থকা আয়ুধ হৈছে ওপৰৰ সোঁহাতত দণ্ড আৰু সন্মুখৰ বাওঁহাতত কপাল। তেওঁৰ সোঁভৰিখন দৃঢ়ভাৱে পীঠৰ ওপৰত আৰু বাওঁভৰিখন ঢিলাকৈ পদ্মৰ ওপৰত আছে। তেওঁ পৰিধান কৰিছে জটামুকুট, কুণ্ডল, হাৰ, কেয়ুৰ, বলয়, উপবীত, মুণ্ডমালা আৰু নেপুৰ। কঁকালত কটিমেখেলা দেখা যায়। মুখৰ চেহেৰাত উগ্ৰ ৰূপ প্ৰতিফলিত হৈছে। ত্ৰিশূলৰ

ওপৰত ক্ষুদ্ৰ মানৱ মূৰ্তি এটা আছে। কাৰোবাক আক্ৰমণ কৰা ভংগীত তেওঁৰ হাতত ত্ৰিশূল দেখা গৈছে। তেওঁৰ কাষত দুটি মানৱ মূৰ্তি সহচৰী হিচাপে দেখা যায়। শিলাপটৰ ওপৰত উৰন্ত গন্ধৰ্বৰ মূৰ্তি আছে।

**গজাসুৰ সংহাৰ : ত্ৰিপুৰান্তক মূৰ্তি :** গজাসুৰ সংহাৰক বা ত্ৰিপুৰান্তক মূৰ্তি শিৱৰ এটি উগ্ৰ ৰূপ। অসম ৰাজ্যিক সংগ্ৰহালয়ত থকা গজাসুৰ সংহাৰক মূৰ্তিটি দেওপাহাৰৰপৰা সংগ্ৰহ কৰা। ক্ষয়প্ৰাপ্ত এই মূৰ্তিটোৰ সোঁভৰিখন ওপৰলৈ উঠা আৰু বাওঁভৰিখন গজমুণ্ড অৰ্থাৎ হাতীৰ মূৰত এক নৃত্যভংগীত আছে। এই চতুৰ্ভুজ মূৰ্তিটিৰ সমুখৰ বাওঁহাতত আছে আয়ুধ ধনু। আন হাতত থকা আয়ুধ অস্পষ্ট। ওপৰৰ সোঁ আৰু বাঁওহাত দুখন ওপৰলৈ উঠা আৰু দুই হাতেৰে হাতীৰ ছাল এখন ধৰি আছে ঠিক মূৰৰ পিছফালে আৰু ছালখন মূৰৰ পিছফালে ঠিক প্ৰভাৱলীৰ দৰে আছে। গজাসুৰ সংহাৰ মূৰ্তিত হাতীৰ ছালখন মূৰৰ পাছফালে প্ৰভাৱলীৰ নিচিনাকৈ থাকে। তেওঁৰ শৰীৰত জঁটামুকুট, পত্ৰকুণ্ডল, হাৰ, কেয়ূৰ দেখা গৈছে।

**শিৱৰ অন্যান্য ৰূপৰ মূৰ্তি :** এইবিলাক মূৰ্তিৰ উপৰিও শিৱৰ বিভিন্ন ৰূপৰ মূৰ্তি অসমত আৱিষ্কৃত হৈছে। ইয়াৰ ভিতৰত নন্দীৰ ওপৰত আসনভংগীত থকা এটি শিৱমূৰ্তি মিকিৰাটিত উদ্ধাৰ হৈছিল। গছতলত পোৱা চতুৰ্ভুজ মূৰ্তি এটা যোগাসন ভংগীত আছে আৰু কেইটামান গণৰ মূৰ্তি অঞ্জলিহস্ত মুদ্ৰাত তেওঁক প্ৰণাম কৰি থকা দেখুওৱা হৈছে। গছতলৰ ৰাস্তাখাত থকা এটা স্থানক ভংগীৰ মূৰ্তিৰ সোঁহাতত অক্ষমালা আৰু বাওঁহাতত ত্ৰিশূল আছে। শিৱৰ শূলপাণি ৰূপৰ মূৰ্তি এটা আভঙ্গ (অতিভঙ্গ) ভংগীত থকা আকাশীগঙ্গাত আছে। তেওঁৰ সৈতে দুজনী নাৰী সহচৰী হিচাপে, এজনীৰ হাতত চোঁৱৰ আৰু আনজনী অঞ্জলিহস্ত মুদ্ৰাত হাতীৰ পিঠিত আঁঠু লৈ আছে। অসম ৰাজ্যিক সংগ্ৰহালয়ত থকা এটা ক্ষয় যোৱা মূৰ্তি, মূৰত জঁটামুকুট আৰু হাতত ত্ৰিশূল আছে। উৰ্বশীত পাহাৰত কটা এটা ক্ষুদ্ৰ মূৰ্তি পদ্মাসন ভংগীত উপবিষ্ট। এই চতুৰ্ভুজ মূৰ্তিটোৰ দুখন হাতত আছে ক্ৰমে অক্ষমালা আৰু ত্ৰিশূল, এখন হাতত থকা আয়ুধ অস্পষ্ট আৰু আনখন হাত ভগা। মূৰ্তিটোৰ তলত নন্দী আৰু মানৱ মূৰ্তি এটা আছে। মানৱ মূৰ্তিটো আলীঢ় ভংগীত উপবিষ্ট আৰু হাত দুখন অঞ্জলিহস্ত মুদ্ৰাত আছে। শিৱৰ এই মূৰ্তিটোৰ কাষত আন এটা শিলত কটা চতুৰ্ভুজ মূৰ্তি পদ্মাসন ভংগীত আছে। তেওঁৰ হাতত থকা আয়ুধ ক্ৰমে পৰশু, অভয় মুদ্ৰা, বৰদ মুদ্ৰা আৰু অক্ষমালা। মূৰ্তিৰ তলত বাহনৰ সলনি পদ্ম আছে। তেওঁৰ মূৰত আছে। জঁটামুকুট। উজান বজাৰৰ ব্যক্তিগত মানুহ এঘৰত এটি নিভোঁপন শিৱৰ মূৰ্তি থকাৰ সন্ধান পোৱা গৈছে। ভগা আৰু

কয়প্ৰাপ্ত মূৰ্তিটো যোগাসন ভঙ্গীত উপৱিষ্ট। ভূমিতলৰ কাষত নন্দীৰ মূৰ্তি আছে।

অসম ৰাজ্যিক সংগ্ৰহালয় বিভাগে মাজবাট চাহ বাগিচাৰপৰা এটা শিৱৰ মূৰ্তি সংগ্ৰহ কৰিছে। মূৰ্তিটো কয়প্ৰাপ্ত আৰু ভগা। মূৰ্তিটোৰ জটামুকুট আৰু শিলপটৰ ওপৰ অংশ সুন্দৰকৈ ৰূপ দিয়া আছে। স্থানক ভঙ্গীত থকা শিৱৰ চতুৰ্ভুজ মূৰ্তি এটি তেজপুৰৰ বৰালীমবা সত্ৰত আছে। কয়প্ৰাপ্ত হোৱা এই মূৰ্তিটোৰ হাতত থকা আয়ুধৰ ভিতৰত কেৱল মাথোন ত্ৰিশূল চিনাক্ত কৰিব পৰা যায়। একে ধৰণৰ শিৱৰ চতুৰ্ভুজ মূৰ্তি এটা (স্থানক ভঙ্গীত থকা) অসম ৰাজ্যিক সংগ্ৰহালয়ত আছে। মূৰ্তিটোৰ আয়ুধৰ ভিতৰত কেৱল ত্ৰিশূলৰ বাহিৰে তেওঁৰ হাতত থকা আন আয়ুধ চিনাক্ত কৰিব পৰা নাযায়। অসম ৰাজ্যিক সংগ্ৰহালয়ত থকা শিৱৰ আন এটি মূৰ্তি বেয়াকৈ কয় হোৱা আৰু ভগা। তেওঁৰ মূৰত জটা আৰু ত্ৰিশূলৰ ওপৰ অংশ সুন্দৰভাৱে ৰূপ দিয়া আছে। শিৱৰ মূৰ্তি মদন কামদেৱ আৰু সূৰ্য পাহাৰত দেখা যায়। আসনভঙ্গীত থকা শিৱৰ মূৰ্তি এটা উত্তৰ গুৱাহাটীৰ দৌলগোবিন্দত আছে। এইটো শিৱ চতুৰ্ভুজ মূৰ্তি। ওপৰৰ সোঁহাতত থকা আয়ুধ হৈছে ত্ৰিশূল আৰু সন্মুখৰ সোঁ আৰু বাওঁ হাত দুখন যোগাসন মুদ্ৰাত উৰুৰ ওপৰত আছে। অসম ৰাজ্যিক সংগ্ৰহালয়ত পোৰামাটিৰ ভাস্কৰ্যত ৰূপ দিয়া দ্বিভুজৰ শিৱৰ মূৰ্তি এটা আছে। মূৰ্তিটোৰ তলত নন্দীক দেখুওৱা হৈছে। আসনভঙ্গীত থকা আন এটা শিৱৰ মূৰ্তি ৰাজ্যিক সংগ্ৰহালয়ত কয়প্ৰাপ্ত অৱস্থাত সংৰক্ষিত কৰা হৈছে।*

*ড° লিলিপদ চৌধুৰীৰপৰা পোৱা সহায় স্বীকাৰ কৰা হৈছে।

# অসমত পোৱা শিৱলিঙ্গ

অসমত শিৱলিঙ্গ প্ৰচুৰ পৰিমাণে পোৱা গৈছে। ইয়াৰ ভিতৰত চতুৰ্মুখ শিৱলিঙ্গ অসমত মাথোন এটাহে পোৱা গৈছে। গুৱাহাটীৰ কামিলীপাৰাত বিচো শিৱলিঙ্গ আৱিষ্কাৰ হৈছে সেইটি ব্ৰহ্মৰ। অষ্টদল পদ্মৰ ওপৰত লিঙ্গটি খোদিত হৈছে। লিঙ্গটোৰ চাৰিওফালে চাৰিখন মুখ আৰু চাৰিখন মুখৰ মাজৰ খালী অংশত সৰ্পমুখ দেখা গৈছে। বিত্তোপনকৈ গঢ়া যোনিপীঠত কেইটিমান ব্ৰাহ্মী হৰফ আছে আৰু তাৰপৰাই অনুমান কৰা হৈছে যে শিৱলিঙ্গটো নৱম শতিকাৰ।

তেজপুৰৰ কেতেকীবাৰীত পঞ্চমুখৰ এটি বিৰল শিৱলিঙ্গ উদ্ধাৰ হৈছে। এই শিৱলিঙ্গটো প্ৰায় চাৰিমিটাৰ ওখ, আৰু ইয়াত ব্ৰহ্মভাগ, বিষ্ণুভাগ আৰু ৰুদ্ৰ ভাগ তিনিওটা ভাগ আছে। ব্ৰহ্মভাগ চতুষ্কোণীয়, বিষ্ণুভাগ অষ্টকোণীয় আৰু ৰুদ্ৰভাগ পঞ্চকোণীয়।

শিৱলিঙ্গটো যোনিপীঠৰপৰা ভাগি পৰাত, মূল ঠাইৰপৰা অলপ আঁতৰত মাটিত থিয় কৰি ৰখা হৈছে। যোনিপীঠ ৫.০৫x৩.০০ মিটাৰ ডাঙৰ। যোনিপীঠৰ মাজ অংশত য'ত শিৱলিঙ্গটো আছিল তাত এতিয়া বাঁহ গজিছে। শিৱলিঙ্গৰ একেবাৰে ওপৰভাগত পাঁচখন মুখ দেখুওৱা হৈছে। অৱশ্যে ই ক্ষয়প্ৰাপ্ত হোৱাত মুখকেইখন স্পষ্ট দেখা নাযায়।

যোগীজানত আঠোটা মন্দিৰৰ ভগ্নাৱশেষৰ মাজৰ বৰ্তমানেও গৰ্ভগৃহত অক্ষত অৱস্থাত থকা শিৱলিঙ্গ পোৱা গৈছে। লিঙ্গৰ সৈতে থকা যোনিপীঠ আকৃতিত আয়তক্ষেত্ৰকাৰ আৰু লিঙ্গসমূহৰ বিষ্ণুভাগ আৰু ৰুদ্ৰভাগ দেখা যায়। ডবকাৰ এটা মন্দিৰত আন এটি শিৱলিঙ্গ পোৱা গৈছে য'ত যোনিপীঠ আকৃতিত বৃত্তাকাৰ।

গোৱালপাৰাৰ পঞ্চৰত্ন ঘাটত এনে বৃত্তাকাৰ যোনিপীঠৰ সৈতে শিৱলিঙ্গ এটি আছে।

অসমত পোৱা শিৱলিঙ্গসমূহ বেছাল্ট শিলত কটা। ইয়াত শিল্প নিৰ্দেশমতেই লিঙ্গৰ তিনিটা ভাগ থাকে। ওপৰৰ অংশ ঘূৰণীয়া, মাজৰ অংশ আঠকোণীয়া আৰু তলৰ অংশ চতুষ্কোণীয়। অৱশ্যে কিছুমান লিঙ্গৰ দুটাহে অংশ থাকে। ওপৰৰ অংশ ঘূৰণীয়া আৰু তলৰ অংশ অষ্টকোণীয়। যোনিপীঠ সাধাৰণতে অসমত আয়ত ক্ষেত্ৰাকাৰহে দেখা যায়। কিছুমান ঘূৰণীয়া বা বৃত্তাকাৰ যোনিপীঠও পোৱা গৈছে। অসমত সৰল শিৱলিঙ্গহে বৰ বেছিকৈ পোৱা যায়।*

---

*ড° নিশিপদ চৌধুৰীৰ সহায় লোৱা হৈছে।

## শিৱ মন্দিৰৰ লগত জড়িত
## পৰিবেশিত কলা আৰু অসমৰ দেৱদাসী নৃত্য

ভাৰতৰ শিৱ মন্দিৰসমূহৰ বেছি ভাগতেই নৃত্য, গীত, বাদ্য, অভিনয় আদি পৰিবেশিত কলাসমূহ প্ৰচলিত থকাৰ বিভিন্ন প্ৰমাণ পোৱা গৈছে। নটৰাজ শিৱক নৃত্য-সঙ্গীতৰ গুৰু হিচাপে আখ্যা দিয়া হয়, শিৱ আখ্যানৰ বিভিন্ন ঠাইত তেওঁক নৃত্য-গীতেৰে সন্তুষ্ট কৰাৰ কাহিনীও বিদিত। পদ্মপুৰাণৰ বৰ্ণনামতে সতী বেউলায়ো এইজনা দেৱতাক নৃত্য-গীতেৰে সন্তুষ্ট কৰিহে স্বামী লখিন্দৰসহ মৃত ভ্ৰাতৃসকলৰ জীৱন ঘূৰাই আনিব পাৰিছিল।

ভক্তসকলে উপাস্য দেৱতাৰ গুণ-গৰিমা বৰ্ণাই গীত গালে, নৃত্য কৰিলে, অভিনয় কৰিলে সেই পৰিবেশ্য কলাৰ লগত ভক্তৰ আবেগ একত্ৰ হয়, ভক্ত কলাৰ লগত একাত্ম হয় তথা ভক্তিৰ শীৰ্ষবিন্দুত ভগৱান প্ৰাপ্তিৰ অনুভৱ হয়। সঙ্গীতৰ ইমানেই শক্তি, ইমানেই মহিমা। সেয়ে শ্ৰব্য দৃশ্য দুয়োবিধ কলাকে ভগৱান প্ৰাপ্তিৰ সোপান বুলি ধৰা ঐতিহ্য প্ৰাচীন কালৰে। শ্ৰীমদ্ভাগৱত পুৰাণত শ্ৰীকৃষ্ণই উদ্ধৱ বান্ধৱক এই সম্পৰ্কত কোৱা কথা তাৎপৰ্যপূৰ্ণ। শিৱ পূজাত, শিৱ ৰাত্ৰিৰ উৎসৱত, শিৱ মন্দিৰসমূহত প্ৰতি সন্ধিয়া ঢোল, কালি, মৃদঙ্গ, খোল মন্দিৰা আদি বাদ্যৰ লগত (বম্ বম্ ধ্বনিৰে মুখবাদ্য কৰি, ডম্বৰুও বজাই) গীত আদি গাই যেনেকৈ শিৱ বন্দনা সভক্তিৰে কৰা হয় তেনেকৈ বাদকসকলৰ সহযোগত মন্দিৰলৈ উচৰ্গা কৰা দেৱদাসীয়ে অতি সুন্দৰ ৰূপসী ভঙ্গীমা প্ৰদৰ্শনেৰে নটৰাজ শিৱক সন্তুষ্ট কৰিবৰ মানসেৰে নৃত্যৰ নৈবেদ্য আগবঢ়ায়। অসমৰ ঐতিহ্যমণ্ডিত শিৱ মন্দিৰ যেনে দেৰৰীটিং শিৱ মন্দিৰ, বিশ্বনাথ শিৱ মন্দিৰ, হাজোৰ শিৱ মন্দিৰ, ডুবি পৰিহৰেশ্বৰ দেৱালয়, বেজেৰাৰ পিঙ্গলেশ্বৰ মন্দিৰ, বংশৰৰ ভূতেশ্বৰ মন্দিৰ; গুৱাহাটীৰ উমানন্দ আদিত নৃত্য-গীতৰ এনে অনুষ্ঠান সম্পাদনিকৈ চলিছিল। ওজাসকলেও পালিসকলৰ সহযোগত এহাতে অৰ্ধ ধাতু নিৰ্মিত মুদ্ৰা ধৰি আনহাতে মুদ্ৰা দেখুৱাই গীত গাই নৃত্য আৰু অভিনয় প্ৰদৰ্শনত শিৱ মহিমাই ব্যাখ্যা কৰি দৰ্শকক মুগ্ধ কৰি, দেৱতাক সন্তুষ্ট কৰিবৰ প্ৰয়াস কৰিছিল। এই ক্ষেত্ৰত জাগৰ গীতৰ উল্লেখ কৰিব পাৰি। ব্যাস গোৱা আৰু বং গোৱা দুয়োপ্ৰকাৰৰ ওজাপালি এই কলাত জড়িত আছিল।

বজাৰৰীয়া পৃষ্ঠপোষকতা এই মন্দিৰবোৰে কেনেকৈ লাভ কৰিছিল তাৰ প্ৰমাণ বজাৰৰীয়া কলিবোৰেই দিয়ে।

# অসমৰ শিৱমন্দিৰৰ দেৱদাসী

অসমৰ বহুতো শিৱমন্দিৰত দেৱদাসী প্ৰথা প্ৰচলিত থকাৰ ইতিহাস পোৱা গৈছে। এই ইতিহাস বিশ্লেষণ কৰি দুটা বহল ভাগত ভগাব পাৰি। প্ৰথমটো হৈছে প্ৰাক্ আহোম কালৰ প্ৰাচীন কামৰূপৰ দেৱদাসীৰ ঐতিহ্য আৰু দ্বিতীয় ভাগটো হৈছে আহোম শাসনকালৰ সময়ত পোৱা দেৱদাসীসকলৰ ইতিহাস।

প্ৰথম ধাৰাটো বিশ্লেষণ কৰি চালে দেখা যাব যে, প্ৰাচীন কামৰূপত যিসকল হিন্দু ৰজাই ৰাজত্ব কৰিছিল তেওঁবিলাকৰ ভিতৰত বৰ্মন, শালস্তম্ভ আৰু পাল ৰজাসকল শৈৱধৰ্মী আছিল। বৰ্মন বংশৰ ৰাজত্বকাল আছিল খ্ৰিষ্টীয় চতুৰ্থৰ পৰা সপ্তম শতিকা। শালস্তম্ভ বংশৰ সময় আছিল খ্ৰিষ্টীয় সপ্তমৰপৰা দশম শতিকা। পালবংশৰ ৰাজত্বৰ সময় আছিল খ্ৰিষ্টীয় দশম শতিকাৰপৰা দ্বাদশ শতিকা।

প্ৰাচীন কামৰূপৰ অতি উল্লেখযোগ্য শিৱমন্দিৰ হ'ল বিশ্বনাথৰ অন্তৰ্গত প্ৰতাপগড়ত নাগাক্ষ নামৰ নৃপতিয়ে নিৰ্মাণ কৰা শিৱমন্দিৰ। এইজনা নৃপতি নৰশঙ্কৰ নামেৰেও পৰিচিত আছিল। এই মন্দিৰ নিৰ্মাণৰ সময় ৩৭৮ খ্ৰি. বুলি অনুমান কৰা হৈছে। তেজপুৰৰ দ-পৰ্বতীয়া গাঁৱৰ শিৱমন্দিৰ নিৰ্মিত হৈছিল ৬০০ খ্ৰিষ্টাব্দত। বিশ্বনাথৰ শিৱমন্দিৰ নিৰ্মাণৰ সময় ৭০০ খ্ৰি.। নেঘেৰিটিং শিৱদ'ল (আগতে যাৰ নাম দেৰগাঁৱৰ শিৱদ'ল আছিল) নিৰ্মাণৰ সময় হ'ব ৮০০ খ্ৰিষ্টাব্দ। হাৰুপেশ্বৰৰ হাটকশূলী শিৱমন্দিৰ নিৰ্মিত হৈছিল ৯০০ খ্ৰিষ্টাব্দত। চতুৰ্থ শতিকাৰপৰা দশম-একাদশ শতিকাৰ ভিতৰত নিৰ্মিত হৈছিল হাজোৰ কেদাৰ শিৱমন্দিৰ, বেলশৰৰ বিল্বেশ্বৰ দেৱালয়, বাইহাটাৰ মদন-কামদেৱ, ডুবিৰ পৰিহৰেশ্বৰ দেৱালয় আদিৰ দৰে প্ৰসিদ্ধ মন্দিৰসমূহ।

সমগ্ৰ ভাৰতবৰ্ষৰ শিৱমন্দিৰসমূহক কেন্দ্ৰ কৰি গঢ়ি উঠা দেৱদাসী প্ৰথাৰ উদ্ভৱ, বিকাশ আৰু আঞ্চলিক বৈশিষ্ট্যসমূহৰ অধ্যয়ন বিভিন্ন স্থানত হৈছে। এই ইতিহাস বৰ দীঘলীয়া আৰু কৰুণ। কেৰালা, তামিলনাড়ু, অন্ধ্ৰপ্ৰদেশ, কৰ্ণাটক, উৰিষ্যা, মহাৰাষ্ট্ৰ, গোৱা, ৰাজস্থান আৰু পশ্চিমবঙ্গৰ উপৰিও কাশ্মীৰতো দেৱদাসী প্ৰথাৰ বিকাশ ঘটিছিল। দাক্ষিণাত্য আৰু উৰিষ্যাৰ মন্দিৰসমূহত যি সময়ত দেৱদাসী প্ৰথাৰ পূৰ্ণ বিকাশ হৈছিল সেই সময়খিনিয়েই আছিল অসমতো দেৱদাসী প্ৰথাৰ পূৰ্ণ বিকাশৰ সময়। অষ্টম-নৱম এই দুই শতিকাৰ ভিতৰতেই

দুশবো অধিক লিপি পোৱা গৈছে আৰু সকলোৱে লিপিতে শিৱমন্দিৰলৈ ভূমি, ধন-সোণ আৰু দেৱদাসী উচৰ্গা কৰাৰ কথা লিপিবদ্ধ আছে। নৱম শতিকাৰ তেজপুৰৰ বনমালদেৱৰ লিপিত পোৱা এই কথাখিনি অসমৰ দেৱদাসীৰ ইতিহাসত এক সুন্দৰ স্বাক্ষৰ ঃ

"..................শ্ৰীশ্ৰী কামেশ্বৰ আৰু মহাগৌৰীৰ শিখৰত অধিষ্ঠিত কামকূট পৰ্বতৰ দাঁতিবিলাক নিৰন্তৰ ধুৱাই থকাৰ কাৰণে অধিক পবিত্ৰ পানীৰে পৰিপূৰ্ণ হৈ আছে। যাৰ পানী গা ধুই থকা তিৰোতাসকলৰ কুচকলৰ দাঁতিত লেপি থোৱা কস্তুৰীৰ যোগে মলিন আৰু সুৰভিত হৈছে আৰু যাৰ সুৱোগাবৰ ওচৰ-পাঁজৰৰ ঠাইবোৰ বেশ্যা তিৰোতাৰ নিচিনাকৈ নানা অলঙ্কাৰদ্বাৰা অলংকাৰ শোভিত আৰু স্পষ্ট, অলপ বয়সীয়া কুমাৰীসকলৰ দৰে শব্দ কৰি থকা কিঙ্কিনীযুক্ত, কৰ্ণাটদেশীয় তিৰোতাৰ দৰে অভিঘাত পালে বেগ বৰ্দ্ধিত হোৱা বাৰাঙ্গনাৰ দৰে চামৰযুক্ত, ৰাৱণৰ অন্তঃপুৰস্থ ৰাক্ষসীৰ দৰে ৰঙা বৰণৰ আৰু বিশাল দাঁত থকা, বায়ু তিৰোতাৰ দৰে অতি বেগৱান, ৰমণীয় মনুষ্যজনৰ দৰে সকলোৰে মনোৰঞ্জক, নৰ্তক পুৰুষসকলৰদ্বাৰা আক্ৰান্ত হোৱা নটীসকলৰ দৰে কঁপনি বাঢ়ি যোৱা, দুৰ্গত দেৱতাসকলৰ দৰে সদায় উচ্চস্থান অভিলাষী, নাও বিলাকৰদ্বাৰা অলঙ্কৃত এনেকুৱা নদীপ্ৰধান লৌহিত্যৰদ্বাৰা ৰক্ষিত সেই হাৰূপেশ্বৰৰ পৰম শৈৱ, পিতৃ-মাতৃৰ পদানুসৰণকাৰী, মহাদেৱাসক্ত মহাৰাজাধিৰাজ শ্ৰীবনমালদেৱৰ কুশল হওক।"

নৱম শতিকাৰ এই লিপিখন ভালকৈ অনুধাৱন কৰিলেই বুজিব পাৰি যে প্ৰাচীন কামৰূপত নৱম শতিকাৰ বহুতো আগৰেপৰাই দেৱদাসীৰ পৰম্পৰা শিৱমন্দিৰসমূহত প্ৰচলিত আছিল।

প্ৰাচীন কামৰূপত ১২০৬ খ্ৰিষ্টাব্দৰেপৰা ছয়-সাতবাৰকৈ হোৱা মুছলমান আক্ৰমণৰ ফলত সামাজিক-অৰ্থনৈতিক যি তীব্ৰ সংকট সংঘটিত হৈছিল তাৰেই পৰিণতিস্বৰূপে সাংস্কৃতিক জীৱনো বিধ্বস্ত হৈছিল। মন্দিৰ আদি ধ্বংসপ্ৰাপ্ত হোৱাৰ লগতে দেৱদাসী প্ৰথাৰ পৃষ্ঠপোষকতা কৰা অনুষ্ঠানবোৰ থানবান হৈছিল। নৱ বৈষ্ণৱ ধৰ্মৰ উত্থানো এনে সামাজিক পৰিণতিৰ অন্যতম কাৰণ।

আহোম যুগৰ শিৱমন্দিৰ নিৰ্মাণ আৰু দেৱদাসী প্ৰথাৰ বিষয়ে অধ্যয়ন কৰি যি জনা গৈছে তাৰ ইতিহাস এনে ঃ

আহোমসকল প্ৰকৃততে তাও ধৰ্মৰ অনুগামী আছিল। পাছলৈ স্বৰ্গদেউসকলে নিজ ৰাজ্যৰ প্ৰচলিত ধৰ্মৰ প্ৰতি উদাৰ মনোভাৱেৰে কেৱল পৃষ্ঠপোষকতা কৰাই নহয়, হিন্দুধৰ্মও গ্ৰহণ কৰি এই ধৰ্মৰ গভীৰ অনুৰাগীও হৈ পৰিল। আহোমসকলৰ লাংকুৰি বা বুঢ়াগোসাঁই হিন্দুসকলৰ শিৱৰ লগত অভিন্ন হ'ল তথা সাংস্কৃতিক সমন্বয় সাধনৰ প্ৰক্ৰিয়া আৰম্ভ হ'ল। স্বৰ্গদেউসকলে

উত্তৰত চুভাংকো বা বামুণী কোঁৱৰেই প্ৰথম হিন্দুধৰ্ম গ্ৰহণ কৰে। এইজন ৰজাৰ সময় ১৩৯৭ৰ পৰা ১৪০৭ খ্ৰি.। ইয়াৰ পাছত চুচেংফা বা স্বৰ্গদেৱ প্ৰতাপসিংহ যেতিয়া ৰাজপাটত উঠিল তেতিয়া 'মহেশ্বৰ' নামে এটি শিৱমন্দিৰ নিৰ্মাণ কৰি তেওঁ ৰজা হোৱাৰ আগৰেপৰা পূজা কৰি অহা শিৱলিংগটি সেই মন্দিৰত প্ৰতিষ্ঠা কৰে আৰু হিন্দুমতে শিৱপূজক হৈ পৰে। এইজনা স্বৰ্গদেৱেই পোনপ্ৰথম শিৱমন্দিৰ নিৰ্মাণ কৰায়। দেৰগাঁৱৰ শিৱদ'ল আৰু বিশ্বনাথৰ শিৱদ'ল এইজনা স্বৰ্গদেৱে নিৰ্মাণ কৰাই দেৱোত্তৰ, ব্ৰহ্মোত্তৰ মাটি দান কৰি দিয়ে। নেঘেৰীটিং শিৱদ'লত এইজনা ৰজাইয়ে 'বানলিঙ' প্ৰতিষ্ঠা কৰে। দেৰগাঁৱৰ শিৱমন্দিৰ পুনৰ নিৰ্মাণ কৰিও বিগ্ৰহৰ পূজা সেৱাৰ অৰ্থে শ শ মানুহক নিযুক্তি দিছিল আৰু পূজা-সেৱাৰ সামগ্ৰী যোগানৰ কাৰণে হাতী ঘোঁৰাৰ ব্যৱস্থাও কৰি দিছিল। স্বৰ্গদেউসকলৰ দেৰগাঁও, নেঘেৰীটিঙৰ 'বানলিঙৰ' প্ৰতি ইমান প্ৰগাঢ় ভক্তি আছিল যে এনে মন্দিৰৰ নিৰ্মালী গ্ৰহণ নকৰাকে স্বৰ্গদেৱসকলে আহাৰেই গ্ৰহণ নকৰিছিল। দেৰগাঁও আৰু নেঘেৰীটিঙৰ শিৱমন্দিৰত দেৱদাসী প্ৰথা প্ৰচলিত আছিল।

প্ৰতাপসিংহ স্বৰ্গদেৱৰপৰা গদাধৰসিংহ স্বৰ্গদেৱৰ দিনলৈ এই দুকুৰি বছৰ কাল অসম ৰাজ্য সঘনে মুছলমানসকলৰ আক্ৰমণৰদ্বাৰা তথা ৰাজনৈতিক অস্থিৰতাৰদ্বাৰা আক্ৰান্ত হৈছিল।

স্বৰ্গদেৱ গদাধৰ সিংহই ব্ৰহ্মপুত্ৰৰ মাজৰ উমানন্দ মন্দিৰ নিৰ্মাণ কৰাৰ উপৰিও ভূমি, পাইক আৰু নটী শিৱমন্দিৰসমূহলৈ দান কৰিছিল। স্বৰ্গদেৱ গদাধৰ সিংহই বিশ্বনাথৰ মন্দিৰো নিৰ্মাণ কৰি তামৰ ফলি আদি প্ৰদান কৰাৰ উপৰিও ১০৮জন ব্ৰাহ্মণৰ হতুৱাই হোমযজ্ঞও বিশ্বনাথ শিৱৰ উদ্দেশ্যে সমাৰোহেৰে অনুষ্ঠিত কৰাইছিল (১৬৯০ চন)।

তেওঁৰ পুত্ৰ রুদ্ৰসিংহ স্বৰ্গদেৱো শিৱৰ পৰম ভক্ত। রুদ্ৰসিংহ স্বৰ্গদেৱৰ পুত্ৰ শিৱসিংহ স্বৰ্গদেৱে হিন্দুধৰ্ম প্ৰচাৰৰ কাৰণে অহোপুৰুষাৰ্থ কৰিছিল। ৰাজপাটত উঠিয়েই স্বৰ্গদেউ শিৱসিংহই কৃষ্ণৰাম ভট্টাচাৰ্যৰ শিষ্যত্ব গ্ৰহণ কৰি শাক্ত ধৰ্মত দীক্ষিত হৈছিল। স্বৰ্গদেৱ শিৱসিংহ আৰু তেওঁৰ ৰাণীসকলে অসংখ্য দেৱমন্দিৰ নিৰ্মাণ আৰু ভূমিদান মুক্তহস্তে কৰিছিল। ছাৰ এডবাৰ্ড গেইটৰ অসম বুৰঞ্জীত আছে যে আহোম ৰাজত্বকালত মাটি দান কৰোঁতে দিয়া সৰ্বমুঠ আঠচল্লিশখন ফলিৰ উনৈশখনেই স্বৰ্গদেৱ শিৱসিংহই প্ৰদান কৰা। শিৱসিংহ স্বৰ্গদেৱে উত্তৰ গুৱাহাটীত পিতৃ স্মৃতি ৰক্ষাৰ্থে সজোৱা শিৱ মঠ, উত্তম স্থপতিৰ নিদৰ্শনস্বৰূপ। শিৱসাগৰৰ শিৱদ'ল (লগতে দেৱীদ'ল আৰু বিষ্ণুদ'ল), নীলাচলৰ কামেশ্বৰ শিৱমন্দিৰ, নীলাচলৰ সিদ্ধেশ্বৰ মন্দিৰ, উমানন্দ সিদ্ধেশ্বৰ দেৱালয়, দেৰগাঁৱৰ শিৱদ'ল, ধাবেশ্বৰ দেৱালয় আদিৰ কাৰণে ভূমি আদি দান কৰি

শিলালিপি প্ৰদান কৰা হৈছিল। এইজনা স্বৰ্গদেৱেই তেজপুৰৰ উমাচলত পূৰ্ণকল মন্দিৰ আৰু উমামন্দিৰ নিৰ্মাণ কৰাইছিল। ইয়াৰ উপৰিও ভোমোৰাগুৰি পৰ্বতত কাম্ৰপদ মন্দিৰ নিৰ্মাণ কৰিছিল, সোনাৰুচিন বিশ্বকৰ্মাৰ মূৰ্তিগোঁসাইৰ গড়ত উমা-মহেশ্বৰৰ পূজা উপাসনাৰ কাৰণে বৰৱতীয় ব্যৱস্থা কৰিছিল, কামৰূপৰ দেৱপুৰাৰ গ্ৰামত গোপেশ্বৰ শিৱমন্দিৰ প্ৰতিষ্ঠা কৰিছিল, সিদ্ধেশ্বৰ, ভূতেশ্বৰ, অগ্নিবাণেশ্বৰ আৰু ধাৰেশ্বৰ শিৱৰ দেৱালয় প্ৰতিষ্ঠা কৰিছিল আৰু বিশ্বেশ্বৰ শিৱমন্দিৰলৈ ভূ-সম্পত্তি উচৰ্গা কৰিছিল।

গুৱাহাটীত শুক্ৰেশ্বৰ দেৱালয় স্থাপন কৰা স্বৰ্গদেৱ প্ৰমত্তসিংহই নিজকে 'মহেশ্বৰ চৰণ চাৰণ' আৰু 'শ্ৰীগৌৰীশ পদাৰবিন্দ মধু' বলে পৰিগণিত কৰিছে। স্বৰ্গদেৱ ৰুদ্ৰসিংহ স্বৰ্গী হোৱা ঠাই উত্তৰ গুৱাহাটীত শিৱলিঙ্গ স্থাপন কৰে।

স্বৰ্গদেউ ৰাজেশ্বৰ সিংহও হিন্দু ধৰ্মৰ এজন প্ৰধান পৃষ্ঠপোষক আছিল। 'হৰিচৰণ চাৰণ' 'মহেশ্বৰ চৰণ ছায়ানুসৰণ পৰায়ণ', 'হৰগৌৰী চৰণ নাথ চন্দ্ৰচকোৰ', 'মহেশ্বৰ চৰণ কিংকৰ' ইত্যাদি বিশেষণেৰে ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে নিজকে বিভূষিত কৰিছিল। এইজনা স্বৰ্গদেৱে নেঘেৰীটিঙৰ দ'ল পুনৰ্নিৰ্মাণ কৰায় উপৰিও বশিষ্ঠাশ্ৰম, চিত্ৰাচল আৰু মণিকৰ্ণেশ্বৰ মন্দিৰ নিৰ্মাণ কৰায়।

স্বৰ্গদেউ শিৱসিংহই ভেৰগাঁৱৰ নাচনী (টিনাতলীয়া নটৰ জীয়ৰী) ফুলমতী কুঁৱৰীৰ ৰূপ আৰু নৃত্যত মুগ্ধ হৈ বিবাহপাশত আবদ্ধ কৰে আৰু 'বৰৰজা' পাতি সিংহাসনত বহুৱায়। মন্দিৰৰ দেৱদাসীক মধ্যযুগীয় অন্য ৰজাৰো বিয়া কৰোৱা উদাহৰণ অ'ত ত'ত আছে। স্বৰ্গদেউ শিৱসিংহই ডুবিৰ পৰিহৰেশ্বৰ দেৱালয়লৈ নাচনী আৰু বায়ন প্ৰেৰণ কৰিছিল। লগতে ভূমি দানো কৰিছিল।

অসমৰ শিৱমন্দিৰৰ পয়োভৰ আৰু দেৱদাসী প্ৰথা প্ৰাক্-আহোম আৰু আহোম ৰাজত্বকালতেই (প্ৰায় আঠশ নশ বছৰ জুৰি) লক্ষ্য কৰিব পাৰি। মোগল আক্ৰমণত মন্দিৰবোৰৰপৰা ধন-সোণ লুটি নিয়াৰ উপৰিও নটীবোৰকো বলপূৰ্বক ধৰি নিয়াৰ বহুতো কৰুণ কাহিনী সংঘটিত হৈছিল। নৱ বৈষ্ণৱ আন্দোলনেও শিৱমন্দিৰসমূহৰ জয়জয়কাৰ ম্লান পেলাইছিল। দেৱদাসী নৃত্য অসমৰ বহুতো শিৱ মন্দিৰত যদিও পৰম্পৰা আছিল এই বিশিষ্ট নৃত্যভাগ অটুটভাৱে সংৰক্ষিত নহ'ল। কেৱল ডুবি পৰিহৰেশ্বৰ মন্দিৰৰ লগত জড়িত দেৱদাসী নৃত্যৰহে এটি অংশ উদ্ধাৰ হৈছে আৰু ই অতি লাস্যপূৰ্ণ কমনীয় নৃত্য। ই অসমৰ গৌৰৱপূৰ্ণ ঐতিহ্যই বহন কৰিছে।*

* এই প্ৰবন্ধ যুগুত কৰোঁতে শ্ৰীপৱন বৰবটাৰ পৰা অশেষ সহায় পোৱা গৈছে।

# অসমৰ শিৱ মন্দিৰ এটিৰ দেৱদাসী নৃত্য

কামৰূপৰ পাঠশালা অঞ্চলৰ পৰিহৰেশ্বৰ ডুবি দেৱালয়ৰ নাম সৰ্বজন-বিদিত। এই দেৱালয় পাঠশালাৰপৰা তিনি কিলোমিটাৰমান দূৰত অৱস্থিত।

স্বৰ্গদেউ শিৱসিংহই দেৱগাঁৱৰপৰা নটী নিয়াই ডুবি দেৱালয়ত দেৱদাসী নৃত্যৰ প্ৰচলন কৰায়। সেতিয়াৰেপৰাই ডুবি দেৱালয়ত দেৱদাসী নৃত্যৰ পৰম্পৰা চলি আছিল শেষ দেৱদাসী কৌশল্যা আৰু বৈয়াবালাৰ দিনলৈকে। কুৰি শতিকাৰ ত্ৰিশ-চল্লিশৰ দশকত বিভিন্ন কাৰণত দেৱদাসী নৃত্য চৰকাৰে বন্ধ কৰি দিয়াত দেৱতাৰ উদ্দেশ্যে মন্দিৰত নৃত্য কৰাৰ প্ৰথা বন্ধ হ'ল যদিও স্বৰ্গীয় বসন্তকান্ত তালুকদাৰকে ধৰি কেইজনমান কলাপ্ৰেমী দূৰদৰ্শী শিল্পীৰ অশেষ যত্নত অতি সুন্দৰ দেৱদাসী নৃত্যটিৰ কিছু অংশ উদ্ধাৰ কৰিব পৰা গ'ল। তালুকদাৰৰ যত্নতে কেইবাগৰাকী নৃত্যশিল্পীয়ে দেৱদাসী নৃত্যটি আয়ত্ত কৰে আৰু তাৰ পাছত ইদলৰ পাছত সিদলকৈ এই নৃত্য শিক্ষা লোৱাৰ কামো চলি আছে। নৃত্যৰ লগতে বাদ্যশিল্পীয়েও তালখিনিৰ শিক্ষা লয়। দেৱদাসী নৃত্যত গীতৰ ব্যৱস্থা অসমত থকাৰ বিষয়ে এতিয়ালৈকে জ্ঞাত হোৱা নাই। ডুবিৰ দেৱদাসীৰ নৃত্যৰ সময়ত ব্যৱহৃত সাজপাৰ আৰু আ-অলঙ্কাৰ আছিল এনে ধৰণৰ : কটিবস্ত্ৰ হৈছে ঘূৰিব দৰে বগা বস্তৰ এখন মেখেলা। গাত হাতদীঘল (হাতৰ সক গাঁঠিলৈকে পৰা) বগা এটি গা-চোলা, নাভিৰ ওচৰলৈকে পৰা, কান্ধেদি মেৰিওৱা বিহাৰ দৰে ঠেক বগা বস্ত্ৰ। মূৰৰ ওপৰত বন্ধা খোপা, তাতে ফুলৰ মালা। কঁকালত কৰধনি, ভৰিত নেপূৰ, হাতত গামখাৰু, খাৰু, ডিঙিত গলপতা, নাকত নাকফুল, আঙুলিত আঙঠি।

দেৱাদিদেৱ মহাদেৱৰ সন্তুষ্টিৰ অৰ্থে নৃত্যেৰে এইসকল দেৱদাসীয়ে অৰ্চনা, উপাসনা কৰি সমগ্ৰ ৰাইজৰ কল্যাণ কামনা কৰিছিল। দেৱদাসীসকল চিৰদিন অবিবাহিত থকাটো নিয়ম। কাৰণ দেৱতাকেই তেওঁবিলাকৰ ইহকালৰ সৰ্বস্ব নিবেদন কৰে।

আংশিকভাৱে ভুবিত্ত যি দেৱদাসী নৃত্য পোৱা গৈছে সেয়া স্নানৰ অংশটিহে। এই অংশটিৰপৰাই দেৱদাসী নৃত্যৰ লাস্যময়তা, অৰ্থময়তা সুন্দৰকৈ উপলব্ধি কৰিব পাৰি।

এই অংশটিত দেখা যায় যে, দেৱদাসী এগৰাকী, দুগৰাকী বা তিনি-চাৰিগৰাকীয়ে শিৱ মন্দিৰৰ ওচৰৰ সৰু-বৰ পুখুৰীত স্নান কৰাৰ আগতে পুখুৰী

পাৰৰ খটখটিৰ ওপৰত আঁঠুকাঢ়ি বহি হাতযোৰকৈ সদাশিৱৰ প্ৰতি প্ৰথমে প্ৰণাম জনাই তাৰ পাছত আঁঠুকাঢ়ি সেৱা কৰিব। এই সময়খিনিত খোলত একঘাত মৰা হ'ব। ইয়াৰ পাছত খটখটিৰে দেৱদাসীসকলে নামি গৈ পানীত প্ৰৱেশ কৰিব আৰু দুয়োহাতেৰে আঁজলি পাতি পানী লৈ নিজ দেহা প্ৰক্ষালন কৰা কাৰ্য প্ৰকাশ কৰিব।

এই সময়ত বজোৱা বিলম্বিত ঘাত হ'ল—

তাক খিনা খিনা তাক খি নাক্কা

তাকি ধেই ধেই তাক্কা তাকি ধেই

তাৰ পিছত মৰা চৰাঘাত হ'ল—

থিনিকি থিনিকি খিতা

খিতিকি খিতিকি খিনা

খিত্তা তাতা খিন্না তা

খিজেই খিজেই খিনি তাকি ধেই

খিজেই খিজেই খিনিতাকি ধেই

ধেনেখিতা গুরু ধেনেখিতা গুরু খিন্তা

ধেনেখিতা খিখি নাক্তা।

ইয়াৰ পিছৰ ঘাতত দেৱদাসীসকলে পানী খুঁচৰিবলৈ নামি পানীৰ গভীৰ অংশলৈ লাহে লাহে ভৰি চোঁচোৰাই চোঁচোৰাই নামি যাব আৰু পানীৰ গভীৰ ভাগলৈ গৈ দেহত ক্ৰমে পানী ছটিয়াব।

বিলম্বিত ঃ

খিতা তাকিৰ গিনা গিন্ গিনিত

তাকিৰ গিনা গিন্ গিনিত

তাকিৰ গিনা গিন গিনিত গিনিতা গিনা

গিনং তিনি তিন্ গিনিতা গিনা

এইদৰে দুবাৰ প্ৰতিবাৰতে আগুৱাই গৈ পিছুৱাই আহিব।

চৰাঘাত ঃ

খিতিতাতা খিতিতাতা, খিতিতা খিতা

(দুবাৰ)

ধেনেখিতা গুরু ধেনেখিতা গুরু খিনত্তা

ধেনেখিতা খি খি নাক্তা

তৃতীয় ঘাত ঃ এই ঘাতত দেৱদাসীসকলে পুখুৰীৰ গভীৰ অংশলৈ নামি ইফালে-সিফালে বিভিন্ন অংগ সঞ্চালন কৰি গা-ধোৱা আৰম্ভ কৰা মুদ্ৰা প্ৰকাশ কৰে।

বিলম্বিত ঃ
গুৰু উ-ৰু-উ ধেনেখিতা, গুৰু ধেনেখিতা
আকি ধেৰই ধেনেখিতা তা-ম্বা
(এইদৰে দুবাৰ)

চৰাঘাত ঃ
বিন্ধেই ধিন্‌তা তাখিতিম্বা খিতিম্বা
বিন্ধেই ধিন্‌তা তা খিতিম্বা খিতিম্বা
তাখিতিম্বা খিতিম্বা, তাখিতিম্বা খিতিম্বা
খিতিম্বাকি ধেনেতাকি
ধেই ধেই তা
ধিন্‌তা ধিন্‌তা ধিন্‌তা ধিন্‌তা
ধিন্‌তা তাতা তাতাম্বা

চতুৰ্থ ঘাত ঃ দেৱদাসীসকলে পুখুৰীত বিভিন্ন প্ৰকাৰে গা-ধোৱা আৰু ইয়াক দ্ৰুত অংশত পানীৰ তলত থকা শিলৰ খট্‌খটিলে আহি তাত ভৰিৰ তলুৱা প্ৰক্ষালন কৰাৰ অৰ্থ প্ৰকাশ কৰে।

বিলম্বিত ঃ
খিৰিত খিৰিত খিম্বাতা, খিৰিত
খিৰিত ধেধেৰেনিম্বা
এইদৰে ছয়বাৰ-তিনিবাৰত আগুৱাই আৰু তিনিবাৰত পিছুৱাই যাব।

চৰাঘাত ঃ
খিৰ খিৰ খিৰ খিম্বাতা, খিৰ খিৰ ধেধেৰেনিম্বা
ধেধেৰেনিতা, ধেধেৰেনিতা, ধেধেৰেনিতা
খিম্বা খিতিম্বা, খিম্বা খিতিম্বা
খিনিকি খিন্নম্বা খিনিকি খিন্নাম্বা
খিৰ খিৰ.........................

পঞ্চম ঘাত ঃ এই ঘাতত দেৱদাসীসকলে হাতৰ বুঢ়া আঙুলিৰ মাজেৰে পানীত মুখৰ প্ৰতিবিম্ব চোৱা আৰু হাতেৰে পানীত ঢৌ খেলি মৃদুভাৱে ডুব মৰা কাৰ্য্য প্ৰকাশ কৰে। দ্ৰুত অংশত ঘনাই ডুব মাৰি পানীৰ ওপৰলৈ অহাৰ অৰ্থ প্ৰকাশ পায়।

বিলম্বিত ঃ
গুৰু গুৰু ধেই ধেনে খিন্না
গুৰু গুৰু ধেই ধেনে খিন্না
উৰিং তাম্বা খিতা

চৰাঘাত ঃ

তা খিতা গুৰু খিনিত উনিং তাত্তা খিতা

(দুবাৰ)

থেই গুৰু খিন্নাতা গুৰু খিন্নাত্তা

তাক্ খিন্ নাক্ থেই

**ষষ্ঠ ঘাত ঃ** এই ঘাতৰ বিলম্বিত অংশ পঞ্চম ঘাতৰ দৰে একে। ইয়াৰ দ্রুত অংশ দেৱদাসীসকলে পানীত উবি পাক্ দি ঘূৰি ঘূৰি গা ধোৱাৰ অৰ্থ প্ৰকাশ কৰে। এই ঘাতে দেৱদাসীসকলৰ গা-ধোৱাৰ চৰম পৰ্যায় সূচায়।

**বিলম্বিত ঃ** পঞ্চম ঘাতৰ দৰে একে।

**চৰাঘাত ঃ**

খিন্নত্তা খিতিত্তা খিতা তাতা খিতা তাতাত্তা

(দুবাৰ)

খিন্নতা খিতিত্তা

(দুবাৰ)

থেই গুৰু খিন্নত্তা গুৰু খিন্না খিতাক্ থেই (দুবাৰ)

তাক থেই গুৰু খিন্না খিতা খি খিনাক্

**সপ্তম ঘাত ঃ** সপ্তম ঘাতৰ বিলম্বিত অংশ পঞ্চম আৰু ষষ্ঠ ঘাতৰ দৰে একে, অৰ্থাৎ পানীত মুখৰ প্ৰতিবিম্ব আদি চোৱা কাৰ্য্য আৰু দ্রুত অংশই দুই হাতেৰে পুনৰ গাত পানী চটিওৱা কাৰ্য বুজায়।

**বিলম্বিত ঃ** পঞ্চম আৰু ষষ্ঠ ঘাতৰ দৰে একে।

**চৰাঘাত ঃ** গুৰু গুৰু খিন্নাত্তা খিন্না (চাৰিবাৰ)

**অষ্টম ঘাত ঃ** এই ঘাত দেৱদাসীসকলে পানীৰ মাজত মৃদুভাৱে হালি-জালি গা-ধোৱাৰ আৰু অৱসাদ দূৰ কৰাৰ অৰ্থপ্ৰকাশক। বাজনাৰ বোল—

**বিলম্বিত ঃ** থেই গুৰু খিন্ তাক্ তিন্ তিন্ তিন্

তাক (চাৰিবাৰ)

**চৰাঘাত ঃ** থেই গুৰু খেখেই খিনিত্ (দুবাৰ)

খিনিকি খিন্নত্তা খিতিকি খিতিত্তা, খিতিকি খিতিত্তা

থেই গুৰু খেখেই খিনিত্

**নৱম ঘাত ঃ** এই ঘাতৰ বিলম্বিত অংশ অষ্টম ঘাতৰ দৰে একে, অৰ্থাৎ পানীৰ মাজত মৃদুভাৱে হালি-জালি গা-ধোৱা, অৱসাদ দূৰ কৰা আদি কাৰ্য আৰু দ্রুত অংশ বিগ্ৰহৰ দেৱতাক প্ৰণতি জনাই মুখৰ ওপৰত পানী ছটিয়াই গা-ধোৱাৰ সামৰণি মৰ্মৰ অৰ্থ প্ৰকাশ কৰে।

**বিলম্বিত ঃ** অষ্টম ঘাত দৰে একে।

চৰাঘাত ঃ
খিনং খিনং তাম্বা খিনং খিনং তাম্বা খিনিত
(দুবাৰ)
খিনং খিনং তাম্বা খিতা গুক খিনং
গুক খিন্না খিত্

দশম ঘাত ঃ এই ঘাতে দেৱদাসীসকলে মৃদুভাৱে পানীত ঢৌ খেলি খেলি পুখুৰীৰ গভীৰ অংশৰপৰা ক্ৰমে ক্ৰমে উঠি অহাৰ অৰ্থ প্ৰকাশ কৰে।

বিলম্বিত
ধেই গুক খিন্নাম্বা গুক ধেই গুক খিন্নাম্বা
গুক ধেই গুক খিন্নাম্বা গুক খিন্না খিত্বা
উৰিৎ তাম্বা খিত্বা গুক খিন্না খিনা খিত্
চৰাঘাত ঃ খিন্নম্বা খিতিত্বা খিতা তাম্বা খিতা তাতাম্বা
(দুবাৰ)

একাদশ ঘাত ঃ এই ঘাতে দেৱদাসীসকলে মন্দিৰৰ কাষতে থকা ঘৰলৈ গৈ কাপোৰ সলাই দাপোণ লৈ নিজৰ খোপা বান্ধি প্ৰতিবিম্ব চোৱা আৰু মন্দিৰলৈ যাবলৈ প্ৰস্তুত হোৱা আদি কাৰ্য্য প্ৰকাশ কৰে।

বিলম্বিত ঃ
খিনং তিন্ তিন্ খিনং তিন্ তিন্
খিনং তিন্ তিন্ খিত্তাক ধেই (চাৰিবাৰ)
চৰাঘাত ঃ দশম ঘাতৰ দৰে একে।

দ্বাদশ ঘাত ঃ এই ঘাতে দেৱদাসীসকলে সাজি-কাচি ওলোৱাৰ পিছত প্ৰফুল্লিত মনেৰে মন্দিৰলৈ গৈ বিগ্ৰহৰ দেৱতাক পুষ্পাঞ্জলি প্ৰদান কৰাৰ অৰ্থ প্ৰকাশ কৰে। বাজনাৰ বোল—
ৰিধেই গুক ৰিদ্ধেই গুক ৰিদ্ধেই গুক
খিত্ তাক ধেই
(এইদৰে চাৰিবাৰ। এবাৰত আগুৱাই যাব আৰু এবাৰত পিছুৱাই আহি কৰণিৰপৰা ফুল ল'ব আৰু আগুৱাই গৈ বুঢ়াগোঁসাইৰ চৰণত পুষ্পাঞ্জলি অৰ্পণ কৰিব।)

চৰাঘাত ঃ
গুক উখিন্নম্বা খিতিত্বা খিতা খিতিত্বা
খিতিত্বা খিত্তা খিতিত্বা খিত্তা
উৰিৎ, তাম্বা খিতিত্বা খিন্নাম্বা, খিনা,
—খিৰ খিৰ খিৰ খিতা (দুবাৰ)

এই অংশ দেওধানীসকলে ওলোটাকৈ আঠুকাঢ়ি বহি লিয়াসে হাতখিনি হাতবোৰকে আঁক দিয় হৈ লিয়াসে হাতুলি দুহাত মাটিত পেলাই ওলোটাকৈ মুখ দোঁৱাই বিগ্ৰহৰ দেৱতাক প্ৰণাম জনোৱাৰ মুদ্ৰা প্ৰকাশ কৰে।*

দেওধানীৰ গীত ঃ

অগাধ সৰসীজল ৰবি তাপে টুটল
গজপুঞ্জ ভুঞ্জল মৃণাল
শেষ কৰ্দম জত পঙ্কতলে আছিল
শূকৰে কয়লি নিপাত
আকি মাধব! অব কি কহবো তুৱা ঠাম।
যো কিছু সম্পদ সকলে লোটাৱল
তবো নাছাড়লো তুৱা নাম।।**

---

*পাঠশালাৰ শ্ৰীদিলীপ কাকতিৰ সহলৰ আধাৰত এই প্ৰবন্ধ প্ৰস্তুত কৰা হৈছে।

**হাজো অঞ্চলত পোৱা দেওধানী গীতৰ সামান্য আভাস, পুণ্যভূমি হাজো, পৃষ্ঠা ঃ ৫৩ —
ড° প্ৰবীণ চন্দ্ৰ দাস

# অসমীয়া লিখিত শৈৱ সাহিত্যত এক বিহঙ্গম দৃষ্টি

অসমীয়া জনমানসৰ অতি আপোন দেৱতা সদাশিৱই মৌখিক সাহিত্যত কিমান স্থান পাইছে তাৰ প্ৰতিনিধিত্বমূলক অলপ উদাহৰণহে দিয়া হৈছে। এয়া শিৱ সম্বন্ধীয় সমগ্ৰ মৌখিক সাহিত্য বুলি নিশ্চয় দাবী কৰিব নোৱাৰি। অসমৰ জনসমাজত পৰম্পৰাগতৰূপে চিৰ প্ৰচলিত এনেবোৰ গীত-মাতৰ সম্পূৰ্ণ সংগ্ৰহ এতিয়ালৈকে হোৱা নাই।

অসমীয়া পৰম্পৰাত দৰা-কইনাক আশীৰ্বাদ দিওঁতে 'হৰ-গৌৰী বসতি হওক' বুলি আশীৰ্বাদ দিয়া প্ৰথা মন কৰিবলগীয়া। 'ৰাধা-কৃষ্ণ বসতি হওক' বুলি নিদিয়ে। হৰ-গৌৰীৰ সংসাৰ দৰিদ্ৰ হ'লেও ইজনৰ সিজনৰ প্ৰতি অনুৰাগ অতি প্ৰবল। সতীৰ মৃত্যুৰ পিছত তেওঁৰ মৃতদেহক কান্ধত তুলি লৈ উন্মাদ হৈ মহাদেৱ ঘূৰি ফুৰা কথাটোৱেও আগে সহজ অসমীয়াৰ মনত হৰৰ গভীৰ পত্নী প্ৰেমৰে উদাহৰণ যোগাইছিল। গৌৰীয়ে ইমান অনাটনৰ মাজতো হৰৰ অবিচল ভক্তি ৰখা কথাটোও নিশ্চয় আদৰ্শনীয়।

মৌখিক আৰু লিখিত এই দুয়োটা স্তৰতে পোৱা অসমীয়া মন্ত্ৰ-সাহিত্যত শিৱ আৰু কামাখ্যাৰ নাম অজস্ৰবাৰ উল্লেখ হৈছে। তাৰে এখনি কৰতি পুথিৰ উদাহৰণ তুলি দিয়া হৈছে। প্ৰবল ধুমুহা-বৰষুণ বোধ কৰিবৰ কাৰণে "দেৱদেৱ মহাদেৱ, নীলগ্ৰীৱ জটাধৰ, বাত বৃষ্টি হৰং দেৱ মহাদেৱ নমোহওতে" বুলি বিদৰে গোৱা হয় বা এই মন্ত্ৰ নাহৰ পাতত লিখি নতুন বছৰৰ প্ৰথম দিনত ঘৰৰ চালত খুচি দিয়া হয়, তেনেকৈ বিষ ব্যাধি আদি নাশ কৰিবলৈ বিহলঙনিৰে জাৰোতে ফুঁকোতে গোৱা হয়—

"মাঘমাহা পূৰ্ণিমাৰ দিনা সাত ঘটি ৰাত্ৰি।
সেইবেলা বিষ হৈল উতপতি।।
উপজিলা কালকূট পৃথিৱীক খাইলা।
আপুনি ঈশ্ব মহাদেৱে হাতে তুলি খাইলা।।
বিষ খাওঁ, বিষ ভুঞ্জো, বিষ কৰো পান।
যা বিষ তই হও নিৰ্ব্বা।।
হানিলো ব্ৰহ্মাৰ সূচীবাণ।
ভূত-পিশাচ পলাই থান থান।।

শ্ৰীমহাদেৱৰ আজ্ঞাৰ, ত্ৰৈলোক্যভুৱন ভেদি নিৰন্তৰ।
হংহং হকাৰ ধ্বনি যা লকাৰ পাৰ।
নাহিৰি অমুকাৰ ঘৰবাৰী গীয়াৰ সন্ধান।
আশে-পাশে যদি ভই ৰজ।
ঈশ্বৰ মহাদেৱৰ মাথা খাৱ।।
শঙ্কৰৰ বচন শিৰে ধৰি।
মাৰো ব্যাধি পানীকৃত্য কৰি।।"

ওজাই যিকোনো বিষ, যিকোনো জাবোতে সদায় গোৱা মন্ত্ৰবাৰ হ'ল—"হৰ বিষ্ণু হৰ, অমুকাৰ বিষ ব্যাধি পানীকৃত্য হৈ পৰ।" হৰৰ লগত বিষ্ণুৰ অভেদত্ব এনেকৈও স্বীকাৰ হয়।

মনসাৰ লগত শিৱৰ সম্পৰ্কৰ কথা অন্যস্থানত বহুলাই আলোচনা কৰা হৈছে। ওজাপালি আৰু জাগৰ গীতৰ কথাও আলোচিত হৈছে।

মৌখিক সাহিত্যৰ দৰে অসমীয়া লিখিত সাহিত্যতো যদি বিহঙ্গম দৃষ্টি দিয়া যায়, তেতিয়া লক্ষ্য কৰিব পাৰি যে নৱবৈষ্ণৱ সাহিত্যৰ তুলনাত শৈৱ সাহিত্য সম অনুপাতে পোৱা নাযায়। শৈৱ ধৰ্ম শাক্ত ধৰ্মৰ লগত সংযুক্ত হোৱাৰ পিছত সেয়াও তান্ত্ৰিক পদ্ধতিলৈ ৰূপান্তৰিত হোৱাৰ পিছত সকলো প্ৰকাশ্য নহৈ গোপন হৈ পৰিল। হয়তো বহুতো শৈৱ সাহিত্য ৰক্ষা কৰাৰ চেষ্টাও নহ'ল। ধৰ্ম বিপ্লৱেও হয়তো বহুতো এনে পুথি নষ্টও কৰিলে। বিভিন্ন কাৰণত শৈৱ ধৰ্ম কিছু স্খলিতো হৈছিল। আচাৰৰ ঠাইত কিছু ব্যভিচাৰো হৈছিল। এইবোৰৰ কাৰণে শিৱ মন্দিৰবোৰত চলা দেৱদাসী প্ৰথাও কিছু পৰিমাণে জগৰীয়া আছিল।

অসমৰ ইমূৰৰপৰা সিমূৰলৈ এতিয়াও ঠায়ে ঠায়ে গোপনে বৰ্তি থকা "ৰাতিসেৱা" বা "পূৰ্ণসেৱা" অনুষ্ঠানৰ "পকাসকাম" বা "পকা ভকতৰ সেৱা" তান্ত্ৰিক শৈৱধৰ্মৰে অজস্ৰৰূপ*। এই অনুষ্ঠানত আদিচাৰ্য, পূৰ্ণগুৰু, যোগেশ্বৰ আদি নামেৰে প্ৰধান দেৱতা শিৱই। এই অনুষ্ঠানৰ উজনি-নামনি জুৰি চলা গীতবোৰ গুৰুত্বপূৰ্ণ।

অসমৰ প্ৰাক শঙ্কৰী যুগৰ লিখিত সাহিত্যৰ ভিতৰত মাধৱ কন্দলীৰ দ্বাৰা ৰচিত বুলি খ্যাত হোৱা "দেৱজিত" নামৰ পুথি, হেম সৰস্বতীৰ "হৰ-গৌৰী সংবাদ" নামৰ পুথি, কবিৰত্ন সৰস্বতীৰ "জয়দ্ৰথ বধ" পুথি, বড়ু চণ্ডীদাসৰ শ্ৰীকৃষ্ণ কীৰ্ত্তন, ৰামাই পণ্ডিতৰ শূন্য পুৰাণ (এই দুখন গ্ৰন্থ অসমীয়া আৰু

*এই বিষয়ে লিখিকাৰ "ৰাতিসেৱা" নামৰ বৃহৎ গৱেষণামূলক গ্ৰন্থ প্ৰকাশ পায়।

বাংলা সমাজ দুয়ো উমেহতীয়া বুলি কব খোজে), মনকৰ, দুৰ্গাবৰ, সুকবি নাৰায়ণ আদিৰ মনসা কাব্যত শৈৱ ধৰ্মৰ প্ৰভাৱ সুস্পষ্ট ৰূপত পোৱা যায়।

শ্ৰীশ্ৰীশঙ্কৰদেৱৰ সমসাময়িক পীতাম্বৰ দ্বিজৰ "উষা পৰিণয়" কাব্যত শিৱ মাহাত্ম্য ৰূপায়িত হৈছে। এই কাব্যতে হৰিহৰৰ মিলন তথা অভেদত্বও ৰূপায়ণ কৰা হৈছে—

প্ৰকৃততে নব বৈষ্ণৱ ধৰ্মৰ সময়ছোৱাত ৰচিত বিভিন্ন সাহিত্যত ৰামকৃষ্ণক যেনেকৈ অভেদ ৰূপত অঙ্কন কৰা হৈছিল, হৰি-হৰৰ তথা শিৱ-বিষ্ণুৰ ভেদ বুদ্ধি আঁতৰাই একে পৰম সত্যৰে বিভিন্ন ৰূপ বুলি স্বীকৃতি দি বহল, উদাৰ দৃষ্টিভঙ্গী লোৱা দেখা গৈছে।

শ্ৰীশ্ৰীশঙ্কৰদেৱৰ কীৰ্ত্তন ঘোষাত পোৱা পদ এই ক্ষেত্ৰত উল্লেখযোগ্য :

কেশৱ শিৱ শিৱ ঘুৰিয়ো সদায়

ৰাম নাম বিনা বান্ধৱ নাই—

ইয়াৰ উপৰিও কীৰ্ত্তন ঘোষাৰ ষোড়শ কীৰ্ত্তনত (উৰেষা বৰ্ণন) আছে :

সংসাৰ সাগৰে মগ্ন      পাপগ্ৰস্ত অচেতন
মোত পৰে নাহি দুৰাচাৰ
প্ৰভু ভগনেত্ৰ হৰি      ত্ৰাহি ত্ৰাহি ত্ৰিপুৰাৰী
তোম্বাৰ চৰণে নমস্কাৰ।।
নমো শিৱ নমো শান্ত      সমস্ত পাপেৰ অন্ত
স্নান কৰো মাৰ্কণ্ডেয় হ্ৰদে
মোৰ যত পাপ চয়      নিৰন্তৰে হোক ক্ষয়
প্ৰণাম কৰোহো তয়ু পদে।।
নাভি মাত্ৰ জলে নামি      বিধিমতে দেৱধ্বনি
তিলোদকে কৰিব তৰ্পণ
স্নান অৱসানে পাছে      শিৱৰ দৌলেক আছে
তাক লাগি কৰিব গমন।।
তিনি প্ৰদক্ষিণ কৰি      পূজি মূলমন্ত্ৰ পঢ়ি
শিৱৰ লিঙ্গক একমতি
পড়িয়া প্ৰণাম কৰি      উঠি পুটাঞ্জলি কৰি
কৰিব হৰক হেন স্তুতি।।
নমো নমো ত্ৰিনয়ন      শিৰে শশী বিভূষণ
প্ৰভু বিৰূপাক্ষ মহাদেৱ—
তুমি বিনা নাহি আন      কৰা মোক পৰিত্ৰাণ
তোম্বাৰ চৰণে কৰো সেৱ।।

কহিলো ' তাহিৰ কথা হেন মন্ত্ৰ পঢ়ি তথা
দশ অশ্বমেধ ফল পাইব
শিৱলোকে ভোগ ভুঞ্জি পাছে শিৱ যোগ যাজি
শিৱৰ শৰীৰে লীন যাইব।।

শ্ৰীশ্ৰীশঙ্কৰদেৱৰ নিৰ্মিতিৰ সংযোগতো পোৱা গৈছে :

গুণ নাম যত বিষ্ণু শিৱৰ তাক ভিন্ন বুদ্ধি কৰে যি নৰ
নামৰ সিও মহা অপৰাধী মৰকত পৰেদেৰে মৰাথি।।

আকৌ,

অত নকৰিবা খেদ কিঞ্চিতো নাহিকে ভেদ
তোমাৰে আমাৰে একে কায়া।।

শ্ৰীশ্ৰীশঙ্কৰদেৱে 'অমৃত মন্থন" ব্যাখ্যা কৰোতে কালকূট বিষক লৈ সৃষ্টি হোৱা সমস্যা আৰু মহাদেৱৰ দ্বাৰা সেই বিষ ভক্ষণৰ কথা তথা সদাশিৱৰ মাহাত্ম্য সুস্পষ্ট ৰূপত পোৱা গৈছে। সদাশিৱই এই মহাবিষ ভক্ষণ কৰি জগতক ৰক্ষা কৰিবৰ কাৰণে ব্ৰহ্মাই সুৰাসুৰক লগত লৈ কাকূতি কৰিছে :

সুৰাসুৰ সহিতে কৰল ব্ৰহ্মা স্তুতি
ত্ৰাহি ত্ৰাহি পাৰ্ব্বতী বল্লভ পশুপতি
ত্ৰৈলোক্য দহয় বিষে কৰা পৰিত্ৰাণ
তুমি বিনে আমাক ৰাখন্তা নাহি আন।।
তুমি স্ৰজা, তুমি পালা, তুমি সে সংহাৰা
নানা অৱতাৰে তুমি ভূমিক উদ্ধাৰা
তুমি চৰাচৰময় পুৰুষ অনাদি
জগত স্বৰূপে আছা তুমি ব্ৰহ্মবাদী
স্বৰ্গে শিৰ ভৈলা তযু ক্ষিতি পদতল
নাভি ভৈলা গগন ৰেতসে বৃষ্টিজল
অচিন্ত্য মহিমা তুমি পুৰুষ পুৰাণ
সঙ্কট বেলাত বাৰে বাৰে কৰা ত্ৰাণ।।

এইদৰেই শিৱ মাহাত্ম্য শ্ৰীশ্ৰীশঙ্কৰদেৱে প্ৰকাশ কৰিছে। ৰাম সৰস্বতীৰ বিশাল ৰচনাৰ বিভিন্ন স্থানত, বিশেষকৈ বধকাব্যসমূহত শিৱক জগত ঈশ্বৰ, জন্মৰহিত, "তুমি ব্ৰহ্মা, তুমি হৰ, তুমি বিষ্ণুময়," জগতৰ অন্ত তোহো দেৱ ত্ৰিনয়ন" আদি বুলি স্তুতিৰ প্ৰমাণ পোৱা গৈছে। শিৱক পৰম বৈষ্ণৱৰূপেও ৰামসৰস্বতীয়ে অঙ্কন কৰিছে। বিশেষকৈ "অশ্বকৰ্ণৰ বধত" ৰামসৰস্বতীৰ শিৱবন্দনা যথেষ্ট লক্ষ্য কৰিবলগীয়া।

কবি অনন্ত কন্দলীৰ "কুমৰ হৰণ কাব্য" শিৱ কন্দ্ৰৰ মহিমা প্ৰকাশক। কংশাৰি কবিৰ "বিৰাত পৰ্ব্বও" এইক্ষেত্ৰত উল্লেখযোগ্য— শিৱ মহিমা এই পুথিত কীৰ্তিত হৈছে। কবিৰাজ ৰামনাৰায়ণ চক্ৰৱৰ্তীৰ 'শংখচূড় বধ', ৰামচন্দ্ৰ পাত্ৰৰ 'যোগিনী-তন্ত্ৰ' বা মণিকূট গ্ৰন্থ, বাসুদেৱ দ্বিজৰ "হৰ গৌৰী সংবাদ", শৈৱ কবি সনাতন দাসৰ "হিতোপদেশ কথা" আৰু জয়ৰাম দাসৰ "শীতলা পুথি"ত শিৱ মহিমা বচিত হৈছে। অজ্ঞাত লিখকৰ "হৰ-গৌৰীৰ বিবাহ" বা "কালিকা পুৰাণ"ত হৰ-গৌৰীৰ বিবাহৰ আকৰ্ষণীয় চিত্ৰ সংস্কৃত কালিকা পুৰাণৰ আলমত হ'লেও বেছিভাগ লোক ধাৰণাকেই ফুটাই তুলি লোকৰঞ্জন কৰা হৈছে। আন এজন অজ্ঞাত লিখকৰ "গুপ্তমণি" পুথিত হৰি-হৰৰ একাত্মতা প্ৰতিপন্ন কৰা হৈছে। সেইবোৰৰ ৰচক বৃন্দ হ'ল দ্বিজ হৰি দাস, ব্ৰহ্মচাৰী মদন মুৰাৰী, দ্বিজ ৰামানন্দ, দুৰ্গা দাস দ্বিজ, দীন মাধৱ আদি।

ৰামানন্দ দ্বিজৰ "মহামোহ কাব্য" এখন প্ৰতীকি ৰূপৰ লেখতলবলগীয়া কাব্য। শিৱৰ মহিমা এই কাব্যত পৰিস্ফুট। এই কাব্যত মহামোহক পৰিচয় দি, "শঙ্কৰৰ অংশ ত্ৰৈলোক্যতে বীৰ সাৰ" বুলি কোৱা হৈছে। ব্ৰহ্মবৈৱৰ্ত পুৰাণখন ৰতিকান্ত দ্বিজৰ। ইয়াতো শিৱ মহিমা কীৰ্তিত হৈছে। দ্বিজ বৈদ্যনাথৰ (কোচবিহাৰৰ ৰাজসভাৰ কবি) শিৱ পুৰাণৰ আংশিক অনুবাদ, কবিচন্দ্ৰ দ্বিজৰ "কাম কুমৰ হৰণ" ৰজা ৰাজেশ্বৰ সিংহৰ দিনত কবি ৰুচিনাথ কন্দলীৰ অনূদিত "শ্ৰীশ্ৰী চণ্ডী"ত শিৱ মাহাত্ম্য, শিৱনাথৰ শ্ৰীশ্ৰীচণ্ডী আখ্যানতো শিৱৰ মহিমা কীৰ্তিত হৈছে। লক্ষ্মীনাথ দাসৰ কুমৰ হৰণ নাট, দীননাথ দ্বিজৰ শংখচূড় বধতো শিৱৰ স্থান উল্লেখযোগ্য।

শিৱসিংহ নৃপতিৰ দিনত ৰাজ পৃষ্ঠপোষকতা লাভ কৰা কবি অনন্ত আচাৰ্যই শ্ৰীমৎ শঙ্কৰাচাৰ্যৰ "সৌন্দৰ্য্য লহৰী"ৰ অনুবাদ কৰে আৰু পুথিখনিৰ নাম ৰাখে "আনন্দ লহৰী"। শিৱ-শক্তি কাম বসুমতীৰ গুপ্তমন্ত্ৰৰ তথা তান্ত্ৰিক দীক্ষাৰ প্ৰশস্তি গোৱা কবি অনন্ত আচাৰ্যই শিৱ দুৰ্গাৰ চৰণত বাৰে বাৰে প্ৰণতি জনাইছে।

"দৰং ৰাজবংশাৱলী"ৰ ৰচনা কৰে বলদেৱ সূৰ্যখড়ি দৈৱজ্ঞই দৰঙী ৰজাৰ পৃষ্ঠপোষকতাত। দৰং ৰাজবংশাৱলীৰ মঙ্গলাচৰণত ৰজা বিশ্বসিংহ (বিশু)ৰ জন্ম কেনেকৈ মহাদেৱৰ ইচ্ছাৰ দ্বাৰা সংঘটিত হ'ল তাৰ বৰ্ণনা আছে ঃ

কৈলাসৰ হন্তে হৰ পৃথিৱীক আসি
হাবিয়া মণ্ডল ৰূপে থাকিলে প্ৰকাশি।

অৱশেষে আৱৰণিতে কৌটি নমস্কাৰ মহেশ্বৰক জনোৱা হৈছে ঃ

প্ৰণামো ঈশান দেৱ কাম বিনাশন
কৌটি নমস্কাৰ কৰো তোমাৰ চৰণ

প্ৰণামো শ্ৰীকণ্ঠ দেৱ নমো মৃত্যুঞ্জয়
তোমাৰ চৰণে প্ৰভু লৈলোহো বিজয়।।
সৰ্ব্বভূত অন্তৰ্য্যামী পাৰ্ব্বতীৰ দেৱ
নমো গঙ্গাধৰ লক্ষ কোটি কৰো সেৱ
মহামূঢ়জন আমি একোকে নজানি
কৰা অনুগ্ৰহ মোক দেৱ শূলপাণি।।

স্বৰ্গদেউ ৰুদ্ৰসিংহ বিৰচিত শিৱ পুৰাণ সম্পূৰ্ণৰূপে উদ্ধৃত কৰা হৈছে।

# অসমত ৰচিত এখনি শিৱপুৰাণ

## স্বৰ্গদেউ ৰুদ্ৰসিংহ বিৰচিত
## শিৱ পুৰাণ*

ওঁ নমঃ শিৱায়

শ্লোক ।। ১ ।।

গৌৰীসুপীৱৰপয়োধৰভাৰগাঢ়—
—সংশ্লেষলগ্নবৰকুঙ্কুমচাৰুবক্ষাঃ।
ভাস্বৎতড়িৎশবলদুৰ্দিনপয়োদ সান্দ্ৰঃ,
সংৱন্দ্যতে পশুপতিঃ সততং ময়াসৌ।।

(অৰ্থ ঃ গৌৰীৰ সুবৃহৎ স্তনযুগলৰ ভাৰেৰে গাঢ় আলিংগন কৰাৰ ফলত যাৰ বক্ষদেশ কুংকুমেৰে মনোৰম হৈছে আৰু মেঘাচ্ছন্ন দিনৰ সজল মেঘৰ যুকুত প্ৰকাশ পোৱা বিজুলীৰেখাৰ নিচিনাকৈ যি শোভিত হৈছে,—সেই পশুপতি শিৱক মই সততে বন্দনা কৰোঁ।)

পদ ঃ

মঙ্গলাচৰণ ঃ

জয় জয় সদাশিৱ পুৰুষ পুৰান।
জয় কৈলাসৰ পতি হয়োক প্ৰসন।।
জয় সিৱৰূপি বিষ্ণু ত্ৰৈলোক্য ঈশ্বৰ।
তুমি বিনে নাহি আৰ সংসাৰ ভিতৰ।।১
তুমি ব্ৰহ্মা বিষ্ণু অগ্নি তুমি সদাশিৱ।
অনাথৰ নাথ প্ৰভু জগতৰ জিৱ।।
প্ৰণামোহো সদাশিৱ চৰণে তোমাৰ।
মই অধমক কৃপা কৰা একবাৰ।।২
তোমাৰ কৃপা বিনাই ভৱ নাহি তৰি।
সৰনাগতক প্ৰভু ৰাখা দাস কৰি।।

---

*সম্পাদনা ঃ ড০ নবীন চন্দ্ৰ শৰ্মা

১। সদাশিৱ, শিৱৰূপী, ত্ৰৈলোক ২। জীৱ

ভূত ভবিষ্যত সৱ যে জ্ঞান জানয়।
নিয়ো তোমাৰ নামৰ অন্ত নপাৱয়।।৩
স্থাৱৰ জঙ্গম জত ত্রিভুৱন আকাস।
তুমি বিনে নাই আন ৰবিৰ প্রকাস।।
তৱ পদ বিনে সেৱিকাৰ নাই ঠাই।।
তোমাক ভজিলে নৰে মুকুতিক পাই।।৪
জয় বাগেশ্বৰি দেৱি ত্রৈলোক মনয়।
জাৰ কৃপালেসে মুর্খো পণ্ডিত হোৱয়।।
হেনয় দেৱিৰ পদে কৰি নমস্কাৰ।
শিৱ পুৰাণৰ পদ কৰিবো প্রচাৰ।।৫
মই অল্পমতিৰ জ্ঞানৰ হৈল ইচ্ছা।
সুদৃষ্টি হয়া মাতা পুৰা মনৰ বাঞ্ছা।।
ৰুদ্রসিংহ নৰপতি মিনতি বোলয়।
প্রভু সদাশিৱ তুমি ত্রৈলোক সদয়।।৬
ব্যাসৰ কবিতা ইটো পৰম গহন।
তাৰ পদ কৰিবাক মোৰ হৈল মন।।
আন প্রকাৰে আত মোৰ ভৰসা নাই।
বাগেশ্বৰি দেৱিৰ কৃপা দৃষ্টি বিনাই।।৭
সনত কুমাৰৰ প্রতি ব্যাসৰ প্রশ্ন — ব্যাস ঋষি ধ্যানক চাড়িয়া সুচি হৈলা।
সর্ব্বজ্ঞ সনত কুমাৰ আগে পুচিলা।।
হে ভগৱন্ত তুমি ব্রাহ্মণ মধ্যেসাৰ।
মনৰ সংসয় সৱ চেদিয়ো আমাৰ।।৮
এহি অর্থ বুঝিবাৰ আন নোহে পাত্র।
ইহাৰ নিগূঢ় অর্থ তুমি জানা মাত্র।।
সত ভবিষ্যতক সকলে বুঝা তুমি।
এতেকে ৰুদ্রৰ মহিমাক পুচো আমি।।৯
সনত কুমাৰৰ দ্বাৰা ৰুদ্রৰ মহিমা কথন — হেন শুনিয়া সনত কুমাৰে বোলয়।
যে পুচা কৃপালু ৰুদ্রৰ মহিমা চয়।।
তাত পূর্ব্বে অনেক সম্বাদ আচয়।
নৈমিষা অৰণ্যে ঋষি সকল বসয়।।১০
ভৃগু অঙ্গিৰা দুই ঋষিক আগ কৰি।

---

৩। সকলাদত, ভবিষ্যত, যে ৪। যত, আকাশ, প্রকাশ ৫। বাগেশ্বৰী, মূর্খো, দেৱীৰ, শিৱ পুৰাণৰ ৮। ভজি, পুছিলা, ব্রাহ্মণ, ছেদিয়ো, সংশয় ৯। ভূত ভবিষ্যতক, পুছো ১০। শুনিয়া, যে, আছয়

| | |
|---|---|
| ঋষিসকল ব্ৰহ্মাৰ | লোভ-মোহ-কাম-ক্ৰোধ সবে পৰিহৰি।। |
| সভালৈ গমন | সুদ্ধভাৱে ঈশ্বৰক চিন্তি একমনে। |
| | ব্ৰহ্মাৰ থানক চলি গৈলা ঋষি গনে।।১১ |
| | তৈতে কামগমা নামে সভা দেখিলন্ত। |
| | জাহাক লুভিয়া জন সবে নেদেখন্ত।। |
| | তাহাত নাহিকে চন্দ্ৰ-সূৰ্যৰ জে কান্তি। |
| | সেহি সভা মধ্যে ব্ৰহ্মা আপুনি জলন্তি।।১২ |
| | সেহি থানে ঋষি সবে ব্ৰহ্মাক দেখিয়া। |
| | প্ৰণাম কৰিলা পড়ি চৰণে ধৰিয়া।। |
| | সাদৰিয়া ব্ৰহ্মা পাছে কুষল পুচয়। |
| | কি কাৰ্যে আসিলা মোত কহিয়ো নিচ্চয়।।১৩ |
| ঋষিসকল | জেহি বৰ লাগে মাগা তাকে দিবো ময়। |
| আগমনৰ উদ্দেশ্য | হেন বানি সুনি ঋষি সকলে বোলয়।।১৪ |
| ব্যাখ্যা | আমাৰ মনত বড় সংসয় আচয়। |
| | সি সব সংসয় চেদিয়োক মহাসয়।। |
| | তিনি লোক মধ্যে সুধিবাৰ পাত্ৰ তুমি। |
| ব্ৰহ্মাৰ প্ৰতি | এতেকে ৰুদ্ৰৰ জন্ম কহিয়োক স্বামি।।১৫ |
| ঋষিসকল প্ৰশ্ন | কেন ৰূপে জন্ম তান মহিমা কেনয়। |
| | ইসব কথাক সুনিবাক ইচা জায়।। |
| | হেন সুনি ব্ৰহ্মা বোলে ঋষিক বুঝাই। |
| | তোমাসব সম আৰ ভাগ্যৱন্ত নাই।।১৬ |
| ব্ৰহ্মাৰ দ্বাৰা | জত পুচিচা ৰুদ্ৰৰ মহিমা আমাত। |
| ৰুদ্ৰৰ জন্ম | সকলে কহিবো মই সুনিয়ো সাক্ষাত।। |
| বৃত্তান্ত বৰ্ণনা | এহি বুলি ব্ৰহ্মাদেৱে কহিবাক লৈলা। |
| | প্ৰলয় কালে ব্ৰহ্মাণ্ড জল ৰূপ ভৈলা।।১৭ |
| | সেহিকালে চন্দ্ৰ সূৰ্য কিচো নাহি কয়। |
| | হেন কালে একলে জলত ভ্ৰমো ময়।। |
| | সৱিৰৰ কান্তি যে চৌদিসে প্ৰকাসয়। |
| | তৈতে পাচে এক পুৰুষ দেখিলো ময়।।১৮ |
| | সেহি পুৰুষৰ বস্থি লাগিল আমাৰে। |

১১। শুদ্ধ, ঈশ্বৰক, গণে। ১২। যাহাক, সূৰ্য্য, জ্বলন্তি। ১৩। প্ৰণাম, কুশল, নিশ্চয়, ১৪। বাণী, শুনি ১৫। আছয়, ছেদিয়োক, মহাশয়, স্বামী ১৬। ৰূপে, ইচ্ছা, যায়, ১৮। শৰীৰৰ, চৌদিশে, প্ৰকাশয়

নিজো ব্যক্ত বুলিবাক নোৱাৰিলা তাৰে।।
পাচে যদি মোকৰ হিতক জানি মনে।
চিন্তিবাক লৈলো সেহি পুৰুষ চৰণে।।১৯
লক্ষ কোটি হাজাৰ বৎসৰ কৰো ধ্যান।

*মহাৰুদ্ৰৰ আৱিৰ্ভাৱ আৰু সৃষ্টি কাৰ্য্যত প্ৰবৃত্ত হ'বলৈ ব্ৰহ্মাক আদেশ প্ৰদান*

তাত পাচে দেখাদিল দেৱ ভগৱান।।
দুৰ্বোৰ কণক তেজি সুপ্ৰসন্ন ভৈলা।
হাস্যকৰি মহাৰুদ্ৰে বচন বুলিলা।।২০
মেঘৰ ধ্বনি সম গহন বাক্যচয়।
বুলিবে লৈলা সেহি পুৰুষ মহাসয়।।
মোহোৰ মায়াৰে ব্ৰহ্মা মোহ আছা পাই।
জিহেতু মনিসে মাত্ৰ আন বস্তু নাই।।২১
এতেকে মোহোৰ বাক্যে এৰা মোহ চয়।
লোক সব সৃজিয়োক তুমি মহাসয়।।
এতেক বুলি মহাৰুদ্ৰে মায়ায়ে সন্ত।
ৰুদ্ৰ এক সৃজি অন্তৰ্দ্ধান ভৈলন্ত।।২২

*ৰুদ্ৰৰ দ্বাৰা সৃষ্টিতত্ত্ব ব্যাখ্যা*

পাচে সেহি ৰুদ্ৰদেৱে বোলয় আমাক।
জেন ৰূপে উপদেস কহিবো তাহাক।।
ইতো চৰাচৰ প্ৰানি জেমন্তে থাকয়।
তাকে তোমাসাত প্ৰণমিয়া কহো ময়।।২৩
পূৰ্ব্বে প্ৰজাপতি যে অনুক সৃজি আছে।
সেহি অনুমধ্যে প্ৰানসব থাকে পাচে।।
অনুতহন্তে সে প্ৰাণিসকল জন্ময়।
তাত পাচে লোক সবে কৰ্ম্মক কৰয়।।২৪
সেহি কৰ্ম্ম ৰূপি জজ্ঞ জতেক হৱয়।
তাহাতে বেদময় পূৰ্ণ ব্ৰহ্মো থাকয়।।
হে ব্ৰহ্মা এনয় ৰূপি ব্ৰহ্মাক কহিলো।
এহি ৰূপে পাচে ময়ো বেদক জানিলো।।২৫
মোক এহি উপদেস দিয়া সদাসিৱ।
তৈতে অন্তৰ্দ্ধান ভৈল জগতৰ জিৱ।।
পাচে তৈতে সিতো সঙ্কৰক নাদেখিলোঁ।

*ৰুদ্ৰৰ পঞ্চ*

আকুল স্বভাৱে ময়ো মহিমা কহিলোঁ।।২৬

---

১৯। নোৱাৰিলোঁ, বলি, চৰণে। ২১। যিহেতু. ২২। অন্তৰ্দ্ধান ২৩। উপদেশ, ইটো, যিমতে ২৫। যজ্ঞ, হোৱয়, পূৰ্ণব্ৰহ্ম, ২৬। সিটো শঙ্কৰক

মূর্ত্তি

সেহি মহিমাক কহো তোমাসব আগে।
সুনা একচিত্তে ঋষি সব মহাভাগে।।
রুদ্রর পঞ্চম মূর্ত্তি সুনিয়ো নির্ণয়।
এক মূর্ত্তি ভয়ানক লোম সিহরয়।।২৭
আর মূর্ত্তি সূর্য সম তপস্যা করয়।
চন্দ্রর সমান আর মূর্ত্তি প্রকাসয়।।
চতুর্থ মূর্ত্তির কুবেরর সম কাই।
পঞ্চম মূর্ত্তি ব্রহ্ম রূপে থাকে সদাই।।২৮
এহি ব্রহ্ম রূপ চিন্তি পাবে যোগিগনে।
ইতো পঞ্চ রূপ ধরি থাকে সর্ব্বক্ষণে।।
প্রথম মূর্ত্তিয়ে সদা কৃড়াক করয়।
দ্বিতীয় মূর্ত্তিয়ে তপস্যাক আচরয়।।২৯
তৃতীয় মূর্ত্তিয়ে লোক করয় পালন।
চতুর্থ মূর্ত্তিয়ে প্রজা করয় নাসন।।
পঞ্চম মূর্ত্তিক জাক ব্রহ্ম বুলি কয়।
সমস্তে জগত জিতো ব্যাপিয়া আচয়।।৩০

রুদ্রর পঞ্চম মূর্ত্তির তত্ত্ব ব্যাখ্যা

সবারে আত্মাত রহি করয় নাসন।
কৃপা তারে সমস্তকে করিছে বন্ধন।।
এতেকেসে সর্ব্বজনে ঈশ্বর বোলয়।
ইহাত সংসয় নকরিবা মুনিচয়।।৩১
জাতো তাত হন্তে জন্ম মরণ মিলয়।
অগতি গতি বিদ্যা আর অবিদ্যা হয়।।
এহি সত্ত্ব ভাগ জাতো সততে আচয়।
ইসব নির্মীতে ভগবন্ত বুলি কয়।৩২
ব্রহ্মাদিতো করি শ্রেষ্ঠ পরম মহন্ত।
সর্ব্ব সাধুজনে পূজে নাহি আদি অন্ত।।
এহিসে কারনে মহাদেব বুলি কয়।
কহিলো স্বরূপ আত নাহিকে সংসয়।।৩৩

রুদ্রর বিভিন্ন নামর তত্ত্ব

জন্মিয়া রোদন তেহে করিলন্ত পাছে।
এহিতো নিমিত্তে তাক রুদ্র বুলি আছে।।

---

২৭। শুনা, নির্ণয়, শিহরয় ২৮। প্রকাশয়, কায় ২৯। যোগীগণে, ইটো ক্রীড়াক ৩০। নাশন, যাক, যিটো, আছয় ৩১। নাশন, করিছে বন্দন ৩২। নিমিত্তে ৩৩। স্বরূপ, কারণ

বিশ্লেষণ

পশু সবো নানা ৰূপে তেহে আছে পাতি।
ইসব কাৰনে তাক পশুপতি বুলি।। ৩৪
সমস্তৰে পিতৃ-মাতৃ জনিচা আপুনি।
এতেকে ষড়ম্ভূ বুলি সুনা সৱে মুনি।।
ব্ৰহ্মাৰ শিৰক ছিন্দিলেক কোপমনে।
সেহি কপোলক হস্তে ধৰিলা আপুনে।।৩৫
এতেকে তাহাক লোকে কপালি বোলয়।
আনন্দে কপোল কৰে ধৰিয়া ফুৰয়।।
প্ৰলয়ন্তে সমস্তকে কৰয় নাসন।
এহি কাৰণে সৰুৰ বোলে সৰ্ব্বজন।।৩৬
নিয়ন্ত কৰিয়া ভিন্ন বস্তু নাহি আন।
সবাৰে ইশ্বৰ হেতু বোলয় ইসান।।
মহন্ত ঐশ্বৰ্য সৱ বেকত আচয়।
মহন্তসকলে জাতো সদা আৰাধয়।।৩৭
মহন্ত সৱতো কৰি মহন্ত গহন।
এতেকেসে মহেশ্বৰ বোলে সাধুজন।।
চৰাচৰ সমস্তকে ব্যাপিয়া আচয়।
এহিসে কাৰনে জগতে ব্ৰহ্ম বোলয়।।৩৮
জাকে ব্ৰহ্ম বুলি কহে তেহেন্তেসে শিৱ।
তাহানে স্বৰূপ তত্ত্ব নজানয় কেৱ।।
তেহে শব্দ ব্ৰহ্ম নিত্য অনিত্য হোৱয়।
সমস্তৰে জিৱ প্ৰান ৰূপে প্ৰবৰ্ত্তয়।।৩৯
দেৱতাবোদেৱ তাক সৰ্ব্ব সাস্ত্ৰে কয়।
জাক চিন্তি জানি সৱে মুক্তিক পাৱয়।।
সেহি ব্ৰহ্ম ৰুদ্ৰ ৰূপে হয়া আচা নিত্য।
ব্ৰহ্ম আদি জিৱ সৱ সকলে অনিত্য।।৪০
এহি হেতু আমাৰো ৰুদ্ৰেসে ইষ্ট দেৱ।
আমি আদি জিৱ সৱে তাক কৰো সেৱ।।
অন্য দেৱতাবো দেৱ আমাক বোলয়।
আৰ দেৱসবো ব্ৰাহ্মনৰ দেৱ হয়।।৪১
সমস্তে জাতিৰ পৰি ব্ৰাহ্মনেসে দেৱ।

ব্ৰহ্মাৰ সৈতে শিৱৰ অভিন্নতা নিৰূপণ

---

৩৪। পশু, পশুপতি ৩৫। স্বয়ম্ভু, তথা, শিৰক ৩৬। নিৰ্ক্ত ঈশান ৩৭। ঐশ্বৰ্য্য, যাতো ৩৮। চৰাচৰ ৩৯। হৃদে, জীৱ—প্ৰাণ ৰূপে ৪০। শাস্ত্ৰে জানী

ব্ৰাহ্মনত কৰি শ্ৰেষ্ঠ আন নাহি কোঁৱ।।
সেহি মহেশৰ তত্ত্ব যি জনে জানয়।
তাহান কীৰ্ত্তন জিতো সদায়ে কৰয়।।৪২
সকলে দুখখণ্ড সিতো"হোৱয় মোচন।
এহি তত্ত্ব কহিলো সুনিয়ো মুনিগণ।।
ব্যাসৰ কবিত্ত ইটো শিৱ পুৰানৰ।
পদবন্ধে ভনে ৰুদ্ৰ সিংহ নৃপবৰ।।৪৩

।।২।।

শ্লোক

শাৰ্দ্দূলচৰ্ম্মবসনায়গিৰীন্দ্ৰকণ্যাবক্ত্ৰাৰবিন্দমকৰন্দমধুব্ৰতায়।
ভৃত্যাৰ্ত্তিহায়ককশাময়মানসায়ভীমায়ভীমককশায়
নমোনমস্তে।।২

(অৰ্থ : বাঘৰ ছাল যাৰ বসন, হিমালয় কন্যাৰ মুখ পদ্মৰ পৰাগমধু যিজনে সততে সেৱন কৰে; যিজনে ভৃত্যসকলৰ আৰ্ত্তি নাশ কৰে, যাৰ মন কৰুণাময়, সেই ভয়ানক অস্ত্ৰধাৰী শিৱক (মই) বাৰম্বাৰ নমস্কাৰ কৰোঁ।)

পদ

লিঙ্গৰূপী শিৱৰ মহত্ত্ব কথন

ব্যাসৰ আগে সনত্ কুমাৰে বোলয়।
সুনা ব্ৰহ্মাণ্ডৰ ক্ষয় বৃদ্ধিৰ নিৰ্ণয়।।
তাপ নাসৱো কাৰন সিৱেসে সাখ্যাত।
সমস্তে জগতো ৰুদ্ৰহন্তে হোৱে জাত।।৪৪
বিষ্ণু আদি কৰি আনো জত দেৱ চয়।
লিঙ্গ ৰূপি সিৱহন্তে জন্মিচা নিশ্চয়।।
শিৱ দেৱতাৰো সুনা কহো আতপৰ।
লিঙ্গ ৰূপি সিৱ তেজে জন্মিলা সত্তৰ।।৪৫

ঋষিসবৰ ওচৰত ব্ৰহ্মাৰ দ্বাৰা শিৱতত্ত্ব ব্যাখ্যা

দ্বিজ সব সুনিয়োক আমাৰ বচন।
নানা ৰূপে কহয় শিৱক সৰ্ব্বজন।।
এতেকে অল্প কৰি ৰহস্য কহোঁৱয়।
সুনিয়োক ঋষিসব নকৰিবা সংশয়।।৪৬
আমি আদি জত দেখা দেৱ সমস্তয়।
শিৱৰ কটাক্ষে সবে নষ্ট হোৱা জায়।।
এহি হেতু সদাসিৱক নিশ্চয় ৰূপে।

৪২। মহেশ ৪৩। দুখক্ত সিটো ৪৪। শুনা, নিৰ্ণয়, নাশয়ো, কাৰণ, সাক্ষাত ৪৫। যত ৪৬। বচন

কহন্ত নাজাই মুই কহিলোঁ স্বৰূপে।।৪৭
তানে তত্ত্ব মহিমাক কৈবে কোনে পাৰে।
সুনা সবে কিছো কহোঁ মতি অনুসাৰে।।
ৰুদ্ৰৰ পৰম ভক্ত জিতো নৰচয়।
দেৱতো কৰিয়া শ্ৰেষ্ঠ, কহিলোঁ নিশ্চয়।।৪৮

ৰুদ্ৰ-ভক্তি আৰু ৰুদ্ৰ ভক্তৰ শ্ৰেষ্ঠতা নিৰূপণ

সবে মহাপাপ জিতো জনে আছে কৰি।
ৰুদ্ৰ ভজি গতি পাৱে পাপক সংহৰি।।
কোটি অশ্বমেধ কৰি জি গতি নাপাই।
ৰুদ্ৰৰ ভকতে অপ্ৰয়াসে তাক পাই।।৪৯
ৰুদ্ৰ তুষ্ট হৈলে আৰ কি কৈবো মহিমা।
ত্ৰিজগত পতি হয় নাহিকে উপমা।।
জাতো ৰুদ্ৰদেৱ অল্প কাজে তুষ্ট হয়।
আপোনাৰ নিজ পদ ভকতক দিবয়।।৫০
জিতো জনে ৰুদ্ৰৰ ভকত মহাসয়।
তিনিয়ো সন্ধ্যাত নাম কীৰ্ত্তন কৰয়।।
সেহিজনে সকলে পাতক দূৰ কৰি।
মহাসুখে জাই ভৱ সাগৰক তৰি।।৫১
সকলে লক্ষণে জিতো জন হীন হয়।
মহাপাতকিয়ো যদি সিৱক ভজয়।।
তথাপি সিজন শিৱ সমীপক পাই।
সুনা ঋষি সব আত নাহিকে সংসই।।৫২
সিৱৰ ভকতৰ সংসাৰৰ দুঃখ নাই।
মনে মাত্ৰ ভজিলেয়ো মুকুতিক পাই।।
জি সবে কৰয় নিত্যে যজ্ঞ হোম-দান।
নিত্য-নৈমিত্তিক-কাম্য অতিথি সন্মান।।৫৩
ৰুদ্ৰ-ভকতৰ পুণ্য সোল ভাগ কৰি।
তাৰ এক ভাগৰো নোহয় সম সৰি।।
জিতো জনে ধ্যান যোগ তপস্যা কৰয়।
সিৱ তুষ্ট হৈলে সে সিজনো মুক্ত হয়।।৫৪
সাংখ্যা যোগৰ জিতো অক্ষৰ কাৰন।
সাশ্বত অব্যয় ধ্ৰুৱ সিৱ সনাতন।।
হেনয় সিৱক নভজন্ত জিতো নৰ।
নলভয় সিদ্ধি সিতো কহিলোহো সাৰ।।৫৫

---

৪৭। যায়, স্বৰূপে ৪৮। নিশ্চয়। ৪৯। আছে, অশ্বমেধ, যি ৫০। ত্ৰিজগত, উপমা ৫১। মহাশয় ৫২। হীন, সমীপক, ৫৩। দুখ ৫৪। যোগ ৫৫। শাশ্বত

এহি হেতু ঋষিসৱ এড়ি মন মলা।
তীৰ্থৰো জে তীৰ্থ মঙ্গলৰো সুমঙ্গল।।
পৱিত্ৰতো কৰি জিতো পৱিত্ৰ প্ৰধান।
ভজা ঋষিসৱ তাক হয়া সাৱধান।।৫৬
বাঞ্ছকত সমস্তৰে জিতো হিতকাৰি।
নিৰ্ম্মল প্ৰণৱ ৰূপি অসুৰ সংহাৰি।।
শ্ৰেষ্ঠ মহন্ত দুখ্খ নাসক সবাৰে।
লিঙ্গ ৰূপি সিৱক জানিতে কোনে পাৰে।৫৭
জেন ক্ষিৰ মধ্যে ঘৃত কাষ্ঠে হুতাসন।
পৃথিৱিত জল আকাশত জে পৱন।।
তেনে ৰূপে মহেশ্বৰ সমস্তে সংসাৰ।
ব্যাপিয়া আছয় মৱি কৈলো সাৰে সাৰ।।৫৮
সনত কুমাৰ আদি আত্ম জানি গনে।
পূজা হোম ধ্যানে জাক চিন্তে সৰ্ব্বজনে।।
হেনয় সিৱক কহো সুনা এক মনে।
এহি বুলি ব্ৰহ্মা চিন্তিবাক লৈলা মনে।৫৯
অনেক লক্ষণে যুক্ত লিঙ্গ কান্তি সন্ত।
দেখি ব্ৰহ্মাদেৱে তাক স্তুতি কৰিলন্ত।।
বিষ্ণু মহেশ্বৰ সৃষ্টিকাৰি সদাসিৱ।
সবাতে কৰিয়া শ্ৰেষ্ঠ জগতৰে জিৱ।।৬০
এনয় তোমাত মৱি পসিলো সৰনে।
কৰিয়োক কৃপা প্ৰভু অভয় চৰনে।।
লোকপাল সকলেয়ো তোমাক ভজিয়া।
বিমানত চড়ি ফুৰে আনন্দ কৰিয়া।।৬১
পূৰ্ব্বত ইন্দ্ৰক আদি কৰি দেৱগনে।
লিঙ্গ ৰূপি তোমাক পূজিছে সৰ্ব্বজনে।।
ব্যাসৰ কৃত ইত্ৰে গহন শ্লোক চয়।
ৰুদ্ৰ সিংহ নৃপে ভনে সিৱ পুৰানয়।।৬২

।। ৩ ।।

শ্লোক

দক্ষপ্ৰজাপতিমহাধ্বৰভঞ্জকায়,
জ্ঞানপ্ৰদায়চৰাচৰভঞ্জকায়।

---

৫৭। বাঞ্ছত (?), হিতকাৰী প্ৰনৱ ৫৮। ক্ষীৰ, হুতাশন, পৃথিৱীত, আকাশত ৫৯। জানীগনে, সৰ্ব্বজনে ৬০। সৃষ্টিকাৰী ৬১। পশিলো, শৰনে।

কাত্যায়নীবদনচন্দ্ৰচকোৰ কায়,
ৰুদ্ৰায়ৰুদ্ৰচৰিতায় নমোনমস্তে।।

(অৰ্থ ঃ দক্ষপ্ৰজাপতিৰ মহাযজ্ঞ ভঙ্গ কৰোঁতা, ত্ৰিভুৱন আৰু চৰাচৰ জগতৰ আনন্দদায়ক কাত্যায়নী দুৰ্গাৰ মুখ-চন্দ্ৰৰ নিমিত্ত চকোৰ স্বৰূপ, সেই উগ্ৰচৰিত ৰুদ্ৰক বাৰম্বাৰ নমস্কাৰ কৰোঁ।)

পদ

ব্ৰহ্মাৰ ওচৰত ঋষিসকলৰ শিৱ জিজ্ঞাসা

ব্ৰহ্মাৰ আগত ঋষি সকলে বোলয়।
কোন ৰূপে মহেসক প্ৰসন্ন কৰায়।।
প্ৰসন্ন বা সদাশিৱ হোৱে কোন ৰূপে।
সুনিবাক ইচ্ছা জাই কহিয়ো স্বৰূপে।।৬৩
হেন সুনি ব্ৰহ্মা বোলে সুনা ঋষিগন।
কহো তোমসাৰ প্ৰশ্ন প্ৰপঞ্চি এখন।।

বিষ্ণুৰ দ্বাৰা শিৱ আৰাধনা আৰু বিষ্ণুৰ প্ৰতি শিৱৰ আদেশ

পূৰ্ব্বত অনেক কোটি হাজাৰ বৎসৰ।
বিষ্ণুৱে সিৱক আৰাধিলা তৎপৰ।।৬৪
পাচে ৰুদ্ৰ তুষ্ট হয়া দিলা ইষ্ট বৰ।
কহো ময়ি তাহাক সুনিয়ো আতপৰ।।
আমাৰ আজ্ঞায়ে তুমি চক্ৰধৰা কৰে।
মহাবলৱন্ত হয়ো মোৰ সমসৰে।।৬৫
শিৱত হন্তে পাছে এহি বৰ পাইলা।
বিষ্ণো এয়ো জগতক পালন কৰিলা।।

ব্ৰহ্মাৰ দ্বাৰা শিৱ আৰাধনা আৰু শিৱৰ প্ৰসাদ লাভ

পূৰ্ব্বে ময়ো সিৱক একচিত্তে ভজিলো।
পূজা হোম স্তুতি কৰ্ম্ম অনেক কৰিলো।।৬৬
এহি হেতু ময়ো ব্ৰহ্মাপদক লভিলো।
সুনা ঋষিসৱ এহি তত্ত্বক কহিলো।।
এতেকে সকল কালে সিৱ বৰদাতা।
সংহাৰ সৃজনকাৰি আপুনি পালতা।।৬৭
ভূত ভবিস্যত্ত সকলে জানিলো ময়।
ব্ৰহ্ম জ্ঞান বেদ তত্ত্ব বুঝিলো নিশ্চয়।।
সৰ্ব্বজনে পিতামহ বোলয় মোহোক।
সিৱৰ প্ৰসাদে লভি আছো ব্ৰহ্মালোক।।৬৮
পূৰ্ব্বে ইন্দ্ৰে পাসুপত ব্ৰতক কৰিলা।
কায় ক্লেসে বায়ু ভক্ষি সিৱক তুসিলা।।

---

৬৩। মহেসক, শুনিবাক, ইচ্ছা ৬৪।। প্ৰশ্ন তোমাসাৰ ৬৮। ভবিষ্যত

*ইন্দ্ৰৰ শিব আৰাধনা আৰু শিবৰ অনুগ্ৰহ লাভ*

দিগম্বৰ ভস্ম ব্যাঘ্ৰ চৰ্ম্ম জটাধৰ।
ত্ৰিভুবন দহন পিনাক জাৰ কৰ।।৬৯
হেন মহাদেৱে দেখা দিয়া দিলা বৰ।
হয়ো দেৱৰাজ তুমি দিব্য বজ্ৰধৰ।।
ৰুদ্ৰৰ প্ৰসাদে ইন্দ্ৰ স্বৰ্গত বৰ্ত্তয়।
সুনিয়োক ঋষি সব কহিলো নিশ্চয়।।৭০
অন্ত পাচে মহেসে ইন্দ্ৰক সক্তি বলে।

*মহেশৰ দ্বাৰা নিৰ্ম্মিত সপ্ত হাজাৰ বিমানৰ বৰ্ণনা*

সপ্ত হাজাৰ বিমানক সৃজিয়া দিলে।।
সেহি বিমানৰ সুনা জেহেন লক্ষণ।
চন্দ্ৰ-সূৰ্য্য সম কান্তি দেখি সৰ্ব্বক্ষণ।।৭১
তাতে অনেক সহস্ৰ দিব্য কন্যা চয়।
নানা অলঙ্কাৰ পিন্ধি প্ৰকাস কৰয়।।
অতি ৰঙ্গে গীত গাহি গন্ধৰ্ব্বসকলে।
অপস্বৰা নৃত্য কৰে মন কৌতুহলে।।৭২

*ইন্দ্ৰৰ গৰ্ব্ব*

সেহি বিমানত অপ্সৰা সমন্বিতে।
ক্ৰীড়া কৰি থাকে ইন্দ্ৰ মন হৰিসিত।।
পাচে ঐশ্বৰ্য্যৰ মদে গৰ্ব্ব বাঢ়ি গৈল।
মোৰ সম কোন আছে বুলিবাক লৈল।৭৩
এহি ৰূপে ইন্দ্ৰেয়ো অহঙ্কাৰ কৰিলা।
তাক পাচে সদাসিৱে ইঙ্গিতে জানিলা।।

*ইন্দ্ৰৰ গৰ্ব-খৰ্ব*

হেন দেখি পুষ্প যুক্ত অতি মনোহৰ।
এক কোটি বিমান সৃজিলা মহেশ্বৰ।।৭৪
তপ্ত সুৱৰ্ণৰ সম সুন্দৰ সৰিৰ।
অনেক সেৱক সব দেখিতে ৰুচিৰ।।
হেন ভৃত্যগণে চৌপাসে আবৃত হৈয়া।
অসংখ্য সূৰ্য্যৰ সম প্ৰকাস কৰিয়া। ৭৫

*ইন্দ্ৰৰ প্ৰতি মহেশৰ শাপ*

এক কোটি বিমানত চাড়িয়া মহেস।
ইন্দ্ৰৰ নগৰে পাছে ভৈলন্ত প্ৰৱেস।।
মহেন্দ্ৰৰ গৰ্ব্ব ভঙ্গ কৰিবাক প্ৰতি।
উপৰত মহেশ্বৰ ভৈলা উপস্থিতি।।৭৬
আত অনন্তৰে ৰুদ্ৰে হস্তে সূল ধৰি।
ইন্দ্ৰক বুলিবে লৈলা আতি কোপ কৰি।।

---

৬৯। পাতপাত, ছুবিলা, যাব ৬৯। শক্তি ৭২। কৌতুহলে ৭৩। হৰিষিতে ৭৫। প্ৰকাশ ৭৬। প্ৰৱেশ,

মোহোৰ আজ্ঞাত ৰই, পাতালে চলিয়ো।
কৃষ্ণ কীট ৰূপ হয়া তহিতে থাকিয়ো।।৭৭
দিব্য সত সহস্ৰ বৎসৰ অন্তৰত।
ব্ৰহ্মাক দেখিয়া ইন্দ্ৰে হৈবি পূৰ্ব্বৱত।।
এহিমতে মহেন্দ্ৰক ৰুদ্ৰে সাপ দিলা।
পাচে ইন্দ্ৰে সাপ পায়া পাতালে চলিলা।।৭৮
দেৱতাসবে ইন্দ্ৰক সপিবাৰ দেখি।
শিৱক কৰিলা স্তুতি খানিকো নাপেখি।।
বিদুৰ সদৃৰ পৰাক্ৰমি বলৱন্ত।
অষ্টাধিক সাঠি কোটি ৰুদ্ৰ আসিলন্ত।।৭৯

**ৰুদ্ৰ গণৰ বৰ্ণনা**

পাৱক তুষিত আদি কৰি নামচয়।
সমস্তে লোকত এহি নাম প্ৰকাসয়।।
কোনো সব চন্দ্ৰ সম শৰিৰ সুন্দৰ।
কেহো জন কৃষ্ণ বৰ্ণ কলেৱৰ।।৮০
ঋষি সব আগে ব্ৰহ্মা বচন বোলয়।
সুনা এক চিত্তে শিৱৰ মহিমা চয়।।
সেহি সময়ত আমিয়ো বিস্ময় ভৈলো।
মহাপ্ৰলয় হৈল হেন মনে মানিলো।।৮১
ক্ৰীয়া নামে ৰুদ্ৰগণ পৰম সুন্দৰ।
অসংখ্যাত দেখিলো আকাসে তাতাৰ।।
সি সব জিমত.তাৰ সুনিয়ো নিৰ্ণয়।
ত্ৰিপুৰ ঘাতক কেহো পৰম দুৰ্জ্জয়।।৮২
কতো সব দক্ষ যজ্ঞ বিনাস কাৰক।
কেহো লোক সমস্তৰ আজ্ঞা বিধায়ক।।
কোনো শিল্পকাৰি কতো উদ্যোগি সদাই।
কতো ভয়াতুৰৰ ভয়ক বিনাসই।।৮৩
কতো বৃক্ষ লতাদিৰ ফল-পুষ্প কালে।
ফল-পুষ্প দিয়া সবে জগতকে পালে।।
কোনো জন বৃক্ষাদিৰ ফল পকাৱয়।
কেহো আকাশত কেহো স্বৰ্গত থাকয়।।৮৪

---

৭৭। শূল ৭৮। শত, শাপ ৭৯। শাপিবাৰ, সদৃশ, পৰাক্ৰমী শৰীৰ, ষাঠী ৮০। প্ৰকাশয় কৃষ্ণবৰ্ণ ৮১। মহিমাচয় ৮২। জিমত, নিৰ্ণয়, দুৰ্জ্জয় ৮৩। বিনাশ, যাত্ৰা, শিল্পকাৰী, উদ্যোগী, বিনাশয়।

আব সব নক্ষত্রব লাগত সকরে।
চন্দ্রব কলাক কতো কয় বৃদ্ধি করে।।
কতো চন্দ্র সূর্য দুইকো গ্রহণ কবয়।
কতো নিজ থানে সাংখ্য যোগ আচবয়।।৮৫
কেহো সব জলজন্ত থাকয় সদায়।
কতো সব মহেসক আবধি থাকয়।।
কতো সব আকাসত থাকি তাপ করে।
কতো গ্রহ রুপে থাকে সূর্য্যব ওচবে।।৮৬
সুগন্ধ পুষ্পব মালা কতোহো পিন্ধয়।
রুদ্রব সমিপে থাকি গমন কবয়।।
নানা বিদ্ধ বর্ন এহি গন সমস্তব।
অনেক প্রমান তাসম্বাব কলেবব।।৮৭
একেক গণপতিক দেখি নানা ঠান।
সবিব তাহাব যেক মনব সমান।।
জেন রুপে গ্রহ মণ্ডলব ভিতবত।
সদায়ে থাকিয়া সূর্যে প্রকাস কবন্ত।।৮৮
তেনে রুপে গন সব মধ্যে সদাশিব।
আপোনাব তেজে জলে জগতব জীব।।
এহিমতে শ্রীরুদ্রক আমিয়ো দেখিলো।
সেহি কথা তোমাসাব আগত কহিলো।।৮৯
ব্যাসব আগে সনত কুমাবে বোলয়।
জি পুচিলা তুমি সিবব মহিমা চয়।।
জেন মনে চুলে তাক কহিলো নিশ্চয়।
তুমি মহামুনি আত নকবা সংসেয়।।৯০
এহি আক্কান জি জনে সুনয় সদায়।
জিতো নবে সুদ্ধ হয়া মনেয়ো অবয়।।
শিব পুবাণব মাহাত্ম্য — জিবাজনে শ্রদ্ধা কবি পঢ়ে পর্ব্বকালে।
সেহিজনে বাঞ্ছিতক লভয় সকলে।।৯১
রুদ্রলোকে থাকে সত্ত সহস্র বৎসব।
অন্তে মুক্তিক পাই সেহি উত্তম নব।।

---

৮৫। সূর্য্য ৮৭। নানাবিধ বর্ন এহি গণ সমস্তব ৮৮। সূর্য্যে গণপতি ৮৯। বলে ৯১। এহি আখ্যান বিজনে ওনয়, তক

ত্রীস কভু কালে জিতো ইহাক পড়য়।
সেহি মনুষ্যর বির্য অক্ষেয় হোবয়।।১২
যুদ্ধ কালে পড়ে যদি হোবে যুদ্ধ জয়।
সুনা ঋষিসব আত নাহিকে সংশয়।।
উপবক খাইতে যদি ইহাক পড়য়।
সিজনব জানা ব্যাধি সব দুর হয়।।১৩
কর্ম্মকালে পড়ে যদি কর্ম্ম সিদ্ধি হয়।
অন্ততো সিঃ জন রুদ্রলোকে হোবে লয়।।
জিতো সুখ হয়া পড়ে দেবতার ঠাই।
সত রুদ্র স্তব পঠনব ফল পাই।।১৪
কোটি বস্ত্র জিবা দান করে সুদ্ধ মনে।
তার ফল পাই জানা ইহাক শ্রবনে।
সুনা ঋষিসব আত কিচো সকা নাই।
শিবর নাম স্মরিলে সংসার এড়াই।।১৫
আত পাচে ইন্দ্রে সাপ কালর অন্তত।
ব্রহ্মাক দেখিয়া কিট জয় চাড়িলন্ত।।
ব্রহ্মায়ো তেতে মহাত্মা রুদ্রক দেখিলা।
হাস্য করি সনত কুমারক বুলিলা।।১৬
হে পুত্র তুমি আমার বচন সুনিয়ো।
সনত কুমারর — এহি রুদ্রর মহিমা আপুনি দেখিয়ো।।
দ্বারা রুদ্রর — অহঙ্কার গর্ব্ব জাতো থাকে সর্ব্বক্ষণে।
রূপ দর্শন — এতেকে রুদ্রর তত্ত্ব নাজানাহা মনে।।১৭
তাত পাচে মহামুনি সনত কুমারে।
প্রকাসিত উগ্র রূপ দেখিলো শিবরে।।
ভয় হয়া ব্রহ্মার সমিপে চলি গৈলা।
কিচো বুলিবে নোয়ারি সম্ভ্রমে রহিলা।।১৮
ব্রহ্মার উপদেশ — ব্রহ্মাক বোলয় পাচে সম্মুখ হয়া।
সদাসিবর অদ্ভুত মহিমা দেখিয়া।।
মোহিত হৈলো খানিকে জাই প্রাণ খানি।
পুত্রর বচন সুনি ব্রহ্মা বোলে বানি।।১৯
পুত্র তুমি সোক চাড়ি আনন্দ করিয়ো।

---

১২। উত্তম, বিদ্যো, বীর্য্য ১৩। উবধক, দূর ১৪। শত রুদ্র স্তব ১৫। শ্রবণে ১৬। শাপকালর অন্তত, কীট জয় ছাড়িলন্ত ১৯। শুনি, বাণী, শোক, ছাড়ি, সকল, শনিয়ো

সেহি মহেস্বৰ পদে সকল পৰিয়ো।।
হেন শুনি সনক কুমাৰে বোলে বাক।
অজ্ঞানিক জ্ঞান ভাল দিলাহা আমাক।।১০০
ইতো অপৰাধ নাজানি কৰিলো আমি।
হৰোক প্ৰসন্ন হোত ক্ষেমিয়োক স্বামি।।
এহি ৰুদ্ৰৰ সাত্ত ৰূপ সাদেখো যানে।
সনত — এক চিত্ত হয়া আমিয়ো কৰিবো ধ্যানে।।১০১
কুমাৰৰ দ্বাৰা — এহি বুলি চিন্তয় মহেস্বৰ চৰণে।
মহেশ্বৰ — কতো কালে পাছে দেখা দিলা ত্ৰিলোচনে।।
ধ্যান — ব্ৰহ্মায়ো আপুনি সেহি ৰূপক দেখিলা।
আসনক চাড়ি কৰ জোড়ক কৰিলা।।১০২
প্ৰনাম কৰিয়া ব্ৰহ্মা আনন্দিত ভৈলা।
সনত কুমাৰ আগে কহিবাক লৈলা।।
সুনা পুত্ৰ পূৰ্ব্বে জাক আৰাধিতা তুমি।
সেহি মহেস এহেন্তে জগতৰ স্বামি।১০৩
ৰুদ্ৰৰ চৰণে কৰি সহস্ৰ প্ৰনতি।
পদ বন্ধে ভনে ৰুদ্ৰসিংহ নৰপতি।।
শিৱ-পুৰাণৰ কথা অতি সুভনয়।
জাহাৰ শ্ৰৱণে মুকুতি সুখ মিলয়।।১০৪
এতেকে আমাৰ পদে নিবিচাৰি দোস।
সিৱেৰ চৰিত্ৰ সুনি হৰোক সন্তোস।।
ৰুদ্ৰ সিংহ নৃপে বোলে সুনা সৰ্ব্বজন।
সদায়ে ঘুষিয়ো হৰিহৰ তৃলোচন।১০৫

।। ৪ ।।

শ্লোক

সুৰাসুৰৈৰ্ব্বন্দ্য পদাম্বুজায়,
বিপক্ষনাশোত্তমসদ্ভুজায়।
কোপাগ্নিভস্মীকৃত মন্মথায়।
নিত্যংনমস্তেত্ৰিপুৰোন্মথায়।

(অৰ্থ ঃ দেৱতা আৰু অসুৰবিলাকে যাৰ চৰণ পদ্ম বন্দনা কৰে, যাৰ সুবহ ভুজদ্বয়ে শত্ৰুনাশ কৰে, যিজনে কোপাগ্নিৰে মদনক ভস্মীভূত কৰিছে,

---

১০০। অজ্ঞানীক ১০১। শাক্তৰূপ। ১০৩। যাক আৰাধিব তুমি ১০৪। শিৱ পুৰাণৰ কথা অতি শুভ নয়, যাহাৰ শ্ৰৱণে ১০৫। দোষ, সন্তোষ, ত্ৰিলোচন।

সেই ত্রিপুবৰ উদ্বেগকাৰী শিৱক নিত্যৌ নমস্কাব কবোঁ।)

দোলড়ি

এহেন্তে ঈশ্বব সমস্তে লোকব
সবাকে ব্যাপি আচয়।
ব্রহ্মাব দ্বাবা — জনন মবন সবাবে কাবন
সনত কুমাবব — কহিলো মিয়ি নিচয়।।
ওচবত শিবব — নিত্য জে উপাস্য মুখে মৃদু হাস্য
মাহাত্ম্য ব্যাখ্যা — মহাদেব আদি দেব।
প্রভুবো জে প্রভু এহি সিব সম্ভু
সর্ব্বদায়ে কবো সেব।।১০৬
স্থাবব জঙ্গম ৰূপ অনুপম
সবে লোক রুদ্রময়।
যোগিগন চিন্তু জগতব হিত
সর্ব্ব সাস্ত্রে জাক কয়।।
পার্ব্বতীব পতি অগতিব গতি
পুত্র চিনিয়োক তই।
এহি মহাদেব সবে কবে সেব
কহিলো তোমাত মই।।১০৭
তোক দেখা দিলে বকাহে কবিলে
অজব অমব হৈলি।
তুমি তালমত নিযুক্ত ভকত
শিবব কৃপা লাভিলি।।
দেবব দুর্ল্লভ লভিলা সুলভ
মহেসক দেখা পাই।
জাতো পাপিজন নপাই দর্শন
এতেকে তজা সদাই।।১০৮
তান পদ সেবি যোগক লভিবি
পার্ষদতো শ্রেষ্ঠ হৈবি।
উপনিসদব মন্ত্র সাবোদ্ধাব
সদায়ে তান্নি জপিবি।।
ব্রহ্মা এহি বাক্য বুলিয়া পুত্রক
বহস্য মন্ত্রক দিলা।

---

১০৬। নিত্য যে উপাস্য, মৰণ কাৰণ ১০৭। যোগীগণ শাস্ত্র, ৭। পাপীজন, দর্শন,

পাচে মন্ত্ৰ পায়া সততে জপিয়া
হৃদয়ত দেখা পাইলা।।১০৯

**সনত কুমাৰৰ শিৱ-স্তুতি**

বেদ মন্ত্ৰ পঢ়ি চৰনত পড়ি
স্তুতি কৰিবাক লৈলা।
প্ৰদক্ষিন কৰি নাম মন্ত্ৰ ধৰি
পুনু স্তুতি আৰম্ভিলা।।
চৰাচৰ জত ব্যাপিচা সতত
শ্ৰেষ্ঠ বৰ দাতা হৰ।
প্ৰানিৰ ধাৰক দিগ্‌পাল নায়ক
যস জাজিক সঙ্কৰ।। ১১০
জ্ঞানেয়ো সাগৰ বীৰ্য্যেয়ো সাগৰ
পিনাক ধৰিচা কৰ।
মহা তপসিল মহাজ্ঞানসিল
ভৈৰৱ ইসান হৰ।।
ভৱ ভয় হাৰি গাৱে ভস্মধাৰি
মহা ভৈৰৱ সঙ্কৰ
পৰ্ব্বত নিবাসি পাতক বিনাসি
বসিষ্ঠ বৰাহ বৰ।।*১১১
সমুদ্ৰ ভীষণ ভয়ক নাসন
জম কালৰো নাসক।
চাৰিয়ো যুগত ধৰ্ম্ম আছে জত
তত্ত্ব ধাৰি প্ৰবৰ্ত্তক।।
অজক বাহন প্ৰানিৰ নাসন
গোপতি তুদসেশ্বৰ।
কৰ্ম্ম ৰূপি আৰ কৰ্ম্ম কৰ্ত্তা সাৰ
সূৰ্য সম কলেৱৰ।।১১২
অগ্নি নেত্ৰ জোৰ* চতুৰ্ম্মুখ্য ঘোৰ
চতুৰ্ব্বাহু সদাসিৱ।
চতুশ্চন্দ্ৰ দেখি চতুৰ্দ্দন্ত লখি
সমস্তৰে তুমি জিৱ।।

---

১০৯। উপনিবলন ১১০। প্ৰদক্ষিণ, প্ৰাণীৰ ধাৰক, বশ ৰাজিক শংকৰ। ১১১। বীৰ্য্যেৰো, মহাতপশীল, মহাজ্ঞান, ঈশান, ভয়হাৰী, ভস্মধাৰী নিবাসী, বিনাশী, *লোহিত ৰবাহ বৰ? ১১২। যমকালৰো নাশক, বজ্ৰধাৰী,

চতুর্নেত্র ধার  চতুষ্পথ সার
 বায়ু রূপ মহেশ্বর।
কাল অগ্নি মুখ  দেখি মিলে সুখ
 তুমি দেব দিগম্বর।।১১৩
মেঘ জে বাহন  দেব তৃলোচন
 সিরে ফণা জটাধার।
ধার্ম্মিক ঈশ্বর  ভষ্ম কলেবর
 অম্বর চর্ম্ম ব্যাঘ্রর।।
কীর্ত্তি রূপ তুমি  লজ্জা রূপ স্বামি
 কাম্য কর্ত্তা সর্ব্বরূপ।
শ্রীকণ্ঠ নামক  ধরিচা প্রত্যেক
 কালকো রুদ্রা দাহন।।১১৪
বিষ্ণু সূর্য্য চন্দ্র  অদিতি সমুদ্র
 দেবাসুর জয়সিল।
দেবাসুর চয়  সবারে আশ্রয়
 কপর্দ্দিহস্তে তৃশূল।।
অজাত জটিল  সংসারের মূল
 সবারে পরম গতি।
তপসি সবর  সত্ত্ব রূপ ধর
 পরম্পদ পশুপতি।।১১৫
পরাপর জত  জানা সবে তত্ব
 অর্য্যমা অনিল রূপ।
কৃষ্ণে সুক্ল দুই  লোচন জলয়
 কৃষ্ণে জে সুক্ল স্বরূপ।।
ব্রহ্মার নায়ক  মুকুতি দায়ক
 নাভি পঙ্কজত স্থিত।
ব্রহ্ম রূপ ধর  নীল কলেবর
 শ্রীমন্ত সুন্দর নিত।।১১৬
সংখ চক্র গদা  ধরিচা সর্ব্বদা
 গৃহাশ্রমি ব্রহ্মচারি।
বানপ্রস্থ যতি  ভিক্ষুক অথিতি

---

১১৩। *অগ্নিনেত্র ধার?, চতুষ্পথ ১১৪। ত্রিলোচন, শিরে, কীর্ত্তি ১১৫। দেবাসুর আশ্রয়, তপসী, রূপ ধর ১১৬। ব্রহ্ম-কলেবরূপ

চাৰিবেদ ৰূপ ধাৰি।।
যত সাস্ত্ৰ চয় সবে তুমি ময়
ঈশ্বৰ সৰ্ব্বলোকৰ।
তুমি দেব বিষ্ণু হৰ মহাপ্ৰভু
পিতা মাতা সমস্তৰ।।১১৭
সহস্ৰেক হস্ত ভুত ভবিষ্যত
বৰ্ত্তমান ৰূপ তুমি।
দেব ভগৱন্ত অনাদি অনন্ত
গম্যাগম্য ৰূপ স্বামি।।
তোমাৰ সৃষিৰ পৰম ৰুচিৰ
আতে জন্মে তিনিলোক।
অপাৰ অপাৰ ঐশৰ্য তোমাৰ
কৰিয়োক কৃপা মোক।।১১৮
তোমাৰ তত্বক নাজানো প্ৰত্যেক
মই মূঢ় সৰ্ব্বক্ষণ।
তিনিয়ো লোকত তোমাক সতত
তথাপি কৰো বন্দন।।
তিনিয়ো পূৰ্ব্বত তোমাক জে নিত্য
নমস্কাৰ কৰো আমি।
সকল ভুবনে বুঝি আছো মনে
তুমি দুৰ্ব্বিজ্ঞেয় স্বামি।।১১৯
এতেকে তোমাক প্ৰণামো সম্যক
তুমি জগতৰ জীৱ।
গমনা গমন নাজানোহো মন
যোগেশ্বৰ সদাশিৱ।
মহাযোগী জত তাহাৰ মধ্যত
তোমাক কৰো প্ৰণাম।
এহিমতে সাৰ সনত কুমাৰ
স্তুতি কৰে জপি নাম।।১২০
ব্ৰহ্মাৰ ছাৱা মহাদেৱ পাচে ব্যক্ত হয়া আছে
মহেশ্বৰ ৰূপ হাস্য কৰি বোলে বাণি।

১১৭। শৰ্ব...গৃহাশ্ৰমী ব্ৰহ্মচাৰী, যতি, চাৰিবেদ ৰূপধাৰী, যত শাস্ত্ৰ চয়। ১১৮। ভুত, শৰীৰ, ঐশ্বৰ্য্য ১১৯। শোভে শিৰে, মযূৰ পুচ্ছ শৰীৰে ত্ৰিশূল, খট্টাঙ্গ শাখ, নন্দীশ্বৰে।

বৰ্ণন জেন ৰূপ সাৰ যেগ্যা দিলে আৰ
তাৰ সুনা দৰে মুনি।।
দণ্ড কমণ্ডলু হাতে সৰ্প লয়
অৰ্দ্ধ চন্দ্ৰ শোভে শিৰে।
ব্যাঘ্র চৰ্ম্ম যত বান্ধিল কটিত
সিংহৰ চৰ্ম্ম শৰিৰে।।১২১
অক্ষ মালা কৰ শিৰে জটাধৰ
ময়ুৰ পুচ্চ শৰীৰে।
ত্রিসূল পট্টিস মুষল সুকেস
খট্টাঙ্গি সাথ সবাৰে।।
ত্রিসূল হাতত ধৰিক্ষা সতত
নন্দিশ্বৰে সেৱে তাক।
হেন ভগৱন্ত বাক্য বুলিলন্ত
ভক্ত সনৎ কুমাৰক।।১২২
অভীষ্ট বৰ তুমি ব্রাহ্মণৰ মধ্যে শ্রেষ্ঠতৰ
লবলৈ শিৱৰ বাবা হৈলোহো তুষ্ট তোমাৰে।
সনত কুমাৰক দেখিয়ো সম্প্ৰতি হেৰা মহাব্ৰতি
নিৰ্দ্দেশ প্ৰদান এহিতো ৰূপ আমাৰ।।
তোমাৰ কৈল্যান হৌক সৰ্ব্বক্ষণ
ত্ৰৈলোক বাঞ্চিত বৰ।
পাচে মুনিবৰ সনত কুমাৰ
সিৱক দিলা উত্তৰ।।১২৩
মহেশৰ প্ৰতি তুমি মহেসক দেখিলো প্ৰত্যেক
সনত কুমাৰৰ এহি মোৰ শ্রেষ্ঠবৰ।
অনুৰোধ ব্ৰহ্মায়ো পূৰ্ব্বত মোহোৰ আগত
কহিছে জন্ম তোমাৰ।।
কৃপায় আমাক বৰক দিবাক
খোজা যদি কৃপাময়।
চৰণে তোমাৰ ভকতি আমাৰ
নুগুচোক সৰ্ব্বদায়।।১২৪
আমাৰ মনত অপৰাধ যত
হৈছে পূৰ্ব্বকালে স্বামি।

---

১২৩। ব্রাহ্মণ, মহাব্ৰতী, কল্যাণ, উত্তৰ

কৈলাসলোক ভক্ত　　জগত নায়ক
　　সকল পশিলো আমি।।

সনত কুমারের এহি বাক্য বুলি　　শিবক আকলি
পুনঃ শিবস্তুতি　　পুনু আরম্ভিলা স্তুতি।

কাম বিনাসন　　দানব গঞ্জন
　　চরণে করো প্রনতি।।১২৫
ইন্দ্রিয় স্বরূপ　　পঞ্চ প্রাণ রূপ
　　আনন্দ দায়ক হুব।
সমস্তরে কাল　　তুমিসে কৃপাল
　　ত্রিজগত রূপ ধর।।
ব্রহ্মা আদি দেবে　　তোমাক জে সেবে
　　আচরিয়া তপস্যাক।
কায় বাক্য মনে　　তোমার চরনে
　　ভক্ত হৈলো রাখা মোক।।১২৬

সনত কুমারের বর লাভ
হেনয় বিনতি　　সুনি উমাপতি
　　বুলিলা বাক্য মহেস।
মহা যোগিশ্বর　　এহি হৌক তোর
　　তুমি হোবা গন ইস।।
মোর জত নাম　　চরিত্র উপাম
　　সবাকে তুমি জানিয়ো।
মোর স্থান জত　　জানিবা সমস্ত
　　তুমি সর্বজান হৈয়ো।।১২৭
পরাসর পুত্র　　পদ্ম সমনেত্র
　　এনয় ব্যাসো তোমার।
সিস্য জে হৈবেক　　সুনিয়ো প্রত্যেক
　　কহিলো আমি যে সার।।
নির্ম্মল চন্দ্রর　　সমান সরির
　　কান্তি মন্ত হৈবা আর।
কাম গতি দিব্য　　মহারথ হৈব
　　রত্নে ভুসিত তোমার।।১২৮
মুকুতা রচিত　　সুবর্ণ বেদিত
　　সুগন্ধি ধুপে ধুপিত।

---

১২৫। কাম বিনাশন, চরণে, প্রণতি ১২৭। গণঈশ, উপাম ১২৮। পরাশর পুত্র, শিষ্য, ভূষিত

বস্ত্ৰৰ পতকা দোপিত সৰ্ব্বথা
বৈদে অতি মনোনিত।।
সুৰাসুৰ জত ·দেখিব সতত
হেন গৃহ হৈক আৰ।
সূৰ্য্যৰ সমান প্ৰকাশি বিমান
হৈবে কহিলো তোমাৰ।।১২৯
দেবাসুৰ সব তোমাক পুজিব
মোৰ বৰে· মহাসয়।
তোমাৰ অক্ষয় ঐশ্বৰ্য জে চয়
ত্ৰিলোক আসি সদায়।।
এহি বুলি তেতে মনহৰি সিতে
প্ৰভু অন্তৰ্দ্ধান ভৈলা।
এহি তত্বসাৰ সনত কুমাৰ
ৰুদ্ৰৰ বৰ পাইলা।।১৩০
তিনিয়ো লোকত ভ্ৰমৰ সতত
হৈয়া আনন্দিত মন।
এতেকে মহেস ত্ৰৈলোক্যৰ ইস
সুনা সবে মুনিগণ।।

**ব্ৰহ্মাৰ দ্বাৰা শিৱৰ মহিমা কীৰ্তন**

সিবে দাতা কৰ্ত্তা সিবেহে সংহৰ্ত্তা
যুগে যুগে অৱতৰি।
দেবৰো জে পতি অগতিৰ গতি
জয় ৰূপ আচা ধৰি।।১৩১
উমাপতি ধাতা জগৎক কৰোতা
সকলে ইন্দ্ৰিয় ৰূপ।
নিৰ্ম্মল অনন্ত বিজ্ঞান প্ৰসান্ত
সিৱৰ তত্ব স্বৰূপ।।
জিতো নৰচয় ইহাক জানয়
ব্ৰহ্মক সিতো পাবয়।
এহিতো কাৰনে জিতেন্দ্ৰিয় গণে
সিৱক সদা ভজয়।।১৩২

---

১২৯। বেদীত ধূপে, ধূপিত, মনোনীত ১৩০। তোমাক পূজিব...মহাশয়, ঐশ্বৰ্য, মনহৰি শিতে। ১৩১। ত্ৰৈলোক্যৰ ঈশ। ১৩২। উমাপতি, জগৎক, প্ৰশান্ত

যোগিগণ চিত্ত প্ৰণৱ অচ্যুত
হেনয় শিৱক জিতো।
চিত্তে সৰ্ব্বক্ষণ অতি-সুজমন
তাহাকে লক্তয় লিতো।।
যোগি অপৰ্যন্ত তপস্যায়ে সন্ত
তৃদশ দেৱ নায়ক।
সদায়ে অব্যয় অচিন্ত্য অভয়
প্ৰসন্ন কৰি শিৱক।।১৩৩
নিত্য নিৰাময় নিৰ্ম্মল অক্ষয়
পৰম যোগক পাই।
সদায়ে প্ৰকাস জগত নিৱাস
মহেসক লয় জাই।।
পত্ৰ পুষ্প জত জন্মৰ পকত
তথাপি পকে নথবে।
তেনে ৰূপে সাৱ শিৱ দেৱতাৰ
তত্ত্ব জানে জিতো নৰে।।১৩৪
জত কৰ্ম্মচয় তাক নোচোৱয়
কহিলো তোমাত মই।
আমাৰ বচনে এড়িয়োক মনে
জতেক আচে সংসই।।
পাচে ঋষি জত সুনি এহি মত
ধৰ্ম্মৰ মহিমা চয়।
ব্ৰহ্মাৰ আগত সবেয়ো বোলন্ত
তুমি ধাতা পুন্যময়।।১৩৫
কহিলা আমাত ধৰ্ম্মক সাখ্যাতে
নিয়োক আৰে বিদাই।
আমি নিজ থানে জাওঁ এতিক্ষণে
তোমাৰ আজ্ঞাক পাই।।
মুনিসবৰ বিদায় ব্ৰহ্মাৰ আজ্ঞাক পায়া ঋষি ঝাক
তীৰ্থক সবে চলিলা।
ধৰ্ম্ম পৰায়ণ হয়া সুজমন
শিৱৰ লিঙ্গ পূজিলা।।১৩৬

১৩৩। যোগীগণ চিন্ত্য, প্ৰণৱ, ভৱজন, জিনতোৰ ১৩৬। সাক্ষাতে, ধৰ্ম্মপৰায়ণ

মুনিসৱৰ শিৱ পূজন

জপ উপবাস — সড় অনভ্যাস
কৰি নানাবিধ স্তুতি।
বাদ্য গীত গায়া — পুষ্পাঞ্জলি লৈয়া
প্ৰদক্ষিণে কৰি নতি।।

শিৱৰ পৰা মুনি সৱৰ বৰ লাভ

মন্ত্ৰ নাম লেৱ — জপি কৰে সেৱ
আৰাধিলা মহেসক।
পাচে মহেশ্বৰ — ঋষি সমস্তৰ
বাঞ্ছিত দিলা বৰক।।১৩৭
মুকুতি পদক — দিলা তাসম্বাক
তুষ্ট হয়া মহাদেৱে।
এতেকেসে ব্যাস — ভজিয়া মহেশ
বাঞ্ছিত বৰক পাৱে।।

শিৱ ভক্তিৰ শ্ৰেষ্ঠত্ব নিৰূপণ

মহেসে সন্তত — জিহেতু বাঞ্ছিত
বৰক দিয়ে সদাই।
তিনিদিন মানে — ভজি সাৱধানে
সমস্তে বৰক পাই।।১৩৮
জাৰ মহেসত — পাতক ৰহিত
জন্মিল নিৰ্ম্মল বুদ্ধি।
সিতো নৰোত্তম — সবাতে উত্তম
লভিলে যোগৰ সিদ্ধি।।
সিৱক বিজনে — ভজে সুদ্ধমনে
জসস্যা তাৰ বাঢ়য়।
এহি ব্ৰহ্ম গীত — জিতো সুনে নিত
সদায়ে জিতো পঢ়য়।।১৩৯

কবিৰ উপদেশ ঃ

ৰুদ্ৰ লোকে তাৰ — বাস হোৱে সাৰ
কহিলো মহি নিশ্চয়।
জিতো দেৱতাৰ — গৃহৰ ভিতৰ
ইহাক সদা পঢ়য়।।
সমস্তে পূজাৰ — জিতো ফল সাৰ
তাহাক সিতো পাৱই।
অৰ্থ সমৰিতে — পঢ়ি সাৱহিতে
মহেসত জাই লই।।১৪০

---

১৩৭। ষড় অভ্যাস ১৩৮। মহেশ ১৩৯। যশস্যা।

ৰুদ্ৰ সিংহ যাই　　　এহি পদ গাই
শিৱ পদে কৰি নতি।
সুনা সৰ্ব্বজন　　　তেজি আন মন
সিৱন্তে কৰা ভকতি।।
সিৱে পিতা-মাতা　　　সিৱে ধাতা-কৰ্ত্তা
সিৱকে ভজিয়ো মনে।
ৰুদ্ৰ সিংহে বোলে　　　সুনিয়ো সকলে।
সিৱ সিৱ বোলা ঘনে।।১৪১

।। ৫ ।।

স্তোক

ৰজতগিৰিসকাশং পাৰ্ব্বতীহৃদ্বিলাসং,
বৃষভকৃত নিবেশং প্ৰোল্লসচ্চণ্ডবেশম্।
কৰকলিতকপালং সৰ্ব্বলোক প্ৰপালং,
দনুজকুলকৃতান্তং চিন্তয়ামো নিতান্তম্।।

অৰ্থ : ৰূপৰ পৰ্বত যেন যাৰ শৰীৰ, পাৰ্বতীৰ হৃদয়ৰ যিজন বিলাস স্বৰূপ, বৃষভ যাৰ আসন, যাৰ উগ্ৰবেশ সদায় জিলিকি থাকে, যাৰ হাতত নৰ-কপাল শোভিত হয়, যিজনে সৰ্বলোকক পালন কৰে, যিজন দৈত্যকুলৰ যম সদৃশ, সেইজনক একান্তভাৱে চিন্তা কৰোঁ।)

পদ

সনত কুমাৰৰ　　পুনৰপি ব্যাস ঋষি বুলিলা বিনয়।
ওচৰত ব্যাসৰ　　সুনিয়োক সনত কুমাৰ মহাসয়।।
প্ৰশ্ন　　ব্ৰহ্মা বিষ্ণু সিৱলোক আচয় যতেক।
সুনিবাক ইচা যাই কহিয়ো প্ৰত্যেক।।১৪২
হেন সুনি সনত কুমাৰে বোলে বানি।
ভাল প্ৰশ্ন কৰি আচা তুমি মহাজ্ঞানী।।
সুনা এক চিত্ত হয়া আমাৰ বচন।
সাৱহিতে কহো সিতো কথা বিত্তোপন।।১৪৩
ইতো তুমি প্ৰফুল্ল পদ্মৰ সম হয়।
তাৰ কৰ্ণিকাৰ তুল্য সুমেৰু ভৈলয়।।
শিৱলোকৰ বৰ্ণনা :　অষ্টাধিক চাৰিকুৰি হাজাৰ যোজন।
ওখকে দেখিয়া যেন অতিক্ৰমে গগন।।১৪৪

১৪৩। ভাল প্ৰশ্ন, মহাজ্ঞানী　১৪৪। যোজন

বিজয় নামে পুবি এক তৈতে আছয়।।১৫২
দীর্ঘে প্রস্থে অষ্টাদস জোজন হাজাব।
পত্রেবে আবৃত দেখি সুদ্ধ সুবর্ণব।।
সেহি পুবে পতকায়ে যুক্ত ধবজ চয়।
সূর্যসম কান্তিমন্ত গৃহ প্রকাসয়।।১৫৩
প্রাতসব সূর্য সম পুণ্য বাব চয়।
পট্টবস্ত্র সুমঙ্গল পত্রে সোভয়।।
বন পুষ্পমালা সুবর্ণব পূর্ণঘট।
প্রবাল মুকুতা যত্নে কবে কট্‌কট।।১৫৪
মনিময় তোবন বিবিধ উপহাবে।
অগরু ধূপব ধূমে সুগন্ধিত কবে।।
হেনয় সুন্দব যাব সব বস্তু ময়।
সেহি গৃহে থানে থানে অধিকে বজয়।।১৫৫
চাবিয়ো পাজবে মহা মহা বিব গণে।
নানা অস্ত্র-সস্ত্রক ধবিয়া সাবধানে।।
মহেসব আজ্ঞাক কবিয়া সিবোগত।
সেহি গৃহসকলক বাখয় সতত।।১৫৬
কৈলাস পর্বত সম সুক্ল গৃহচয়।
লক লক গৃহগণে আববি আচয়।।
জাম্বু নদ সুবর্ণ বচিত গৃহচয়।
তাতে মহামনিসব প্রকাস কবয়।।১৫৭
জেন কপে সবদ সময়ে আকাসত।
গৃহ গণে দসো দিস প্রকাসে সতত।।
তেন কপে মনিময় জত গৃহচয়।
সকলে গৃহক তৈতে দৃপিত্তি কবয়।।১৫৮
এহি গৃহ সমস্তব মধ্য প্রদেসত।
হিমালয় গিবি সম অতি সুসোভিত।।
দেব দেব মহাদেব পার্বতি পত্তিব।
তাত এক মুক্ত গৃহ আচয় কচিব।।১৫৯
সপ্তম: হাজাব স্তম্ভ সোভয় তাহাত।
সহস্র জোজন পথ বহল উসৃত।।

---

১৫২। পুবী ১৫৩। অষ্টাদশ, পত্রেবে। ১৫৬। বীব, সিবোগত ১৫৭। কৈলাস, আছয় ১৫৮। জেন কপে শবদ সময়ে আকাশত, দশোদিশ, দীপিত্তি ১৫৯। সুশোভিত পার্বতী, মুখ

গৃহ ভিত্তি মরকত সুবর্ণে রচয়।
রত্নময় গবাক্ষেয়ে সততে সোভয়।।১৬০
মুকুতাক আদি অলঙ্কারেরে বর্জ্জিত।
সেহি গৃহ মহাদেবে আপুনি নির্ম্মিত।।
অলঙ্কার পতকা তোরণ ধ্বজ যুত।
বিচিত্র সুন্দর রত্নময় দ্বার জত।।১৬১
সিতো গৃহ হেলয় দুবারে সোভা করে।
নানা ফল-পুষ্প আছে তাহার ওচরে।।
বৃক্ষ লতা সব ফল পল্লবে সহিত।
পুষ্প সকলর গন্ধে সদায়ে সোভিত।।১৬২
সুবর্ণ কদলি বন পুষ্প পারিজাত।
নারিকেল পুগ পনস আম্র অসংখ্যাত।।
কল্পতরু আদি করি দেব বৃক্ষ জত।
গৃহর চারিয়ো ফালে সোভয় সতত।।১৬৩
তাতে বাপি তাজর দীর্ঘিকাসব সোভে।
পদ্মত চরয় মধুকরে মধুলোভে।।
সুন্দর সবক করে মধুপান করি।
বক পক্ষি সোভাকরে কলরত পরি।।১৬৪
ময়ুর কোকিল সুক সারিকা অনেক।
সরালি জে রাজহংস বক চক্রবাক।।
এয়ি সকলক আদি পক্ষি ঝাকে ঝাক।
সদায়ে সোভিত করি থাকয় পুষ্কর।।১৬৫
সেহি রুদ্র দেবতার পুর অদভুত।
আঠখান দ্বার আছে তাহার গড়ত।।
পূর্ব্ব দিসে শ্রীদুবার জানিবা প্রথম।
তারদ্বার পাল নন্দি দেখি জেন জম।।১৬৬
অগ্নি দিসে লক্ষ্মি দ্বার তার দ্বার পাল।
মেঘ সম কৃষ্ণবর্ণ নামে মহাকাল।।
ডাঙ্গর সরির সূল হস্ত বলবন্ত।
সর্ব্বদা সিবর ভক্ত মহা গুণবন্ত।।১৬৭
দক্ষিনত সিবদ্বার সবাতে উত্তম।
তারদ্বারপাল জানা সন্তুবর্ণ নাম।।

---

১৬০। রোজন....উল্লিখিত ১৬৩। পূগ ১৬৪। শবক, ব্যাপি ১৬৫। ময়ূর, শুক, পক্ষী ১৬৬। গড়ত, দিশে ১৬৭। লক্ষ্মীদ্বার, শরীর শূল

নৈৰিত্যত সান্তিদ্বাৰ তাৰ দ্বাৰপাল।
ভীম সম গণ নাম পৰম বিসাল।।১৬৮
পশ্চিমত বাৰুণ দুৱাৰ অতিভাল।
হৰিজিহ্ব নামে গনপতি দ্বাৰ পাল।।
বায়ব্য দিসে কীৰ্ত্তি নামে দ্বাৰ সোভয়।
তাত দ্বাৰপালৰ সুনিয়ো চিন চয়।।১৬৯
মহাদংষ্ট্ৰি নাম চাৰিগোট মুণ্ড তাৰ।
মহাবলৱন্ত সিতো বিৰ মধ্যে সাৰ।।
উত্তৰত শ্ৰীপুষ্টিক নামে দ্বাৰ এক।
তাত হৰে দিলা দ্বাৰপাল গনেসক।।১৭০
নামত বিসোক এক দ্বাৰ সুসোভন।
ঐসান্য দিসত প্ৰকাসয় সৰ্ব্বক্ষণ।।
সূৰ্যসম কান্তি মত্ত ৰূপে অতি ভাল।
তাত গনপতি সৰ ভৈল দ্বাৰপাল।।১৭১
ইন্দ্ৰৰ তপস্যাকাৰি সবাৰে বিধাতা।
সমস্তে প্ৰানিৰ জিতো সদা বৰদাতা।।
হেন মহাদেৱে ৰুদ্ৰগন সমন্বিতে।
সদায়ে কৰয় ক্ৰীড়া তাতে আনন্দিতে।।১৭২
নিজ গন সমে কাৰ্ত্তিকেয়ো সেহি থানে।
ক্ৰীড়া কৰি ফুৰে সদা হৰিষিত মনে।।
পাসুপত ব্ৰতধাৰি জিতেন্দ্ৰিয় চয়।
ৰুদ্ৰ ভক্ত হয়া সেহি থানক পাৱয়।।১৭৩
জিতো জনে সুদ্ধ ভাৱে পঢ়ে অবিৰত।
আগমক আদি সাংখ্য সাস্ত্ৰক সতত।।
স্বধৰ্ম্মি গৃহস্থে জদি ভজয় শিৱক।
ন্যায় যুদ্ধে গোৰ অৰ্থে তেজয় প্ৰাণক।।১৭৪
মিত্ৰাদি বান্ধৱৰ অৰ্থে সৰিৰ তেজয়।
একচিত্তে ৰুদ্ৰকে বা বিষ্ণুক ভজয়।।
গো-সহস্ৰেক দানকৰে সুদ্ধ মন।।১৭৫
কন্যা ভূমি সুৱৰ্ণ দান জিতো কৰয়।
প্ৰাণিৰ অৰ্থেয়ো পূৰ্ব্ব বচন বোলয়।।

---

১৬৮। শিৱদ্বাৰ, উত্তম নৈঋত্য, শান্তিদ্বাৰ, বিশাল ১৭০। উত্তৰত, গণেশক। ১৭১। বিশোক, ঈশান (ঐশান) ১৭২। তপস্যাকাৰী, সমন্বিতে, ১৭৩। পাশুপাত ব্ৰতধাৰী ১৭৪। স্বধৰ্মী

বেদাধ্যায়ন কৰি ব্ৰাহ্মণিকো আচৰে।
দক্ষিণা সহিতে যজ্ঞ সকলকো কৰে।।১৭৬
এনে জনে অযুত কন্যাগনে সহিতে।
চতুৰ্দ্দস হাজাৰ বৎসৰেক তহিঁতে।।
কৃড়া কৰি থাকে মন সুখে সিতোপুৰে।
পুনু আসি পৃথিবীত সুদ্ধ জন্ম ধৰে।।১৭৭
ঐশ্বৰ্য যুক্ত হয়া থাকে ভোগ কৰি।
অন্তত শিবক পাই সংসাৰক তৰি।।
ব্যাসৰ আগে সনত কুমাৰে বোলয়।
সৰ্ব্ব সম্পত্তিৰে যুক্তপুৰ অতিসয়।।১৭৮
সিতো মহেসৰ থান পৰম সোভন।
সংখ্যেপে তোমাৰ আগে কহিলো একন।।
আত অনন্তৰে সুনা ব্যাস মহাসয়।
বিষ্ণুৰ থানৰ কথা কহিবো নিচয়।।১৭৯
বিষ্ণু লোকৰ বৰ্ণনা
ৰজত গিৰিৰ সম শৃঙ্গৰ উপৰে।
নামত প্ৰভাসপুৰ আছে মাধৱৰে।।
সিতো পুৰখন মই বৰ্ণিবো যতনে।
সাৱধান হয়া তুমি সুনা এক মনে।।১৮০
চন্দ্ৰৰ ৰশ্মিৰ সম দেখিতে ধৱল।
তিনি সহস্ৰ যোজনৰ পথ বহল।।
ৰজতৰ ভয়ঙ্কৰ পচেৰে আবৃত।
সুন্দৰ পতাকা ধ্বজ চিৰলে ভূষিত।।১৮১
বস্ত্ৰময় ৰজতৰ দ্বাৰে সুমণ্ডিত।
মনিময় তোৰণেৰে সদা অলঙ্কৃত।।
সিতো দিব্য পুৰে আছে এক গৃহবৰ।
বিষ্ণুপদ নাম তাৰ দেখি কচিকৰ।।১৮২
দ্বিতিয় হাজাৰ স্তম্ভ ৰজতে আচয়।
ৰজতে নিৰ্ম্মিত সিতো সদা প্ৰকাসয়।।
কৈলাস গিৰিৰ সম চাৰিখান দ্বাৰ।
গৃহক বজিয়া আছে দেখি চমৎকাৰ।।১৮৩
সেহি দ্বাৰ সকলত ৰত্নে বিৰচিত।

---

১৭৬। দ্বিজ বেদাধ্যয়ন ১৭৭। ক্ৰীড়া ১৭৮। ঐশ্বৰ্য্য অতিশয়। ১৭৯। সংক্ষেপ, তথা, মহাশয়, নিশ্চয় ১৮২। মণিময় ১৮৩। দ্বিতীয়...জলতে আছয়

নানা বৃক্ষলতা সব দেখিতে শোভিত।।
পূর্ব্বদ্বারে কৃষ্ণ রুদ্র নামে দ্বাৰপাল।
দক্ষিণ দ্বাৰত জম্ভাকাৰ অতি ভাল।।১৮৪
পশ্চিমন্ত দ্বাৰপাল মহাকাল নাম।
উত্তৰত হৰিদ্বাৰ পাল অনুপাম।।
নদী এক আছে তৈতে নামে মধুমতি।
সুবৰ্ণৰ পদ্ম তাতে কৰয় দৃপিতি।।১৮৫
পদ্মৰ উপৰে ধ্বনি কৰে মধুকৰে।
হংস চক্রবাক আদি পক্ষি সবো চৰে।।
জৰা মৃত্যু আদি নাহিকয় সিতো ঠাই।
পুৰবাসি লোকসব আনন্দে ক্রীড়ই।।১৮৬
ইন্দ্রিয়ক জিনি সত্য ব্রতক আচৰি।
অগ্নিহোত্র জজি দেৱতাক পূজা কৰি।।
চিৰকালে সেহি পুৰে নিবাস কৰয়।
পুনৰ্ব্বাৰ পৃথিবীত জনম ধৰয়।।১৮৭
জনম ধৰিয়া সিতো নানা পুন্য কৰি।
বিষ্ণুৰ পুৰক পাৱে সংসাৰ নিস্তৰি।।
ব্রহ্মালোকৰ বৰ্ণনা সুনিলাহা ব্যাস বিষ্ণুপুৰৰ আশ্রয়।
ব্রহ্মাৰপুৰক প্রপঞ্চিয়া কৰো মৱ।।১৮৮
উস্তৃত সৃজৰ উপৰত মনিময়।
নামত বিসোক পুৰ ব্রহ্মাৰ নিলয়।।
পদ্মাকাৰে আছে দুই হাজাৰ জোজন।
বহলে বিস্তাৰে আতি দেখিতে সোভন।।১৮৯
পুৰক আৱৰি জলে গড় বজ্রময়।
তাতে চাৰিখানদ্বাৰ সতন্তে সোভয়।।
নামত শ্রীমন্তৰাৰ পাল পূৰ্ব্বদ্বাৰে।
পৰায়ন নামে দ্বাৰি দক্ষিণ দুৱাৰে।।১৯০
নামত সামগদ্বাৰপাল পশ্চিমত।
ব্রহ্মাজোনি নামে দ্বাৰি উত্তৰ দ্বাৰত।।
সেহি পুৰে এক দিব্য গৃহৰ ভিতৰে।

---

১৮৪। ৰত্নাকাৰ ১৮৫। মধুমতী দীপিতি ১৮৬। পদ্মৰ উপৰে পক্ষী, পুৰবাসী ১৮৭। অগ্নিহোত্র যজী........পূজা। ১৮৮। আৰয় ১৮৯। উচ্ছ্রিত শৃঙ্গৰ ওপৰত.....বিশোকপুৰ, ১৯০। দ্বাৰে, পৰায়ণ নামে.....দ্বাৰী,

ভগাবন্ত ব্রহ্মাদেবে সদা ক্রিড়া করে।।১৯১
নামত অম্রুতা নদী আছে সেহি পুরে।
কমল কুমুদ সব তাতে সোভা করে।।
সুবর্ণ বস্লুকাচয় আচয় বড়িয়া।
জলচর পক্ষি তাতে থাকয় পড়িয়া।।১৯২
নির্ম্মল নদীর জল অম্রিত সমান।
পুরবাসি লোক সবে তাক করে পান।।
নর-নারি লোকসব সেহি নদী তিরে।
আনন্দিত মনে সদা ক্রিড়া করি ফুরে।।১৯৩
বেদবাদি জিতেন্দ্রিয় জিতো সত্যপর।
সুভ কর্ম্মকারি করে সুস্রুষা গুরুর।।
সাংখ্য জানি হরিভক্ত সদা জ্ঞানময়।
এনেজনে সিতো থান পাএন্ত নিশ্চয়।।১৯৪
এহিমতে সুমেরুর তিনিটা শৃঙ্গক।
তিনি দেবতারে স্থান করিলা প্রত্যেক।।
প্রকাসিত করি এহি পুর তিনি থান।
তিনিয়ো দেবতা তাত থাকে সর্ব্বক্ষণ।।১৯৫
এহি তিনি দেবতাযে হয়া মেঘচর।
আকাসত থাকি বৃষ্টি গর্জ্জি করয়।।
জতেক নক্ষত্র গ্রহ বিদ্যুত্তিকা চয়।
সেহি সেহি রূপে তিনি দেবে প্রকাসয়*।।১৯৬
এহি আখ্যানক জিতো পড়ে সর্ব্বকালে।
মনব বাঞ্চিত জত লভয় সকলে।।
পবিত্র আখ্যান ইতো বিঘ্নি বিনাসন।
সুদ্ধ মনে জিতো জনে সুনে সর্ব্বক্ষণ।।১৯৭
সোক মোহ জরা মৃত্যু জত রোগচয়।
আনো নানা বিঘ্নি গনে তাহাক তেজয়।।
সমস্তে পাপরপরা মুকুত হোবয়।
অন্তত সিজনে সিব থানক পাবয়।।১৯৮

---

ব্রহ্মাবোনী ১৯১। উত্তরবারত ১৯২। বলুকাচয় ১৯৩। পুরবাসী, নর-নারী...তীরে ১৯৪। বেদবাদী, শুভ কর্ম্মকারী শুশ্রুষা, সংখ্যাজ্ঞানী। ১৯৫। তিনি দেবতারে। ১৯৬। তিনি দেবে প্রকাশয় ১৯৭। আখ্যানক, শুদ্ধমনে যিটো জনে সর্ব্বক্ষণ ১৯৮। শোক....,বত আকাশত........গর্জ্জি করয়* সেহি সেহি (?) রূপে

ব্যাসে বিৰচিত ইতো মহা বিতোপন।
শিৱ পুৰাণৰ শিৱ পুৰৰ বৰ্ণন।।
সভাসদ গন সুনিয়োক সাৱধানে।
শিৱ পদ সেৱি ৰুদ্ৰসিংহ নৃপে ভনে।।১৯৯

।। ৬ ।।

শ্লোক

অনাগ্নিভস্মীকৃতসৰ্ব্বপাপং গঙ্গা পয়ঃ সিক্তজটাকলাপম্।
কৰাত্তকৌক্ষেয়কদণ্ডপাশং বন্দেহৰংদৈত্যগণাভিতাপম্।।

(অৰ্থ ঃ যিজনে অনাগ্নিৰদ্বাৰা সৰ্ব পাপ ভস্মস্যাৎ কৰে, গঙ্গাজলেৰে যাৰ জট তিতি থাকে, যাৰ হাতত দণ্ড-ধনু আৰু পাশ, দৈত্যগণৰ দুঃখদায়ক সেই হৰক বন্দনা কৰোঁ।)

পদ

| | |
|---|---|
| সনতকুমাৰৰ | ব্যাস ঋষি বোলে সুনা সনত কুমাৰ। |
| ওচৰত ব্যাস | পুনৰপি মহিমাক কহিয়ো শিৱৰ।। |
| দেৱৰ পুনঃ | ৰুদ্ৰৰ জতেক স্থান আছে পুণ্য প্ৰদ। |
| অনুৰোধ | তাকো কহা সুনো মই হয়া নিসবদ।।২০০ |
| | ভু লোকক আদি সিমা কৰি ব্ৰহ্মলোক। |
| | আৰু জত লোক আছে তাকো কহিয়োক।। |
| | হেন সুনি সনত কুমাৰে বোলে বানি। |
| | প্ৰভুৰ সিদ্ধান্ত কৰো সুনা মহা মুনি।।২০১ |
| শিৱস্থানৰ | পৃথিৱিৰ পৰা এস হাজাৰ জোজন। |
| বৰ্ণনা | উপৰত ব্ৰহ্মলোক আছয় সোভন।। |
| | কোটি জোজনৰ উৰ্দ্ধে আছে বিষ্ণু লোক। |
| | জাত নাহিকয় মায়া মোহ ৰোগ সোক।।২০২ |
| | একেকোটি জোজনৰ উৰ্দ্ধে সিৱালয়। |
| | সমস্তে দিসক সদা প্ৰকাস কৰয়।। |
| | মহাযোগিগনে সেহি থান পাৱে গৈয়া। |
| | শিৱৰ প্ৰসাদে ভৱ বন্ধ মুক্ত হয়া।।২০৩ |
| | নিষ্পাপ সবিব হুয়া সিৱ ভক্ত চয়। |

১৯৯। বিতোপন বৰ্ণন। ২০০। তাকো.....শুনো......নিশবদ ২০১। ভুলোকক.....সীমা...., প্ৰভুৰ সিদ্ধান্ত ২০২। পৃথিৱীৰ পৰা এশ যোজন, উপৰত.....আছয় শোভন, ৰোগ শোক। ২০৩। শিৱালয়

আনন্দিত মনে সেহি থানত ভ্ৰময়।।
সমস্তে পঞ্চানন ত্ৰিলোচনে বঞ্জয়।
মাথে মুকুট হস্তে তৃশূল বিৰাজয়।।২০৪
অসুৰা ৰহিত সবে অৰ্দ্ধচন্দ্ৰ মৌলি।
বৃষভ বাহন গতি সমস্তে কপালি।।
চলিতে পাৰয় ব্ৰহ্মা বিষ্ণুৰ থানক।
নাশ কৰিবাক পাৰে তিনিয়ো লোকক।।২০৫
নানা বিধ মনি-ৰত্নে সুবৰ্ণে ৰচিত।
অনেক নগৰ সব আচয় তহিঁত।।
তাহাত নাহিকে চন্দ্ৰ সূৰ্য্যৰ প্ৰকাষ।
সুগন্ধি পৱনে সদা কৰয় সুবাষ।।২০৬
দেখৰো অগ্যম সিতো থান মনোৰিত।
প্ৰত্যক্ষতে ৰূদ্ৰদাতা আচয় তহিঁত।।
সিতো থান থাকে আপুনি প্ৰকাসি।
আচয় তাহাত মনোহৰ গৃহৰাসি।।২০৭
সত ৰুদ্ৰস্তৱক জপিয়া দ্বিজগণ।
আশ্ৰমত ৰত হয়া পূজি তৃনয়ন।।
এক চিত্তে হয়া জিতো সিৱক চিন্তয়।
এনে জন সবে সেহি থানক পাৱয়।।২০৮
সমস্তে লোকত কৰি অতি শ্ৰেষ্ঠতৰ।
ভৱ নামে দ্বিতীয় থান তৃলোচনৰ।।
কহিলো ইহাক সুনিলাহা মহাঋষি।
শিৱৰ তৃতীয় স্থান সৰ্ব্বৰ বৰ্ণনা মিতিয় থানক কহো সুনিয়ো হৰিষি।।২০৯
মহেশৰ দিব্য গৃহ সব আচে তাত।
যোগি ৰূপে মহাদেৱে থাকয় তাহাত।।
দিগপতিসকলৰ লগত সদাই।
আনন্দিত মন হয়া তহিঁত ক্ৰীড়ই।।২১০
ভৱ নামে লোকৰ দ্বিগুণ উপৰত।
সৰ্ব্ব নামে থান এক আচয় প্ৰকাত।।

---

২০৪। শৰীৰ...শিৱ, পঞ্চাক্ৰমী.ত্ৰিশূলী ২০৫। অসুৰা, নাশ। ২০৬। সূৰ্য্যৰ প্ৰকাশ, সুবাস ২০৭। দেখৰো অগম্য....মনোনীত ২০৮। শত....ত্ৰিনয়ন ২০৯। ত্ৰিলোচনৰ, তৃতীয় ২১০। যোগীৰূপে।

| | |
|---|---|
| শিবৰ চতুৰ্থ | কদ্ৰৰ চতুৰ্থ থান বুলিয়া কহয়। |
| স্থান ঈশৰ | পাৰ্সদ সহিতে শিৱ তহিতে থাকয়।।২১১ |
| বৰ্ণনা | সৰ্ব্বনামে লোকৰ দুই গুণ উপৰে। |
| | ইস নামে দিব্যথান আচয় সিৱৰে।। |
| | অগ্নিথান বুলি এহি থানক কহয়। |
| শিবৰ পঞ্চম | অগ্নিত প্ৰৱেসি নৰে জিহেতু পাৱয়।।২১২ |
| স্থান অগ্নিৰ | ইহাক পঞ্চম থান বোলয় কদ্ৰৰ। |
| বৰ্ণনা | পৰম অদ্ভুত থান দেখি কচিকৰ।। |
| শিবৰ ষষ্ঠস্থান | আতো কৰি দুই গুণ উৰ্দ্ধে সঙ্করৰ। |
| উগ্ৰৰ বৰ্ণনা | উগ্ৰ নামে সষ্ঠ থান অতি মনোহৰ।।২১৩ |
| | উগ্ৰ ৰূপি পাৰ্ষদ সহিতে সদাসিৱ। |
| | উগ্ৰ ৰূপ ধৰি আচে জগতৰ জিৱ।। |
| | পাসুপত থান আক বোলে জানি গনে। |
| | পাসুপত ব্ৰত ধৰি পাৱে যোগিজনে।।২১৪ |
| | মহেসে সহিতে ভস্ম গুণ্ড লৈয়া গাৱে। |
| | লোকৰ হিতৰ অৰ্থে থাকে সেহি ঠাৱে।। |
| | ইন্দ্ৰিয়ক দমি সিৱ পৰায়ন হয়া। |
| শিবৰ সপ্তম | পুনৰ্ব্বাৰ নাসে পাসুপত থান পায়া।।২১৫ |
| স্থান মাহেশ্বৰৰ | পাসুপত লোকৰ দুই গুণ উপৰে। |
| বৰ্ণন | মাহেশ্বৰ নামে থান আচয় সিৱৰে।। |
| | তত্ত্ব জানি বেদ বাদি যোগি নিৰন্তৰে। |
| | ইহাতে সপ্তম স্থান বোলয় কদ্ৰৰে।।২১৬ |
| | মহাৰূপ ধাৰি মহেশ্বৰক আৱৰি। |
| | মহাপাৰিষদ গন আচে সোভা কৰি।। |
| | তাহাত আচয় জত পাৰিষদ চয়। |
| | তাসম্বাক সমস্তৰে ঈশ্বৰ বোলয়।।২১৭ |
| | ষচ্ছন্দ্ৰ নিৰ্ভয় ৰূপে সমস্তে প্ৰাণিৰে। |
| | সিৱৰ আজ্ঞায়ে অন্তৰ্ভূত হয়া ফুৰে।। |
| | তাহাৰো উপৰে আচে স্থান মঙ্গসৰ। |
| | জাৰ তত্ত্ব নজানয় জানি নিৰন্তৰ।।২১৮ |

---

২১১। দ্বিগুণ ওপৰত, প্ৰখ্যাত, পাৰ্ষদ....শিৱ ২১২। ঈশ নামে দিব্যথান শিৱৰে ২১৩। শঙ্কৰৰ, ষষ্ঠথান। ২১৬। তত্ত্বজ্ঞানী বেদবাদী যোগী,...কদ্ৰ ২১৭। মহাৰূপধাৰী মহাপাৰিষদগণ আছে শোভা কৰি ২১৮। স্বচ্ছন্দ, জ্ঞানী

হেন সুনি ব্যাসে পাচে বিস্ময় লভিলা।
সনত কুমাৰ আগে পুচিবাক লৈলা।।
সিৱ স্থান আছে বুলি জি কহিলা তুমি।
অহ্যৰ কথাক সুনিবাক খোজো আমি।।২১৯
এহি সুনি সনত কুমাৰে বোলে বাণি।
সুনা সাৱধানে ইতো কথা মহাজ্ঞানি।।
পৰম অদ্ভুত স্থান সত্যতে সোভয়।
শিৱলোকৰ বৰ্ণনা
জাক ব্ৰহ্মা বিষ্ণু আদি দেৱে নজানয়।।২২০
কাৰ্ত্তিক গনেস ইন্দ্ৰ বায়ু ভগৱতি।
ইসবেয়ো সিতো স্থান নাজানে সম্প্ৰতি।।
সিৱৰ প্ৰসাদ পায়া জানিচোহো আমি।
কহো ইতো কথা সাৱধানে সুনা তুমি।।২২১
একেকোটি হাজাৰ প্ৰহৰ পৰিমাণ।
বহলে বিস্তাৰে সোভে সিতো সিৱ স্থান।।
নিৰ্ব্বিকাৰ নিৰঞ্জন সদা নিৰাময়।
নিৰ্ম্মল নিসঙ্গ সিৱ তাহাতে আচয়।।২২২
উমাৰ জন্ম
গঙ্গা উমা দুই দেৱি সিৱৰ নেত্ৰত।
জন্মিয়া পৱিত্ৰ কৰে তিনিয়ো জগত।।
বাম লোচনত জন্মি বাম পাৰ্শ্বে ৰহে।
এতেকে উমাক বাম নেত্ৰা বুলি কহে।।২২৩
দক্ষিণ নেত্ৰৰ পৰা জল ৰূপ ধৰি।
গঙ্গাৰ জন্ম
জন্মিলাহা গঙ্গা দেৱি পৰম সুন্দৰি।।
তাত পাচে যোগেশ্বৰ সিৱৰ কৃপাত।
জন্মিলন্ত ব্ৰহ্মা সৃষ্টি কাৰণ সাখ্যাত।।২২৪
ব্ৰহ্মাৰ সিৱক চিন্তি কপাল জন্মিলা।।
তাত পাচে সিৱ হস্তে বিষ্ণুয়ো জন্মিলা।।
তাত আচে নানা বৰ্ণ কোটি ৰুদ্ৰ গন।
সাৰসেসে কহিবাক পাৰে কোন জন।।২২৫
এহি সিৱে যোগ চিন্তি থাকয় সদাই।
অসংখ্য ব্ৰহ্মা বিষ্ণুৰ কাল বহি জাই।।

---

২১৯। শিৱ.. আছে যি কহিলা তুমি ২২০। এহি শুনি... বাণী/শুনা.. ইটো মহাজ্ঞানী। ২২১। গণেশ, ভগৱতী। ২২২। বহলে শোভে, সিটো শিৱ স্থান ২২৩। গঙ্গা উমা দুই দেৱী শিৱৰ নেত্ৰত, পাৰ্শ্বে ২২৪। জন্মিলাহা গঙ্গা দেৱী পৰম সুন্দৰী। যোগেশ্বৰ, শিৱৰ, কাৰণ সাক্ষাত, ২২৫। ব্ৰহ্মাৰ শিৱক চিন্তি...., সাৰশেষে,

পঞ্চ মহা পাপি যদি ইহাক জানয়।
পাপ নাস কৰি সিৱ থানক পাৱয়।।২২৬
সুনা সভাসদ পদ শিৱ পুৰানৰ।
পৰম ঔষধ ইতো সংসাৰ ৰোগৰ।।
ৰুদ্ৰসিংহ নৃপে বোলে সিৱৰ চৰণে।
আন কাম এড়ি সিৱ সিৱ বোলা ঘনে।।২২৭

।। ৭ ।।

শ্লোক

পদাৰবিন্দং মমলং মনুজা বিচিন্ত্য,
সংযান্তি দিব্যপদবীং ভৱবন্ধমুক্তাঃ।
যস্যাতিযোগৰভসায় শিৱায় তস্মৈ,
চণ্ডায় চণ্ডমহসে সততং নমস্তে।

(অৰ্থ ঃ যাৰ বিশুদ্ধ চৰণাৰবিন্দ চিন্তা কৰি কৰি মানুহে দিব্যস্থান লাভ কৰে আৰু ভৱ-বন্ধনৰপৰা মুক্ত হয়, সেই তীব্ৰ যোগ ৰমন-কাৰী, উগ্ৰ আৰু উগ্ৰ শক্তিশালী শিৱক সততে নমস্কাৰ কৰোঁ।)

দোলড়ি ঃ

ব্যাসদেৱৰ পুনঃ প্ৰশ্ন

পুনু ব্যাস ঋষি বোলন্ত হৰিষি
সনত কুমাৰ আগে।
সমস্তে ভূতৰ হেতু মহেশ্বৰ
জানিলোহো মহাভাগ্যে।।
কোন ৰূপে সম্ভু তুষ্ট হোৱে প্ৰভু
আৰু কহ্য মহামুনি।
সনত কুমাৰ বচন ব্যাসৰ
সুনিয়া বোলন্ত বানি।।২২৮
সমস্তে প্ৰাণিক নিৰ্ভয় দায়ক
সুনিয়ো বচন মোৰ।
জিমতে মহেস হোৱয় সন্তোষ
কহিবোহো কথা তাৰ।
ইহাতে পূৰ্ব্বৰ আখ্যান সুন্দৰ
আছে মই কহো তাক।

২২৬। পাপ নাশ কৰি শিৱ ২২৭। শুনা শিৱ পুৰাণৰ, পৰম ঔষধ ইটো

পূর্ব্বকালে দেৱ     ৰাক্ষস দানৱ
    গৈয়া মেৰু পৰ্ব্বতক।।২২৯
জিতো সুলোচন     মহিমা অহ্মান
    সুনিবাক ইচা কৰি।

ভক্ত বিভীষণৰ প্ৰশ্ন

বিভীসনে পাচে     আগবাঢ়ি আচে
    সুদ্ধ নম্ৰ বেস ধৰি।।
তুমি মহেশ্বৰ     সবাৰে ইশ্বৰ
    তুষ্ট হোৱা কেনমতে।

শিৱৰ উত্তৰ প্ৰদান

নাজানো ইহাক     বুঝায়ো আমাক
    কৰিয়ো কৃপা সততে।।২৩০
বোলে ত্ৰিলোচন     সুনা বিভীষণ
    জি কথা মোত পুচিলা
মত্ৰিঃ কহো তাক জিহেতু আমাক
    একান্ত মনে চিন্তিলা।।

মৰ্ত্তত শিৱ-থান

চগল অগুত     গোকৰ্ণ গিৰিত
    ভদ্ৰ কৰ্ম্ম প্ৰনৱত।
অবিমুক্ত নাম     এহিতো পঞ্চম
    থানত থাকো সতত।। ২৩১
ইতো গোপ্য থান     সকল প্ৰধান
    আক দেখি মোক্ষ পাই।
অবিমুক্ত নাম     স্থান অনুপাম
    তাহাত থাকো সদাই।।
জিতো সৰ্ব্বক্ষণে     প্ৰনৱক মনে
    চিন্তে সাৱধান হই।
তাত তুষ্ট হয়া     সন্তোষ লভিয়া
    বাঞ্ছিতক দিয়ো মই।।২৩২
মুক্তি দাতা মোৰ     স্থান মনোহৰ
    পাপিএ তাক নপাই।
জিহেতু অগ্নিৰ     গড় ভয়ঙ্কৰ
    আবৰি আচে সদাই।।

---

২২৯। বিমতে মহেশ আখ্যান আহে * মুলক্তি। ২৩০। বিটো ত্ৰিলোচন শুনিবাক ইচ্ছা কৰি, বিভীষণে, ভক্ত বেশ। ২৩১। ছগল অগুত ২৩২। প্ৰণৱক, সন্তোষ

ৰুদ্ৰ কোটি নাম    স্থল নিষ্কাম
আছে হৰিচন্দ্ৰ পুৰে।
আম্ৰাতকেশ্বৰ    যোগিশ্বৰ বৰ
সুবৰ্ণাক্ষ ভদ্ৰেশ্বৰে।।২৩৩
মহাকালপুৰে    বিন্ধ্যগিৰি বৰে
স্থানেশ্বৰ ভৈৰৱত।
কৰ্কটেশ্বৰত    কালাঞ্জগিৰিত
ভূতেশ্বৰ কেদাৰত।।
বিশ্বচায়েশ্বৰে    ৰামকটেশ্বৰে
মধ্যমকেশ্বৰ থানে।
কনখলপুৰ    অতি মনোহৰ
আৰু দেৱদাৰু বনে।।২৩৪
ইসব থানত    থাকোহো সতত
সুনা ভক্ত বিভীষণ।
মোৰ এহি থানে    চলয় জি জনে
হয়া সাৱহিত মন।।
শিৱ-পূজাৰ মাহাত্ম্য
সিতো নৰে জাই    ৰুদ্ৰলোক পাই
অৰ্ব্বুদ কোটি বৎসৰ।
আনন্দে থাকয়    সদাসুখ ময়
ভোগে জেন পুৰন্দৰ।।২৩৫
ম্লেচ নপুংসক    মহাপাপি লোক
স্ত্ৰী পসু পক্ষি পতঙ্গ।
মৰি ইটো ঠাৱে    মোৰ লোক পাৱে
হয়া আতি মন ৰঙ্গ।।
যোৰ তপস্যাক    কৰি মুনিযাক
জিতো মহাফল পাই।
সততে সাদৰি    মোক পূজা কৰি
তাতোধিক গতি পাই।।২৩৬
মাঘ মাস জানি    প্ৰয়াগত স্নানি
জিফল পাৱয় নৰে।

---

২৩৩। বিহেতু গড় আছে। আম্ৰাতকেশ্বৰ যোগীশ্বৰ বৰ সুৱৰ্ণাক্ষ ভদ্ৰেশ্বৰ।
২৩৪। বিশ্বচায়েশ্বৰ ২৩৫। পশু-পক্ষী

মোক পূজি সেই ফলক লভই
থাকিয়া গৃহ-ভিতৰে।।
এস অহোৰাত্ৰ ব্ৰত কৰি মাত্ৰ
সত চান্দ্ৰায়ন কৰি।
জি ফল পাৱয় আতোধিক হয়
লিঙ্গক পূজি সাদৰি।।২৩৭
সহস্ৰ কনক দিয়া শ্ৰোত্ৰিয়ক
গো মুত্ৰ জাবক ভুঞ্জি (?)।
তাহাতো অধিক পাৱয় ফলক
আমাৰ লিঙ্গক পূজি।।
পঞ্চ মহা পাপি হোৱয় জদ্যপি
সিয়ো পূজি মোৰ লিঙ্গ।
মহাভোগ কৰি দিব্য দেহ ধৰি
লৱয় আমাৰ সঙ্গ।।২৩৮
তপস্যা দানক জজন ব্ৰতক
পূজা হোম ধ্যান কৰি।
লাভে জি গতিক তাহাতো অধিক
পাৱে মোক পূজা কৰি।।
যুগে যুগে ময় সংহৰো নিশ্চয়
সৃজো পালো তৃভুৱন।
ব্ৰহ্মা বিষ্ণু ৰূপ মই সে স্বৰূপ
সুনিয়োক বিভীষণ।।২৩৯
সমস্তে জগত মই সে সতত
নাহি আন মোত ভিন্ন।
বায়ু কামদেৱ মহৰ্ষি দানৱ
জত দিগপাল গন।।
ধৰ্ম্ম স্কন্দ ইন্দ্ৰ অগ্নি সূৰ্য চন্দ্ৰ
কুবেৰ জক্ষ বৰুণ।
গনেশ অসুৰ গন্ধৰ্ব্ব কিন্নৰ
জত বিদ্যাধৰ গন।।২৪০

পৰম ব্ৰহ্ম স্বৰূপ শিৱ

---

২৩৭। এশ অহোৰাত্ৰ, শত চান্দ্ৰায়ন ২৩৮। পঞ্চ মহাপাপী যদ্যপী পূজি ২৩৯। ৰজন, ৰি ত্ৰিভুৱন, বিভীষণ ২৪০। স্কন্দ, গণেশ,

দেৱতা ৰাক্ষস চাৰন: মানুষ
সমস্তে নাগ সাগৰ।
দৈত্য প্ৰেত ভূত নক্ষত্ৰ পৰ্ব্বত
পশু পক্ষি জলচৰ।।
সিসিৰ বসন্ত সৰত হেমন্ত
গ্ৰীষ্ম বৰ্ষা ঋতু চয়।
জত নদী নদ সৰোৱৰ হ্ৰদ
সমস্তে জানিবা ময়।।২৪১
বৃক্ষ লতা, নাম স্থাবৰ জঙ্গম
পৃথিবি দিস আকাস।
শিৱ-পূজাৰ ফল হেৰ বিভীষণ পঞ্চ প্ৰাণ গন
আমাৰে ৰূপ আসেষ।
মোক পূজা কৰি মোৰ নাম স্মৰি
বাঞ্ছিত সবে লভই।
লিঙ্গক সতত দেখিল মাত্ৰত
তাৰ বাঞ্ছা পূৰ্ণ হই।।২৪২
জিজনে আমাক ঘৃতৰ দিপক
সুদ্ধ মনে কৰে দান।
সুবৰ্ণ ৰজত পুষ্প সুগন্ধিত
দিবয় কৰি সম্মান।।
ধূপ বস্ত্ৰ জল নৈবেদ্য সফল
জি জনে দিয়ে আমাক।
হয়া তুষ্ট চিত মনে সংকল্পিত
তেতিক্ষণে দিএো তাক।।২৪৩
জন্ম নানা সত কৰি অবিৰত
জিফল পাৱয় নৰে।
মোহোৰ লিঙ্গক কৰায়া স্নানক
সেহি ফল পায়ে স্নাবে।।
বৎসৰেক মান হয়া সাৱধান
পূজয় এক লিঙ্গক

---

২৪১। ভূত, পক্ষী, শিশিৰ, শৰত, গ্ৰীষ্ম, যত, সৰোবৰ হ্ৰদ, হ্ৰদ-ৰদ ২৪২। পৃথিৱী দিশ আকাশ আশেষ। ২৪৩। যিজনে ঘৃতৰ দীপক, নৈবেদ্য

ভুষ্ট হৈয়া আছি     নিত্য গণপতি
  গতিক নিএলী আমাক।।২৪৪
পূজন নৈমিষ     প্রয়াস প্রভাস
  মানিয়া পাবে জি ফল।
মোহোক ভজিয়া     গৃহতে থাকিয়া
  লভয় তাক সকল।।
জিতো মন্দমতি     বিসরতে বতি
  নভজে যদি আমাক।
তীর্থ এক কোটি     সদায়ে প্রজাটি
  নাপাবে সিতো গতিক।।২৪৫
মোহোব মায়ায়ে     মোহিত মানবে
  নাজানে তত্ব আমাব।
বিভীষণ ভক্ত     হয়োক আসক্ত
  ইতো কথা আতি সাব।।
গিবিকন্দবত     অথবা গৃহস্ত
  থাকিয়া মোক পূজয়ী।
সিতো সুদ্ধ নব     গতি গনেসব
  অবশ্যে জানা লভই।।২৪৬
এহিতো আক্ষান     সুনয় জি জন
  জি নবে কবে কীর্ত্তন।
সবে পাপ চয়     কবিয়া প্রলয়
  সিতো পাবে মোব স্থান।।
ইসব আক্ষান     কবিয়া লেখন
  সবীবত ধবে জিতো।
অতি ভয়ানক     সুর্য্যেব নবক
  দুখ্খ নপাবয় সিতো।।২৪৭
জজ্ঞত সদাই     পঢ়ে পঢ়াবই
  জি জনে ইতো আক্ষান।
তাব জজ্ঞচয়     সম্পূর্ণ হোবয়
  অন্ত পাবে মোব স্থান।।

---

২৪৪। যজ্ঞ নানা শত যি ফল, ২৪৫। পূজন নৈমিষ, বিবয়তে, পৰজাটী প্ৰ (যতি?) ২৪৬। থাকিয়া মোক পূজই, সিটো শুদ্ধ নৰ গণেশৰ, অৱশ্যে লভই ‘প’ ২৪৭। আখ্যান, শুনয় যিজন শৰীৰত যিটো।

বিভীষণৰ শিৱ-স্তুতি

শুনি বিভীষণ কৰিয়া যুকল
আৰম্ভিলা শিৱস্তুতি।
বিশ্বমুখ তুমি সৰ্ব্বভূতে স্বামি
সত্বে মহত্তৰ গতি।।২৪৮
পুৰাণ অক্ষৰ শিৱ অপ্ৰমেয়
সৰন্য ভূত ভৱেস।
পুৰুষ উত্তম নাহি তযু সম
দেৱোত্তম কৃত্তিবাস।।
কৰুণা সাগৰ গতি ভকতৰ
দক্ষিনামুখ বিধাতা।
ইন্দ্ৰ বহ্নি বায়ু সমস্তৰে আয়ু
অষ্টম ঐশ্বৰ্য দাতা।।২৪৯
সুক্ষ্ম পিতৃবৰ সকলে ভুতৰ
তুমি সে নিজ আশ্ৰয়।
মহৰ্ষি পুজিত মোক্ষ ৰূপ স্থিত
পঞ্চ মহাভূত ময়।।
ধৰ্ম্ম কাম সৃষ্টি সংকল্প সুদৃষ্টি
ধৃতি মেধা কাল মন।
দেৱ ঋষি জত তোমাক সতত
আনন্দে কৰে বন্দন।।২৫০
আনন্দ দায়ক সান্তি বিধায়ক
ইন্দ্ৰক জিনোতা তুমি।
প্ৰভু ভগৱন্ত অনাদি অনন্ত
তযু পদে বন্দো আমি।।
অগতি-গতিক নাজানো প্ৰত্যেক
তুমি বিভু যোগেস্বৰ।
তোমাৰ চৰণে পসিলো সৰনে
প্ৰনামোহো দিগম্বৰ।।২৫১
তুমি বিশ্বমুৰ্ত্তি ব্ৰহ্মাণ্ডৰ পতি
তোমাক নমো সবাহি।

---

২৪৮। সত্বত, শুনি, বিশ্বমুখ, স্বামী ২৪৯। পুৰাণ, শিৱ, শৰণ্য ভূত ভৱেশ দক্ষিণামুখ ঐশ্বৰ্য্য। ২৫০। যত, পঞ্চমহাভূতময় ২৫১। শান্তি, যোগেশ্বৰ পশিলো শৰণে

পঢ়ে এহি স্তৱ — জিতো সুদ্ধ ভাৱ
অশ্বমেধ ফল পাই।।
ব্ৰহ্মচাৰি হুয়া — চতুৰ্দ্দশি পায়া
অষ্টমি পৰ্ব্ব কালত।
এক চিত্তমনে — জিতো পঢ়ে সুনে
মুক্তিক পাই সাম্প্ৰত।।২৫২
জিতো অবিৰত — শিৱৰ ভকত
এহি স্তৱ দিয়া তাক।
নাজানে শিৱক — চিত্তে বিসয়ক
নেদিব কহো তাহাক।।
কন্দ্ৰসিংহ বানি — সুনা সবে প্ৰানি
শিব পদে দিয়া মন।
বিসয়ক তেজি — সদাশিব ভজি
বোলা শিব ত্ৰিনয়ন।।২৫৩

।। ৮ ।।

শ্লোক

যস্তৈকনক্তৈৰ্ভগবাননন্তঃ সংবৰ্ণয়ন্নন্তমলংগুণানাম্।
ন যস্যাৰন্তুং গিৰিশায় তস্মৈ ব্ৰহ্মস্বৰূপায় নমো নমস্তে।।

(অৰ্থ ঃ ভগবান, অনন্তই অনন্ত মুখেৰেও যাৰ গুণাৱলী বৰ্ণনা কৰিবলৈ সমৰ্থ নহয়, সেই ব্ৰহ্ম স্বৰূপ গিৰীশক বাৰম্বাৰ নমস্কাৰ কৰোঁ।)

পদ

সনত কুমাৰৰ — পুনৰপি ব্যাস ঋষি বুলিলা বচন।
গুচৰত ব্যাসদেৱৰ — বেদ জজ্ঞ দান ব্ৰত তীৰ্থত ভ্ৰমণ।।
পুনঃ প্ৰশ্ন — তপ উপবাস কায় কষ্ট নকৰিয়া।
কোন ৰূপে পাৰে পুণ্য গৃহতে থাকিয়া।।২৫৪
ইতো সংশয়ক মোৰ কহা মহামুনি।
হেন সুনি সনত কুমাৰে বোলে বানি।।
প্ৰয়াগ কৌসিকী গঙ্গা গণ্ডকি পুষ্কৰ।

---

২৫২। বিশ্বমূৰ্ত্তি, যিটো শুদ্ধভাব, অশ্বমেধ ফল, ব্ৰহ্মচাৰী, চতুৰ্দ্দশী, অষ্টমী, যিটো শুনে। ২৫৩। নাজানে শিৱক চিত্তে বিষয়ক

কুরুক্ষেত্র নৈমিসাবণ্যক গঙ্গাদ্বাব।।২৫৫
আতি শ্রেষ্ঠ দেবীকা নদী সুক্র তীর্থ গয়া।
লিঙ্গ-পূজাব ব্রহ্মাবর্ত্ত নদী কদ্র তর্থ কবতোয়া।।
মাহাত্ম্য কথন সমুদ্র আকাসি গঙ্গা কাবেবি জাটোদা।
মহানন্দ গোদাববী সবযু নর্ম্মদা।।২৫৬
পৃষদ্বতী নদী গঙ্গা সাগব সঙ্গম।
লোহিত্য বিতস্থা সোন নদ নিরুপম।।
কৃষ্ণা বেন্না তাম্রাবিনি নদী বেত্রবতী।
কোকা নদী মহাপুন্যবতী সবস্বতী।।২৫৭
এহি তীর্থ সব আদি কবি তীর্থ চয়।
স্নান কবি নবে জত পুণ্যক পাবয়।।
লিঙ্গ পুজনব ফল সোল ভাগ কবি।
তাব এক ভাগব নোহয় সমসবি।।২৫৮
তিনিকুবি হাজাব বৎসব দ্বিজগনে।
এহি তির্থসকলক অতি সুদ্ধ মনে।।
স্নান দান তর্পন কবিয়া বিধিবতে।
জত মহাপূণ্য সব পাবয় সাম্প্রতে।।২৫৯
যদি এক মাস সিব লিঙ্গক পূজয়।
তাতোধিক ফল পাবে কহিলো নিশ্চয়।
বিধিবতে সড়ঙ্গে সহিতে দ্বিজচয়।
বেদক পঢ়িয়া জত পুন্যক পাবয়।।২৬০
যদি গন্ধ পুষ্প দীপ ধূপ জল লৈয়া।
পবম বিশ্বাসে সাবহিত মন হয়া।।
মুহূর্ত্তে কমানে সিব লিঙ্গক পূজয়।
বেদ পঠনতোধিক ফলক লভয়।।২৬১
লিঙ্গবেসে পবা জন্মে ইতো তৃজগত।
ব্যাসব সংশয় অন্তকালে পুনু লয় হোবয় লিঙ্গত।।
ছেদন ইয়াত সংসয় নকবিবা মহামুনি।
হেন সুনি ব্যাসে পাচে বলিলন্ত বানি।।২৬২
কোন কপে লিঙ্গ হন্তে জন্মে চবাচব।
কোন বা প্রকাবে লয় হোবে পুনর্ব্বাব।।

---

২৫৫। কৌশিকী, পুষ্কব, নৈমিষাবণ্যক, শুক্র, আকাশীগঙ্গা, ২৫৮। ষোল অগ কবি, তীর্থ। ২৬০। ষড়ঙ্গে ২৬১। ধূপ...বিশ্বাসে, মুহূর্ত্তক...শিব। ২৬২। ইটো ত্রিজগত সংশয় বাণী।

কোন বাঞ্ছিএরে লিঙ্গ পূজয় সম্প্ৰতি।
কোন থানে মহেসৰ সদা নিত্যগতি।।২৬৩
কোন ৰূপে তুষ্ট হোৱে শিৱ ত্ৰিনয়ন।
কহা মুনিৰাজ মোত ইসব ৰচন।।
কোন ৰূপে ঋষি সিদ্ধ দেৱতা সমাজে।
দক্ষিণা মূৰ্তিক প্ৰভু মহেসৰ পূজে।।২৬৪
কোন কৰ্ম্ম কৰি মন্ত্ৰ লোকক পাৱয়।
পুনৰ্ব্বাৰ তৈব হৃদে কিমতে আহয়।।
ইসব সংসয় চেদিয়োক মুনিবৰ।
এহি মুনি পুছিলন্ত সনত কুমাৰ।।২৬৫
জিসব সুধিলা ব্যাস মনৰ সংসয়।

লিঙ্গৰূপী মহা
হৰৰ আবিৰ্ভাৱ
আৰু লিঙ্গৰূপৰা
ত্ৰিজগৎ সৃষ্টি

ইহাৰ উত্তৰ ধৰি কহিবো নিশ্চয়।।
ব্ৰহ্মাৰ মুখৰ পৰা সুনিছো নিয়ত।
তেন ৰূপে কহো ধৰি হোৱা সাৱহিত।।২৬৬
মহেসৰ পৰা মহাবায়ু উপজিল।
সেহি মহাবায়ু সুক্ৰ বিৰ্য ৰূপ হৈল।।
সেহি ৰেতঅৰূপৰা অগ্নি সূৰ্য সম।
দেখিতে চিকমিক আতি ৰূপ মনোৰম।।২৬৭
এস জোজনৰ পথ বহলে প্ৰমান।
লক্ষ জোজনৰ পথ উসৃত সুঠান।।
যুগান্ত কালৰ সূৰ্য সম কলেৱৰ।
প্ৰকট জ্বলন্ত লিঙ্গ ৰূপি মহেশ্বৰ।।২৬৮
ব্ৰহ্মা হৰ আদি দেৱ ৰাক্ষস মানৱ।
সেহি লিঙ্গে লয় হৈল জগত নিসেৱ।।
সত্ত্ব ৰজ তম তিনি গুণ প্ৰকৃতিৰ।
প্ৰকৃতি পুৰুষ সাংখ্য যোগ অগনিৰ।।২৬৯
পৃথিৱি আকাস অপ নক্ষত্ৰ সাগৰ।
গ্ৰহগন নদী-নদ মাস সাম্বৎসৰ।
পৰ্ব্বত বিদিস দিস জত মায়াময়।
মহেসৰ সেহি লিঙ্গে সবে হৈল লয়।২৭০

২৬৪। ৰূপে শিৱ ত্ৰিনয়ন ৰূপে মহেশৰ পূজে। ২৬৫। সংশয় ছেদিয়োক পুছিলন্ত ২৬৬। কিসৰ সংশয় শুনিছো কিমত ৰূপে ২৬৭। মহেশৰ শুক্ৰ বীৰ্য্য বাল সূৰ্য্য। ২৬৮। এশ যোজনৰ প্ৰমাণ যোজনৰ উচ্ছ্ৰিত সূৰ্য্য। ২৬৯। নিশেষ।

পাচে দেবদেব মহাদেৱে কতোকালে।
সেহি লিঙ্গ হন্তে ব্ৰহ্মা দেৱক স্ৰজিলে।।
সমস্তে প্ৰানিৰ পাতিলন্ত প্ৰজাপতি।
পাচে স্ৰজিলন্ত বিষ্ণু দেৱক সম্প্ৰতি।।২৭১
আনো দেৱতাক স্ৰজি কৰিলা চেতন।
তৈতে অন্তৰ্দ্ধান ভৈলা দেৱ তৃনয়ন।।
এনে অনুক্ৰমে জন্মে ইতো তৃজগত।
মহেসৰ লিঙ্গ হন্তে জানিবা সাখ্যাত।।২৭২
অন্ত কালে তিনিলোক লিঙ্গে হোৱে লয়।
সুনা ব্যাস ইতো কথা কহিবো নিশ্চয়।।
লিঙ্গৰূপী রুদ্রৰ দ্বাৰা জগৎ ধ্বংসে পূৰ্ব্বে একাৰ্ণ্ণৱ জলে এক সিৱ লিঙ্গ।
প্ৰকট ভৈলন্ত ভয় দায়ক বিড়িঙ্গ।।২৭৩
জালাএ আবৃত সত্য যোগাগ্নিৰ সম।
মহা অগ্নি কুণ্ড জেন কৰে তমতম্।।
দসো দিস ভেদি দসো দিসক আবৰি।।
জ্ঞান মণ্ডলত আছে ঘোৰ ৰূপ ধৰি।।২৭৪
ইতো তিনিলোক দহে লিঙ্গৰ জ্বালাত।
বিমোহিত ভৈল সবে রুদ্রৰ মায়াএ।।
পাচে দেৱাসুৰ যক্ষ গন্ধৰ্ব্ব ৰাক্ষস।
পৃথিবি পৱন অপ তেজ জে আকাস।।২৭৫
স্থাবৰ জঙ্গম আনো জত চৰাচৰ।
আকৰ্ষণ কৰি আনে দেৱ মহেশ্বৰ।
মহাবেগে ভয়ানক অগ্নি ৰূপ হুয়া।
আকাস পুৰিলা ঘোৰ সব্দক কৰিয়া।।২৭৬
বায়ুক কৰিয়া সখা ইতো চৰাচৰ।
সবাকে কৰিলা নাম প্ৰভু মহাহৰ।।
ব্ৰহ্মা বিষ্ণু ইন্দ্ৰ আদি দেৱ নিৰন্তৰ।
সেহি লিঙ্গে লয় হৈল দেৱ মহেসৰ।।২৭৭
তাত পাচে রুদ্র দেৱো নিমেসেক মানে।
লিঙ্গতে আচিলা লয় হুয়া অচেতনে।।

---

২৭২। ত্ৰিজগত মহেশ্বৰ সাক্ষাত ২৭৫। ৰাক্ষস পৃথিৱী যে আকাশ ২৭৬। শব্দক কৰিয়া ২৭ । নিমিষেক প্ৰসাৰ

লিঙ্গৰ পৰা
ব্ৰহ্মাদি দেৱৰ
জন্ম আৰু
শিৱস্তুতি

পাছে মহেশৰ চক্ষু প্ৰচাৰ কালত।
ব্ৰহ্মা আদি দেৱ সব ভৈলান্ত বেকত।।২৭৮
স্তুতি পায়া ব্ৰহ্মা বিষ্ণু ইন্দ্ৰ তিনি দেৱ।
দিব্য স্তুতি পড়ি পড়ি পড়ি কৰে সেৱ।।
সত্ত্ব ৰজস্তম ৰূপ, প্ৰভু সৰ্ব্ব ব্যাপি।
দণ্ডনীতি সাস্ত্ৰ ৰূপ প্ৰলয় স্বৰূপি।।২৭৯
ব্ৰহ্মা আদি দেৱ সব তজু হৃদয়ত।
লয় হোৱে পুনৰ্ব্বাৰ উপজে সাম্প্ৰতে।।
সৰ্ব্ব ভুত হেতু সৰ্ব্ব ভুত মধ্যে সাৰ।
মোহিত ভৈলোহো প্ৰভু মায়ায়ে তোমাৰ।।২৮০

ব্ৰহ্মাদি দেৱতাক
শিৱৰ বৰ প্ৰদান

পাছে মহাদেৱে তুষ্ট হয়া দিলা বৰ।
মোহোৰ প্ৰসাদে হোৱে অজৰ অমৰ।।
মহা যোগবন্ত সুদ্ধ হৌক কলেৱৰ।
ইতো তিনি জগতৰ হোৱাহা ঈশ্বৰ।।২৮১
মহত্ত ঐশ্বৰ্য সব লভিয়ো সকল।
তিনিয়ো দেৱৰ জৰ বাঢ়োক নিৰ্ম্মল।।
অতি মহাবলযুক্ত মহা জ্ঞানৱন্ত।
হোৱা তোৰাসকল স্বচ্ছন্দ গতিমন্ত।।২৮২
ভৈল অন্তৰ্দ্ধান মহাৰুদ্ৰ এহি বুলি।
সুন ব্যাস ইতো কথা কহিলো সমুলি।।

সত্য-নিত্য-শিৱৰ
ক্ৰীড়া হেতু
জগৎ সৃষ্টি

প্ৰলয়ৰ কালত সবে প্ৰানি নষ্ট হোৱে।
সত্য নিত্যজ্ঞান ৰূপে থাকে সদাসিৱে।।২৮৩
প্ৰলয়ৰ অন্ত পুনৰ্ব্বাৰ সৃষ্টি হয়।
আপোনাৰ সম্পত্তিক লভে দেৱ হয়।।
পৰম ঈশ্বৰ দেৱ সিৱ সনাতন।
এনে ৰূপে কৰে সৃষ্টি সংহাৰ পালন।।২৮৪
ক্ৰীড়া কৰি থাকে সদা বালকৰ নয়।
আপুনি নোহয় মোহ অন্যক মোহয়।।
সবাকে কৰাত্ত কৰ্ম্ম সেহি মহাদেৱে।
ৰৰৰ কাৰণে তাক সৰ্ব্বলোকে সেৱে।।২৮৫
সিৱৰ সৱিৱে সৰ্ব্বলোক লয় জাই।

---

২৮০। সৰ্ব্বভূত হেতু সৰ্ব মধ্যেসাৰ। ২৮২। মহত্ত ঐশ্বৰ্য ৰূপ স্বচ্ছন্দ।

জাতো ব্ৰহ্মাণ্ডত তাত ভিন্নে বস্তু নাই।।
এতেকেসে লিঙ্গ ৰূপি সিৱৰ চৰণে।
সুদ্ধ চিত্ত হৈয়া পূজা কৰে সৰ্ব্বজনে।।২৮৬
ব্ৰহ্মা বিষ্ণু সূৰ্য বায়ু জম কাল ইন্দ্ৰ।
কুবেৰ বৰুন অগ্নি চাৰি বেদ চন্দ্ৰ।।
ইতিহাস ভৃগু অত্ৰ চাৰি সিদ্ধগন।
পুলস্ত্য পুলহ ক্ৰতু নন্দিস স্যৱন।।২৮৭
মহাকাল অঙ্গিৰা মৰীচি বৃহস্পতি।
দধ্যঞ্চ সম্বৰ্ত্ত সুক্ৰ দক্ষ প্ৰজাপতি।।
জিগিস উতঙ্গ জমদগ্নি বিশ্বামিত্ৰ।
অগস্তি প্ৰহ্লাদ মনু জত দক্ষপুত্ৰ।।২৮৮
বসিষ্ঠ কস্যপ ভৰদ্বাজ বসুগন।
গৌতম কৌসিক সূৰ্য আনো সাধুজন।।
এহি সব লিঙ্গতে আচয় হেন জানি।
জিজনে সিৱক পূজে উপহাৰ আনি।।২৮৯
তাহাৰ সমৃদ্ধি মহেশ্বৰ তৃনয়নে।
অতিশয় কৰে তুষ্ট হন্ত সত গুণে।।
লিঙ্গৰ পূজাৰ ফল — হৱিৰ্যজ্ঞ কৰি নৰে জিফল লভয়।
এটি সিৱ লিঙ্গ পূজি তাহাক পাৱস।।২৯০
যি ফল পাৱয় নৰে ধেনুদান দিয়া।
তাক পাৱে দস দিন সিৱক পূজিয়া।।
সহস্ৰেক অশ্বমেধ যড়াঙ্গে কৰিয়া।
এক সত বাজপেয় জজ্ঞক জজিয়া।।২৯১
নৰগনে জিতো ফল জতনে পাৱয়।
সিৱ লিঙ্গ পূজি সেহি ফলক লভয়।।
সহস্ৰেক ৰাজসুয়ে জিফল লভই।
তিনি মাস সিৱ পূজি সিফল পাৱই।।২৯২
সকলে তীৰ্থত স্নান কৰি বিধিৱত।
সৱে দেৱ পূজি জজ্ঞ কৰি নানামত।।
মহাদান জজ্ঞ ঘোৰ তপস্যা আচৰি।

২৮৬। শিৱৰ শৰীৰে...যাই, যাতে....শিৱৰ....শুদ্ধ...পূজা। ২৮৭। সূৰ্য্য যমকাল বৰুণ অত্ৰি ২৮৮। বিশ্বামিত্ৰ ২৯০। ত্ৰিনয়নে অতিশ শতগুণে যিফল। ২৯১। অশ্বমেধ একশত যজ্ঞক যজ্ঞীয়া। ২৯২। ৰাজসূয়ে যিফল।

নিদাঘ কালত পুষ্কলাক্রত ধবি।।২৯৩
আনো জত সুভ কর্ম্ম অনেক আচয়।
সবাকে আতরি নবে ঘি ফল লভয়।।
নব মাস সিব পুজি সিব মন্ত্র স্মবি।
সমস্তে ফলক পড়ে ষোলো মিষ্ট কবি।।২৯৪
ভক্তি যুক্ত হয়া জিতো বৎসবেক মাসে।
সিবব লিঙ্গক পুজা কবে সাবধানে।।
এক কোটি হাজার বৎসব ব্রহ্মলোকে।
মহা ভোগ সব কবি বজ মনে থাকে।।২৯৫
নদিব তটব মাটি গোময় চন্দন।
ইসবেবে সিব স্থান কবয় লেপন।।
সহস্রেক গুন পুন্য তাহাব হোবয়।
মার্যন কবিলে সত পুন্যক পাবস।।২৯৬
জিজনে দিবয় পুষ্প ধুপ উপহাব।।
মহা মহা পুন্য সব হোবয় তাহাব।
লিঙ্গক কবাবে স্নান জিজনে জলেবে।
দস অপবাধ তাব কস্রে ক্ষমা কবে।।২৯৭
খিবেবে জিজনে লিঙ্গ কবাবয় স্নান।
সত অপবাধ তাব ক্ষময় ইসান।।
জিজনে ঘৃতেবে লিঙ্গ স্নান কবাবয়।
সহস্রেক অপবাধ তাহাব ক্ষময়।।২৯৮
সদায়ে কবাবে স্নান আনি খিব চয়।
পবিত্র ঘৃতেবে লিঙ্গ লেপন কবয়।।
ঘৃতে সম্বিতে গুগ্গুলব ধুপ দিয়ে।
সকলে কবক জানা সেহি নবে পায়ে।।২৯৯
দস পাস মানে স্বর্ণ পুষ্প মহেসক।
জিজনে দিবয় সিতো লক্ষে বাখিতক।।
সুবর্ণব মালা জিতো দিবয় সিবক।
সেহি নবে লভে মহা অনন্ত ফলক।।৩০০
সুকুমল ফল পত্র পুষ্প নানামত।
জলত জন্ময় ফল পুষ্প জত জত।।

---

২৯৪। আনো যত শুভকর্ম আছয় শিবপূজি শিবমন্ত্র। ২৯৬। নদীর মার্জন ২৯৭। দশ ২৯৮। ধীবেরে, শত, ঈশান। ৩০০। দশ

অম্বু·কবি আনি দিয়ে অন্ধাবে সিবক।
সেহি জল পুণ্যভাগি চলায় বর্দ্ধক।।৩০১
যদি মন সবে ইচা কবে ঐশ্বর্য্যক।
ভজোক সদায়ে সর্ব ব্যাপি মহেসক।।
সিবক অর্চ্চিয়া পুষ্প পবম সাদবে।
শ্রদ্ধাভাবে জিতো নবে মস্তকত ধবে।।৩০২
ঘটশ্রবা হাজাবেক ধেনুদান ফল।
অবশ্যে পাবয় সিতো নবে অবিকল।।
সুবর্ণ বজত তাম্রপাত্র সকলত।
পবিপূর্ণ কবি থোবে জল মনোমিত।।৩০৩
সেহি জল লৈয়া পাছে হয়া সুদ্ধচিত্ত।
মহেসক স্নান কৰাবেক নিতেনিত।।
ইন্দ্রনীল মহানীল বৈদুর্য প্রবাল।
মুক্তা হিবা মবকত আনি ভাল ভাল।।৩০৪
আনো নানা বিধ মনিবত্ন কবে ধবি।
সিব দেবতাব লিঙ্গ পূজিব সাদবি।।
নানাবিধ বাদ্য গন্ধ পুষ্প ধান্য ধন।
গো মহিস দাস দাসি বিচিত্র আসন।।৩০৫
মনোহব গৃহ ভূমি সুন্দব বসন।
দণ্ড চত্র ধ্বজ বত্নে বচিত ভোবন।।
দীপ ধূপ পবমান্ন শর্কবা মোদক।
দধি দুগ্ধ ঘৃত মধু পুষ্প ধুস্তবক।।৩০৬
স্তুতি নমস্কাব মুখ বাদ্য উপহাবে।
পূজা কবিবেক নবে চবনে সিববে।।
ইহলোক ভোগ ভুঞ্জি পাপ নাস কবি
সিতো বুদ্রলোক পাবে দেব কপ ধবি।। ৩০৭
এনে কপে যিটো নবে সিবক ভোজয়।
ভোগ অবসানে পুনু ভূমিক আইসয়।।
কেন কপে সিবক ভজিলে নবচয়।
নাহে পৃথিবীক তাক কহিলো নিশ্চয়।। ৩০৮

৩০১।।পুণ্যভাগী ৩০২। ইচ্ছা, ঐশ্বর্য্যক, সর্বব্যাপী মহেশক। ৩০৩। অবশ্যে মনোনীত ৩০৪। শুদ্ধচিত্ত, হীরা ৩০৫। মহিষ দাস দাসী,

সবাতে কৰিয়া শ্ৰেষ্ঠ পাসুপত ব্ৰত।
ইহাক জি জনে ধৰে বস্থা জগত।।
সিজনৰ পুনৰ্ব্বাৰ আগমন নাই।
সুনা ব্যাস সত্যে সত্যে কহো মই।। ৩০৯
চতুৰ্দ্দস বিধ যোগজ্ঞান মহেসৰ।
সনত কুমাৰৰ দ্বাৰা শিৱজ্ঞান কথন
সোড়স প্ৰকাৰ দিব্য জ্ঞান শ্ৰেষ্ঠতৰ।।
ব্ৰত দস বিধ জ্ঞান ত্ৰিবিধ নিশ্চয়।
এহি চাৰিবিধ সিৱজ্ঞান ধুলি কয়।। ৩১০
মোক্ষ সুখ দাতা সৰ্ব্ব ৰাক্ষিত পুৰুষ।
এহি চতুৰ্বিধ মহেশ্বৰ জানক।।
জিজনে লভিলে প্ৰভু সিৱৰ কৃপাত।
সবাতে কৰিয়া শ্ৰেষ্ঠ সিজন সাক্ষাত।।৩১১
অনন্ত স্বৰূপ ভগৱন্ত সিৱ দেৱ।
জাত ভৃষ্ট তৈল তাক সৰে কৰে সেৱ।।
মহেশ্বৰ অষ্ট মূৰ্ত্তিৰ বৰ্ণন
কহো সুনিয়োক অষ্ট মূৰ্ত্তি মহেসৰ।
জাৰ শ্ৰৱনতে নাস হোৱয় পাপৰ।।৩১২
পূৰ্ব্ব দিসে যোগ মূৰ্ত্তি প্ৰথমে আচয়।
ইন্দ্ৰক আৱৰি সূৰ্য সম প্ৰকাসয়।।
দক্ষিনে দ্বিতীয় মূৰ্ত্তি দক্ষিনা নামত।
যমক আৱৰি আছে প্ৰকাসি সতত।।৩১৩
পশ্চিমে তৃতীয় মূৰ্ত্তি নামত ৰাৰুনী।
বৰুনক আৱৰি আচয় সুলপানি।।
উত্তৰত চতুৰ্থী মূৰ্ত্তিয়ে কুবেৰক।
আৱৰিয়া আচে জেন সাগৰে দ্বীপক।।৩১৪
পাতালত পঞ্চম মূৰ্ত্তিয়ে পাতালক।
ব্যাপিয়ে আচয় জেন বায়ু আকাসক।।
নামত বৈষ্ণবী ষষ্ঠী মূৰ্ত্তিয়ে জগত।
ব্যাপিয়া আচয় তাক পূজয় মহন্ত।।৩১৫
সপ্তম আগ্নেয়ী মূৰ্ত্তিসকলে প্ৰানিক।
পিড়াকৰি থাকে জেন বিষ্ণুৱে দৈত্যক।।
অষ্টম নিৰ্ম্মল সান্ত মূৰ্ত্তি মহেসৰ।

---

৩১৩। দ্বিতীয় মূৰ্ত্তি ৩১৪। শূলপানি ৩১৫। ষষ্ঠী মূৰ্ত্তিয়ে

সকলা সুখক দিয়ে সমস্তে জনৰ।।৩১৬
জনম মৰন ভয়ে সন্ন্যাসি সকল।
অষ্টম মূৰ্ত্তিক উপাসয় অবিকল।।
সুনা ব্যাস এনে ৰূপে জানিয়া সিৱক।
পাসুপাত ব্ৰতী সবে পাৱে মহেসক।।৩১৭
এহি ৰূপে লিঙ্গ হন্তে সৃষ্টি প্ৰলয়ক।
মূৰ্ত্তিৰ বিধান আৰু কহিলো তোমাত।
সুনিলা সমস্তে সিৱ দেৱৰ কৃপাত।।৩১৮
সমস্তে মূৰ্ত্তিতো কৰি প্ৰভু মহেসৰ।
দক্ষিনা মূৰ্ত্তিসে পূজিবাক সাৰোত্তৰ।।
জাতো দক্ষিনা মূৰ্ত্তি এইতো ত্ৰিজগত।
স্ৰজিপালি পুনৰপি সংহাৰ কৰন্ত।।৩১৯
ধৈৰ্য শ্ৰদ্ধা সুখ দুখ বুদ্ধি বিদ্যাজ্ঞান।
বাঞ্চিতকো সমস্তৰে দিৱস ইসান।।
এতেকেসে পৰাসৰ আদি ঋসিগন।
দক্ষিনা মূৰ্ত্তিক পূৰ্বে কৰিলে পূজন।।৩২০
সুনিলাহা ব্যাস লিঙ্গাৰ্চ্চনৰ বিধান।
সিৱৰ নাম স্মৰণৰ ফল
এহি আখ্যানক জিতো কৰয় শ্ৰৱন।।
নুহিবা একান্ত মনে কৰয় পঠন।
তাৰ পাপ ৰোগ দুখ সবে হোৱে ছন।।৩২১
অন্তকালে মৰি মহা পাপকো সংহৰি।
পৰম আনন্দে চলে ৰুদ্ৰৰ নগৰি।।
ব্ৰাহ্মনক আদি চাণ্ডালক অন্ত কৰি।
সিৱ নাম স্মৰি জাই সংসাৰ নিস্তৰি।।৩২২
দিনটোত একবাৰ সিৱক স্মৰয়।
তথাপিতো অশ্বমেধ ফলক পাৱয়।
কি কৈবো বিস্তৰ সিৱ নামক স্মৰিবা।
পৰম পদক পাৱে সংসাৰ তৰিয়া।।৩২৩
সিৱ হেন নাম আছে জগত ব্যাপিয়া।
তথাপি নৰকে পড়ে আকে নুখুলিয়া।।

---

৩১৬। প্ৰাণীক পীড়..কেন....শান্ত..মহেশৰ, ৩১৭। সন্ন্যাসীসকল পাশুপাত ব্ৰতী মহেশক। ৩২০। ঈশান পৰাশৰ, ৩২১। শুনিলাহা....আখ্যানক বিচৈ,

শিৱ শম্ভু সনাতন ঈশ পশুপতি।
হৰ জটাধৰ নৰ মহন্তৰ গতি।।৩২৪
এনে ৰূপে জিতো শিৱ স্মৰণ কৰয়।
তাৰ পিতৃ বৰ্গে স্বৰ্গে আনন্দ লভয়।।
সুনা ব্যাস এতেকে মহেসৰ নাম।
ভুক্তি মুক্তি ফলপ্ৰদ নাহিকে উপাম।।৩২৫

ব্যাসদেৱৰ পুনঃ প্ৰশ্ন

পুনৰপি ব্যাসে বোলে সনত্ত কুমাৰ।
কোন কোন স্থানত থাকয় মহেশ্বৰ।।
স্থানসকলৰ আৰু কেনুৱা প্ৰমান।
কোন ৰূপে তুষ্ট হয়ে দেৱতা ঈসান।।৩২৬
কহিয়োক মোত আৰে তুমি মহাজ্ঞানি।
সনত্ত কুমাৰে পাছে সুনি হেন বানি।।
প্ৰসুৰ সিদ্ধান্ত চয় কৰিয়াক প্ৰতি।
মহা মন ৰঙ্গে কৰে সিৱক প্ৰনতি।।৩২৭
আদি দেৱ উমাপতি কৰো নমস্কাৰ।
তুমিসে পৰম প্ৰভু সংসোৰত্ত সাৰ।।

সিৱৰ স্থান নিৰ্দ্দেশ

পিঙ্গল কপৰ্দ্দি নিত্য বৃষভ বাহন।
তথু চৰনতে আমি পসিলো সৰন।।৩২৮
জিথানত সমস্তৰে কল্যান মিলয়।
জৈত প্ৰভু মহেশ্বৰ প্ৰকটে থাকয়।।
এহি থান সকলক কহিবোহো আমি।
এক চিত্ত হয়া ব্যাস সুনিয়োক তুমি।।৩২৯
নানা নাম ৰূপ ধৰ দেৱ তৃনয়ন।
এহি তত্ত্ব কথাক জানিয়া জ্ঞানিগন।।
যোগক আচৰি নানা বিধ স্তুতি কৰি।
অন্তত সিৱক পায়ে দুখক নিস্তৰি।।৩৩০
ব্ৰহ্মা বিষ্ণু কাৰ্ত্তিক কুবেৰ অগ্নি ইন্দ্ৰ।
কপিল প্ৰভৃতি বুদ্ধি বায়ু সূৰ্য চন্দ্ৰ।।
ইসবক আদি কৰি জত দেৱচয়।
সিৱৰেসে ৰূপ বুলি সমস্তে পূজয়।।৩৩১

---

৩২৪। ঈশ ৩২৬। ঈশান। ৩২৭। ......মহাজ্ঞানী....শুনি....বাণী, প্ৰচুৰ....শিৱক প্ৰণতি
৩২৮। তথু...পশিলা শৰণ,

সিবব অষ্ট স্থানব মহিমা বর্ণন

জিজনে সদায়ে জেহি ৰূপক ভজয়।
সেহি ৰূপ ধৰি মহেশ্বব তুষ্ট হয়।।
জতেক আচয় স্থান সিব দেৱতাৰ।
তাক দেখিবাক লাগি সকত্তি কাহাব।।৩৩২
এহিসে কাবনে সাংখ্যেপিয়া কহোময়।
আঠখন থান ইহ লোকত আচয়।।
ৰুদ্রস্থান ৰুদ্রপদ আক মাহেশ্বব।
অবিমুক্ত মহালয় পৰম সুন্দব।।৩৩৩
স্বৰ্ণাক্ষি গোকর্ন্ন ভদ্র কর্ন্ন অনুপাম।
এহি অষ্টস্থানব কহিলো অষ্ট নাম।।
ভকতব ভক্তি সাধি এহি অষ্টস্থানে।
সর্ব্বদা থাকয় সর্ব্ব ইশ্বব ইসানে।।৩৩৪
দুই জোজনব পথ থান মহালয়।
দেব ঋষি গনে তাতে সিবক পূজয়।।
চক্র ক্রোস মানে সোভে মহেশ্বব স্থান।
তাত মৰি নবে হোবে সিবৰ সমান।।৩৩৫
ৰুদ্র পদ স্থান দুই জোজন বহল।
তহিত সিবক পূজে গন্ধর্ব্ব সকল।।
এহি ৰুদ্র পদে জিতো সবিব তেজয়।
অবস্যে সিজন ৰুদ্র লোকক পাবয়।।৩৩৬
চতুর্দ্দস জোজন বহল ৰুদ্রব স্থান।
ৰুদ্রক পাবয় নবে আত এড়ি প্রান।।
ভদ্রকর্ন অর্দ্ধ ক্রোস বহল প্রকাসে।
ত্রিদস সকলে তাতে সিবক উপাসে।।৩৩৭
আত মবি নবে গনপত্তি গতি পাই।
নকৰা সংসয় ঋষি কহিলো বুঝাই।।
অৰ্দ্ধ প্রহবব পথ স্বর্ন্নাক্ষি সোভয়।
আতে ব্রহ্মা বিষ্ণু ৰুদ্রে সিবক সেৱয়।।৩৩৮
অবিমুক্ত থান দুই জোজন প্রমান।

---

৩৩২। যিজনে যেহি ৰূপক যতেক....শিব কাহাব, ৩৩৩। সংক্ষেপীয়া ৩৩৪। ঈশ্বৰ, ঈশানে। ৩৩৫। দুই যোজনব শিবক ক্রোশ শোভে শিবব সমান ৩৩৬। যোজন শিবক বিটো শবীব অবশ্যে ৩৩৭। চতুর্দশ যোজন অর্দ্ধক্রোশ প্রকাশে ত্রিদশ শিবক ৩৩৮। নকবা সংশয় শোভয় শিবক বর্ণক

জানিকো নায়াড়ে ইহাক দেব ইসান।।
আত্মে মহেশ্বরে আক ত্তিলেকো নেড়য়।
এতেকেসে অবিমুক্ত সকলে বোলয়।।৩৩৯
দেবঋষি ৰাজঋষি জত জোগিগন।
ব্রত্তি জতি সিদ্ধ যুক্ত মহামুনি জন।।
অবিমুক্ত স্থানে সদা ইলন্তে সিবক।
চিত্তয় একান্ত মনে এড়ি বিসয়ক।।৩৪০
আত প্রান পৰিত্যাগ কৰি নৰ চয়।
মহেসৰ সৰিৰতে সিগ্রে হোবে লয়।।

গোকর্ণৰ মহিমা কথন — গোকর্ণ আচয় বাৰানাসিৰ ভিতৰে।
সমস্তে থানতো কৰি অতি সোভা কৰে।।৩৪১
তেজময় পৰমাত্মা সিৱ সনাতন।
নিত্য নিৰাময় নির্ব্বিকাৰ নিৰঞ্জন।।
কার্ত্তিকে সহিতে তাতে লিঙ্গ ৰূপ ধৰি।
দেৰৰো দুর্লভ হয়া আচে সোভা কৰি।।৩৪২
কলি কালে সেহি লিঙ্গ ৰূপি মহাহৰ।
অদৃস্য থাকয় দেৱকাৰো অগোচৰ।।
কিন্তু ভকতক কৃপা কৰন্ত সদাই।
জাতো তান্ত বিনে দয়াসিল আন নাই।।৩৪৩
তাতে এক লিঙ্গ আচে বিশেশ্বৰ নাম।
সবে লোকে তাঙ্কে পূজা কৰে অবিশ্রাম।।

কনক স্থান আৰু গঙ্গাদ্বাৰৰ মহিমা — নামত কনখ স্থান অতি পুন্যময়।
ব্রহ্মা আদি দেৱে তাতে সিৱক সেৱয়।।৩৪৪
গঙ্গাদ্বাৰে সর্ব্বদায়ে থাকে ত্রিলোচন।
তৈৰ নৰ সৰ অতি ধর্ম্ম পৰায়ন।।
অতি সুদ্ধ সিদ্ধাশ্রম থানৰ কোখত।
ব্রহ্মাবর্ত্ত নামে ক্ষেত্রত তাৰো দক্ষিনত।।৩৪৫

মহাবনৰ মহিমা — মহাবন নামে পুন্য অৰণ্য আচয়।
জাক পশুপতি দেৱে ক্ষনেকো নেড়য়।।
পূর্ব্বে ঋষি সবে তৈতে তপস্যা কৰিয়া।

---

৩৪০। যত যোগীগন, ব্রতী, যতী, শিৱক বিষয়ক ৩৪১। মহেশৰ শৰীৰতে শীঘ্রে শোভা কৰে।
৩৪৩। ...বাণী...অদাস্য....যাতো.....দয়াশীল......। ৩৪৪। কনক স্থান.. শিৱক ৩৪৫। থানৰ কাষত

সাতজন সিদ্ধিক সুখ দুখক তৰিয়া।।৩৪৬
এহি বন খান এক ক্ৰোশৰ বহল।
আত মৰি নৰে মুক্তি পাৱে অবিকল।।
সুনা ব্যাস এহি স্থান সকল কথাক।
তুমিয়ো সুধিলা মই কহিলো ইহাক।।৩৪৭

ব্যাসৰ প্ৰতি সনত কুমাৰৰ নিৰ্দ্দেশ

বেদৰ সমান শ্ৰেষ্ঠ এহি আখ্যানক।
সদায়ে ব্ৰাহ্মণে পঢ়ি পঢ়াব সিষ্যক।।
দুষ্ট ক্ৰূৰ সঠ অন্য ভক্তক নেদিব।
ইসবৰ আগতো নাগাব নপঢ়িব।।৩৪৮
জিজন শিৱৰ ভক্ত সদা ধৰ্ম্মৰত।
সদায়ে পঢ়িব গাইব তাহাৰ আগত।।
ব্যাসে বিৰচিত শিৱ পুৰাণ প্ৰধান।
জাৰ শ্ৰৱণতে হোৱে পাতক নিৰ্বাণ।।৩৪৯
ইহাৰ অৰ্থক মনে চিন্তিয়া সম্প্ৰতি।
পদ ছন্দে ভনে ৰুদ্ৰসিংহ নৰপতি।।

কবিৰ উপদেশ

দেখা নৰগন কেন বিসয় বিসম।
এতেকে চিন্তিয়ো শিৱ চৰন পৰম।।৩৫০
শিৱ সম আশুতুষ্ট নহি অন্যদেৱ।
এতেকে সঙ্কৰ পদে কৰিয়োক সেৱ।।
আপোনাৰ ঘোৰ জম জাতনাক জানি।
নিৰন্তৰে নৰ বোলা শিৱ সম্ভুবানি।।৩৫১

---

৩৪৭। এহি...ক্ৰোশৰ...শুনা ৩৪৮। এহি আখ্যানৰ...শিষ্যক...পাঠ....। ৩৪৯। বিজন শিৱৰ...শিৱ পুৰাণ...যাৰ...নিৰ্ব্বান ৩৫০। ...বিষম বিষয়...শিৱ চৰণ পৰম ৩৫১। শিৱ...শঙ্কৰ...যম যাতনাৰ...শিৱ শম্ভুবাণী।

# লোকদেৱতা শিৱ

শিৱৰ লৌকিক ৰূপ বিভিন্ন মিলন মিশ্ৰণৰ মাজেদি আহোঁতে অনেক ৰূপত পোৱা গৈছে। অসমৰ কাৰবীয়া বঙ্গদেশতেই 'মাকাল'ৰ যি পূজা সেয়া মহাকাল তথা শিৱৰেই পূজা বুলি মানি লোৱা হৈছে।

'বাংলাৰ লৌকিক দেৱতা' নামৰ গ্ৰন্থত গোপেন্দ্ৰ কৃষ্ণ বসুৱে 'মাকাল ঠাকুৰ'ৰ বিষয়ে যি উল্লেখ কৰিছে তাৰ পৰা ধৰিব পাৰি যে মাকাল ঠাকুৰৰ পূজাৰ কাৰণে কোনো নিৰ্দিষ্ট স্থান অথবা সময় নাই, তেওঁৰ একো মূৰ্ত্তিও নাই, মৎস্যজীৱীসকলে কোনো বিল বা নদীত মাছ ধৰাৰ আগতে সেই বিল বা নদীৰ পাৰত 'মাকাল' ঠাকুৰৰ পূজা কৰে। এই পূজাত মন্ত্ৰও নাই, ব্ৰাহ্মণ পুৰোহিতো নেলাগে।

অন্য দেৱতাৰ দৰে মাকাল ঠাকুৰৰ মানুহৰ আকৃতিৰ মূৰ্ত্তি নাই। জলাশয়ৰ তীৰৰ মাটি চাফ-চিকুণ কৰি সৰুকৈ তিনিটা থাপৰ বেদী এখন কৰা হয়। সেই বেদীৰ মাজতে প্ৰতীক স্তূপ (মাটিৰ গিলাচ ওলোটাকৈ থলে যেনেকুৱা দেখি তেনেকুৱাকৈ) এটা বা দুটা কৰা হয়। তাৰ চাৰিওপিনে চাৰিডাল কাঠী পুতি বেদীৰ বেৰা কৰা হয়। প্ৰতীক স্তূপকে 'মাকাল' বুলি ধৰা হয় আৰু সেয়ে তাৰ ওপৰ অংশত সেন্দুৰ লিপি তাৰ ওপৰত ফুল, তুলসী, বেলপাত আদি দিয়া হয়। সমুখত ঘট এটিও থোৱা হয়। পূজাৰ সময়ত বন্তি জ্বলাই দিয়া হয়। ধূপ আৰু গাঁজাও (ভাং) দিয়া হয়। গাঁজা দিয়ালে চাই 'মাকাল' ঠাকুৰে নিশ্চয় 'মহাকাল' তথা শিৱ ঠাকুৰেই হ'ব। মাকাল ঠাকুৰৰ সহচৰ ৰূপে অন্য অন্য ঠাইত 'আট মাকাল' পূজাও হয়। বঙ্গ দেশৰ ছাবিশ পৰগণাত এই আট মাকালৰ পূজা বেছি। এই আট (আঠ) বা আটেশ্বৰো লৌকিক দেৱতা। সুন্দৰবন অঞ্চলৰ মানুহে এওঁক অৰণ্য ৰক্ষাকাৰী দেৱতা বুলি গণ্য কৰে। অৰণ্য অঞ্চলত মাছ ধৰাৰ সময়ত অৰণ্যৰ দেৱতা সন্তুষ্ট নেথাকিলে বহুত বিঘিনি হ'ব পাৰে বুলি আশংকা কৰি 'আট মাকাল'ৰ পূজা দিহে মাছ ধৰিবলৈ যোৱা হয়। আট মাকালৰ পূজাও মাকাল পূজাৰ দৰেই বেদীৰ ওপৰত সাতোটা সৰু সৰু স্তূপ (মাটিৰ) সাজি বহুওৱা হয়। আট বা আটেশ্বৰৰ স্তূপটি ডাঙৰ কৰা হয়।

প্ৰাচীন অথবা মধ্যযুগত লিখা কেইখনমান কাব্যত 'মাকাল'ৰ উল্লেখ আছে। তাৰকেশ্বৰ শিৱতত্ত্ব প্ৰায় দুশ বছৰৰ প্ৰাচীন গ্ৰন্থ। তাত মাকালৰ উল্লেখ আছে—

"ক্ষেত্ৰপাল মহাকাল, প্ৰভৃতি দেবতা
যাহাৰ যে ৰূপ ভক্তি সে ৰূপ গঠিতা
কোথায় ওলাই চণ্ডী, মাকাল জলায়।
বৃক্ষতৰে মহাপ্ৰভু স্থান দৃশ্যপ্ৰায়।।"

বলৰাম কবি শেখৰৰ "কালিকামঙ্গলৰ" দিগ্ বৰ্ণনাতো আছে—

"ঘুৰালো মাখাল বন্দো পুৰাণেৰ ঘাটু।"

খালকুমীৰ, খালকুমাৰীৰ পৰাও 'মাখাল-মাকাল' হ'ব পাৰে বুলি কোনো কোনোৱে ভাবে।

অৱশ্যেই সকলো ঠাইৰে মৎস্যজীবিসকলৰ মতে 'মাকাল' পুৰুষ দেৱতা।

ছাবিশ পৰগণা আৰু সুন্দৰবন অঞ্চলৰ মানুহে 'আটেশ্বৰ'ক অৰণ্যৰক্ষক আৰু 'পশুপতি' বুলিয়েই গণ্য কৰে আৰু সেই ধাৰণাৰেই পূজা কৰে। মেদিনীপুৰ অঞ্চলৰ মানুহে আনহাতে আটেশ্বৰক গছত থকা অপদেৱতা বুলিহে বিশ্বাস কৰে। মানুহৰ ৰূপ ধৰি মানুহৰ আগত দেখা দিলে সেই মানুহৰ জ্বৰ, ব্যাধি হৈ মৃত্যু পৰ্যন্ত হ'ব পাৰে। অন্য অঞ্চলত অৱশ্যে এনে বিশ্বাস নাই। আটেশ্বৰ অৰণ্যৰক্ষক, পশুৰক্ষক দেৱতা থানত থাকে বুলিহে বিশ্বাস কৰে আৰু সেই ভাৱেৰেই থানত তেওঁৰ উদ্দেশ্যে গাখীৰ, নিৰামিষ ভোগ, আগবঢ়াই কিছুসময়ৰ কাৰণে ভক্তসকল আঁতৰি যায়। এনে ভোগত গাঁজাও দিয়া হয়।

অসমৰ বিভিন্ন অঞ্চলত ডাঙৰ বৃক্ষত 'বুঢ়াগোঁসাই' বাস কৰে বুলি বিশ্বাস কৰা হয়। এই 'বুঢ়া গোঁসাই'ক মঙ্গলময় শিৱৰে এক ৰূপ বুলিও ভবা হয়। তেওঁ মূৰত পাগ মাৰি বগা কাপোৰ পিন্ধি থাকে। গভীৰ ৰাতি কোনো ভক্তই দেখাও পায়। অস্বাভাৱিকভাৱে ওখ-পাখ মনুষ্য মূৰ্তিৰ এই দেৱতাই কাৰো অপকাৰ নকৰে। কেৱল নম্ৰভাৱে মূৰ দোঁৱাই তেওঁৰ থানৰ আগেদি যাব লাগে। গাখীৰ, ফলমূল, নিৰামিষ ভোগ তেওঁৰ নৈবেদ্য। কাৰ্বি আদি কিছু জনজাতীয় লোকে বুঢ়া-গোঁসাইৰ থানত ফাগুনমহীয়া আমিষৰ ভোগ দি ৰাইজৰ কল্যাণ কামনা কৰে।

# কৃষিদেৱতা শিৱ

অসমত শিৱই কৃষি দেৱতাৰ ৰূপ পৰিগ্ৰহণ কৰিছে। বড়ো কছাৰীসকলৰ বাথৌ দেৱতাকো কৃষি তথা শস্যদাতা বুলি গণ্য কৰাটো লক্ষ্য কৰা গৈছে।

অসমৰ অজস্ৰ লোকগীত-মাতত কৃষিকাৰ্যত শিৱ কেনেকৈ লিপ্ত হ'ল, কেনেকৈ খেতি আৰম্ভ কৰিলে, শস্য হোৱাত কি কি ঘটনা ঘটিল তাৰ আকৰ্ষণীয় বিৱৰণ পোৱা যায়। এনে লোকগীত মাতত শিৱ তেনেই দুবেলা দুমুঠি খাবলৈ নোহোৱা, ঘৰত গৃহিণীৰ লগত কন্দল লাগি থকা তেনেই হুজুৱা, ভতুৱা খেতিয়ক একজনলৈ ৰূপান্তৰিত হৈছে। শিৱ অসমীয়া লোক কল্পনাত আমাৰ তেনেই চিনাকি, আপোন একজন দুখীয়া কৃষকহে যেনিবা—আপোনভোলা যাৰ ৰূপ, পিনাক-পাণি, সৰ্বহন্তা, মহাকাল ৰূপ তাত একেবাৰে অদৃশ্য।

শিৱ গৃহস্থ, শিৱপতি, শিৱ পিতৃ। অথচ ঘৰ চলিবলৈ কোনো উপাৰ্জন নাই। সদায় দুবেলা দুমুঠিৰ কাৰণে ভিক্ষা কৰিব লাগে। ঘৰত কেতিয়াবা খুদকণ এটিও নেথাকে। কাৰ্তিক, গণেশে ভোকত কান্দি-কাটি লাললাল দিয়ে। লক্ষ্মী, সৰস্বতী, কাৰ্তিক, গণপতি, শিৱ-পাৰ্বতীৰে ছজন, গৰখীয়া ভীমৰ সৈতে সাতজন প্ৰাণীৰ কি বিলৈ। সদায় হাঁহাকাৰ, অতীষ্ঠ হৈ পাৰ্বতীয়ে শিৱক সদায় খেতিত লাগিবলৈ উপদেশ দিয়ে। ভাং খোৱাতে মহাদেৱ তন্ময়। মাটি-বাৰী নাই। খেতি কেনেকৈ কৰিব লাগে তেওঁ নাজানে। নিৰুপায় হৈ তেওঁ পাৰ্বতীক কয়, "ক'ত মাটি পাম, ক'ত হাল পাম, ক'ত বীজ পাব, খেতিৰ কথা নেতাৰিবা।" পাৰ্বতী খণ্ডত টিঙিৰি তুলা হয়। কেলেই, স্বৰ্গৰাজ বাসৱক খুজিলেই মাটি নিদিব জানো? কুবেৰে কঠিয়া আৰু বলোভদ্ৰই নাঙল যুঁৱলী খুজিলে নিদিব নেকি? ত্ৰিশূলডালেৰেইচোন ফাল কৰিব পাৰি। হাললৈ লগা গৰুহাল নাথাকিলে কি হ'ল? যমৰপৰা ম'হটো ধাৰে আনি নিজৰ বৃষভটোৰ লগত যুৰি দিলেই হয়চোন।

ভোলানাথে উপায় পালে। কথামতেই কাম হ'ল। ভোলানাথে উপলব্ধি কৰিলে ভিক্ষাবৃত্তি লাজৰ কথা, নিজৰ মান-সম্মানহে যায়। খেতি নেথাকিলে "দুখৰ উপৰি দুখ, কুকুৰে কামোৰে, ছাগলে দলিয়ায়, ক'তো নিমিলে সুখ।"

মহাদেৱে একাপণতীয়াকৈ খেতিত লাগি ঘৰ-দুৱাৰৰ কথাও যেন পাহৰি গ'ল। খেতিৰ আনন্দত তথা সৃষ্টিৰ আনন্দত তেওঁ যেন জোক পিয়াহো পাহৰিলে।

ইফালে ঘৰত পাৰ্বতীৰ মনত চিন্তা আৰু সন্দেহ আৰম্ভ হ'ল। কিয় তেওঁৰ স্বামী ঘৰলৈ নাহে। তেওঁৰতো নাৰীৰ প্ৰতি দুৰ্বলতা আছেই। কিজানিবা কি। ভাং ধতুৰা খাইও ক'ৰবাত আপোন পাহৰা হৈ থাকিব পাৰে। পাৰ্বতীয়ে এইবোৰ ভাবি-চিন্তি শঙ্কৰক পৰীক্ষা কৰিবৰ কাৰণে মহ-দাঁহ আদি কীট-পতঙ্গ কিছুমান মহাদেৱৰ ওচৰলৈ পঠালে। একাগ্ৰচিত্তে হালবাই থকা শঙ্কৰক গৈ হাতে-ভৰিয়ে এই পোক-পতঙ্গবোৰে কামুৰিবলৈ ধৰাত মহাদেৱ বিৰক্ত হৈ জাবৰ-খেৰ-বন আদিৰে জুমুঠি সাজি তাত জুই লগাই দিয়াত তাৰ ধোঁৱাত পোক-পতঙ্গবোৰ ৰ'ব নোৱাৰি যেনি-তেনি পলাল আৰু পাৰ্বতীক গৈ বাতৰি দিলেগৈ। পাৰ্বতীয়ে এইবাৰ এটা বাঘ পঠালে। ভাবিলে, বাঘৰ ভয়ত গৰু-ম'হ, পলাব আৰু শঙ্কৰেও ভয়তে খেতিৰ কাম এৰি ঘৰ পাবহি। পাৰ্বতী এইবাৰো বিফল হ'ল। বাঘে হাউৰিয়াই খেদি অহাত মহাদেৱে খণ্ডত হাতত ত্ৰিশূল লৈ মাৰিবলৈকে খেদি গ'ল। ভয়ত বাঘহে পলাই গৈ অৰণ্যত সোমালগৈ। পাৰ্বতী বাৰে বাৰে বিফল হৈ এইবাৰ নিজেই কৃষি পামলৈ গ'ল আৰু শস্যৰ অপূৰ্ব শোভা দেখি আনন্দ আৰু বিস্ময়ত আঃ ইস্ কৰাত সেই শব্দটোৰে একুৰা ভয়ঙ্কৰ জুইৰ সৃষ্টি কৰিলে আৰু জুই-কুৰাই এফালৰ পৰা শস্য পুৰি ছাই কৰি যাবলৈ ধৰিলে। আচলতে শস্যত পাৰ্বতীৰ মুখ লাগিল। শঙ্কৰে দূৰৰ পৰা এই ভয়ঙ্কৰ জুইয়ে শস্য পুৰি ছাই কৰি নিয়া দেখি ক্ৰোধত উম্মত্ত হ'ল আৰু ত্ৰিশূল লৈ খেদি আহিল। তাকে দেখি ভয়তে জুইকুৰা ক্ষান্ত হ'ল আৰু তাৰপৰা এযোৰা দৈত্য-দম্পতী ওলাল। দৈত্য-দম্পতীয়ে শঙ্কৰৰ ওচৰত ক্ষমা খুজি প্ৰাণ ভিক্ষা কৰিলে। ভোলানাথ শঙ্কৰ অলপতে সন্তুষ্ট হয়। তেওঁ দৈত্য-দম্পতীৰ কাতৰ প্ৰাৰ্থনাত তুষ্ট হ'ল। সিহঁতৰ জন্মবৃত্তান্ত অন্তৰ্যামী শঙ্কৰে জানেই। সিহঁতৰ নাম তেওঁ খোবা-খুবী দিলে। থাকিবলৈ ঠাই দিলে বিন্ধ্য পৰ্বতত। শ্ৰীৰামচন্দ্ৰৰ অৱতাৰ যেতিয়া পৃথিৱীত হ'ব তেতিয়া তেওঁ খোবা-খুবীক থাকিবলৈ স্থান নিৰ্ণয় কৰি দিব। এইবুলি খোবা-খুবী নিৰ্দেশ দি তেওঁৰ হাতৰ কমণ্ডলুৰ পানীৰে শঙ্কৰে শস্যবোৰ জীয়াই দিয়ে, সেয়েহে কিছু ধান কলা, কিছু ধান মুগা বৰণীয়া হ'ল।

বিন্ধ্য পৰ্বতত খোবা-খুবীয়ে থাকিবলৈ ল'লেগৈ। অৱতাৰী পুৰুষ শ্ৰীৰামচন্দ্ৰৰ বনবাসৰ সময়তে সীতা হৰণো হ'ল। সীতাক উদ্ধাৰ কৰিবলৈ সেতুবন্ধাৰ সময়ত পৰমভক্ত হনুমানে পৰ্বত-পাহাৰৰ শিল-মাটি, গছ-গছনি খহাই লৈ যাওঁতে খোবা-খুবী থকা ঠাইখনো হনুমন্তৰ হাততে আহিল। দৈত্য দম্পতীয়ে শ্ৰীৰামচন্দ্ৰক দেখা পাই তেওঁৰ চৰণত পৰি সেৱা জনাই সকলো বৃত্তান্ত ক'লে। তেতিয়া শ্ৰীৰামচন্দ্ৰই ক'লে যে, "তোমালোকৰ ঠাই তিনিআলিৰ মূৰত হ'ব। বিয়াৰ দৰা-কন্যাৰ লগত তিনিদিন থাকিব পাৰিবা। বিয়াৰ তৃতীয়দিনা তোমালোকক গুড়-গাখীৰ আৰু পিঠাগুড়িৰ সুন্দৰ লাড়ু দিব। তাকে খাই

তোমালোকে মহাসুখে থাকিবা। যি এই খাদ্য তোমালোকলৈ আগনবঢ়ায় তেওঁবিলাকৰ মাজত দন-হাই-খৰিয়াল লগাব পাৰিবা।" সেইকাৰণেই অসমৰ বহুতো ঠাইত বিশেষকৈ উজনি অসমত বিয়াৰ তৃতীয় দিনাক খোবা-খুবী বা খোবা-খুবুনীৰ দিন বুলি কোৱা হয়। সেইদিনা বিয়াৰ ন দৰা-কন্যাক খোবা-খুবী আখ্যান মাতি শুনোৱা হয়। দৰা-কন্যাৰ মুখ লাগিব পাৰে বুলি (খোবা-খুবীৰ ইস্ আস্ বোলা মুখ) খোবা-খুবীৰ নামত লাড়ু আগবঢ়োৱাটো বাধ্যতামূলক নিয়ম। এই নিয়ম পৰম্পৰাগত ৰূপে চলি আহিছে। নামনি অসমত যি মন্ত্ৰৰ দ্বাৰা মুখ লগা ভঙা হয় সেই মন্ত্ৰত খোবা-খুবীৰ আখ্যান আছে। আচলতে সৰ্বসাধাৰণ বাইজৰ বেয়া দৃষ্টি বা নজৰ লগাটোৱেই খোবা-খুবীৰ নজৰ বুলি ধৰা হয় আৰু সেয়ে নৈবেদ্য দি সেই আখ্যানকে গাই মুখ লগা ভঙা হয় বা নজৰ তোলা হয়।

অসমৰ লোকগীতত সদাশিৱৰ কৃষিৰ কথা বৰ সুন্দৰকৈ আছে। অসমৰ লোকগীতৰ বাহিৰেও বিদ্যাপতিৰ গীতত (মৈথিলী কবি) এই বিষয়ৰ কি সুন্দৰ বৰ্ণনা আছে।

## লোক সাহিত্যত ঃ কৃষক শিৱ

ভিক্ষা মাগি ফুৰা শিৱৰ প্ৰতি পাৰ্ৱতীৰ উক্তি ঃ

বোলে গণেশৰ আই মনে তোমাৰ লজ্জা নাই
সদায় ফুৰা ভাং টানি টানি।
গৃহে চাউল মুঠি নাই কান্দে কাৰ্ত্তিক গণপতি
সদায় থোৱা ভিক্ষা মাগি আনি।।
তুমি জগতৰ মূল আছে মাথোন ত্ৰিশূল
সদায় লোৱা কান্ধে ভিক্ষাৰ ঝুলি।
শুনি নৰনাৰী হাসে শুনি প্ৰাণে নসহে
ভতুৰা ভিক্ষাৰী আহিল বুলি।।
অৰে মোৰ বাক্য ধৰা একবাৰ খেতি কৰা
যুক্তি কৰি নাঙল বিধান গৰু।
মনে তুমি ভাবি চোৱা কোন আছে খুজি খোৱা
কোন থাকে সদায় হৈ সৰু।।
বোলন্ত পাৰ্বতী শুনা শূলপাণি
মোৰ বাক্য মনে ধৰা।
খুজি মাজি আনি দেৱ শূলপাণি
খেতিৰ আৰম্ভ কৰা।।
ইন্দ্ৰত খুজিয়া মাটি কিছু লোৱা
বলোৰ আনা নাঙল।
কুবেৰক খুজিয়া আনাগৈ কঠিয়া
বৰুণে দিবেক জল।।
যমত খুজিয়া মহিষটো আনাগৈ
ত্ৰিশূলক কৰিও ফাল।
তোমাৰ বলধ মহিষে সহিতে
যুৰিবা বাইবা হাল।।
কাৰ্শলা সাপৰ জোঁট লক কৰা
গোমৰ মাৰিও সাল।।
চৈত্ৰৰ মাহত মাটি চহাই লোৱা
তেৱে খেতি হৈৱে ভাল।

সোণৰ নাঙল ৰূপৰ ফাল
ত্ৰিশূলী গোঁসাই বুৰিলা হাল।।
হাল বাওঁতে উঠিল মাটি
জেং জাবৰ পেলাইলা কাটি।।
খোবা-খুৰীয়ে কৰে উস্ আস
জুই লাগে তাতে সবে খেতি নাশ।।
ত্ৰিশূলী গোঁসাই হুঙ্কাৰ মাৰিলা
মুখৰ অগনি মুখে নুমাইলা।।
মুখৰ অগনি পলাই যা লঙ্কাৰ পাৰ
যদি নপলাস।
শঙ্কৰ মহাদেৱৰ মাথা খাস।।

(নামনি অসমৰ বেজ ওজাৰ মুখ ভঙা মন্ত্ৰ)

বৈদিক যুগৰে পৰা ৰুদ্ৰ (শিৱ) বতাহ বৰষুণৰ দেৱতা। বৰষুণৰ লগতেই শস্যৰ সম্বন্ধ। তদুপৰি তেওঁ ক্ষেত্ৰ দেৱতা, উৰ্বৰতাৰ দেৱতা, পশুপতি, ক্ষেত্ৰৰপতি, সন্তানপতি। তেওঁৰ শিৰৰ গঙ্গা জলদাত্ৰী দেৱী, শিৰোভূষণ চন্দ্ৰ সোমৰসৰ দেৱতা। হৰপত্নী গৌৰী অন্নপূৰ্ণা। এই আটাইখিনিয়ে শিৱক কৃষিৰ লগত জড়িত ৰূপ প্ৰদান কৰিছে।

# কামিনীপ্ৰিয় শিৱ

লোক-কল্পনাৰ কি বিস্তাৰ! বহুকামী, বহুগামী পুৰুষৰ নিজৰ গোপন ইচ্ছাকে হয়তো মহাদেৱৰ গাত আৰোপ কৰিও লোকজনে তৃপ্তি লাভ কৰিছে। লগতে পাছৰ তন্ত্ৰৰ সময়ৰ কিছু বতাহ, কিছু তৰঙ্গও আহি হয়তো সন্মিলিত হৈছে। যোগী, ধ্যানী, শিৱ তন্ত্ৰৰ সময়তে শক্তিৰ লগত অভেদ হৈ 'শিৱ-শক্তি' ৰূপত পৰিণত হৈছে। সেই সময়ৰেপৰা লোকৰঞ্জক কল্পনাৰো বিস্তৃতি ঘটিছে। তাৰ পটভূমিত এনে কিছুমান কথাই নিশ্চয় ক্ৰিয়া কৰিছিল।

ধৰ্মীয় ইটো ধাৰাৰ লগত সিটো ধাৰাৰ সংঘৰ্ষ, একোটা ধাৰা শীৰ্ণ, আনটো ধাৰা প্ৰবল, কেতিয়াবা দুয়োটা মিলিত হৈ নতুনৰূপে পৰিগ্ৰহণ, ইটোৰ ওপৰত সিটোৰ আধিপত্য, একোটা ধাৰাৰ গোপন স্থিতি, আগৰ প্ৰতিপত্তি হেৰুৱাই শীৰ্ণ হৈ পৰা ধাৰাটোৰ প্ৰতি অন্য মাৰ্গৰ মানুহৰ উপহাস, এইবোৰ এতিয়াও ঘটি আছে, আগতেও স্বাভাৱিকভাৱেই ঘটিছিল। শৈৱ ধৰ্মৰ লগত তন্ত্ৰৰ সমন্বয় ঘটাত, অগা-পিছাকৈ বৌদ্ধতন্ত্ৰৰো সংমিশ্ৰণ ঘটাত চীনাচাৰী কিছুমান নতুন মাৰ্গৰো আগমন ঘটিছিল।

তান্ত্ৰিক সিদ্ধি লাভ কৰিবৰ কাৰণে যিসকলে কঠোৰ সাধনা কৰিছিল, যোগ আৰু প্ৰাণায়াম যিসকলৰ আহিলা আছিল, সেই সাধকসকলে নিজক চূড়ান্ত পৰীক্ষাত উত্তীৰ্ণ হৈছেনে নাই নিজেই পৰীক্ষা কৰিবৰ কাৰণে তেওঁবিলাকৰ সাধন-সঙ্গিনীৰ প্ৰয়োজন হৈছিল। যোগ অভ্যাস কৰা সংসাৰবিৰাগী শিৱস্বৰূপ সেই সাধকসকল সদায় যে উৰ্ধ্বগামী সাধনাত কৃতকাৰ্য হৈছিল এনে নহয়, বিভিন্ন কাৰণত হয়তো ষড়যন্ত্ৰত, হয়তো শিথিলতাত তেওঁবিলাকৰ স্খলনো হৈছিল। কিছুমানে অন্ধ অনুসৰণ কৰি ভণ্ডামিতো আশ্ৰয় লৈছিল। কঠিন সাধন মাৰ্গ বিচ্যুতসকলৰদ্বাৰাই কেৱল নহয়, বহুকামী বহুত পুৰুষে ধৰ্মৰ ধাৰাটোক তুচ্ছ-তাচ্ছিল্য কৰি ব্যভিচাৰো আনিছিল, দেৱদাসী প্ৰথাও এনেকৈয়ে বিনষ্ট হৈছিল।

দেৱাদিদেৱ শিৱক অজস্ৰ কাহিনীত কামিনীপ্ৰিয়, ৰতি অনুৰাগী, শিথিল পুৰুষৰ ৰূপত অঙ্কন কৰা হৈছে। এই শিৱ ধ্যানী, যোগী শিৱনে? নে শিৱৰ নামধাৰী অন্য অন্য লোক? শিৱক লোককাহিনী কিছুমানত তেনেই নীতি বিবৰ্জিত ৰূপতো অঙ্কন কৰা হৈছে। কঠোৰ নৈতিক অনুশাসন নথকা আৱশ্যিক শিথিল সমাজব্যৱস্থাত তেনেবোৰ কাৰ্য অস্বাভাৱিকো নাছিল।

শিৱৰ সতীৰ লগত বিচ্ছেদ (সতীয়ে দক্ষযজ্ঞত আত্মাহুতি দিয়াৰ পাছত) হোৱাত তেওঁ কঠিন তপস্যাত বহিছিল। দেৱ সেনাপতি এজনৰ জন্মৰ কাৰণে শিৱই বিবাহ কৰিব লাগে বুলি দেৱতাসকলে মদনক (কামদেৱক) পঠাই ফুলশৰ মৰাই শিৱৰ তপস্যা ভঙ্গ কৰাত শিৱৰ তৃতীয় নয়নৰ বহ্নিৰে কামদেৱক (symbol of sex desire) ভস্মীভূত কৰিছিল। পাছত কামৰ পত্নী ৰতিৰ প্ৰাৰ্থনাত কামক শিৱই জীৱন দিছিল আৰু পাৰ্বতীক বিবাহ কৰাইছিল। পৰ্বততনয়া পাৰ্বতী তথা দুৰ্গাই শিৱক বিবাহ কৰোৱাৰ আগে-পিছে শিৱৰ কামাসক্ত ৰূপ লোক-কাহিনীবোৰত সবিস্তাৰে আছে। দুৰ্গাই বিবাহিত জীৱনত গঙ্গাক সতিনীৰূপে পাইছিল। গঙ্গাক শিৱই লুকুৱাই জটাত ভৰাই থৈছিল। গঙ্গা দুৰ্গাৰ কিমান যে কাজিয়া! শিৱৰ এবাৰ পুষ্পক বনত বীৰ্যস্খলন হোৱাত সেই বীৰ্য পদ্মপাতত পৰিলত পদুমৰ নলীৰে গৈ পাতালত প্ৰৱেশ কৰাত বাসুকীয়ে নিৰ্মনীক মাতি আনি সেই বীৰ্যৰে পদ্মাৱতীৰ জন্ম দিলে। পদ্মাৱতীয়ে গাভৰু হৈ পিতৃক বিচাৰি যাওঁতে শিৱই তেওঁৰ ৰূপ-যৌৱনত আকৃষ্ট হৈ পদ্মাৰ আলিঙ্গনেই বিচাৰিছিল। তেতিয়া পদ্মাৱতীয়ে বিষ নয়নৰ দৃষ্টিৰে চাই শিৱক মূৰ্চ্ছিত কৰিছিল। পাছতহে দেৱসকলৰ মধ্যস্থতাত পদ্মাৱতীয়ে অমৃত নয়নেৰে চোৱাত শিৱ জী উঠিল, পিতৃ-কন্যাৰ পৰিচয় ঘটিল আৰু শিৱই তেতিয়াহে কন্যা বুলি ল'লে। মনসা কাব্যবোৰত এই কাহিনী চিত্ৰিত হৈছে।

হাবিয়ামণ্ডলৰ ৰূপ ধৰি শিৱই কেনেকৈ সেই মেচ ভাৰ্যা হীৰাক ছলনা কৰি ৰমণ কৰিলে সেই কিম্বদন্তীৰ বৰ্ণনা দৰং ৰাজবংশাৱলীত লিপিবদ্ধ হৈছে। অৱশ্যে হীৰা আদ্যা মহামায়া শিৱপত্নীৰে ৰূপ বুলি কাহিনীটোৰ মান ৰক্ষাৰ কাৰণে আৰু এটা কাহিনীৰ অৱতাৰণা কৰা হৈছে ঃ

কৈলাসক হন্তে হৰ পৃথিৱীক আসি।
হাবিয়া মণ্ডল ৰূপে থাকিলা প্ৰকাশি।।
আৱৰ জোবাৰ* তীৰে ভৈলা উপশন।
বৃক্ষৰ মূলত বৈলা কৰি ভেশচন।।
হাবিয়াক লাগি হীৰাই নেন্ত ভাত।
দেখিলেক বসি আছে আৱৰজোবাত।।
কি কাৰ্য্যে বসিছা বুলি পুছিলা হীৰাই।
হাবিয়ামণ্ডলে বোলে ভোকে প্ৰাণ যাই।।
হেন শুনি হীৰা আথে-বেথে পানী আনি।
থানক পবিত্ৰ কৰি দিলা মনে জানি।।
টোপোলা মেলিয়া দিলা বড় ৰস অন্ন।
পৰম আনন্দে শিৱে কৰিলা ভোজন।।

মহাৰঙ্গে মহাদেৱে হাসি কৌতুহলে।
হীৰাক হৰিলা সেই শিলিখাৰ তলে।।
হীৰাৰ জন্মৰ কথা শুনিয়ো সম্প্ৰতি।
পূৰ্বজন্মে হীৰা আছিলন্ত ভগৱতী।।

হীৰাৰ পূৰ্বজন্ম কথন

একদিনা কৈলাসত আছে ত্ৰিনয়ন।
হাসিয়া পাৰ্বতী হেন বুলিলা বচন।।
কেনে মনুষ্যৰ মুণ্ডমালা পিন্ধা গলে।
আদি অন্তে কথা মোত কহিও সকলে।।
মহেশ বদন্তি তুমি শুনিও পাৰ্বতী।
তোমাৰেসে মুণ্ডমালা পিন্ধিছো সম্প্ৰতি।।
তোমাৰ মৰণ হৈয়া আছে দশবাৰ।
পাৰ্বতী বোলয় মৰি আছো দশবাৰ।
বিদ্যমানে দেখা হেবা কণ্ঠত আমাৰ।।
তোমাৰ মৰণ এবে হৌক একবাৰ।।
দেৱী শাপে এক অঙ্গ পৃথিৱীক আসি।
শঙ্কৰ আচাৰ্য্যৰূপে আছিলা প্ৰকাশি।।
বিনাদোষে মহেশক শপিলা সাক্ষাৎ।
সেহি দোষে দেৱী মেচনীত ভৈলা জাত।।
এহি হেতু তান নাম হীৰা অপেশ্বৰী।
হাৰিয়া মণ্ডলে বিহাইলন্ত যত্ন কৰি।।
এতেকেসে মহাদেৱ তাঙ্ক ৰমিলন্ত।
অন্তৰ্য্যান তেতিক্ষণে কৈলাস গৈলন্ত।।
উলটি গৈলন্ত হীৰা আপন ভৱনে।
হাৰিয়া মণ্ডল আছে অসন্তোষ মনে।।
অনন্তৰে চলি গৈলা আপোনাৰ ঠাই।
হীৰাক বোলয় মোৰ ভোকে প্ৰাণ যাই।।
হীৰাই বোলন্ত মঞি লৈয়া গৈলো ভাত।
বসিয়া আছিলা তুমি আৰকজোৰাত।।
তাতে ভাত দিলো মই খাইছা কৌতুহলে।
মোহোক হৰিছা সেই শিলিখাৰ তলে।।
এহি শুনি দ্বন্দ কৰি থাকিল ঘুমাই।
ৰাত্ৰি আসি মহাদেৱ সপোন দেখাই।।
সদাশিৱে বোলে মঞি তোৰ ৰূপ ধৰি।

টোপোলাৰ ভাত মঞিঃ খালো পেট ভৰি।।
ছল কৰি তোৰ ভাৰ্য্যা কৰিলো ৰমণ।
হেন জানি তঞিঃ নকৰিবি কষ্ট মন।।
মোৰ বীৰ্য্যে জানিবিহি তোহোৰ ভাৰ্য্যাত।
মহাবলৱন্ত এক পুত্ৰ হৈবে জাত।।
সেহি পুত্ৰ হৈব ধৰণীৰ অধিপতি।
নকৰিবি কষ্ট তঞিঃ কহিলো সম্প্ৰতি।।
...নিয়মে থাকন্তে দশ মাস যেবে গৈলা।
প্ৰথমে বিযুৰৰ দিনা উতপতি ভৈলা।

বিশু (বিযু) তথা বিশ্বসিংহৰ জন্ম কাহিনী এয়ে। এই বিশ্বসিংহই প্ৰবল প্ৰতাপী কোঁচ নৃপতি হয়।

দক্ষিণ গোৱালপাৰাৰ দৰংগিৰি অঞ্চলৰপৰা প্ৰাণেশ্বৰ ৰাভাই সংগ্ৰহ কৰা 'মায়াৱন্তী বিষহৰি' নামৰ অমূল্য লোকগীতসমূহত মহাদেৱৰ লীলা অতি লোকৰঞ্জক।

গঙ্গাদেৱী শিৱৰ পত্নী স্বৰূপে থাকোতেই হেমৱন্ত ঋষিৰ কন্যা বাৰ বছৰীয়া পাৰ্বতীৰ ৰূপ-লাৱণ্যত আকুল হৈ পুষ্পকৰনত শৃঙ্গাৰ বিচাৰি আঁচলত ধৰিছিল। পাছত ভিক্ষাৰী সাজি পাৰ্বতীৰ পিতৃগৃহলৈ গৈ দান হিচাপে পাৰ্বতীৰ হাতৰ ভিক্ষা বিচাৰোতে, পাৰ্বতী ভিক্ষা দিবলৈ যোৱাত পাৰ্বতীৰ গাত ভিক্ষাৰীয়ে হাত দিয়াত ভিক্ষাৰীক আনি ধৰি-বান্ধি কিলাই ডাঢ়ি উঘালি, চৰ ঘোঁচা দি ছাগলীৰ গড়ালত বান্ধি থোৱাৰ বৰ্ণনা আছে। পাছত গঙ্গাই শুনি বিলাপ কৰাৰ লগতে শিৱক ভৰ্ৎসনাও কৰিছে :—

লাজ নাইকা ভাঙৰা তোৰ মুখত পকা দাঢ়ি।
ঘৰত খাবাৰ ভাত নাই তিনি চাৰি নাৰী।।
ঘৰত হোৱা বুঢ়া তই বাইজত দামাৰা।
কুচুনীৰ সঙ্গে লীলা তোৰ কুচুনীৰ সঙ্গে খেলা।।

ঠিক একে ধৰণেৰেই বেউলায়ো শিৱক এনে ধৰণৰ গীততে ভৰ্ৎসনা কৰাৰ কথা আছে। যেতিয়া বেউলাই লক্ষীন্দাৰক জীয়াবৰ কাৰণে শিৱক স্তুতি কৰি তেওঁ সন্তুষ্ট হ'বৰ কাৰণে নৃত্যেৰেও প্ৰাৰ্থনা কৰিছিল, তেতিয়া বেউলাৰ নৃত্যভঙ্গীমা আৰু ৰূপ-যৌৱন দেখি শিৱ আত্মহাৰা হ'ল। মায়াৱন্তী বিষহৰিৰ গীতত আছে—

ঘনে ঘনে গোহাঁই (গোঁসাই) নটীৰ মুখ চায়,
মুখখনি শুকোৱা দেখিলে তামোল যোগায়।।

গঙ্গা-দুৰ্গাক এবং মই আহি দায় দিয়া।
নটীৰ কন্যা লৈয়া মই যামৰে পলাইয়া।।

মহাদেৱৰ এনে ধৰণৰ ভাৱ আৰু ভঙ্গী দেখি নাৰদে সহিব নোৱাৰি, গৈ গঙ্গা-দুৰ্গাক লগালেগৈ। দুয়ো নাৰী ক্ৰুদ্ধ হৈ উঠি মহাদেৱক এশিকনি দিবলৈ বুলি দুখন ৰথত আৰোহণ কৰি গমন কৰিলে। বেউলাৰ নৃত্য চলি থাকোতেই শঙ্কৰে ৰথৰ শব্দৰ উমান পাই বেউলাক লুকাবলৈ ক'লে তেওঁৰ খাটৰ তলতে-

তোক বলং নটীৰ কণ্যা মোৰ বচন ধৰ
খানিকমান লুকাও তই মোৰ খাটৰ তল।।

তেতিয়া বেউলাই ক'লে

তোৰ আছে তিৰী গোহাই তোৰ আছে ডৰ।
কিয় খানিক লুকাম মই তোৰ খাটৰ তল।।

শিৱই দুৰ্গা-গঙ্গালৈ কিয় ভয় কৰিব লাগে? ভয় কৰিব লগা কি কথা আছে ইয়াত? বেউলাই মহাদেৱৰ মনৰ পাপ ভাৱ বুজি পাই যিজন দেৱতাৰ ওচৰত স্বামী লক্ষীন্দাৰৰ প্ৰাণ ভিক্ষা খুজিছিল তেওঁকে জধেমধে কটু ভৰ্ৎসনা কৰিবলৈ ধৰিলে —

লাজ নাইকা ভাঙৰা অৰে লাজ নাইকা তোৰ।
গোঁহাই হৈয়া বুঢ়া ভাঙৰা লোকৰ ঘৰে ঘৰ।।
লাজ নাইকা ভাঙৰা তোৰ মুখত পকা দাড়ি।
ঘৰত ভাঙাৰাৰ ভাত নাই তিনি-চাৰি নাৰী।।
খাবা নাই খুটিবা নাই পিতলৰ ঘট গন্ধ।
পৰৰ ভাৰযা (ভাৰ্য্যা) ভাল দেখি কৰ অগা-পিছু।।

একেবাৰে অশ্ৰাব্য গ্ৰাম্য গালি ওজাপালিয়ে গীতত গালে গাঁৱৰ শ্ৰোতা সমাজ উৎফুল্লিত হয়। এইবোৰ নিতান্তই মনোৰঞ্জক কল্পনা। লোকগীতত শিৱক ডুমুনী, গোৱালনী, ঋষিপত্নীসকলৰ প্ৰতিও আসক্ত দেখুওৱা হৈছে। পুৰাণবোৰতো সেই একেই মনস্তত্ত্ব। স্কন্দপুৰাণেই হওক বা পদ্মাপুৰাণেই হওক।

মহাদেৱৰ কামিনীৰ প্ৰতি থকা দুৰ্বাৰ আসক্তিৰ চিত্ৰণ ভাগৱত অথবা শ্ৰীশ্ৰীশঙ্কৰদেৱৰ কীৰ্তনত দেখা গৈছে, যদিও তাৰ নিহিত তাৎপৰ্য আধ্যাত্মিক কৰা হৈছে।

দেৱাসুৰে মিলি অমৃতমন্থনৰ পাছত যেতিয়া অমৃত উদ্ভৱ হ'ল, অসুৰসকলক তাৰ ভাগৰপৰা বঞ্চিত কৰিবৰ কাৰণে পৰম ব্ৰহ্ম বিষ্ণুৱে মোহিনী বেশ ধৰি অসুৰসকলক নাৰী মায়াৰে বিভোল কৰি থলে আৰু সেই ছেগতে দেৱতাসকলে অমৃত ভক্ষণ কৰিলে। এই অভিনৱ কথা শুনি মহাদেৱৰো বিষ্ণুৰ সেই অপৰূপ নাৰীমূৰ্তি চাবৰ মন গ'ল—

শুনিলেক হৰে যাহে কথা বিপৰীত।
স্ত্ৰীৰূপ ধৰি হৰি হৰিলা অমৃত।।
দেৱক ভুঞ্জাইলা দানৱৰ আশাভঙ্গ।
শুনি ত্ৰিনয়নৰ মনত মহাৰঙ্গ।।
নয়নে দেখিবো বিষ্ণু ভৈলা যেন নাৰী।
এহি বুলি বৃষভত চৰি ত্ৰিপুৰাৰি।।
লগ লাগি গৌৰীও বসিলা স্বামী কাছে।
দেখি নন্দী আদি কৰি যত ভৃত্য আছে।।

আটায়ে গৈ বিষ্ণুৰ পুৰ পোৱাত ৰত্নসিংহাসনত উপবিষ্ট, পাৰিষদ পৰিবেষ্টিত বিষ্ণু আৰু লক্ষীক দেখা পালে। হৰিয়ে আদৰি-সাদৰি বিধি ব্যৱহাৰেৰে হৰ-পাৰ্বতীক আসন দি সোধ-পোছ কৰিছে। শঙ্কৰে বিষ্ণুস্তুতি কৃতাঞ্জলি কৰি আৰম্ভ কৰিলে –

.....নমো নমো মাধৱ বিধিৰ বিধি-দাতা।
তুমি জগতৰ গতি মতি পিতা মাতা।।

..............................................................

তোমাৰেসে মায়ায়ে মোহিত সৰ্বক্ষণে।
তুমি আত্মা তোমাক নজানে একোজনে।।
সমস্ত ভূতৰে তুমি আছা হৃদয়ত।
তত্ত্ব নেপাই তোমাক বিচাৰে বাহিৰত।।

..............................................................

শুনা কি কাৰণে আইলো গোচৰ তোমাৰ।
দেখি আছো তোমাৰ অনেক অৱতাৰ।।
সম্প্ৰতি ধৰিলা প্ৰভু যিটো নাৰী বেশ।
তাক দেখিবাক লাগি আইলো হৃষীকেশ।।

বিষ্ণুৱে হাঁহি উত্তৰ দিলে "দেৱতাসকলৰ ক্লেশ দেখিয়েই নাৰীৰূপ ধৰিছিলো। কামুকজনে তাতে ৰব ৰং পালে। তুমিতো শঙ্কৰ মহাযোগী, তুমি চালে তোমাৰ কি লাভ? নাৰীৰ কটাক্ষই সিদ্ধ মুনিৰো চিত্ত হৰণ কৰে। দৰশনতে তপ-জপ যোগ ভঙ্গ হয়। কাৰণ "ঘোৰ নাৰীমায়া সৰ্ব মায়াতে কুৎসিত।" তাকে জানি জ্ঞানীজনে কামিনীৰ সঙ্গ এৰে। সেই ৰূপ তুমি কিয় চাব খোজা? "তুমি ভোল গ'লে তোমাক সমাজে হাঁহিব। এতেকে হে পশুপতি তুমি মোক ক্ষমা কৰা।" মহাদেৱে ভেতিয়া অলপ অহঙ্কাৰেৰেই ক'লে যে, মহাযোগ বলেৰে মোৰ কায়া শুদ্ধ কৰি আছো। সকলোতে ব্ৰহ্মময় দেখা মোক

মায়াই কি কৰিব পাৰে? তেতিয়া মাধৱে শঙ্কৰলৈ চাই হাঁহি হাঁহি ক'লে, তোমাক বাক সেই নাৰীৰূপ আজি দেখুৱাম। এইবুলি বিষ্ণু অন্তৰ্ধান হ'ল।

মহাদেৱে হৰিণো কোনফালে গ'ল চাই একোকে ধৰিব নোৱাৰিলে। চকুৰ আগত হঠাতে তেওঁৰ উদ্ভাসিত হ'ল এক দিব্য উপবন।

হেন মহা দিব্যবন দেখিলন্ত ত্ৰিনয়ন
দিব্য কন্যা এক আছে তাতে।
কোটি লক্ষী সম হোনে কটাক্ষে ত্ৰৈলোক্য মোহে
ভণ্টাখেৰী খেলে দুয়ো হাতে।।
তপ্ত সুবৰ্ণৰ সম জ্বলে দেহা নিৰূপম
ললিত বলিত হাত পাৱ।
চক্ষু কমলৰ পাসি মুখে মনোহৰ হাসি
সঘনে দৰশে কাম ভাৱ।।

............................................

পূৰ্ব শক্ৰ হেন জানি কামদেৱে শৰহানি
মনক মৰ্দ্দিলা মহেশ্বৰ।
নাহি শ্ৰুতি বুদ্ধি জ্ঞান কামানলে দহে প্ৰাণ
লাজ কাজ এৰিলা শঙ্কৰ।।

(হৰমোহন, কীৰ্তন)

মহাদেৱৰ গৰ্ব ধূলিসাৎ হল। জ্ঞান-বুদ্ধি, লাজ-কাজ শঙ্কৰে সকলো এৰিলে। "প্ৰাণেশ্বৰী কাৰলৈ আঁহা। এবাৰ মাত দিয়া" বুলি শঙ্কৰে সুন্দৰীৰ প্ৰতি ব্যাকুল হ'ল।

বহ্নিৰ সংযোগে যেন উথলিল ঘৃত।
দুঃসহ মদন শৰে চিত্ত জৰ্জৰিত।
একো নেদেখন্ত কামাতুৰ হৈল হৰ।
কন্যাক ধৰিবে লাগি দিলেক লৰৰ।।
খট্‌মট্‌ কৰি বাজে গলে মুণ্ড মাল।
কঙ্কালৰ সুলকি পৰিল বাঘছাল।।
ভৈলন্ত উলঙ্গ তাকো নচান্ত চাপৰি।
দেখি পলাইবাক লৈলা কন্যায়ো লৰৰি।।

(হৰমোহন, কীৰ্তন)

উলঙ্গ হৰৰ জ্ঞান হেৰোৱা বাতুলৰ দৰে এনে অৱস্থা দেখি আটায়ে হৰি হৰি চিঞৰি চকু মুদি দিলে। কন্যা বুলি হৰে বৃক্ষকে সাৱটি ধৰে, কামৰ

দহনত অ'ত ত'ত মূৰ্চ্ছা যায়। হৰে কন্যাক খেদি খেদি গৈ ঋষিসকলৰ আশ্ৰম ওলালগৈ। বিবস্ত্ৰ উলঙ্গ হৈ হৰে মোহিনীক খেদি ফুৰা দেখি ঋষিপত্নীসকলৰ কোনোৱে চকুত কাপোৰ দি ভিতৰ সোমাল, কোনোৱে মহাদেৱ কিনো উন্মত্ত পাগল হ'ল বুলি খেদ কৰিলে। কোনোৱে কিনো বিপৰ্যয় হ'ল বুলি বিষ্ণু বিষ্ণু স্মৰণো কৰিলে। মদমত্ত হস্তীৰ হিমজ্জু ধাবেৰে বাগৰি যোৱাৰ দৰে মোহিনীক খেদি ফুৰা শঙ্কৰৰ বীৰ্য স্খলন হৈ পৰি যাবলৈ ধৰিলে। য'তে য'তে বিন্দু পৰিল ত'তে ত'তে মাটি সুবৰ্ণময় হ'ল। বিন্দু পৰি পৰি শেষ হোৱাতহে হৰৰ গালৈ চেতনা আহিল। অতি লজ্জিত হৈ তেওঁ মাটিত তেতিয়া বহি পৰিল। ব্ৰহ্মাণ্ডক নিজৰ কাৰ্যৰদ্বাৰা হৰুৱালো বুলি শঙ্কৰে অতি খেদ কৰিবলৈ ধৰিলে। শঙ্কৰক উন্মত্ত কৰি, দৰ্পচূৰ্ণ কৰি মোহিনীও অন্তৰ্ধান হ'ল। মহাদেৱে সম্বিৎ পাই খেদ কৰাৰ লগতে বিষ্ণুকো ধ্যান কৰিবলৈ ধৰিলে —

বিষ্ণুৰ আগত মই পৰম অজ্ঞানী।
জিনিলো মায়াক বুলিলোহো গৰ্ববাণী।।
ইসে অহঙ্কাৰে কৰে হৃদয়ত তাপ।
হৰি হৰি স্মৰণে খণ্ডোক ইটো পাপ।।
এহি বুলি মৌন ভৈলা দেৱতা ঈশান।
কৰিবে লাগিলা মনে মাধৱক ধ্যান।।

(হৰমোহন, কীৰ্তন)

## শিৱৰ তাঁতৰ লগত সম্বন্ধ

অসমৰে ওচৰৰে বংগদেশৰ "গাজন" গীতত আছে,

"গঙ্গা কাটিল সূতা, মহাদেৱ বুনিল তাঁত"। অসমৰ লোকগীতত অৱশ্যে ঠিক একে ধৰণেৰে শিৱক তাঁতী ৰূপত দেখা পোৱা নাই। অসমত প্ৰচলিত পগলা-পাগলীৰ গীতটোতহে পাগলীয়ে তাঁত-বাতি কৰিবলৈ লোৱা আৰু কুঁচি পাহৰি অহা কথাটোক কেন্দ্ৰ কৰি তেওঁৰ স্বামীৰ অনুৰাগ তথা লোক-কল্পনাৰ যি বিস্তৃতি ঘটিছে সেইটো আকৰ্ষণীয়। অধিক আকৰ্ষণীয় এইটো কথাই যে, সেই পগলা-পাগলীৰ গীতটো হৰ-গৌৰীৰ গীত বুলিয়ে জনসমাজে ভাবে। লোক-কল্পনাত ভোলানাথ যেনেকৈ কৃষক হৈছে, তেনেকৈ তাঁত সূঁতৰ লগতো তেওঁৰ সম্বন্ধ আছে।

পাগলী ঃ তেঁতেলীৰ তলতে কৰোঁ তাঁতে বাতি
পাহৰি আহিলো কুঁচি
কুঁচিৰে লগতে পগলাই কিলাব
যামে আহিব ঘৰলৈ গুচি।
পগলা ঃ মাৰৰ ঘৰলৈ যাব তই পাগলী
বাটত খাপে দিয়ে ধৰিম
পাগলী ঃ বাটত খাপে দিয়ে ধৰ তই পগলা
হাবিত লবে মাৰি সোমাম।
পগলা ঃ হাবিত লবে মাৰি সোমাব তই পাগলী
হাবিত জুয়ে দিয়ে ধৰিম
পাগলী ঃ হাবিত জুয়ে দিয়ে ধৰ তই পগলা
ধোঁৱাৰে লগতে উৰিম
পগলা ঃ ধোঁৱাৰে লগতে উৰ তই পাগলী
হাঁকুটি লগাইয়ে আনিম
পাগলী ঃ হাঁকুটি লগাইয়ে আন তই পগলা
তোৰে বৰ পুখুৰীত পৰিম
পগলা ঃ মোৰে বৰ পুখুৰীত পৰ তই পাগলী
জাকৈ জুলুকী বাই ধৰিম।

পাগলী ঃ জাকে জুলুকি বাহ ধব তই পগলা
শামুকে জনমে ধবিম
পগলা ঃ শামুকে জনমে ধব তই পাগলী
তোকে চূণে পুবি খাম
পাগলী ঃ মোকে চূণে পুবি খাব তই পগলা
তোবে দুয়ো গালে ডাকিম।।

সাইলাখ এনে এটি গীত থাইলেওব লোক-সাহিত্যতো পোবা গৈছে

# বুঢ়া গোঁসাই, পগলা গোঁসাই, বলিয়া গোঁসাই

সমগ্র অসমৰ বিভিন্ন অঞ্চলত বুঢ়া গোঁসাই, পগলা গোঁসাই, বলিয়া গোঁসাই আদি নামত অজস্র থান আছে। বেছিভাগ থানতে আকাশ ঢকা চালি বা মণ্ডপ এখনৰ বাহিৰে অন্য একো নেথাকে। কিন্তু এই থানবোৰত শিৱৰাত্রিৰ সময়ত শৰাই, নৈবেদ্য, ভাং আদি আগবঢ়াই সদাশিৱৰ নামত নামকীর্তন কৰা হয়। এনে থান বহুত জনজাতি অঞ্চলতো আছে। এনেকুৱা থানত কার্বিসকলে ফাগুনৰ এটা দিনত দুদিন, তিনিদিনীয়াকৈ উৎসৱ পাতে। তেতিয়া নৈবেদ্যৰূপে মদ-কুকুৰা আদিও আগবঢ়োৱা হয়।

দেৱাদিদেৱ মহাদেৱক বলিয়া, বুঢ়া ,পগলা আদি আখ্যা কিয় দিয়া হয়? তেওঁৰ আন দেৱতাৰ লগত নিমিলা কার্য্যবোৰৰ কাৰণেই। তেল নোহোৱা চুলিত জঁটা বন্ধা, তেওঁ বাঘৰ ছাল পিন্ধি, সৰ্পৰ আভৰণ লৈ, বৃষভত উঠি শ্মশানে, শ্মশানে ভূত-প্রেত সঙ্গী হিচাপে লৈ বিচৰণ কৰে, ভাং-ধতুৰা খাই অনবৰত চকু ঢুলু ঢুলু হৈ থাকে। শূলপাণি তেওঁ, খণ্ডত উগ্ৰৰূপে ল'লেও কাতৰ প্রণতি জনালে নিমিষতে তুষ্ট হয়, বেলপাত এটা দিলেই সন্তুষ্ট হয়, আশুতোষ হয়, ভক্তক বাঞ্ছিত বৰ তৎক্ষণাত প্রদান কৰে। ক্ষণে ৰুষ্ট, ক্ষণে তুষ্ট তেওঁ। কৃষি কৰিব নজনা ভিক্ষাৰীৰ ৰূপ তেওঁৰে। পশুপতি, ক্ষেত্ৰপতি, ধ্যানী আদি দেৱক লোক-কল্পনাই ইমান কাষলৈ চপাই আনিছে যে সর্বসাধাৰণ মানুহৰ সুখ-দুখ, হাঁহি-কান্দোনৰ দোলনাত দেৱতাও দুলিছে, ভাৰতীয় গ্রাম্যজীৱনৰ চৰিত্রৰ লগত এই ভোলানাথক অবিকল একে কৰা হৈছে। প্রিয় দেৱতাজনক সর্বসাধাৰণৰ শাৰীলৈ নমাই আনি সর্বসাধাৰণ ৰাইজ বিমল আনন্দত বিভোৰ হৈছে :

গাঞ্জাত আসক্ত ভোলানাথৰ কাৰণে ধুমুৰ ধুমুৰকৈ ভাং ভৱানীয়ে সদায় খুন্দিব লগা হয়। অহৌ বলিয়া হৈ বাটে-বাটে ভ্ৰমি ফুৰা শঙ্কৰৰ চিত্ৰ ভীম চৰিতত এনে :

ভাং ধতুৰা গুড়ি জুমুঠি হাতত
বাটে হোকা খাই শিৱ ফুৰয় সতত
ভুঁই কৰোঁ বুলি ঐৰ পৰা চলি যায়
গছৰ তলত বসি থাকে ভাং খাই।।

লাহে লাহে বায়ু যদি লাগিল গাৱত
বাঘ ছাল পাৰি শোৱে তাহাৰ তলত
নিদ্ৰা গৈয়া অচেতন ভাৱে থাকে পৰি
খোন্দা কাকে চাৰিওফালে খুটিয়াবে বেঢ়ি।।
গধূলি সময় ভৈলে লভয় চেতন
ঘৰক আসয় মাৰি ঘাণ্ড চাৰিমান।।

ভোলানাথে ভাঙৰ ঘোটা খাবলৈ কিমান চৰীয়া পানী, কিমান চৰীয়া গাখীৰ লাগে তাৰো বৰ্ণনা লোকগীতত আছে।

জগতৰ গুৰু হৈও তেওঁৰ ছাল-ছিলা ভিকহুৰ বাণ—"জগতক বৰ দিয়ে, আঁপুনি নঙঠা।" তেল নোহোৱা চুলিৰে তেওঁ জঁটা বন্ধা সন্ন্যাসী, সেয়েহে তেওঁৰ আন নাম জঁটীয়া। থানৰ নাম জঁটীয়া গোঁসাইৰ থান। লোকগীতত আছে ঃ

দিহা ঃ অ মোৰ জঁটীয়া, অ মোৰ জঁটীয়া
ঘৰ বাৰী এৰি থাকে শ্মশানে পৰিয়া
অ মোৰ জঁটীয়া।

পদ ঃ কীৰ নাথায় লাডু নাথায় শিৱ কিযে ভোলা
জঁটীয়া ভাঙৰ গুড়িত সদায় পগলা।
মোহন বাঁহী নহয় শিৱৰ বাজানা
বৃষভ বাহনে শিৱৰ, ডম্বৰু বাজানা।।
বস্তুৰ সিংহাসনত নকৰে বৈঠনা
বাঘৰ ছাল আঁৰি গাত সদায় চলনা।।
জঁটীয়াই ভাঙৰ গুড়ি মুখ ভৰাই খায়।
ভাঙৰ গুড়ি নেপালে কুচুনীৰ পাৰাত যায়।।
খনে উৰণ খনে যুৰণ খনে নূপুৰ পাৱে
পৰিধানে সৰ্পৰ মালা ভস্ম ধূলা গাৱে।
গলত শোভে মুণ্ডমালা শিৰে শোভে জটা
হৰৰ কপালত শোভে অৰ্দ্ধচন্দ্ৰৰ ফোঁটা।।
কণ্ঠ, শূলপাণি, নাম ত্ৰিপুৰাৰী
জগতক বৰ দিয়ে আপুনি ভিকাৰী।।

ভাঙৰ জালতে হৰ অৰ্দ্ধনগ্ন, কেতিয়াবা উলঙ্গ, ঠিক যেন আমাৰ নিচা আসক্ত, নিচাতে অ'ত ত'ত পৰি থকা লোক। সেয়ে তেওঁক বলিয়া বা পগলা গোঁসাই বুলিও মতা হয়। বলিয়া বা পগলা মানুহৰ দৰেই মন গ'লে তাং থাই নাচোনৰ পাক এটাও দিয়ে। শিৱৰ গুৰু-গম্ভীৰ নাম নটৰাজ। সতীৰ দেহত্যাগৰ

পাছত দক্ষ-যজ্ঞ লণ্ড-ভণ্ড কৰি শিৱই যি উন্মত্ত ৰূপত তাণ্ডৱ নৃত্য নাচিছিল বা অন্য সময়ে সময়ে যি তাণ্ডৱ নাচ নাচিছিল সেই তাণ্ডৱ নৃত্যতে তান্ত্রিকসকলে সৃষ্টি, স্থিতি, লয়ৰ ৰহস্য ৰূপ দেখা পায়।

শিৱৰ নটৰাজ ৰূপৰ ক্ষেত্ৰত বহুতো কাহিনী আছে। এটা কাহিনীমতে শিৱ পাৰ্বতীৰ এদিন কাজিয়া লাগিল। পাৰ্বতীয়ে মনৰ বেজাৰত ওফোন্দ পাতি থাকোতে ওফোন্দ ভাঙিবলৈ শিৱই ভাং খাই উঠি আপোন পাহৰা হৈ অপূৰ্ব নৃত্য আৰম্ভ কৰিছিল—এই নৃত্যকে হেনো পুৰুষসুলভ ওজস্বী নৃত্য তাণ্ডৱ নৃত্য বোলে। এই নৃত্যত মোহিত হৈ সমতা ৰাখিবৰ কাৰণে পাৰ্বতীয়ে লয়লাসেৰে লাস্য নৃত্য আৰম্ভ কৰিছিল। শিৱ-পাৰ্বতী সেয়ে নৃত্যৰ জনক আৰু জননী।

অন্য এক কাহিনীমতে ধৰ্ম বিষয়ৰ তৰ্কযুদ্ধত ঋষিসকলক সদাশিৱই পৰাস্ত কৰাত ক্ৰুদ্ধ ঋষিসকলে অপমানিত হৈ গোতক তুলিবৰ কাৰণে যজ্ঞৰ অগ্নিৰপৰা এটা প্ৰকাণ্ড বাঘৰ সৃষ্টি কৰি শিৱক ভক্ষণ কৰিবলৈ আদেশ দিলে। বাঘে ত্ৰাসৰ সৃষ্টি কৰি আগবাঢ়ি অহাত মহাদেৱে নৃত্যৰ ছলেৰে গৈ বাঘক দমন কৰি গাৰ ছাল বখলিয়াই পেলাই নিজে পৰিধান কৰিলে। বাঘৰদ্বাৰা কাম নোহোৱাত ঋষিসকলে লজ্জিত হৈ কেইডালমান সাপ সৃষ্টি কৰি মহাদেৱক দংশন কৰিবলৈ পঠালে। মহাদেৱে সেই সাপবোৰক অলংকাৰ কৰি শৰীৰত তুলি লৈ নাচিবলৈ ধৰিলে। অৱশেষত ঋষিসবে এটা ক্ষুদ্ৰকায় বাওনা দৈত্যৰ সৃষ্টি কৰি মহাদেৱৰ কাষলৈ পঠালে। মহাদেৱে তাক বাহনস্বৰূপ কৰি দৈত্যৰ কান্ধত উঠি নৃত্য কৰিবলৈ ধৰিলে। সেই নৃত্যৰ অদ্ভুত ভঙ্গী দেৱতাসকলেও চাইছিল। শিৱক লৈ কৰা কল্পনাৰ শেষ নাই।

মহাদেৱক মঙ্গলময় বুঢ়াগোঁসাই বুলিও ভবা হয়। প্ৰকাণ্ড গছত এনে বুঢ়াগোঁসাই বা বুঢ়া ডাঙৰীয়া বাস কৰে। তেওঁ মূৰত পাগ মাৰি তকুলা ঘোঁৰাত উঠি ৰাজবাটি চহৰ পৰিভ্ৰমণ কৰে। তেওঁ কাৰো অনিষ্ট নকৰে। বুঢ়াগোঁসাই নাম আদি গোঁসাই অৰ্থতো হ'ব পাৰে। কাৰণ তেওঁ দেৱাদিদেৱ আদি দেৱ। ইমান প্ৰাচীন দেৱতা তেওঁ।

# বড়ো-কছাৰীৰ "বাথৌ" পূজা

অসম বহু খিলঞ্জীয়া লোকৰ বসতিস্থান। বড়ো-কছাৰী ইয়াৰ আদিম অধিবাসী। বড়ো-কছাৰীসকল সাধাৰণতে শক্তিপূজক। তেওঁলোকে দৈনন্দিন জীয়াই থকাৰ নানান প্ৰণালীৰে অনেক দেৱ-দেৱীৰ পূজা-অৰ্চনা কৰে। নানান দেৱ-দেৱীক পূজা কৰিলেও প্ৰধানতঃ আৰাধ্য দেৱতা হৈছে "বাথৌ" (শিৱ)। বড়ো-কছাৰীয়ে যি পূজাই নকৰক কিয়, সকলো পূজাতেই বাথৌৰ সুকীয়া আসন থাকে।

বড়ো-কছাৰীৰ গেদেড মাদায় (ডাঙৰ দেও), শিজৌ মাদায় আৰু বাথৌ মাদায়ৰ পূজা একে। বাথৌ পূজা একঘৰীয়াকৈ কৰে। ফাগুন-চ'ত মাহতহে সাধাৰণতে বাথৌ পূজা হয়। যি গিৰি ঘৰে বাথৌ পূজা কৰিব, তেওঁ নিজৰ একে বংশ বা একে মাহাৰী মাতি পূজাৰ বাবে এটি শুভ দিন-বাৰ চাই লয়। উপবাসে থাকি গা-পা ধুই ভিজা কাপোৰেৰে চোতালত বাথৌৰ বেদী তৈয়াৰ কৰিব খোজা ঠাইখিনি পৰিষ্কাৰ কৰি শান্তিপানী ছটিয়াই পবিত্ৰ কৰি লয়। তাৰ পাছত চাৰি-পাঁচ আঙুলমান দ গাঁত এটা কৰে। গাঁতটোত উধানৰ নিচিনাকৈ তিনিটা শিল বহুওৱা হয়। এটা নতুনকৈ পৰা কুকুৰা চৰাইৰ কণী এবাঁ সূতাৰে পাঁচ পাক মেৰুৱাই শিল তিনিটাৰ ওপৰত থোৱা হয়। এহাতমান দীঘলৰ, পাঁচটা শিৰ থকা শিজু গছৰ ডাল (ঠানি) আনি এৰাঁ সূতা মেৰুৱাই কণীৰ ওপৰত গাঁতত পোতে। এই সময়ত খাম, চিফুং, জথা, খৱকা আদি বজায়। শিজু গছক কেন্দ্ৰ কৰি পাঁচ খাদা বা পাঁচ ভাৰ উইহাফলুৰ মাটিৰে ঘূৰণীয়াকৈ এটি বেদী বা থাপনা তৈয়াৰ কৰা হয়। শিজু গছ থোৱা এই বেদীটোত ঘূৰণীয়াকৈ জেওৰা দি থোৱা হয়।

জেওৰা দিয়াৰো নিয়ম আছে। ন-যোৰা বা বাৰ যোৰা জেও বা খুটি (গজ) পুতি কিছু ফাক ফাক কৰি কামীৰে পাঁচ চাপা জেওৰা পকোৱা হয়। সঁজুলিবোৰ প্ৰায় চাৰে তিনিফুটমান ওখ। তিনি চাপা কামী পকোৱাৰ পাছত পশ্চিমমুৱাকৈ দুৱাৰমুখ ৰাখে। দুৱাৰমুখৰ বাদ দি ওপৰত আৰু দুই যোৰা কামি পকায়। তাৰ পাছত দুৱাৰমুখত বখা সঁজুলিযোৰা সৰু সৰু কৰি পূৰ্ণ চিহ্নৰ নিচিনাকৈ তলফালে পকাই দিয়ে। প্ৰথমে যেতিয়া বেদী মচিবলৈ পানী, জেওৰা

দিবলৈ বাঁহ, বেদী তৈয়াৰ কৰিবলৈ মাটি আনিবলৈ বায় ভেতিয়া এযোৰা তামোল পাণ দিহে সেৱা কৰি লৈ আনে।

বেদীটো মচি উঠাৰ পাছত শান্তিপানী ছটিয়াই বেদীটো শুচি কৰে। প্ৰত্যেক দেৱ-দেৱীৰে একোটা সীমাস্বৰূপ চিন দিয়ে। প্ৰত্যেক দেৱ-দেৱীৰে বেদীত তিনিটাকে পিঠাগুড়িৰে আঁক দিয়ে। বাথৌৰ বেদীত আগলি কলাপাত পাৰি তাৰ ওপৰত তিনিখন কলপাতৰ পথালি পাত পাৰে। বাকীবিলাক দেৱ-দেৱীৰ ক্ষেত্ৰতো তিনিখিলাকৈ পথালি পাত পাৰে। পথালি পাত বেদীত পৰাৰ আগতে প্ৰত্যেক বেদীত একোখিলা পাতৰ ওপৰত একোটাকৈ মিঠাতেলৰ বন্তি দিয়ে। ইয়াৰ আগত খাংখিলা (ইকৰা) আৰু মাখানা (ভেটে তিতা) গছ পূজাৰ পাথালিৰ আগত দেৱ-দেৱীৰ উদ্দেশ্যে পুতি মদ, ধূপ-ধূনা, কল, প্ৰসাদ, তুলসী, বেলপাত, তামোল-পাণ বাথৌ দেৱতাৰ ঘাই উপচাৰৰূপে দিয়া হয়। পূজাৰ উপচাৰবোৰ আগতে পানীৰে ধুই লয়। পূজাৰ উপচাৰবোৰ বাথৌক আগতে দিয়াৰ পাছতহে অন্য দেৱ-দেৱীক দিয়াৰ নিয়ম। পূজা কৰাৰ পাছত তুলসী পানীৰে শান্তিপানী ছটিয়ায়। ইয়াৰ পাছত ভিন ভিন দেৱতাৰ নামত বলি দিয়ে। বাথৌ পূজাত গাহৰি, কুকুৰা, পাঠা ছাগলী আদি বলি হয়। পূজা আৰম্ভ হোৱাৰ আগতে এজন বিজ্ঞ মানুহে তলত দিয়া ধৰণে প্ৰাৰ্থনা কৰে —

“সত্যানি গুৰু বাথৌ বাজা
জুং মাদু মনিবা....................
............................................
............................................
উত্তৰে দংনা, দখিনে দংনা
দিনি নায়হত।”

ইয়াৰ অৰ্থ হ'ল এনেকুৱা ঃ

“সত্যৰ গুৰু বাথৌ ৰাজা
আমি হৈছো নৰমনিচ
একো বুজি নাপাওঁ
শক্তি চাই ভক্তি
কিহেৰে কি কৰিম।
আজি বাপু গিৰিঘৰে
অ ভাগি, অ পৰিয়াল
বুলি মাতিছে
গাৱঁৰ বুঢ়া, ডেকা-গাভৰুক মাতিছে
আজি মানসি কৰি থোৱা

বুলি দিবলৈ
বাথৌক কইরাইছে।
সত্যৰ গুৰু বাথৌ ৰাজা
আকাশত আছনে পাতালত আছ
উত্তৰে আছনে দক্ষিণে আছ
আজি চাই যোৱাহি।"

সাধাৰণতে বাথৌ পূজাত স্থান পোৱা দেৱতাসকল হ'ল—বাথৌ (মহাদেৱ) আয়লং (মহাদেৱৰ গা-ৰক্ষী)। খৈলা (মহাদেৱৰ ভূত), খুংগুৰ (মায়া মহাদেৱ) অৰালী (মহাদেৱৰ জীয়েক), বৰালী (মহাদেৱৰ জীয়েক), খাজি (মন্ত্ৰী), ৰাজপুথুৰ (মহাদেৱৰ পুতেক), ৰাচমুথি চৌধ্ৰী ৰৰজা খুন্দুৰী চালি জঠমন ৰাজখাত্ৰী (মহাদেৱৰ নাতিনীয়েক), ভাণ্ডাৰী (জলকুঁৱৰী) বাগৰজা (চংৰজা), বাগেশ্বৰী (চংৰাণী), মাইনোবুঢ়ী (লক্ষীদেৱী), বুৰীবুঢ়ী (বিপদ নাশিনী) ইত্যাদি।

প্ৰত্যেক দেৱ-দেৱীৰ আগত বলি দিয়া হয়। পূজাৰ শেষত অভিজ্ঞ লোকৰ দ্বাৰা পূজাৰ ত্ৰুটি-বিচ্যুতিৰ ক্ষমা খুজি আৰু পৰিয়ালৰ মঙ্গল কামনা কৰি প্ৰাৰ্থনা কৰোৱা হয়।

বাথৌ পূজা যদিও এঘৰীয়াকৈ পূজে, তথাপি ওচৰ-চুবুৰীয়াসকলে গিৰীহঁতক কামে-বনে সহায় কৰে। মাহাৰীয়ে মদ, চাউল, কুকুৰা চৰাই-তামোল পাণ আদি বস্তু আনি দি সহায় কৰে।

বাথৌ পূজা হ'লে পূজা কৰা গিৰীঘৰত এক উৎসৱমুখৰ পৰিবেশ হৈ পৰে। পূজাৰ দিনা গাঁৱৰ মানুহবিলাকে খাম, চিফুং আদি বাদ্য বজাই মদ-ভাত খাই প্ৰাণ ঢালি নাচে। পূজাৰ সময়ত বজোৱা খাম, চিফুঙৰ বাজি বেলেগ। বাথৌ পূজাত মাহাৰীয়ে বলি দিয়া ডেকেৰা চৰাইৰ মূৰটো দাঁতেৰে কামুৰি উঠাই বেৰ দিয়া বেদীটোত তিনিপাক ঘূৰি নাচিব লাগে।

মদ-ভাত খাই চোতালত বোকা কৰি মতাই-তিৰুতাই, ডেকাই-গাভৰুৱে বিভিন্ন মুদ্ৰা দি কঁকাল হেলাই হেলাই নাচে। নৃত্যৰ বিভিন্ন নাম আছে। তাৰে ভিতৰত গঙ্গা নাচন, আমিলা কাটা, অদাল টনা, জাল-পকোৱা, নাওবোৱা, ভালুক নাচা, বাঘ বিৰা, গহ-মাংস, নেউল নাচন, কুকুৰ নাচন, বগলী নাচন, শামুক বোটলা, কাপোৰ কাবোৱা, সূতা কাটা ইত্যাদি। নাচনৰ লগত চিফুং-মাদলৰ বাজিও বেলেগ বেলেগ। নাচনৰ লগত গীতো যায়। গঙ্গা নাচন নাচিলে ঢাল-তৰোৱাল লৈ নাচে।

পূজাৰ পাছত জেওৰাৰ মাজত থকা শিজু গছজোপাক বৰ যত্নেৰে ৰখা হয়। কেতিয়াবা যদি কিবা কাৰণত শিজু গছজোপাৰ ডাল ভাঙি পৰে বা মৰি

যায়, তেন্তিয়া গিৰীহঁতৰ জাতিৰ মানুহ মাতি মৰাপ পেজোৱাৰ দৰে কোনো বাকৰিতে পেলাই দিয়ে। তাৰ পাছত ৰূব-সুবাৰ মচি-কাচি শুচি হয়। গোৱৰ দিনৰ পাছত গিৰীঘৰে জাতিক মাতি মদ-ভাত খুৱাই মৃত মানুহৰ দৰে শ্ৰাদ্ধ - কৰিব লাগে।

বাথৌ পূজা অত্যন্ত খৰচবহুল কাৰণে তিনি বছৰৰ মূৰে মূৰে পূজা কৰা হয়। গিৰীঘৰে নবান্ন খোৱাৰ সময়ত বা বহাগ বিহুত সামান্যভাৱে পূজা কৰাৰ নিয়ম আছে। আজিকালি বাথৌ পূজাৰ প্ৰচলন কমি গৈছে।

বাথৌ পূজাৰ তাৎপৰ্য যে কেৱল সুখেৰে জীৱন-যাপন কৰি থাকিবৰ কাৰণেই প্ৰাৰ্থনা কৰা হয় এনে নহয়। এই পূজাত বড়ো-কছাৰীৰ জাতীয় কৃষ্টি-সংস্কৃতি নিৰ্ণয় কৰিব পৰা যায়।

বাথৌ আৰু শিজৌৰ অৰ্থ মন কৰিবলগীয়া। বাথৌ মানে হ'ল 'বা' মানে পাঁচ বা পঞ্চম সংখ্যা, থৌ মানে 'দ' বা গভীৰ তত্ত্ব। অৰ্থাৎ বাথৌ মানে পঞ্চতত্ত্ব বা পঞ্চভূত। বাথৌৰ পূজা মানে পঞ্চভূত তথা ক্ষিতি, অপ, তেজ, মৰুৎ, ব্যোমক পূজা কৰা।

আৰু শিজৌৰ 'শি' মানে ভিতৰ বা গুহ্য। 'জৌ' মানে জীউ বা আত্মা। অৰ্থাৎ শিজৌ মানে অন্তৰ আত্মা। শিজৌ পূজা মানে অন্তৰাত্মাক পূজা কৰা।

বড়ো-কছাৰীয়ে শিজৌ বা বাথৌ পূজাৰ যোগেদি পঞ্চভূত বা নিজৰ অন্তৰ আত্মাক পূজা কৰে। (বড়ো-কছাৰীৰ বাথৌ বা শিজু পূজা ঃ জ্ঞানশঙ্কৰ খাখলাৰী)।

সংযোজন (১) ঃ- বড়ো-কছাৰীসকলে লাঙামাৰা পূজাও পাতে। এই লাঙামাৰা হ'ল মহাদেৱ। মহাদেৱ হ'ল কৃষিৰ দেৱতা আৰু বড়ো-কছাৰীৰ চিৰ আৰাধ্য দেৱতা। বছৰটোত যাতে গৰু-গাইৰ অপায়-অমঙ্গল নহয়, জাতি-ভাইৰ অপায়-অমঙ্গল নহয় আৰু খেতি-বাতি নদন-বদন হয়, তাৰ বাবে ইষ্টদেৱতা মহাদেৱক জেঠ-আহাৰ মাহত পূজা কৰে। এই ফালৰপৰা লাঙামাৰাক এক মাঙ্গলিক উৎসৱ বুলি ক'ব পাৰি।[১]

সংযোজন (২) ঃ ..."প্ৰতিবছৰে ধান্য ৰোপণৰ পাছত কাতি বা আঘোণ মাহত বড়ো-কছাৰীসকলে 'খেৰাই' উৎসৱ পাতে।। এই উৎসৱত বাথৌ পূজাৰ লগে লগে খাম (মৃদঙ্গ) আৰু চিফুঙৰ সৈতে গোটেই ৰাতিটো বিবিধ ৰকমৰ নাচ-গান কৰি দেখুওৱা হয়। ...............পঞ্চ বন্ধন যুক্ত বাথৌ বা বাঁহৰ বেৰ্চনী দি এই পূজাৰ মণ্ডপ সজোৱা হয় আৰু মাজত সিজু গছ পুতি দি সমুখ ভাগত তিনিটা গছ পুতি চাকি জ্বলাই দিয়া হয়। বাথৌৰ আগত ঢাল-তৰোৱাল আলাই (আঁৰি দি) ৰখা হয়। পুৰোহিত বা গীতালে দেওধী বা পূজাৰীৰ সহায়ত পূজা

---

*১ জ্ঞানশঙ্কৰ খাখলাৰীৰ "লোক সংস্কৃতিত এভুমুকি" নামৰ গ্ৰন্থৰপৰা দুৱোটি বচনা লোৱা হৈছে।

পাতে। পূজা আৰম্ভ হোৱাৰ আগতে বাথৌৰ সমুখত পুবদিনে মুখ কৰি মৃদং, কৰতাল আৰু বাঁহীৰে সুৰৰ লগে লগে বন্দনা গীতি গাই প্ৰথমে নতজানু হৈ পৰম পিতা ভগৱানক বন্দনা কৰে। তলত আৱাহন মন্ত্ৰ বা বন্দনা গীতিৰ কিয়দংশ দিয়া হ'ল :

বন্দনা গীতি : "আহাম দে আফা বিফা গুৰু,.........বৰ মাথ্ৰি হৰ দ'
অৰ্থ : হে পৰম পিতা ভগবান, তোমাতকৈ শ্ৰেষ্ঠ আৰু কোনো নাই। তুমি সৃষ্টি, স্থিতি, লয়ৰ কৰ্তা। তুমি সকলোতকৈ শ্ৰেষ্ঠ। তোমাক নতজানু হৈ প্ৰণাম কৰোঁ।

হে পৰম পিতা, বড়োৰ সন্তান আমি অজ্ঞানৰ ঘোৰ তমিস্ৰাত পৰি আছোঁ। আমাক জ্ঞানৰ পোহৰ দি উঠাই লৈ যোৱা। আছে, সত্য এতিয়াও আছে। কাউৰী বগা হোৱা নাই, বগলী ক'লা হোৱা নাই, সাগৰৰ পানী উভতি বৈ যোৱা নাই, হে পিতা সত্য এতিয়াও আছে। আমাক মৰম কৰা, সৰগৰ পৰা আশীৰ্বাদ আৰু বৰ দি পঠোৱা। হে পৰম পিতা, তোমাক নতজানু হৈ আকৌ প্ৰণাম কৰিছো।"*২

---

*২ ৰূপনাথ ব্ৰহ্মৰ 'বড়ো কছাৰী জাতিৰ সংস্কৃতি' নামৰ গ্ৰন্থৰপৰা লোৱা গৈছে।

## ৰাভাৰ মাজত প্ৰচলিত শিৱ-কথা আৰু শিৱ-উপাসনা

হিন্দুৰ বিভিন্ন পুৰাণ, উপপুৰাণ আৰু মহাকাব্যসমূহত ইণ্ডো-মংগোলয়ড কিৰাত-কছাৰী লোকক দেবাদিদেৱ মহাদেৱৰ অনুগামী বুলি বৰ্ণিত কৰা হৈছে। পণ্ডিতসকলে তিৰ্বতবৰ্মীয় ভাষা-ভাষী ৰাভাসকলেও প্ৰাচীন কিৰাত মহাজাতিৰ অন্তৰ্গত এটা ঠাল হিচাপে শিৱ অনুগামী (শৈৱ) হোৱাটোৱে স্বাভাৱিক বুলি মত পোষণ কৰিবলৈ বিচাৰে। হ'লেও ৰাভাসকলৰ মাজত শাক্ত পৰম্পৰা আৰু জড়োপাসনাহে অতি প্ৰবল আছিল আৰু প্ৰধানতঃ ৰাভাৰ ধৰ্মবিশ্বাস যাদুধৰ্মীয় উৰ্বৰা লোকবিশ্বাসৰ ওপৰত আধাৰিত আছিল।

ৰাভাসকলে যিহেতু শিল, বৃক্ষ আদিক সাকাৰৰূপে প্ৰকৃতি পূজা কৰিছিল আৰু মূৰ্তিপূজাৰ মুঠেই পক্ষপাতী নাছিল, সেয়ে দেৱ-দেৱীৰ ৰূপ-মহিমা বৰ্ণিত পাঁচালিজাতীয় স্তোত্ৰ বা বন্দনা ৰাভাসকলৰ মাজত পাবলৈ নাই। সেয়েহে ৰাভাৰ শিৱৰ ধাৰণাৰ সৈতে কৈলাসাধিপতি হৰ-গৌৰী, শিৱ-পাৰ্বতী, উমা-মহেশ্বৰ, অৰ্দ্ধ-নাৰীশ্বৰ আদি যুগল মূৰ্তিৰ উপাসনা আৰু ভূতনাথ, পশুপতি, নটৰাজ ৰৌদ্ৰদেৱতা নতুবা শিৱলিঙ্গ উপাসনাৰে সালংকৃত হিন্দুৰ শৈৱ পৰম্পৰাটো আৰ্যীকৰণ কৰাহে অৰ্থাৎ পৰৱৰ্তীকালৰ আৰোপিত ধৰ্মীয় বিশ্বাসহে। অসমীয়া লোক-মনৰ অতি পৰিচিত আপোনভোলা সদাশিৱৰ পতিপ্ৰাণা পাৰ্বতীৰ সৈতে গৃহবাস, গৰখীয়াৰূপী ভীমক আশ্ৰয়দান, টুটকীয়া নাৰদৰ চাতুৰীত দাম্পত্যকলহ, ইত্যাদিৰ লগতে বিবাহপৰ্বৰ খোৰা-খুবীৰ উপস্থাপনা, মনসা দেৱী পদ্মাৱতীৰ সৈতে সংঘাত, আইনামত উল্লেখিত পগলা-পাগলীৰ চৰিত্ৰ আৰু বুঢ়া গোহাঁইৰ ধাৰণা আদিৰ লগত কিছু ক্ষেত্ৰত ৰাভাৰ শিৱ-কথাৰ মিল থাকিলেও ৰাভাৰ বিভিন্ন মন্ত্ৰ আৰু পূজাত বৰ্ণিত কাহিনীত শিৱক সৃষ্টিকৰ্তা 'ছিৰ্গিবিছি' বুলি কোৱা হৈছে আৰু এইজনা হ'ল 'একমেৱাদ্বিতীয়ম্'। কোনো কোনোটো আখ্যানত শিৱ-পাৰ্বতীক নিঃসন্তান দম্পতী হিচাপে বুঢ়া-বুঢ়ীৰ (বুদা বা ঠাকুৰাণী) চৰিত্ৰৰে আৰু কোনো কোনো আখ্যানত বিপদ আপদে মানৱ কুলত দিহা দি ফুৰা অথচ সৰ্বজ্ঞাতা, বিশ্ব-নিয়ন্তা (সূত্ৰধাৰ) 'মামা ছিন্নু দাৱমা' অৰ্থাৎ আটাইৰে মোমাইৰূপে শিৱক আৰোপিত কৰা হৈছে। ৰাভাসকলেও শিৱক কেতিয়াবা কেতিয়াবা মংগলময় (Benevolent) হিচাপে আৰু কেতিয়াবা কেতিয়াবা সংহাৰকৰ্তা বা ক্ষয়কাৰী (menevolent) দেৱতা হিচাপে স্তুতি আৰাধনা কৰা দেখা যায়।

ৰাভাসকলৰ সৃষ্টিতত্ত্বৰ লগত জড়িত আখ্যানৰ পৰা পোৱা যায় যে, — ১৮ জন ঋষিৰ নুমলীয়াজনে জলময় পাতালৰপৰা বোকামাটি কেকোঁৰাৰে তুলি আনি কেঁচুৱে গাঁঠি গাঁঠি পাহাৰ-পৰ্বত, নদ-নদী, খাল-বিলসহ জগত সৃষ্টি কৰে আৰু এটা প্ৰকাণ্ড জীয়া কাছৰ ওপৰত তাক প্ৰতিষ্ঠা কৰে, সেইবাবেই এওঁৰ আন এটা নাম 'তাক্মানত্ৰা' অৰ্থাৎ সৃষ্টিকৰ্তা। পৃথিৱীখন কাছৰ ওপৰত প্ৰতিষ্ঠিত গুণে জীয়া কাছই লৰচৰ কৰিলেই ভূঁইকঁপৰ সৃষ্টি হয় বুলি ৰাভাসকলে এতিয়ালৈকে মানি আহিছে।

আন কিছুমানৰ মতে ৰাভাৰ ইষ্টগুৰু বা দেৱতা হ'ল ৰিছি আৰু তেওঁৰ পত্নী হ'ল চাৰিপক। তেওঁলোক ৰাংক্ৰাং অৰ্থাৎ স্বৰ্গত থাকে আৰু তেওঁলোকৰ আদেশমতেই তাকত্ৰা বা তাকমানত্ৰাই জগত সৃষ্টি কৰে। তাকমানত্ৰাই নিৰ্মাণ কৰা পৃথিৱীত বিভিন্ন জীৱ-জন্তু, কীট-পতঙ্গ, উদ্ভিদ আৰু ফল-মূল আদিৰ আৱিৰ্ভাৱ সম্বন্ধে বিভিন্ন কাহিনী আছে। তেনে এটা কাহিনী হ'ল—এদিনাখন ৰিছিবুঢ়াই হাবাং বা ঝুমতলীত খেতি কৰিবলৈ গৈ কেইবাদিনৰ মূৰকতো ঘৰলৈ উভতি নহা দেখি কেও কিছু নথকা বুঢ়ীজনীয়ে (পাৰ্ৱতীয়ে) বুঢ়াইনো কি খাই ঘৰলৈ নহাকৈ থাকিব পাৰে ধ্যানস্থ হৈ জানিব পাৰে যে গুটিবিহীন প্ৰকাণ্ড প্ৰকাণ্ড সুমিষ্ট শ্ৰীফল খাইহে বুঢ়াৰ ভোক নালাগে, সেয়েহে তেওঁ মন্ত্ৰৰ বলত নিজে ঘৰত কঁপাহ নেওঁঠোতে ওলোৱা কঁপাহ গুটি নাকৰ শেঙুন লগাই শ্ৰীফলৰ ভিতৰত সুমুৱাই খাব নোৱৰা সৰু সৰু বেললৈ ৰূপান্তৰ কৰিলে। তাতো ওভোতাই আনিবলৈ সক্ষম নোহোৱাত পোনতে মহ-ডাঁহ আৰু অৱশেষত বাঘৰ সৃষ্টি কৰিলে। ৰিছিবুঢ়াই সেই অনুযায়ী মহ-ডাঁহক খেদিবলৈ খেৰৰ জুমুঠি জ্বলাই কঁকালত আঁৰি লোৱাৰ প্ৰতিবিধান দিলে আৰু বাঘক ভয় খুৱাবলৈ খেৰৰ জুমুঠিটোকে ৰাংকুকুৰ হিচাপে সৃষ্টি কৰিলে। মৰ্ত্যলোকত আদিম খেতিয়ক হিচাপে সেয়েহে কৃষিজীৱী ৰাভাসকলে বুঢ়া-বুঢ়ীক ঘৰগোঁসানী বা 'ত্ৰিম বুদা' হিচাপে খেতিৰ আৰম্ভণিত আৰু ন-খোৱাৰ সময়ত পূজা এভাগি দি আহিছে।

শ্ৰমজীৱী ৰাভাসকলৰ মাজত প্ৰচলিত 'বাৰ কামলাৰ গীত'ত পোৱা আখ্যান মতে ভাগৰুৱা শৰীৰৰ ক্লান্তি নিবাৰক হি''পে স্বয়ং ৰিছিয়ে (মহাদেৱে) নিজে স্বৰ্গীয় বাখৰেৰে পতা সুমিষ্ট মদ পৰীক্ষামূলকভাৱে এটা জোভাৰ (মদ থোৱা মাটিৰ পাত্ৰ) ভিতৰত ভৰাই নদীত উটুৱাই দি বাৰ কামলাৰ (বাৰজন নাওকটীয়াৰ থূপ) মাজত প্ৰৱৰ্তন কৰে আৰু স্বয়ংবেশত মদ পতাৰ বিধান আৰু মদৰ উপকাৰিতা সম্বন্ধে অৱগত কৰায়। উল্লেখযোগ্য যে ৰিছি প্ৰদত্ত সেই বাখৰৰ বীজ (ফাপচাৰি) তেতিয়াৰপৰাই পুৰুষানুক্ৰমে ৰাভাসকলে নতুন বাখৰৰ লগত মিহলাই ব্যৱহাৰ কৰি আহিছে বুলি তেওঁলোকৰ বিশ্বাস। সঙ্গীতকলা আৰু বাদ্য-যন্ত্ৰৰ উৎপত্তি বিষয়ক 'নলুৱা-চলুৱা' আখ্যানতো ৰিছিৰদ্বাৰা অভিশপ্ত তিনিজনা দেৱকিন্নৰে নল-বাঁহ, বিজুলী বাঁহ আৰু গম্ভীৰী গছ হিচাপে জন্মগ্ৰহণ

কৰে আৰু ভাবেপৰা যথাক্ৰমে কাবানল, ব্ৰাহ্মই বা বালুগুম্বা আৰু খাম বাদ্যৰ প্ৰচলনত হৃদ্ৰবেশী বিছিয়ে মুখ্য ভূমিকা লৈছিল। অহংকাৰী ক্যাম্বায়চুঙৰ (বিশ্বকৰ্মা) দৰ্পচূৰ্ণ, লাংটাই ৰাজাৰ মাহাত্ম্য প্ৰকাশ, খানেহৰিৰ (গাবোৱানী/কুচুনী) সৈতে গোপন প্ৰণয় আৰু বিভিন্ন দেৱ-দেৱীৰ জন্মদান, বৰমানী বা মহামায়াৰ (মনসা) মৰ্ত্যত পূজা প্ৰচলন আদিত মহাদেৱৰ মাহাত্ম্য বিজড়িত হৈ আছে। পাতিৰাভাসকলৰ লাঙামাৰা (কাঁচাখাইতী) পূজা, টুকুৰীয়া পূজা আৰু মাৰে পূজাত এনে ধৰণৰ অজস্ৰ আখ্যান পোৱা যায়, য'ত শিৱ-কথাই বিশেষ স্থান অধিকাৰ কৰি আছে।

বংদানী আৰু মায়তৰী ৰাভাসকলে শিৱক বুদা (মতান্তৰে বুৰাহাচু, হাচুবুদা, গ্ৰিমবুদা, বুৰাবাদি) অৰ্থাৎ বুঢ়াগোঁসাই হিচাপে মানে আৰু ভজে। এইজনা দেৱতাৰ আদি বাসস্থান হ'ল দাবমাং হাচু (পাহাৰ) আৰু সেইবাবে বুদাবা দেৱতাক 'মামা ছিবু দাবমাং' বা সংক্ষেপে 'দাবমাং' দেও বোলা হয়। দাবমাং হ'ল সৃষ্টিৰ দেৱতা, সেইবাবে বিবাহ উৎসৱত দাবমাং দেৱতাৰ নামত' কুকুৰা এহাল বলি দি সংসাৰ ধৰ্মৰ পাতনি তকিবলৈ আশীৰ্বাদ কামনা কৰা হয়। সেইদৰে অবিবাহিতাৰ বিবাহ আৰু দাম্পত্য প্ৰেম যুগমীয়া হ'বলৈ এইজনা দেৱতাক পূজা দিয়া হয়। ঘৰ-গৃহস্থালিৰ দেৱতা হিচাপেও এইজনাৰ নামত ঘৰ ঘৰৰ লাইখুটাত (স্ত্ৰীলোকসকাক) প্ৰতিবছৰে ন-খোৱাৰ দিনাখন শকত-আৱত চাই গাহৰি বা কুকুৰা এটা বলি দি তাৰ তেজ সানি দিয়া হয় আৰু সেইদৰে মদ এসোঁতা (ঘুৰী বা ভোগজবাৰপৰা) বা ভোগ প্ৰসাদ এভাগি আগ কৰা হয়।

সেইদৰে বিভিন্ন অপায়-অমঙ্গল মৰিষণ কৰিবৰ বাবে, খাইজ-বজাৰ উন্নতি আৰু শ্ৰীবৃদ্ধিৰ বাবে পতা বছৰেকীয়া সমজুৱা পূজাত (হাছং বায়খো, গ্ৰিমবুদা বা লাঙামাৰা পূজা) এইজনাৰ নামত গাহৰি নতুবা কুকুৰা বলি দিয়া হয়। তদুপৰি ক্ষতিকাৰক (molevolent) দেৱতা হিচাপে ই খ্ৰিছামী বায়, বায়মাৰা, ভুৰা কেদৰ বাম্ৰা (ককুৰা) পাংৰা ইত্যাদি ৰূপেৰে মানুহৰ অপকাৰ কৰি ফুৰে আৰু তেতিয়া মানুহৰ নানা ধৰণৰ বেমাৰৰ উপসৰ্গই দেখা দিয়ে। তেতিয়া মণ্ডলতীৰ্থবাৰা মঙল চাই বিধি অনুযায়ী সেই সেই দেৱতাক সন্তুষ্ট কৰিব লাগে। কোনো কোনো লোকে স্থায়ীভাৱে থান পাতি 'বুদাবা' দেৱতাক পূজে আৰু সময়ে সময়ে পূজা-পাতল দি থাকে। কিন্তু এনে থান অইন লোকে অশুচি কৰিলে নতুবা ক্ষতি কৰিলে এইজনা দেৱতাই ওলোটাই গিৰীহঁতকহে লণ্ডে বাবে বহুতেই এনে থান পাতি পূজা দিয়াৰ পক্ষপাতী নহয়।

এইজনা দেৱতাৰ পূজাৰ বাবে বিভিন্ন সামগ্ৰীৰ প্ৰয়োজন। সাধাৰণতে মেৰামুক (বৰতাজাতীয় খেৰ) তিনিমুঠি তিনিভাগত বিভক্ত কৰি মাজছোৰাত বান্ধি গম্বুজাকৃতি কৰি প্ৰতিষ্ঠা কৰি তাৰ তলত টংলতী (খ্ৰাম্বাৰ) পাত পাৰি বদ্ধমুক (শিৱৰ মূল বেদী) প্ৰতিষ্ঠা কৰা হয়। এই পূজাৰ বাবে পবিত্ৰ মদ 'চিনাল' আৰু পিঠাগুড়িৰ একান্ত প্ৰয়োজন। বলিৰ কেঁচা তেজ উচৰ্গা কৰাৰ উপৰিও কোকচাক্ (চুঙাপিঠা) বাদ্ধি ভোগ-নৈবেদ্য আগ কৰা দৰকাৰ।

সাধাৰণতে পূজা যবৰ বাহিৰত কৰা হয় আৰু বাহিৰতে ভোগ-প্ৰসাদ খাই আহিব লাগে। এই পূজা গাইগুটীয়াভাৱেও কৰা হয় নতুবা হাছং, বায়খো আৰু গ্যিমবুদাত মুখ্য দেৱতা হিচাপে আৰু অন্যান্য কেতবোৰ পূজাত আনুষঙ্গিক দেৱতা হিচাপে এইজনা পূজিত হয়। বড়োনী আৰু মাৰ্থৰী ৰাভাসকলৰ পূজিত দাৰমাং, হাছং বায়খো আদি পূজাত ৰাভা ভাষাৰে আৰু বাকী পূজাত কোচ ভাষা অৰ্থাৎ আৰ্য ভাৰতীয় ভাষাৰে স্তোত্ৰ গীত গোৱা হয়। কথিত আছে যে লাঙা বা মহাদেৱ মুখ্যতঃ ৰাভাৰ আদিম দেৱতা নাছিল, এয়া সেৱা হাছং বা আৰ্যাবৰ্তৰ থলুৱা দেৱতাহে। পাতিৰাভাসকলৰ মাজত জনপ্ৰিয় টুকুৰীয়া পূজাৰ গীতত লাঙা দেৱতা সম্পৰ্কীয় একাকি পদত এই কথা জনা যায়। সেয়া—
"আগে আছিলুং কোচৰ ছাৱা—ৰাভাত গেলুং জাতি। এতিয়াহে হৈছে মোৰ লাঙাৰ সিয়াতি।"

সেইদৰে বুৰাহাচু আৰু মহামায়া (শিৱ-পাৰ্বতী) নামক স্থানীয় দেৱ-দেৱী দুটি ৰাভাসকলৰ মাজত বিশেষভাৱে পূজিত হৈ আহিছে—এওঁলোকস অন্যান পৰম্পৰাগত দেৱ-দেৱীৰ সৈতে। পৰবৰ্তী কালত ৰাভাৰীৰ দদানৰ আৰাধ্য দেৱী 'বায়খো' আৰু ইষ্টদেৱতা 'ছিংগ্ৰা বুৰা হাছৰো'—ই যথাক্ৰমে কামাখ্যা বা কাঁচা-খাইতী আৰু লাঙা বা মহাদেৱ হিচাপে জনপ্ৰিয় হৈ উঠা বুলি সহজে অনুমেয় হয়। উল্লেখযোগ্য যে 'লাঙমাৰা' পূজাত কাঁচা খাইতীৰ নামত কদলপটুৱাৰে ভিত্ৰ সজাই দেওধনী নচুৱাই জীয়া বলি উটুৱাই বি পূজাৰ প্ৰচলন তাতো স্বয়ং মহাদেৱকে লাঙাদেৱতাৰ নামত পূজা দিয়া হয়। অৱশ্যে ইয়াত ঠাকুৰাণী (আই ভগৱতী) দেৱীহে মুখ্য, লাঙা আনুষঙ্গিক দেৱতাহে। লাঙামাৰা পূজাত অন্যান্য পৰম্পৰাগত দেৱ-দেৱীৰ (বায়খো বা খোকচি) উপৰিও ধনকুবেৰ, দুধকুমৰ, কুলকুমৰ, চামাৰদাং, লোহাৰদাং, লাখৰ (গোহালি দেও) আৰু ধৰ্ম আদি থলুৱা দেৱ-দেৱীৰ নামতো পূজাভাগ দিয়া হয়। সেইদৰে ১২টা দেৱতাৰ সমষ্টিৰে পূজিত হাছং পূজাত দাৰমাং দেৱতাই মাজত উপবিষ্ট হৈ বলিৰ সিংহভাগ পায়। দাৰমাং দেৱতাক সাধাৰণতে গাহৰি নতুবা কুকুৰা বলিৰহে প্ৰয়োজন আৰু ইয়াক পৰম্পৰাগত খাদ্য বা পানীয় অৰ্পণ কৰিহে পূজা দিয়া হয়। সেয়েহে দাৰমাং দেৱতাক ৰাভাৰ আদিম দেৱতা বুলি ধৰি ল'ব পাৰি। এই পূজাসমূহত আঞ্চলিক প্ৰভেদো নথকা নহয়।

লাঙা দেৱতাৰ বাহন হ'ল ঘোঁৰা। সেয়েহে হানাঘোঁৰা আৰু জাৰীঘোঁৰা নচুৱাওঁতে (বকো অঞ্চলৰ হানা ৰাভাসকলে) সতীৰ বিৰহত জৰ্জৰিত, তাপিত মহাদেৱে গাবো-গাবোৱানীৰ লগত অঁপইতা মদ চাকি, ভিতালাওৰ খোলত (ব্ৰেক) বাকি বাকি, কুকুৰাৰ নাড়ী-ভুৰি গলত আঁৰি কৰা নৃত্যৰ আখৰা প্ৰদৰ্শন কৰা হয়। সেইদৰে বাদ্ৰা বা ৰাকুৰা দেওপূজাত কদলপটুৱাৰে মজু সাজি আৰু ঘোঁৰাৰ প্ৰতিকৃতি সাজি তাৰ ওপৰত ওজাপালিজনে আৰোহণ কৰি লাঙাদেৱতাই দেশ পৰিভ্ৰমণ কৰোতে সম্মুখীন হোৱা ওঠৰ বজাৰ আক্ৰমণক প্ৰতিহত কৰাৰ

কাহিনী গীত আকাৰে অভিনয়সহ গাই শুনায়। এই পূজাত বলিৰ সীমা সংখ্যা নাথাকে আৰু কণীৰপৰা আৰম্ভ কৰি কাছ, হাঁহ-কুকুৰা, পাৰ-ছাগলী, গাহৰি আদি সমস্ত প্ৰাণীয়েই বলি হিচাপে প্ৰযোজ্য হয়।

মন কৰিবলগীয়া, এই পূজাত ওজাজনে স্বয়ং লাঙ্গ দেৱতাক ৰোগীজনৰ গাৰ সমস্ত বেদনা ঝৰঝৰ কৰি চাফ কৰি নিবলৈ দঢ়াই দঢ়াই স্তোত্ৰৰে মিনতি জনায়। যেনে —

ঝৰ ঝৰে বুঢ়া লাঙাই ঝাৰিয়া ঝাৰিয়া ল
মাথাৰে বিষ বান গলাতে নাম,
গলাৰে বিষ বান বুকুতে নাম

..................................
গাটুৰে বিষ বান পাওঁতে নাম,
ঝৰ্ ঝৰে বুঢ়া লাঙাই ঝাৰিয়া ঝাৰিয়া ল।

সেইদৰে নৱজাত শিশুৰ মঙ্গলৰ বাবে এটা মতা হাঁহেৰে বাঁহৰ তমালেৰে এখন ডলা সাজি, তাৰ চাৰিওকাষে কঁপাহৰ জোলা ওলোমাই কৰা 'বুদাবা' দেওৰ পূজা, সদায় জ্বৰ উঠি থাকিলে নতুবা কুকুৰীকণা, চকু উঠা আদি নিবাময়ৰ বাবে কানিমুনি বেলিকা কুকুৰাৰে কৰা খুছামী দেওৰ পূজা, সন্তান সুপ্ৰসৱৰ বাবে মতা হাঁহেৰে কৰা বায়মাবা দেওৰ পূজা ইত্যাদি হ'ল দাৰমাং বা শিৱৰূপী বিভিন্ন দেৱতাৰ পূজা। ইয়াৰ উপৰি লামাপটী বা বাঘেশ্বৰী, গোহালিদেও, বিৰালী, ঘৰগোঁসানী আদি বিভিন্ন পূজাৰ স্তোত্ৰগীতত মহাদেৱৰ নাম জড়িত হৈ আছে আৰু কোনোটোহঁত পূজাত মহাদেৱৰ নামত পূজা এভাগিও দিয়া হয়।

সামৰণিত এইদৰে মত পোষণ কৰা যায় যে ৰাভাৰ মাজত প্ৰচলিত শিৱ কথা আৰু শিৱ উপাসনাত little tradition আৰু great traditionৰ দুমুখীয়া প্ৰভাৱত সাংস্কৃতিক সমাৰোহণ ঘটি (acculturation) এক বৰ্ণাঢ্য পৰম্পৰাৰ সৃষ্টি হৈছে আৰু "যত জীৱ তত শিৱ" ধাৰণাৰে উপজীব্য নানা মুনিৰ নানা মত ৰাভাৰ মাজত আহি গৈছে বাবে ইয়াৰ মূল উলিওৱাটো বৰ্তমান অতি দুৰূহ হৈ পৰিছে।*

---

*অধ্যাপক শ্ৰীউপেন্দ্ৰ চন্দ্ৰ ৰাভাৰ পৰা পোৱা তথ্য।

# সোণোৱাল কছাৰীৰ শিব পূজা

বিশেষকৈ পূব অসমৰ খিলঞ্জীয়া অধিবাসী সোণোৱাল-কছাৰীসকলৰ শিব, বাইথ বা খিৰিং ৰজাহে প্ৰধান উপাস্য দেৱতা। লগতে ফুলকোঁৱৰ, মণি কোঁৱৰ, মালিনী, গজায়, মনায় সৰগ আদিয়ে কুকুৰা-গাহৰিৰ বলি-বিধানেৰে পূজা পায়।

বাইথ পূজা চ'ত মাহৰ দ্বিতীয় সপ্তাহত ডাঙৰী অঞ্চলৰ (তিনিচুকীয়া) ৰৰ পথাৰ গাৰঁত তিনদিনীয়াকৈ উদ্‌যাপিত হয়। প্ৰথম দিনা দেওবাৰ ধৰা হয়। দেওবাৰে ৰাতি দেও নমোৱা হয়, সোমবাৰে বলি-বিধান, পূজা-পাঠ আদি কৰি মঙ্গলবাৰে পূৰা হয়, দাংগীত বাইথশালত বাইথক আসনত বহুওৱাৰ পাছত পূজাৰ সামৰণি পৰে।

প্ৰথম দেও নমাবৰ দিনা বাইথ পূজাৰ প্ৰধান পূজাৰী বাইথ বুঢ়াই ঘৰত থকা বাইথশালৰপৰা বলি কটা দা, হয়দাং গীতৰ বাদ্যযন্ত্ৰ বাঁহী, খুটিতাল, সক সক বাঁহৰ টকা, ম'ৰা চৰাইৰ পাখী আদি নমাই আনি সেইবিলাকৰ আগত পাণ-তামোল আদিৰ মাননি আগবঢ়োৱা হয়। পূজাৰ সকলো সামগ্ৰীৰ আগতো পাণ তামোলৰ মাননি দিয়া হয়। সেইদিনাই ৰাতিলৈ দেব-দেৱীসকলক স্তুতি-মিনতি কৰি পূজালৈ নিমন্ত্ৰণ কৰা হয় আৰু পৃথিৱীখন কেনেকৈ সৃষ্টি হ'ল, মানুহৰ জন্ম কেনেকৈ হ'ল আদি তত্ত্বকথা আলোচনা কৰে। সোমবাৰে সন্ধিয়া আৰম্ভ হোৱা মূল পূজাত প্ৰথমে বাইথ বুঢ়াই ঘৰৰ বাইথশালত ডালি সজাই, শলিতা জ্বলাই, মদ, টংলতি পাত, ফুল আদিৰে শান্তি নমোৱা মন্ত্ৰ গায়। সেই শান্তি জলেৰেই পূজাৰ যাৱতীয় পূজা, বলি আদি উচৰ্গা কৰা হয়, তাৰ পাছতে ঢেঁকীশালত থকা লখিমী, পানীপতাত থকা জলকুঁৱৰীলৈ পূজা দিয়া হয়। পূজাৰ এটি ভাগ ইন্দ্ৰদেৱতাইও পায়। এই পূজাতেই ধেনু-কাঁড়েৰে ৰবদৈচিলাক আদৰণি জনোৱা হয়, যাতে ৰবদৈচিলাই বছৰটো ভালে-কুশলে নিয়ায়। ইয়াৰ পাছত ন-পাল খেতৰৰ নামত এযোৰ কুকুৰা মেলি দিয়া হয়। ইয়াৰ পাছত বাইথ মন্দিৰৰ ভিতৰত থকা জামুকৰ খুটাত মালা দিয়া হয়। সোণোৱাল কছাৰীসকলে এই জামুকৰ খুটাক শিবলিঙ্গ জ্ঞান কৰে। খিৰিং দেৱতাৰ অৱস্থান তাতেই। খিৰিং দেৱতাৰ নামতে বাইথ মন্দিৰৰ বেদীত ৰঙা কুকুৰাও বলি দিয়া হয়।

সোণোৱাল কছাৰীসকলে পূজা-অৰ্চনা কৰা বিভিন্ন দেব-দেৱীসকলৰ আসন ভুকুলীশালৰ চাৰিওপিনে দিয়া হয়। মাজত থাকে ব্ৰহ্মৰূপী এটি

অগ্নিকুণ্ড। দেৱ-দেৱীসকল হ'ল ফুলকোঁৱৰ, ভুৰুলী, হাবুকী, বুঢ়া-বুঢ়ী, বলিয়া বাবা, টকালি পৰা দেৱতা, সুহৰি মৰা দেৱতা, ঢোল বজোৱা দেৱতা, কুলামন গোঁহাই, বিগিবাগাম দেৱতা, চাৰিবুঢ়া, চাৰিগোঁসাই, ওঠৰ কোঁৱৰ, বৰগাতিয়াল, জলখাই ডাঙৰীয়া, বৰ চামন সাতভাই, চেলাজহ, লোহিত কোঁৱৰ, বৰমবাহু, হৰিচৰণ, ৰঙাচৰণ, নমতা, সমতা, দেলৌ-হেলৌ, কনৈ, কন কন বায়, বাংৰি, বৰুণ সাত ভাই ডাঙৰীয়া, নাক্রেং চাক্রেং ৰজা, সূৰ্য, থলৰ ন-ভনী, কুবেৰ বুঢ়া-বুঢ়ী, ন-ভনী দেৱতা, বাব ভনী, হৰ-পাৰ্বতী, সৰস্বতী, আই ন-ভনী, জলকুবেৰ, জলৰ ন-ভনী ইত্যাদি। আই বসুমতীয়েও বিশেষ আসন পায়। সোমবাৰে ৰাতিয়েই সকলোৰে পূজা-বলি সমাপ্ত হয়। পূজাৰ পাছত মূল বাইথ মন্দিৰৰ মঙ্গ লবাৰৰ পুৰাৰপৰা বাঁহী, খুটিতাল, টকাৰ লগত হয়দাং গীত গোৱা হয়। হয়দাং গীতৰ ছেৱে ছেৱে এগৰাকী নৰ্তকীয়ে ময়ূৰৰ পাখি হাতত লৈ জমা টঙালি পিন্ধি চালি ধৰি নাচে।

বিশ্বসৃষ্টিৰ কথাকে হয়দাং গীতত প্ৰকাশ কৰা হয়। সোণোৱাল কছাৰীসকলে নিজকে বীৰ হিৰণাক্ষ আৰু হিৰণ্যকশিপুৰ বংশধৰ বুলি গণ্য কৰে। বিশ্বসৃষ্টিৰ মূলত নাৰায়ণ বুলিয়েই তেওঁবিলাকে মানিছিল, কিন্তু নাৰায়ণৰ হাতত হিৰণ্যকশিপু নিহত হোৱাত তেওঁবিলাকে নাৰায়ণক এৰি শিৱৰ প্ৰতি ঢাল খালে। হয়দাঙৰ প্ৰথম গীতটোতে এই কথা আছে। হয়দাঙৰ দ্বিতীয় গীতত সৃষ্টি ৰহস্য, তৃতীয় গীতত দেৱতাৰ ভিতৰত শিৱ বাইথ আৰু থিবিং ৰজা শ্ৰেষ্ঠ বুলি প্ৰকাশ পাইছে। এই হয়দাং গীতত্তেই আছে যে জামুকৰ খুটাতে সকলো দেৱ-দেৱীৰ স্থান।

হয়দাং গীতত শিৱৰ প্ৰতি প্ৰাৰ্থনা এনে ধৰণৰ : "হে পৰমেশ্বৰ শিৱ, তোমাকেই আদি, নিৰঞ্জন সত্য সনাতন বুলি মানি আহিছো। বিভিন্ন দেৱ-দেৱীক পূজিছো যদিও সকলোৰে মূলতে তুমিয়েই। তুমি আমাৰ ভুল-ভ্ৰান্তি ক্ষমা কৰিবা।"*

* শ্ৰীগগনচন্দ্ৰ সোণোৱালৰ পৰা পোৱা তথ্য।

# ডিমাছাসকলৰ শিৱ পূজা

ডিমাছাসকলৰ ধাৰণাত বাংলা ৰজা আৰু দৈৱিক পক্ষী অৰিখিডিমাৰ ছজন সন্তানৰ ভিতৰত শিৱ নামৰজনেই জ্যেষ্ঠ আৰু তেৱেঁই সৰ্বশ্ৰেষ্ঠ দেৱতা। তেওঁক শিব্ৰাই বুলিও কোৱা হয়। তেওঁৰ স্ত্ৰী হৈছে ৰণচণ্ডী কালী। তেওঁকেই মাতংমা, হেদেমদী আৰু কামাখ্যা বুলিও কোৱা হয়।

ডিমাছাসকলে সকলো শুভকাৰ্য শিব্ৰাইক স্মৰণ কৰি কৰে। ছোৱালী খোজা-বঢ়া কৰা বা বিবাহৰ প্ৰতিটো ক্ষেত্ৰতে শিব্ৰাইৰ নাম লোৱা হয়— "শিব্ৰায়েহে আজিৰ দিনটো দিছে। শিব্ৰাইয়ে দিয়া সুদিনত আপোনাৰ ছোৱালী আজি বোৱাৰী কৰিছো", ইত্যাদি। সন্তান জন্ম হ'লে সন্তানৰ ভবিষ্যতো গণনা কৰা হয় শিব্ৰাইক পূজা দিহে। ডিমাছাসকলে নিজকে শৈৱ বুলি গণ্য কৰে। শিব্ৰাইক প্ৰাৰ্থনা কৰা হয় এনেদৰে : "হে প্ৰভু, তুমিয়েই স্ৰজন কৰিছা, তুমিয়েই পালন কৰিছা, তুমি তুষ্ট হোৱা, আই হেৰেমডী (গোঁসানী)ও তোমাৰ নিৰ্দেশতে আমাৰ প্ৰাৰ্থনাত তুষ্ট হওক। আমাৰ কাতৰ মিনতি শুনা, নৈবেদ্য লোৱা আৰু আমাৰ মঙ্গল কৰা।"

# তিৱাসকলৰ শিঙাল পূজা

শিঙাল পূজা উৎসৱৰ সময় চ'ত মাহ। এই উৎসৱ পালন কৰে বৰ্থা বজাৰ আউতি, মণিপুৰ অঞ্চলৰ তিৱা লোকসকলে। থলুৱা জনজাতীয় অঞ্চলৰ লোকসকলে পালন কৰা কৃষি উৎসৱেই হ'ল শিঙাল পূজা আৰু ছংখং পূজা উৎসৱ। এই দুয়োটা উৎসৱ মণিপুৰত উদ্‌যাপন কৰা হয়। সিন্ধু সভ্যতাৰ লোকসকলৰ উপাস্য দেৱতা শিৱযুক্ত পশুপতিৰ লগত বা মহাদেউ ওৰফে শিঙাল দেৱতাৰ পূজাৰ প্ৰচলন আছে মণিপুৰ অঞ্চলৰ তিৱাসকলৰ মাজত। এই সন্দৰ্ভত ৰায়বাহাদুৰ কনকলাল বৰুৱাদেৱৰ প্ৰবন্ধৰপৰা এটি উদ্ধৃতি লোৱা যাওক ঃ

তিব্বতবৰ্মী বিভিন্ন গোষ্ঠীৰ আগমনৰ আগতে এটা জাতি, উপজাতি, ভাষা আৰু সংস্কৃতিৰ সমন্বয় ঘটিছিল। তৈয়ামত বাস কৰা বড়োসকলে লাহে লাহে তেওঁলোকৰ এটা সংস্কৃতি নিজস্বৰূপে গঢ়ি তুলিছিল। সিন্ধু উপত্যকাৰ বাসিন্দাসকলৰ দৰে তাম্ৰযুগৰ সভ্যতাৰ লোক উত্তৰ বা মধ্যবঙ্গৰ বাসিন্দা ভূমধ্যসাগৰীয় পুৰুষসকলৰ সংস্পৰ্শলৈ যিমানদূৰ সম্ভৱ এওঁলোক আহিছিল। সাংস্কৃতিক সমন্বয়ৰ চিন পোৱা যায় কপিলী উপত্যকাৰ প্ৰাচীন বড়ো ৰজাসকলৰ চৈধ্যজন দেৱতাৰ প্ৰধান বুঢ়াদেৱতাৰ পূজা কৰা প্ৰথাৰ মাজত। এই বুঢ়াদেৱতাৰ, মহেঞ্জোদাৰোৰ চীল মোহৰত থকাৰ দৰে শিং আছিল। মহেঞ্জোদাৰোৰ এই মূৰ্তি শিৱ-পশুপতিৰ আদি সংৰক্ষণ বুলি চাৰজন মাৰ্শ্বেলে দাবী কৰে। বড়োসকল প্ৰথমে ভূমধ্যসাগৰীয় সভ্যতাৰ প্ৰভাৱত পৰে, তাৰ পাছত আলপাইন আৰু শেহত বৈদিক আৰ্যসকলৰদ্বাৰা প্ৰভাৱান্বিত হয়।

কিন্তু ইতিমধ্যেই তেওঁবিলাকে প্ৰাগ ঐতিহাসিক স্তৰ অতিক্ৰম কৰি *আহিছিল। মণিপুৰ অঞ্চলত পালন কৰা শিঙাল পূজা উৎসৱৰ আঁতিগুৰি এনেধৰণৰ ঃ

কাৰ্বি আংলং জিলাৰ আমছ'ৰাই নামৰ ঠাইৰপৰা কিছু দূৰত মৰামুজি নামৰ পাহাৰত বালাকণ্ডৰ, লাংটাকণ্ডৰ আৰু পানীকণ্ডৰ নামেৰে তিনিটা শিলত কটা মূৰ্তি আছে। ইয়াতেই তিনিটা পাহাৰেৰে বেষ্টিত এক বিশাল পুখুৰী আছে।

---

*অসমৰ প্ৰাগ্‌ঐতিহাসিক সংস্কৃতি—প্ৰবন্ধ

ইয়াৰ নাম হ'ল খিন্ মখলং। জয়ন্তা, মৈৰাম আৰু গোভা ৰজাৰ উৎপত্তিৰ স্থল বুলি এই পৃথিৱীক কোৱা হয়। এই ঠাইডোখৰেই কা-মাহাদেউৰ আৱাসস্থল বুলি তিৱাসকলে বিশ্বাস কৰে। তেওঁ সৃষ্টিৰ মানস কৰি তেওঁৰ শৰীৰৰপৰা বালাকন্তৰ নামে এজন দেৱতাৰ সৃষ্টি কৰিলে। জন্মলাভ কৰি বালাকন্তৰ দেৱতাই মূৰে-কপালে হাত দি কি কৰো কি নকৰো ভাবি থাকোতেই দুটা সোণৰঙলীয়া শিং গজি উঠিল। পিছত সংসাৰযাত্ৰাৰ ফলত তেওঁৰ এটি পুত্ৰ জন্ম হ'ল। নাম ৰাখিলে মাথাৰবালি। মাথাৰবালি জেলাৰ জন্মসূত্ৰে দুটা সোণালী শিং মূৰত লৈ আহিছিল। মাথাৰবালিয়ে লোকগঞ্জনাৰ ভয়ত পাগুৰিৰে শিং দুটা ঢাকি ৰাখিছিল। আমছ'ৰাইত কাফাং নামেৰে এজন তিৱা ৰজাই ৰাজ্যশাসন কৰিছিল। কাফাং ৰজাৰ আগাৰবালি নামেৰে এজন শক্তিমন্ত জেলা আছিল। ৰাজ্যৰ অপায়, অমঙ্গল দূৰ কৰিবলৈ কোন দেৱতাৰ পূজা কৰা হ'ব, এই আলোচনাত শিৱজন দেৱতা ওৰফে মাহাদেউ গোঁসাই নিৰ্বাচনত উঠিল। পিছে পূজাৰ আগভাগ লোৱাৰ ক্ষেত্ৰত মাথাৰবালি আৰু আগাৰবালি জেলাৰ মাজত বিতৰ্ক হ'ল। মহাদেউ গোঁসাইৰ বীৰ্যে, বালাকন্তৰ পুত্ৰৰূপে জন্ম লোৱাত মাথাৰবালি জেলাৰ অন্তৰত এটি আত্মম্ভৰী মনোভাবে ঠাই পাইছিল। বালাকন্তৰৰ ঔৰসে জাত হোৱা বাবে মাথাৰবালিয়েই জেলা হ'ব লাগে। কিন্তু প্ৰতিপত্তি আৰু পৰাক্ৰমৰ বাবে আগাৰবালিক জেলা পতা বাবে দুইদলৰ মাজত খকা-খুন্দা আৰম্ভ হ'ল। আগাৰবালিয়ে মাথাৰবালিক দ্বন্দ্বযুদ্ধলৈ আমন্ত্ৰণ জনালে। পৰাক্ৰমী আগাৰবালি জেলাই মাথাৰবালি জেলাৰ সোণালী শিং দুটা উভালি পেলালে। মাথাৰবালি আৰু তেওঁৰ খেলৰ মানুহে কাফাং ৰজাৰ ওচৰত এই ঘটনাৰ গোচৰ দিয়াত আগাৰবালি জেলাই কাৰাবৰণ ভোগ কৰিবলগীয়া হ'ল।

ৰাজ্যখনৰ এখন আওহতীয়া ঠাইত এটি পঁজা সাজি আগাৰবালি জেলাক নজৰবন্দী কৰি ৰখা হ'ল। আগাৰবালি এই বিপদৰপৰা মুক্তি পাবলৈ কিবা উপায় বিচাৰি মাদাৰ ফাঙৰে খুনাখুটা কাটি মহাদেৱ গোঁসাইৰ পূজা কৰিলে। মহাদেৱ গোঁসায়ে সপোনতে আগাৰবালি জেলাক দুপদ বস্তু সাজি ল'বলৈ উপদেশ দিলে। এই দুপদ বস্তুৰেই কাৰ্য সাধিব বুলি পৰামৰ্শ দি অন্তৰ্ধান হ'ল। আগাৰবালিয়ে সাৰ পাই উঠি সপোনটোৰ কথাকে চিন্তা কৰি থাকিল। লগতে সপোনত মহাদেউৱে কৈ যোৱা বস্তু দুপদৰ আকৃতি চকুৰ আগত ভাহিবলৈ ধৰিলে।

"পিছদিনা আবেলি ৰজাৰ বেটী এজনীয়ে কলপাত কাটিবলৈ আহোঁতে তাইৰপৰা ডাঁৰ বাৰিডাল খুজি লৈ গাঁথিৰে সৈতে এপাব বাঁহ কাটি কাঁচিৰ গেজিৰে সৈতে সাতোটা ফুটা কৰিলে। এয়াই হ'ল থোৰাং। ইয়াৰ গাছত এসপ্তাহ জুৰি ধুমুহা-বৰষুণ হ'ল। বৰষুণ এৰাত পুৱাই আগাৰবালি জেলাই ৰজাৰ

কঠীয়াতলীৰ ফালে ওলাই গ'ল। কঠীয়াতলীৰ কাষত ধোন্দে খাই যোৱা এটুকুৰা কাঠ আৰু বাঘে খাই এৰি যোৱা জন্তুৰ ছাল এখন পাই লৈ আহিল। তাৰে কাঠৰ ফুটা বন্ধ কৰি এপদ বস্তু সাজিলে। ইয়াৰ নাম হ'ল খ্ৰাম। খোৱাঙত ফুঁ দিয়াৰ লগে লগে আমছৰাই ৰাজ্যৰ গছ-গছনিসমূহ কঁপিবলৈ ধৰিলে আৰু জৰ্ জৰ কৰে পাতবোৰ সৰি পৰিবলৈ ধৰিলে। ৰজাৰ এই ঘটনাৰ হেতু বিচাৰি আগাৰৱালিৰ ওচৰ পালে। ঘটনাৰ আদ্যোপান্ত জানি আগাৰৱালিক মুক্তি দি বিধিমতে প্ৰধান জেলা পাতিলে আৰু মাহাৰৱালিক সহকাৰী জেলা পাতি বিপদৰ নিষ্পত্তি কৰিলে।

শিঙাল পূজাৰ বাবে কাছ, চৰাই, শাক-পাচলি, ফুল, আৰৈ চাউল, তামোল-পাণ, লাওপানী, পাতেৰে সৈতে বাঁহৰ লেকেচি, এডাল আখিযুক্ত, পাত যুক্ত বাঁহ, লাওপানী খাবলৈ বাঁহৰ চুঙা, ঠাইবিশেষে থোলা, চৰাই ভৰাই ৰখা ম'হৰ শিঙৰ দৰে খাঙৰ প্ৰয়োজন। লৰ, চাংদলৈ, চাংমোজি প্ৰভৃতিয়ে এলাও মদ, লৈ পাহাৰত বিজুলী বাঁহ কাটিবলৈ যায় বাঁহীৰ বাবে। চামাদিত মৃত লৰ' সকলৰ প্ৰতীকৰূপে একোটাইত শিল স্থাপন কৰা হয়। কোনোবা লৰ'ৰ মৃত্যু হ'লে ৰাতিৰ ভিতৰতে নীতি-নিয়ম সহকাৰে বঘৰা পাহাৰৰপৰা মৃতকৰ প্ৰতীকৰূপে শিল এটা আনি আগৰ শিলবোৰৰ লগত স্থাপন কৰা হয়। এই শিলবোৰ গণনা কৰিলেই কিমানজন লৰ'ই প্ৰয়াণ কৰিছে তাৰ হিচাপ পোৱা যায়। শিলবোৰ চামাদিৰ এটা কাষত স্থাপন কৰা হয়।

মূল পূজাৰ আগদিনা গাঁওখনৰ পুৰুষ-মহিলা নিৰ্বিশেষে সকলোৱে উপবাসে থকা নিয়ম। সেইদিনা গাঁৱৰ প্ৰত্যেকটি কুলৰপৰা এগৰাকী পুৰুষ আৰু এগৰাকী মহিলাই এলাওকৈ মদ লৈ পাহাৰত শাক বিচাৰি যায়। পাহাৰৰ পৰা ভেবেলিলতা, মাটিকাদুৰি, আগৰা, ঢেঁকীয়া, মানিমুণি, পাৰ্বতী, শুকলতি গোন্ধোৱা বনৰ আগ প্ৰভৃতি আহৰণ কৰি লৈ আহে আৰু লৰ'ৰ ঘৰত জমা কৰে। পূজাৰ আগদিনা গধূলি এই শাকবোৰ ভজা হয়। লগতে পূজাৰ উদ্দেশ্যে সজা পিঠাৰ লগত খোৱা হয় আৰু উপবাস ভঙ্গ কৰা হয়।

প্ৰত্যেকটো কুলৰেপৰা একোটাকৈ চৰাই শিঙাল পূজাৰ বাবে দিব লাগে। চৰাইবোৰ ভৰাই নিয়া খাংবোৰৰ দুয়ো মূৰে শিঙৰ দৰে সজা হয়। ইয়েই শিঙাল দেৱতাৰ প্ৰতীক। সংশ্লিষ্ট দেৱতাসকলৰ একেশাৰীতে ভাগ-যোগ দিয়া হয়। এই শাৰীটোৰ ঠিক এহাতমান দূৰত্বৰ পিছত কলগছৰ টুকুৰা এটা কাটি পোতা হয়। এই কলগছৰ টুকুৰাটোতে পূবমুৱাকৈ কাছটো ওপৰমুৱাকৈ ৰখা হয় বলি দিবৰ বাবে। পূজাত লাওপানী চলে, মহিলাৰ উপস্থিতি নিষেধ। ৰন্ধনৰ ব্যৱস্থাও পূজাৰ থলিতে কৰা হয়। লৰ'ই প্ৰথমেই সমগ্ৰ দেৱতাৰ স্তুতিমন্ত্ৰ গাই কাছটোক দেৱতাৰ নামত উছৰ্গা কৰে। পাছত চৰাইসমূহ উছৰ্গা কৰি ইয়াৰে পেটুবোৰ

দেৱতাৰ বেদীত দীঘে দীঘে শাৰি দিয়া হয়। শিংযুক্ত খাংবোৰ আগেয়ে পুতি ৰখা বাঁহডালৰ আঁখিসমূহত ওলোমাই থোৱা হয়। এই বাঁহডালৰ গুৰিতে গাঁত খানি দুটা চুঙাত চাউল আৰু পানী সমানে দি সাঁফৰ মাৰি পুতি ৰখা হয়। ৰন্ধন শেষ হ'লে, ৰন্ধা ভাত আজাৱে পুনঃ দেৱতাক আগবঢ়াই মন্ত্ৰ মাতি উছৰ্গা কৰে। এই কাম সমাধা হ'লে বাইজে আহাৰ খায়। আহাৰৰ অন্তত গ্ৰাম আৰু থোৱাং লৈ কৃষিনৃত্য কৰে ডেকবাসকলে আৰু গধূলি হৰলৈ আহি চামাদিত নৃত্য কৰে। পিছদিনা পুৱা চামাদিৰপৰা কোৰ কান্ধত লৈ নৃত্য-গীত গাই লৰ'ৰ এডোখৰ মাটি চহায়। পিছত চামাদিলৈ আহি কৃষি কৰাৰ ভঙ্গীত নৃত্য কৰে। আবেলি সকলোটি লগ হৈ আগদিনাৰ পূজাৰ থলিত উপস্থিত হৈ মাটিত পুতি থোৱা চাউল-পানীৰ চুঙা দুটা লৰ'ই খান্দি উলিয়ায়। চাউল আৰু পানী চপচপীয়া হৈ থাকিলে, প্ৰয়োজনবোধে পানী, চাউলতকৈ পানী কমি গ'লে খৰাং বতৰ আৰু চাউলতকৈ পানী বেছি হ'লে বানপানী হয় বুলি বিশ্বাস। গধূলি চামাদিৰ মিন্দাই থুনাত পূজা কৰি উৎসৱৰ সামৰণি মাৰে।*

*ডিৱাসকলৰ শিঙাল পূজা : মৰিগাঁও জিলাৰ লোক সংস্কৃতি : শ্ৰীমনেশ্বৰ দেউৰী।

# কাৰবিসকলৰ পূজা

কাৰবিসকলৰ অধিষ্ঠাতা দেৱতা "হেমফু" বুলি ধৰা হয়। তেওঁ গৃহ দেৱতা অৰ্থাৎ ঘৰ-জেউতি। তেৰেঁই সকলোকে পালন কৰে। আৰু তেৰেঁই সৰ্বশ্ৰেষ্ঠ দেৱতাস্বৰূপ। তেওঁকেই শিৱৰ প্ৰতিৰূপ বুলি ক'ব পৰা যায়।

পালনৰ দেৱতা হেমফুৰ পূজা কৰাৰ নিয়ম এনেকুৱা : জোনৰ উৰ্দ্ধমুখী গতি চাই শুক্লপক্ষৰ তিথি এটাত বিছ্ বাম্বাই গৃহস্থৰ চোতালত পূজা কৰে। বিছ বাম্বাই নিজৰ দীঘল চুলিৰ খোপাত তুলসীৰ পাত ঠানিবে সৈতে গুজি লৈ, আগলি কলপাত দুখিলা পাৰি পূজাৰ বেদী সজায়। বেদীৰ ওপৰত বাঁহৰ ত্ৰিশূল এডাল পোতা হয়। ত্ৰিশূলৰ কাষতে থোৱা হয় সৰু লাওৰ পাত্ৰ 'হৰবং'। তুলসীৰ ঠানি কলপাতত মেৰিয়াই হৰবঙৰ ঠিলা মৰা হয়। বেদীৰ সোঁমাজতে থোৱা হয় পিতলৰ আঙঠি আৰু ৰূপৰ মুদ্ৰা এটা। থাপনাত এটা কণীও থোৱা হয়। ধুনাবে ধুঁৱলি-কুঁৱলী হৈ থকা বেদীৰ কাষত থোৱা হয় নৈবেদ্যস্বৰূপ ডাক দিয়া ৰঙা কুকুৰা এটিও। মন্ত্ৰ মাতি মাতি বেদীৰ দেৱতালৈ বুলি চাউল, পিঠাগুড়ি, তুলসী আদি অৰ্পণ কৰা হয়। গৃহস্থৰ মঙ্গল কামনা প্ৰাৰ্থনাৰ মন্ত্ৰত ফুটি ওলায়। "হে প্ৰভু, তুমি মহান। তুমি আমাৰ পিতৃ-মাতৃও। সকলো শক্তিৰ গৰাকী তুমিয়েই। আমাক শক্তি দিয়া। এই পৃথিবীৰ, এই আকাশৰ তুমিয়েই সকলোতকৈ ওপৰ দেৱতা, হে গৃহদেৱতা হেমফু, আমাৰ মঙ্গল কামনা কৰি এই কুকুৰা চৰাইটো আগবঢ়াইছো, তুমি এই নৈবেদ্য সাদৰেৰে গ্ৰহণ কৰা।

কুকুৰাটো কাটি তাৰ তেজ বেদীৰ ওপৰত ছটিওৱা হয়। হৰবঙৰ গাতো এই তেজ লগাই দিয়া হয়। ধৰফৰাই থকা কুকুৰাটো বেদীৰ বাহিৰৰ চোতালত থোৱা হয় আৰু মন্ত্ৰ মতা হয়। মন্ত্ৰৰ অৰ্থ এয়ে যে, "হে জোন আৰু বেলিৰ সন্তান, আজি এই পবিত্ৰ তিথিত তোমাক হেমফু দেৱতালৈ উচৰ্গা কৰিছো। তুমি আমাৰ উন্নতিৰ কাৰণে নম্ৰভাৱে দেৱতাৰ চৰণত ঠাই লোৱা। কুকুৰাটো লক্ষ্য কৰি ভৱিষ্যতৰ ফলাফলো কাৰবিৰ জনা-লোকসকলে নিৰ্ণয় কৰে। শেষত থাপনাত থোৱা মুদ্ৰাটোৰ গাত কটাৰীৰে ন-বাৰ শব্দ কৰি কোৱা হয় : "আজিৰ এই পূজাত প্ৰদৰ্শিত সত্যবোধৰ সাক্ষীস্বৰূপে, পবিত্ৰ পূজাত সূৰ্য্যক মাজত লৈ দশোদিশ প্ৰকাশমান হৈ আছে। এই সত্যৰ যেন ব্যতিক্ৰম নঘটে।"

কাৰবিসকলৰ অন্যান্য দেৱ-দেৱীও অজস্ৰ।*

---

*সংগৃহীত।

# কোচ-ৰাজবংশীসকলৰ শিৱ পূজা

কোচসকল মঙ্গোলীয় বড়ো-কছাৰীসকলৰে ঠাল। আৰ্যধৰ্মৰদ্বাৰা দীক্ষিত হোৱাসকলে কোচ নাম লয়। দৰং ৰাজবংশাৱলীৰ সাক্ষ্য এই ক্ষেত্ৰত গ্ৰহণযোগ্য।

শিৱ মহাকালৰ, ধৰ্ম ঠাকুৰৰূপী শিৱৰ, শস্যৰক্ষাকাৰী গোৰখনাথৰূপী শিৱৰ, অতীজতে সিজুগছৰূপী শিৱ পূজক কোচ-ৰাজবংশীসকলৰ শিৱপূজা প্ৰসঙ্গৰ তথ্য এনে ধৰণৰ :

মহাবীৰ চিলাৰায়ৰ নাতি ধৰ্মনাৰায়ণে ঐতিহ্যমণ্ডিত দৰঙৰ শাসনভাৰ লোৱাৰ লগে লগে দৰঙে বিভিন্ন দিশত অগ্ৰগতি লাভ কৰে। দেৱতাৰ ৰম্যভূমিৰূপে গণ্য হোৱা দৰং বিভিন্ন জাতি-জনজাতিৰ বাসভূমি। বিশেষকৈ মংগোলীয় জনগোষ্ঠীৰ বসতিস্থান হিচাপে বৰ্তমানৰ জিলাখন বিখ্যাত। ধৰ্মনাৰায়ণৰ আগতে ভূঞাসকলৰ দখলত থকা দৰংখন মহাৰাজ নৰনাৰায়ণ আৰু চিলাৰায়ৰ সময়তে কোচ ৰাজশক্তিৰ অধীনলৈ আহে। সমগ্ৰ জিলাখনতে কোচ, মেছৰ জনসংখ্যা অধিক। কোচবিহাৰকেন্দ্ৰিক কোচ ৰাজশক্তিৰ অন্তৰ্কলহৰ ফলত এসময়ত এই ভূখণ্ড আহোমৰ অধীনলৈ যায়। শেষত যেনিবা স্বৰ্গদেউ প্ৰতাপ সিংহৰ বদান্যতাৰ গুণত ধৰ্মনাৰায়ণে দৰং দেশ যৌতুকত লাভ কৰা সূত্ৰে দৰঙৰ ৰজা হিচাপে প্ৰতিষ্ঠিত হয় (ইং ১৬৬১ চন)। এই ধৰ্মনাৰায়ণৰ পৰাই দৰঙী কোচ ৰাজফৈদৰ সৃষ্টি হয়।

উদাৰ ধৰ্মনীতি কোচ ৰাজবংশৰ আদৰ্শ আছিল যদিও কোচৰাজ প্ৰতিষ্ঠাতা বিশ্বসিংহৰ দিনৰেপৰা শৈৱধৰ্মই ৰাজধৰ্ম হিচাপে গুৰুত্বপূৰ্ণ লাভ কৰিছিল। তাৎপৰ্যপূৰ্ণভাৱে এই কোচ ৰাজবংশৰ প্ৰতিষ্ঠা লগ্নত শিৱৰ প্ৰসংগ জড়িত হোৱা কাৰ্য মন কৰিবলগীয়া। শিৱৰ বংশোদ্ভৱ বুলি গৌৰৱ কৰা এই কোচ-ৰাজবংশী আদিম পুৰুষ-নাৰী 'মেছ-মেছেনী'ৰ প্ৰসংগও উল্লেখযোগ্য। প্ৰতিষ্ঠা কালৰেপৰা কোচ ৰজাসকলৰ লগতে কোচবংশীয় জনসাধাৰণে শিৱপূজাত গুৰুত্ব দিয়া পৰিলক্ষিত হ'ল।

ৰজা ধৰ্মনাৰায়ণৰ আগতেই পিতৃ ৰঘুদেৱ নাৰায়ণে দৰঙৰ মঙ্গলদৈ মহকুমাৰ সৰাবাৰী মৌজাৰ পাতিদৰং গাৱঁত শিৱমন্দিৰ স্থাপন কৰি গাঁওখন বিভিন্ন সম্প্ৰদায়ৰ লোকেৰে পৰিকল্পিত ৰূপত পাতি দিয়ে। গাঁওখনৰ সোঁমাজত অৰ্ধনাৰীশ্বৰ শিৱমূৰ্তি স্থাপন কৰি যি শিৱমন্দিৰ স্থাপন কৰা হ'ল, তেতিয়াৰে

পৰা ৰাজপৃষ্ঠপোষকতাত এই শিৱমন্দিৰত জেঠ-আহাৰৰ সংক্ৰান্তিত 'জাগাৰ' পূজা আৰু চ'ত-বহাগ মাহত বাসন্তী পূজাৰ উপৰিও জগদ্ধাত্ৰী পূজা চলি আহিছিল। আজি ৰাজপৃষ্ঠপোষকতা নাই যদিও গাঁৱৰ ৰাইজেই এই পূজা পালন কৰি আহিছে।

'জাগাৰ' শব্দটো সংস্কৃত 'জাগৃত' শব্দৰপৰা আহিছে। অৰ্থাৎ শিৱক জাগ্ৰত কৰা। ৫০টা হোম অৰ্ধ-নাৰীশ্বৰ শিৱমূৰ্তিৰ সন্মুখত দিনৰ ভাগতেই পোৰা হয়। ৰাতি কেইবাযোৰা বিয়াহুৰ ওজাই হাতত 'মুদ্ৰা' লৈ শিৱ ভক্তিমূলক গীত পৰিবেশন কৰে। এই গীতবোৰ মালচী বুলি জনাজাত। কিন্তু জাগাৰ পূজাৰ ৰাতি ব্যৱহৃত মালচী গীতবোৰৰ অধিকাংশ সংস্কৃত আৰু অসমীয়া শব্দেৰে মিশ্ৰিত। উদাহৰণ,

অৱ অৱ দণ্ডৱত ভৱ বজ পাৱ
আহে বম্ বম্ ভোলানাথ।

গোটেই জেঠমাহ জুৰি নিশা পুৰুষসকলে বিগ্ৰহৰ সন্মুখত বহি লৈ মালচী গীত কীৰ্তন কৰে। হাতত চাপৰিৰে এযোৰা ভোৰতালৰ সহযোগত এই মালচী গীত কীৰ্তন কৰা হয়। মালচী গীতবোৰৰ মাজেদি শিৱৰ লীলা-মাহাত্ম্য প্ৰকাশ পাইছে।

বাসন্তী পূজাত দুৰ্গা দেৱীৰ বিগ্ৰহ অৰ্ধ-নাৰীশ্বৰ বিগ্ৰহৰ সন্মুখত স্থাপন কৰা হয় যদিও পোনতে এই অৰ্ধ-নাৰীশ্বৰ মূৰ্তিক সেৱা কৰিহে দুৰ্গা দেৱীক সেৱা কৰাৰ নিয়ম।

শিৱৰাত্ৰিত এই মন্দিৰত গাঁৱৰ সমূহ ৰাইজ গোট খাই শিৱ পূজা কৰে আৰু শিৱৰ নিৰ্দিষ্ট প্ৰসাদ গ্ৰহণ কৰে। একেদৰে জগদ্ধাত্ৰী পূজাও এই অৰ্ধ নাৰীশ্বৰ বিগ্ৰহৰ সন্মুখত অনুষ্ঠিত কৰা হয়।

দৰং কোচ ৰজাসকলৰ অধীনত থকা সময়তে বিভিন্ন শিৱমন্দিৰ অথবা বুঢ়া গোঁসাইৰ থানৰ সৃষ্টি হোৱাটো মন কৰিবলগীয়া। প্ৰসংগতঃ উল্লেখযোগ্য, এই বুঢ়া গোঁসাইৰ থান বড়োসকলৰ ব্ৰাগাইহ ব্ৰীগাঁইনী যুগলৰ ৰূপান্তৰ বুলিও ক'ব পাৰি। মঙ্গলবাৰ আৰু শনিবাৰে শুকুলা ঘোঁৰাত উঠি বুঢ়াগোঁসাই মাজনিশা অহা-যোৱা কৰে বুলি লোকবিশ্বাস প্ৰচলিত। হাজৰিকাপাৰা অঞ্চলৰ শ্বেতমদাৰ গাঁৱৰ শালফছুৱা বুঢ়া গোঁসাইৰ থান আৰু মঙ্গলদৈ চহৰৰ সোঁমাজত থকা বুঢ়াগোঁসাই থান অথবা শিৱ মন্দিৰ বিখ্যাত। ভোগৰ নৈবেদ্য আগবঢ়াই ৰাইজে শিৱক পূজা কৰে।

দৰঙৰ চপৰাৰ মহাদেৱ থানখনৰ লগত ব্যাসকলাই নামৰ এগৰাকী ব্ৰাহ্মণৰ নাম জড়িত। মহাদেৱ থানৰ এখেতেই আছিল এগৰাকী পূজাৰী।

কোচ ৰজাসকলৰ দান, দেওধনী অনুষ্ঠানত মেছ-মেছেনীৰ প্ৰসঙ্গই কোচ জাতিৰ ইতিবৃত্তৰ লগত জড়িত শিৱই মেছ হৈ মেছনীৰ লগত বিবাহ হোৱাৰ প্ৰসঙ্গলৈ মনত পেলাই দিয়ে। দেওধনী নৃত্যক সেয়ে মেছ-মেছেনীৰ নৃত্য বুলি কোৱা হয়।

কোচ সম্প্ৰদায় অথবা অন্যান্য সম্প্ৰদায়ে মনসা পূজা বা অন্যান্য দেৱ-দেৱীৰ পূজা পাতিলেও শিৱই সদায় অগ্ৰাধিকাৰ পাবই। বিশেষকৈ সুকনান্নী ওজাপালি পৰিবেশনতো শিৱৰ বন্দনাইহে অগ্ৰাধিকাৰ লাভ কৰে।

উদাহৰণ :

ও নমো নমো শূলপাণি জগতৰ গুৰু
ও নমো নমো ভকত বৎসল কল্পতৰু

ইত্যাদি।

ব্যাস সংগীতৰ গুৰু বন্দনাত পাঁচটি সাংকেতিক বৰ্ণেৰে বেদোক্ত পঞ্চদেৱতাৰ ধ্যানত 'ত' বৰ্ণেতু সদাশিৱৰ প্ৰসংগত উল্লেখযোগ্য।

গৰিষ্ঠ কোচ-সম্প্ৰদায় অধ্যুষিত মাহৰিগাঁৱত অৱস্থিত কল্লেশ্বৰ দেৱালয়। এই দেৱালয় প্ৰাচীন। পাছত দৰঙীসকলে, বিশেষকৈ ৰজা চন্দ্ৰনাৰায়ণে এই দেৱালয়লৈ দেৱোত্তৰ মাটি দান কৰিছিল। দেৱালয় পৰিচালনাৰ বাবে আৰু পূজা নিয়াৰিকৈ সম্পন্ন কৰিবৰ বাবে দৰঙী ৰজাই পূজাৰী ব্ৰাহ্মণ নিয়োগ কৰাত গুৰুত্ব দিছিল।

মুখ্যতঃ তিব্বতবৰ্মী প্ৰজাতিৰ গৰিষ্ঠসংখ্যক লোকৰ বসতিস্থান দৰঙত বুঢ়া গোঁসাইৰ থান অথবা শিৱাইৰ থান পৰিলক্ষিত। বিশেষকৈ দৰঙৰ উত্তৰাঞ্চলত বড়ো-কছাৰী আৰু কোচৰ জনবসতি ঘন। এই অঞ্চলসমূহত অসংখ্য দেৱালয় আছে। অধিকাংশ দেৱালয় শিৱ অথবা শিৱাইৰ লগত জড়িত। নৰনাৰায়ণ চিলাৰায়ৰ দিগ্বিজয়ৰ সময়ত যেতিয়া দৰঙৰ এই উত্তৰ অঞ্চল নৰনাৰায়ণৰ অধীনলৈ যায়, তেতিয়াই নলখাম্ৰাত দেৱালয় প্ৰতিষ্ঠা কৰি নৰনাৰায়ণে ঘোষণা কৰিছিল।

গোঁহাই কমলা আলি মধ্যে সীমা কৰি।
উত্তৰফালে আছে যতেক কছাৰী।।
সেইফালে দেৱালয় আছে যত যত।
কোচে মেচে পূজিবেক মোহোৰ বাক্যত।।
এই নিবন্ধনে সবে ধৰ্ম প্ৰবৰ্ত্তিবে।.....

(দৰঙ্গ ৰাজবংশাৱলী)

ফলত তেতিয়াৰেপৰা কোনো কোনো দেৱালয়ত অব্ৰাহ্মণ দেউৰী-পূজাৰীয়ে পূজা কাৰ্য চলোৱাৰ প্ৰথা হ'ল। মুক্তেশ্বৰী আৰু মুৰাদেওৰ দেৱালয় ইয়াৰ অন্যতম উদাহৰণ। বড়ো-কছাৰীৰ পৰম্পৰাগত পূজা বিধিৰ উপৰিও হিন্দুৰ

বহুতো দেৱ-দেৱীৰ পূজাৰ প্ৰভাৱো পৰিলক্ষিত হয়। শিৱলিঙ্গৰ প্ৰতীকো এই দেৱালয়সমূহত আছে।

দৰঙৰ তাম্ৰেশ্বৰ দেৱালয়ৰ শিৱলিংগ সমতলৰপৰা ছয়ফুট তলত অৱস্থিত। শিৱলিঙ্গৰ বৰণ আকৌ তাম বৰণৰ। দৰঙীৰজা চন্দ্ৰনাৰায়ণে এই দেৱালয়লৈ দেৱোত্তৰ মাটি প্ৰদান কৰিছিল।

দৰঙী ৰজাসকলৰ দিনত এগৰাকী পণ্ডিত, জ্যোতিষী হিচাপে খ্যাত সাগৰখড়িয়ে শিৱলিঙ্গ উপাসনা কৰিছিল। তেখেতৰ জন্মস্থান গোৱালঝাৰত এতিয়াও এই শিৱলিঙ্গ আছে।

মুঠৰ ওপৰত দৰঙত কোচ ৰজা পৃষ্ঠপোষকতাত শিৱই বিশেষ গুৰুত্ব লাভ কৰিলে। দৰঙৰ বিভিন্ন সম্প্ৰদায় বিশেষকৈ কোচ সম্প্ৰদায়ৰ মাজত শিৱই এগৰাকী বিশিষ্ট পূজ্য দেৱতা হিচাপে মুখ্য স্থান লাভ কৰা দিশটো তাৎপৰ্যপূৰ্ণ।*

*এই তথ্য অধ্যাপক ড° পৰমানন্দ ৰাজবংশীৰপৰা পোৱা গ'ল।

# দেউৰী-চুতীয়াসকলৰ মাজত শৈৱ ধৰ্ম

মিচিংসকলৰ আদিম ধৰ্ম বিশ্বাসত শিৱ অথবা শিৱজাতীয় আদিম ধাৰণা অনুপস্থিত। "মিচিঙৰ বৰ্ত্তমান ধৰ্ম্মবিশ্বাস—মিচিং শাক্ত, শৈৱ আৰু বৈষ্ণৱ উপাদানৰ অদ্ভুত সংমিশ্ৰণ বুলিব পাৰি।"*

দেউৰী-চুতীয়াসকল পৰস্পৰ ভ্ৰাতৃস্বৰূপ। তথাপিও এটা কথা কৈ থোৱা ভাল: যে, বহুত বছৰৰ আগতেই দেউৰীসকলে চুতীয়াসকলৰপৰা পৃথক হৈ আহি বেলেগ এক জনগোষ্ঠী হিচাপে নিজৰ পৰিচয় দিয়ে।

দেউৰী-চুতীয়া দুয়ো গোষ্ঠীয়ে শিৱ-পাৰ্বতীক অৰ্চনা কৰে আৰাধ্য দেৱ-দেৱী ৰূপে।

দেউৰীসকলৰ মাজৰ বৰগঞা আৰু টেঙাপনীয়া গোষ্ঠীয়ে পূজা-পাতল দিয়ে থানত। এনে থানকে 'মিদিকু' বুলি দিবঙীয়াসকলে কয়। দিবঙীয়া দেউৰীসকলৰ মাজত শিৱৰ নাম 'কুণ্ডি'। আৰু পাৰ্বতীৰ নাম 'মামা'। গিৰা গিৰাচী বুলিও শিৱ-পাৰ্বতীক কোৱা হয়।

পশু-পক্ষীৰ বলি দেউৰীসকলৰ পূজাৰ প্ৰচলিত নিয়ম। মদ অৱশ্যে পূজাত দিয়া নহয়। পূজাৰ অন্তত ভক্তসকলৰ মাজতহে সুৰাপান চলে। চুতীয়াসকলৰ পুৰোহিত দেউৰীসকলে নিজা ভাষাৰেই মন্ত্ৰ-গীত গাই পূজা-পাতল কৰে। অতি প্ৰাচীন কালৰেপৰা বলিয়া বাবাৰ থান, কেঁচাইখাতী থান আদিতো পূজা-সেৱা আগবঢ়োৱা হয়।

চুতীয়া, দেউৰীসকলৰ মাজত বহুতেই বৈষ্ণৱ হৈছে যদিও প্ৰাচীন প্ৰথাৰে শিৱ-পাৰ্বতীৰ পূজা বৰদেউৰীৰ যোগেদি কৰোৱা নিয়ম চলি আছে। পূজাৰ সময়ত ঢোলৰ ছেৱে ছেৱে নচা দেওধাইৰ গাত এই দুজনা দেৱ-দেৱী লম্ভেও।

*মিচিং ধৰ্মবিশ্বাস আৰু পৰম্পৰা—ইন্দ্ৰেশ্বৰ পেগু—পৃষ্ঠা ৩৪৬—মিচিং সংস্কৃতিৰ আলেখ্য সম্পাদনা: ভৃগুমুনি।

# টাই-আহোমসকলৰ শিৱধাৰণা

অসমলৈ বাৰ-তেৰ শতিকাতে প্ৰব্ৰজন কৰি অসমত স্থায়ীভাৱে বসবাস কৰা আৰু অসমীয়া সংস্কৃতিত অশেষ প্ৰভাৱ পেলোৱা টাই-আহোমসকলৰ শিৱ ধাৰণা কেনে আছিল?

"আমি টাই-আহোমসকলে শিৱক সাধাৰণতে বুঢ়া গোঁসাই বা বুঢ়া-ডাঙৰীয়াৰূপে উপাসনা কৰোঁ। মে-ডাম-মে-ফিৰ বেদীত শিৱ বেদীয়ে স্থান পাব। কি হিন্দু, কি বৌদ্ধ সকলো টাই-আহোমেই মেডাম-মে-ফিৰ বেদীৰ আগত আঁঠু লৈ প্ৰপিতৃ-পিতামহৰ প্ৰতি শ্ৰদ্ধা জনাওঁ।

শিৱক আমি মাতো লাংকুৰী বুলি। লাংকুৰীৰ অৰ্থ শ্মশানশালী, ভয় উদ্রেককাৰী দেৱতা। লাংকুৰীৰ উদ্দেশ্যে মানতান লাংকুৰী টাই-আহোম ভাষাত এনেদৰে গোৱা হয়—

"চাও নুৰা চাও কাও.................................

..................................................................

কন কা ফ'ক ৰং মং তু জু

চাও নুৰা চাও কাউ ঐ।।

অৰ্থাৎ হে ওপৰৰ দেৱতা, এনেদৰে ইয়ালৈ আহাঁ। হে বুঢ়া গোঁসাই ওপৰজনা, হে লাংকুৰি বৃহদাকাৰ, দেৱ-দেৱীৰ সতে আছা। তুমি বৃহৎ জগতখন সৰ্বদ্ৰষ্টা হৈ চাই আছা। পুৰণিকালত ৰাজত্ব কৰিবলৈ কোনো নাছিল। (তুমিয়ে শাসন কৰিছিলা)। তুমি বৃহৎ পৰ্বতৰ দেৱতা। তুমি পৰ্বতৰ সোণ-ৰূপৰ দেৱতা। তুমি ত্ৰিশূলধাৰী। উত্তৰ দিশত বৰফেৰে আবৃত পৰ্বতত তুমি বাস কৰা ইত্যাদি।

এনেদৰে আমাৰ টাই আহোমসকলৰ মাজত শিৱৰ আৰাধনা প্ৰাচীন ধৰ্মমতেই আছিল আৰু আজিও বৰ্তি আছে। যেতিয়া আমাৰ পূৰ্বজসকলে আহি অসমত ভৰি দিছিল, তেতিয়া সেইকালত অসমত বসবাস কৰা জনজাতীয় আৰু আদিম বাসিন্দাসকলৰ মাজত প্ৰধানকৈ শিৱ আৰু দেৱীৰ উপাসনা চলিছিল। গতিকে শাসিতসকলৰ ধৰ্মৰ দ্বাৰা স্বাভাৱিকতে আহোমসকল বিশেষকৈ স্বৰ্গদেউসকল প্ৰভাৱান্বিত হৈ পৰিছিল। স্বৰ্গদেউসকলৰ দ্বাৰা শৈৱ ধৰ্মৰ পৃষ্ঠপোষকতাৰ মূলতে এই বুঢ়া গোঁসাইৰ (বুঢ়া ডাঙৰীয়া) পূজা বুলি ক'ব পাৰি। আহোমসকলৰ মতেও শিৱ পৰ্বতবাসী দেৱতা আৰু দেৱতাসকলৰ মাজত আদি দেৱ। তেওঁ বিশালকায়, ত্ৰিশূলধাৰী আৰু সৰ্বদ্ৰষ্টা। তেওঁ শ্মশানশালীৰ দেৱতা।

অৱশ্যে কা-খ্ৰা (তাও) পূৰ্ণ ব্ৰহ্মত আমি আহোমসকল বিশ্বাসী। শিৱক আমি মহাগোঁসাই বা বুঢ়া ডাঙৰীয়া হিচাপেহে মান কৰো। স্বৰ্গদেউ গদাধৰ সিংহই মাইহ্ৰেমা, চৰাইদেউ, ৰংদে, উমানন্দ আৰু বশিষ্ঠাশ্ৰমত, লাংকুৰি বা বুঢ়া গোঁসাই দল সজাইছিল কিন্তু পিছত সেই কেইটা হিন্দুমতে শিৱদ'ল বুলি স্বীকৃতি দিয়া হ'ল। লাংকুৰি পূজাত আমি চাই আহোমসকলে আইকী গাহৰি এজনী, কুকুৰা তিনিটা, সেই অনুপাতে কল, পিঠা, মদ ফুল, তামোল ইত্যাদি উৎসৰ্গা কৰো। আৰোপৰ ন খাওঁতে ৰকৰ ভিতৰত নাম পতা বা মৃতকৰ উৎসৰ্গা কৰোঁতে ক'কামৰ খুটাৰ ওচৰত পোনপ্ৰথমে লাংকুৰি, তাৰ পাছত জান চাই হং, তাৰ পাছত লাবেং, তাৰ পাছত সৰুগদেও, তাৰ পাছত সৰুৰত্নীক দিব লাগে। লাংকুৰি আৰু জান চাই হুকে একেখন মেহেলাত দিব। লাংকুৰিৰ তিনিভাগ আৰু জান-চাই-হুকৰ দুভাগ মুঠতে পাঁচভাগ দিয়া হয়। সেই অনুপাতে ফুল, তামোল, মদ দিয়া হয়।

স্বৰ্গদেউ প্ৰতাপসিংহই ৰজা হোৱাৰ আগতে শিৱপূজা কৰিছিল। ৰজা হলত মহেশ্বৰ নামে এটি মন্দিৰ সাজি শিৱলিংগটো লগৰপৰা আঁতৰাই থয়। স্বৰ্গদেউ চুকাফাই চৰাইদেওত ৰাজধানী স্থাপন কৰাৰ আগৰেপৰা চৰাইদেও বোধকৰো শিৱ বা শক্তিৰ মন্দিৰ আছিল। বৰাহী ৰজাই চুকাফাক "আমাৰ দেওখান থকা ঠাইতে নগৰ কৰিবলৈ ভাল" বুলি দিয়া উপদেশৰ পৰা এই কথা স্পষ্ট। আদি স্বৰ্গদেউ চুকাফাও আছিল শিৱ উপাসক। চুহংমুং দিহিঙীয়া ৰজা বা স্বৰ্গনাৰায়ণ স্বৰ্গদেৱে দেৱৰ গ্ৰামৰ মহাদেৱ গোঁসাইক বলি বিধানেৰে পূজা কৰিছিল। স্বৰ্গদেউ প্ৰতাপসিংহই ৰজা হোৱাৰ পাছতো হিন্দুমতে শিৱপূজা কৰিছিল। চুছেংফা স্বৰ্গদেৱে নাগশংকৰ মন্দিৰ পুনৰ্নিৰ্মাণ কৰিছিল। প্ৰতাপসিংহৰ পূৰ্বে খোৱা ৰজাৰ দিনত আহোম নিয়মেহে শিৱপূজা অনুষ্ঠিত হৈছিল। প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনৰ পৰাহে শিৱদ'লৰ প্ৰচলন হয়। তেৱেঁই সৰ্বপ্ৰথম শিৱ মন্দিৰ নিৰ্মাণ কৰায়। তেওঁ নেঘেৰীটিঙত শিৱ মন্দিৰ নিৰ্মাণ কৰি দিছিল। প্ৰতাপসিংহই নেঘেৰীটিঙত 'বানলিংগ' প্ৰতিষ্ঠা কৰিছিল। ১৬২৭ খৃঃত তেওঁ দেৰগাঁৱৰ শিৱ মন্দিৰ পুনৰ্নিৰ্মাণ কৰি শিৱৰ পূজা সেৱাৰ বাবে পাঁচশ মানুহ নিয়োগ কৰিছিল আৰু সামগ্ৰী যোগানৰ বাবে হাতী-ঘোঁৰাৰ ব্যৱস্থা কৰিছিল। দেৰগাঁৱৰ বান লিঙ্গৰ প্ৰতি স্বৰ্গদেউসকলৰ অসীম ভক্তি আছিল। নেঘেৰীটিঙৰ বান লিঙ্গৰ নিৰ্মালী গ্ৰহণ নকৰাকৈ স্বৰ্গদেউসকলে কেতিয়াও আহাৰ গ্ৰহণ নকৰিছিল। ৰজাল ফুকনে যাত্ৰাৰ আগমুহূৰ্তত অনেক সভাবেৰে ভক্তি স্তোত্ৰ কৰি স্বৰ্গদেউ প্ৰতাপসিংহই মহেশক পূজা কৰিছিল—এই কথাৰ পৰা স্বৰ্গদেউৰ মহেশ ভক্তি স্পষ্ট হৈ পৰে।

গদাধৰ সিংহ স্বৰ্গদেৱে হিন্দু ধৰ্ম আৰু পৰম্পৰাক পিঠি দিয়া সত্বেও শিৱদ'ল নিৰ্মাণ কৰা আৰু উমানন্দ মন্দিৰ নিৰ্মাণ কৰাৰ কথাই বুঢ়া গোঁহাই বা বুঢ়া গোসাঁইৰ প্ৰতি থকা টাই আহোমৰ পৰম্পৰাগত প্ৰীতিৰ কথাকে বুজাইছে। তদুপৰি স্বৰ্গদেৱে বিশ্বনাথ মন্দিৰ নিৰ্মাণ কৰি তামৰ কলিও প্ৰদান কৰিছিল। ১৬৯০ চনত তেওঁ ১০৮ জন ব্ৰাহ্মণৰ দ্বাৰা বিশ্বনাথত জপ-হোম কৰাইছিল।

স্বৰ্গদেউ ৰুদ্ৰসিংহও শিৱ উপাসক আছিল। তেওঁৰ পুত্ৰ শিৱ-সিংহও আছিল শিৱ উপাসক। তেওঁ প্ৰদান কৰা শাসনপত্ৰত নিজকে "শ্ৰীহৰ গৌৰী পদাৰবিন্দমকৰন্দ সন্দেহ বিলীন মান মধুকৰ।" শ্ৰীহৰগৌৰীৰ পদপদ্মত ভ্ৰমৰ ৰূপে বৰ্ণনা কৰিছে। তেওঁ নীলাচলৰ কামেশ্বৰ শিৱমন্দিৰ, নীলাচলৰ সিদ্ধেশ্বৰ মন্দিৰ, উমানন্দ, সিদ্ধেশ্বৰ দেৱালয়, দেৰগাঁৱৰ শিৱদ'ল, ধাৰেশ্বৰ দেৱালয় আদিত ভূমি আদি দান কৰি শিলালিপি প্ৰদান কৰিছিল। তেওঁ তেজপুৰ অঞ্চলত উমানন্দত পূৰ্বৰ শংকৰ মন্দিৰ আৰু উমামন্দিৰ নিৰ্মাণ কৰিছিল। গোলাঘাটৰ নিগ্ৰমবাত অৱস্থিত বুঢ়ী গোঁসানীৰ থানত শ্ৰীশিৱসিংহ মহাৰজা আৰু শ্ৰীমদাম্বিকা মহিষীয়ে উমা-মহেশ্বৰৰ পূজা উপাসনাৰ ব্যৱস্থা কৰিছিল। ভোমোৰাগুৰি পৰ্বতত ৰুদ্ৰপদ মন্দিৰ প্ৰতিষ্ঠা কৰিছিল। কামৰূপত দেৱদুৱাৰ গ্ৰামত গোপেশ্বৰ শিৱমন্দিৰ স্থাপন কৰিছিল। এইগৰাকী স্বৰ্গদেৱেই সিদ্ধেশ্বৰ শিৱ মন্দিৰ, ভূতেশ্বৰ শিৱমন্দিৰ অগ্নিবাণেশ্বৰ শিৱৰ ক্ষেত্ৰ আৰু ধাৰেশ্বৰ শিৱৰ দেৱালয় নিৰ্মাণ কৰাইছিল আৰু বিল্বেশ্বৰ শিৱমন্দিৰত ভূ-সম্পত্তি দান কৰিছিল।

শিৱসিংহ স্বৰ্গদেৱৰ পাছত তেওঁৰ ভ্ৰাতৃ প্ৰমত্তসিংহই (১৭৪৪-১৭৫১খৃঃ) নিজকে মহেশ্বৰ 'চৰণ চাৰণ' আৰু শ্ৰীগৌৰীশ পদাৰবিন্দম ধূপ ৰূপে পৰিচয় দিছে। উত্তৰ গুৱাহাটীত স্বৰ্গদেউ ৰুদ্ৰসিংহ স্বৰ্গী হোৱা স্থানত শিৱলিংগ স্থাপন কৰি তাৰ ওপৰত এটি মঠ নিৰ্মাণ কৰি দিছিল। গুৱাহাটীৰ শুক্ৰেশ্বৰ দেৱালয়ো এইজন স্বৰ্গদেৱেই নিৰ্মাণ কৰায়।

স্বৰ্গদেউ ৰাজেশ্বৰ সিংহয়ো নিজকে "হৰিচৰণ চাৰণ", "মহেশ্বৰ চৰণ ছায়ানুসৰণ পৰায়ণ", 'হৰ-গৌৰী চৰণ নাথ চন্দ্ৰচকোৰ," "মহেশ্বৰ চৰণ কিংকৰ আৰু ভৱ ভৱানী পদাৰবিন্দম কৰন্দমধুকৰ" বুলি আখ্যা দিছে। শিৱৰ এইজনা পৰম ভক্ত আছিল কাৰণেই বশিষ্ঠাশ্ৰম, চিত্ৰাচল, মণিকৰ্ণেশ্বৰ আৰু নেঘেৰীটিঙত স্বৰ্গদেৱে শিৱমন্দিৰ নিৰ্মাণ কৰিছিল।

পাছৰ লক্ষ্মীনাথ সিংহ স্বৰ্গদেৱ আৰু গৌৰীনাথ [redacted]ৱো শিৱ অনুৰক্ত আছিল আৰু ৰাজ্যত শৈৱধৰ্মৰ পৃষ্ঠপোষকতা [redacted]

---

*ড° বীৰেন্দ্ৰকুমাৰ গোঁহাইদেৱৰ লেখা তথ্য।

# নাথ-যোগী সম্প্ৰদায়ৰ মাজত শৈৱ-সাধনা আৰু উপাসনাৰ আভাস

১.১ প্ৰাচীন ভাৰতীয় ধৰ্মশাস্ত্ৰসমূহত মানৱ জাতিৰ উৎপত্তি আৰু সভ্যতা-সংস্কৃতিৰ আভাস পোৱা যায়। ভাগৱতপুৰাণ, ব্ৰহ্মবৈবৰ্তপুৰাণ আদি গ্ৰন্থত ব্ৰহ্মাৰ ললাটৰপৰা একাদশ ৰুদ্ৰৰ উৎপত্তিৰ কথা জনা যায়। ব্ৰহ্মাৰ ললাটৰপৰা উৎপত্তি হোৱা একাদশগৰাকী ৰুদ্ৰৰ ভিতৰত প্ৰধানজন ৰুদ্ৰ মহান আৰু তেওঁৰ পত্নী কলাৱতীৰপৰা নাথ-যোগীসকলৰ পূৰ্বপুৰুষ বিন্দুনাথ (মতান্তৰে যোগনাথ) জন্ম হোৱা বুলি উল্লেখ আছে। ব্ৰহ্মবৈবৰ্তপুৰাণত যোগধৰ্মপৰায়ণ যোগীসকলক ৰুদ্ৰ বংশজাত বুলি কোৱা হৈছে।[১] প্ৰাচীন কালত উচ্চবৰ্গৰ বাহিৰে আনৰ যোগ চৰ্চাৰ অধিকাৰ নাছিল। ৰামায়ণত অনধিকাৰ যোগচৰ্চাৰ বাবে শম্বুক নামৰ এজন শুদ্ৰক ৰামচন্দ্ৰই শিৰশ্ছেদ কৰিছিল বুলি উল্লেখ আছে।[২] গোৰক্ষ বিজয়[৩] 'গোপীচন্দ্ৰৰ সন্ন্যাস'[৪], ধৰ্মপুৰাণ, প্ৰভৃতি গ্ৰন্থত নাথ-যোগীসকলক অ-যোনিজ বোলা হয়। মানৱ সৃষ্টিৰ সময়ত ব্ৰহ্মাৰ ললাটৰ পৰা ওলোৱা ৰুদ্ৰসকলে দক্ষ-প্ৰজাপতিৰ কন্যাৰ পাণিগ্ৰহণ কৰে আৰু তেওঁলোকৰ পৰা বহুতো শিৱভক্ত পুত্ৰৰ জন্ম হয়।[৫] গোপাল ভট্টৰ 'বল্লাল চৰিতত'[৬] অন্যান্য জাতিৰ লগতে যোগী জাতিৰ উৎপত্তিৰ বৰ্ণনা পোৱা যায়। কলিকতা সংস্কৃত মহাবিদ্যালয়ৰ ভূতপূৰ্ব অধ্যাপক ভৱতচন্দ্ৰ শিৰোমণি ভট্টাচাৰ্য সম্পাদিত 'আগম সংহিতা'ত যোগী জাতিৰ উৎপত্তি, সামাজিক প্ৰতিষ্ঠা আৰু অধ্যৱসায়ৰ উল্লেখ পোৱা যায়।[৭] এওঁলোক শিৱগোত্ৰৰ।[৮] 'চন্দ্ৰাদিত্য পৰমাগম' গ্ৰন্থত সুধন্বা ৰজাৰ পৰম শিৱভক্ত

---

১। ব্ৰহ্মবৈবৰ্তপুৰাণ, ব্ৰহ্মখণ্ড, দশম অধ্যায়।
২। ৰামায়ণ, উত্তৰাকাণ্ড-ভৱভূতিৰ 'উত্তৰৰামচৰিত' নাটক।
৩। গোৰক্ষ বিজয়, পৃষ্ঠা ৬/৭
৪। গোপী চাঁদের সন্ন্যাস, পৃ. ৬, ঢাকা সাহিত্য পৰিষদ।
৫। ব্ৰহ্মবৈবৰ্তপুৰাণ, ব্ৰহ্মখণ্ড, দশম অধ্যায়, পদ - ১৩/১৪
৬। বল্লাল চৰিত, পদ – ৩১-৪৪
৭। এই গ্ৰন্থত কাল্গুণ [illegible] ৰুদ্ৰৰ সৈতে বিন্দুনাথৰ বিবাহ আৰু তাৰপৰা যোগনাথৰ উৎপত্তি কাথা কথা হৈছে এ [illegible] বিন্দুনাথে সমৰ্পিতা।
ত্ৰিদণ্ডী যোগশ্ৰীৰু তত্ৰ [illegible]ৰেৎ।। (আগম সংহিতা)
৮। কাৰ্য্যনাং বহুঃ পুত্ৰ [illegible] সৰ্বদাঃ (ব.ত.-৬৩)

কন্যা সূৰ্য্যৱতীৰ গৰ্ভত শিৱৰ ঔৰসত যোগী জাতিৰ উৎপত্তি বৰ্ণনা কৰা হৈছে।[৯] 'জাতি মুক্তাৰ বিৱৰণ' নামৰ এখন অসমীয়া ভাষাত লেখা পুথিতো যোগী জাতিৰ বৰ্ণনা পোৱা যায়। নাথ-যোগীসকল যোগধৰ্ম, শৈৱধৰ্ম আৰু নাথধৰ্মৰ প্ৰচাৰক। আদি নাথ মহেশ্বৰেই ইয়াৰ প্ৰৱৰ্তক। যোগীসকলে সমগ্ৰ ভাৰতবৰ্ষ জুৰি যোগধৰ্ম প্ৰচাৰ কৰে। আনকি নেপাল, ভুটান, আফগানিস্তান, আৰু দক্ষিণ-পূৱ এছিয়ালৈয়ো যোগধৰ্মৰ প্ৰচাৰ চলিছিল।[১০]

যোগধৰ্ম জগতৰ আদি ধৰ্ম। এই ধৰ্মত চৰাচৰ জগতৰ সৃষ্টি, স্থিতি, লয়ৰ গৰাকী হিচাপে এক পৰমাত্মাক স্বীকাৰ কৰি লোৱা হয়। তেওঁ অনাদি-অনন্ত, সৰ্বব্যাপী।[১১]

যোগ দৰ্শন ভাৰতীয় ষড়দৰ্শনৰ[১২] ভিতৰত বিখ্যাত দৰ্শন। সাংখ্য, বেদান্ত, আদি দৰ্শনো যোগৰ অনুকূল। যোগীসকল অদ্বৈতবাদী, ব্ৰহ্মৰ সৈতে স্বৰূপতা লাভেই এওঁলোকৰ সাধনাৰ চৰম লক্ষ্য।[১৩]

নাথ-যোগীসকলে যোগধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে ভালেমান গ্ৰন্থ ৰচনা কৰিছে। এই সমূহ গ্ৰন্থৰ অন্তৰ্নিহিত তত্ত্ব আৰু দৰ্শনে আজিও জগতবাসীক আধ্যাত্মিক জীৱন সম্পৰ্কে সচেতন কৰি দিয়ে।

শিৱই নাথ-যোগীসকলৰ মূল উপাস্য দেৱতা। বেদৰ ৰুদ্ৰই পুৰাণৰ শিৱ। 'ঋগ্বেদ'[১৪], 'অথৰ্ববেদ'[১৫] শুক্ল যজুৰ্বেদত[১৬] ৰুদ্ৰ দেৱতাৰ উল্লেখ পোৱা যায়। অথৰ্ববেদত যি তন্ত্ৰ-মন্ত্ৰবহুল শৈৱধৰ্মৰ প্ৰাধান্য দেখা যায়, নাথ ধৰ্ম তাৰপৰাই উদ্ভৱ হৈছে।[১৭] সন্ন্যাস গ্ৰহণ আৰু যোগসাধনাৰদ্বাৰা মোক্ষলাভ কৰাই নাথসকলৰ সাধনাৰ চৰম লক্ষ্য। এওঁলোকৰ কুলগুৰু তথা ধৰ্মগুৰুসকল স্মৃতি শাস্ত্ৰকাৰ আৰু গণক-ব্ৰাহ্মণসকলৰ দৰে গাৰ্হস্থ্য ধৰ্মাবলম্বী নহয়।[১৮]

১.২. যোগ পদ্ধতিক মূলতঃ চাৰিটা ভাগত বিভক্ত কৰা হৈছে, মন্ত্ৰযোগ, লয়যোগ, হঠযোগ আৰু ৰাজযোগ। শৈৱযোগীসকল হঠযোগৰ প্ৰৱৰ্তক। আদি

---

৯। চন্দ্ৰাদিত্য পৰমাগম, ২২শ অধ্যায়। (ৰ. চ.- ৬০)
১০। সাহিত্য পৰিষদ পত্ৰিকা, ১৩২৮ (বাংলা), ১ম সংখ্যা, পৃ. ২৪ (খ)
১১। ঋগ্বেদ ১/১৬৪/৪৬
১২। সাংখ্য, পাতঞ্জল (যোগ), ন্যায়, বৈশেষিক, বেদান্ত, মীমাংসা-এই ষড়দৰ্শন।
১৩। সোহহং তত্ত্বমসি, অহংব্ৰহ্মাস্মি—আদিভাব।
১৪। ঋক্ ১০/৮৫/২৮, ২/১/৬, ২/৩৩/১,
১৫। অথৰ্ব, ১৫/১/৭, ২/১৪/৪, ১১/২১,
১৬। ক. শুক্ল যজুৰ্বেদ, ৩০/৫৭, ২৮/৫৬
খ. প্ৰাক্‌বৈদিক কামৰূপ, অসম সাহিত্য সভাৰ মুখ্মী সমিতিৰ সভাপতিৰ অভিভাষণ, তিনিচুকীয়া অধিবেশন, পৃ. ২০
১৭। ময়নামতীৰ গানৰ ভূমিকা, ড° নলিনীকান্ত ভট্টশালী, ঢাকা, সাহিত্য পৰিষদ।
১৮। বৰ্তীয় যোগীসমাজৰ মৰ্মস্থল, প্ৰাণস্পন্দন, ও গতিবিধি, ড° যৌগমায়ৰ ৰবদা।

নাথ মহেন্দ্ৰনাথৰ প্ৰৱৰ্তিত যোগ ধৰ্মই মৎস্যেন্দ্ৰনাথ, গোৰক্ষনাথ আদিৰ যুগত চৰম শীৰ্ষত উপনীত হয়। মহামহোপাধ্যায় গোপীনাথ কবিৰাজে 'গোৰক্ষ সিদ্ধান্ত সংগ্ৰহ'ত গোৰক্ষ নাথক ঈশ্বৰৰ সন্তান বুলি অভিহিত কৰিছে। মৎস্যেন্দ্ৰৰ পদপ্ৰান্তত বাৰ বছৰ ধৰি দীক্ষা গ্ৰহণ কৰি গোৰক্ষনাথ ভাৰতবৰ্ষৰ সৰ্বশ্ৰেষ্ঠ সিদ্ধযোগীৰূপে পৰিগণিত হৈছিল।[১৯] আজিও দক্ষিণ-পূব এছিয়াৰ অনেকমান ঠাইত গোৰক্ষ নাথক মহাসিদ্ধ যোগীৰূপে পূজা কৰা হয়। গোৰক্ষপুৰৰ বিখ্যাত গোৰক্ষমন্দিৰ এইজনা যোগীৰে অক্ষয়কীৰ্তি। এই মন্দিৰ নাথপন্থী লোকসকলৰ বাবে পৰম পবিত্ৰ তীৰ্থস্থান। 'দেৱী পাতান'ত মৎস্যেন্দ্ৰনাথক শিৱ-অৱতাৰ বুলি পূজা কৰা হয়। মৎস্যেন্দ্ৰনাথে পাশুপাত শৈৱৰ বেশ ধাৰণ কৰি নেপালত শৈৱধৰ্ম প্ৰচাৰ কৰে।[২০] গোৰক্ষনাথৰ নামেৰে নেপালত গোৰ্খা জাতিৰ উদ্ভৱ হৈছে। নেপালৰ মুদ্ৰাত গোৰক্ষনাথৰ প্ৰতিমূৰ্তি আছে। ধৰ্মপ্ৰচাৰৰ উদ্দেশ্যে মৎস্যেন্দ্ৰনাথে নেপালৰ 'বাকু'তো শিৱমন্দিৰ নিৰ্মাণ কৰাইছিল।[২১] কাশ্মীৰত গোৰক্ষনাথক শিৱ অৱতাৰ হিচাপে পূজা কৰা হয়।[২২] ইয়াৰ অমৰনাথ ধামত বৰফৰ শিৱলিঙ্গ আছে।[২৩]

অসমতো গোৱালপাৰা জিলাৰ ৰঙামাটিত দুধনাথৰ এটি মন্দিৰ আছে। এই মন্দিৰৰ গুহাত শৈল ভাস্কৰ্যসমূহত নাথ-যোগীসকলৰ মঠ-মন্দিৰৰ কীৰ্তিচিহ্ন দেখিবলৈ পোৱা যায়।[২৪] ব্ৰহ্মপুত্ৰ আৰু মানাহ নদীৰ সংগমস্থলত অনেক যোগী-সন্ন্যাসীয়ে নীৰৱে যোগ সাধনা কৰি সিদ্ধিলাভ কৰিছিল। সেয়ে ঠাইখনিৰ নাম যোগীঘোপা হোৱা বুলি অনুমান কৰা হয়।

নগাঁও জিলাৰ হোজাই যোগীজান ৰেল ষ্টেচনৰ ওচৰত অসংখ্য শিৱলিঙ্গ আৰু যোনিপীঠ আৱিষ্কৃত হৈছে। ৰাজমোহন নাথ ডাঙৰীয়াই অসমৰ নগাঁও জিলাৰ ডবকা, লংকা, যমুনামুখ প্ৰভৃতি কপিলী আৰু যমুনা উপত্যকাৰ প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ পৰ্যবেক্ষণ কৰি এই অঞ্চল প্ৰাচীন ঐতিহ্যৰে গৰিমামণ্ডিত 'কদলী ৰাজ্য' বুলি ঠাৱৰ কৰিছে। গুৱাহাটীৰ কামাখ্যাৰ ওচৰত অৱস্থিত 'সঙ্গ ধাম'ত গম্ভীৰ নাথ আৰু সুন্দৰনাথৰ মূৰ্তি আছে। ৰঙিয়াৰ ৰেল ষ্টেচনৰ ওচৰত বালিকুছিত গোৰক্ষনাথৰ মন্দিৰ আছে। গুৱাহাটীৰ পাণ্ডুত অৱস্থিত পাণ্ডুনাথ মঠ,

---

১৯। পণ্ডিত গুণেন্দ্ৰ নাথ, শৈৱদৰ্শন আৰু সাহিত্যৰ পটভূমি, ১ম খণ্ড পৃ. ৭৪।
২০। প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৭৫।
২১। ক. অধ্যাপক পঞ্চানন মণ্ডল, গোৰক্ষ বিজয়, পৰিচয় দ্ৰষ্টব্য।
খ. ড° মোহন সিং গোৰক্ষনাথ এণ্ড মেডিয়াভেল হিন্দু মিষ্টিচিজম, পৃঃ ৩.
২২। পণ্ডিত গুণেন্দ্ৰ নাথ. প্ৰাগুক্ত গ্ৰন্থ, পৃ. ৭৫
২৩। ড° কল্যাণী মল্লিক, গবেষণা গ্ৰন্থ, পৃ. ১০৩
২৪। যোগেন্দ্ৰনাথ গুপ্ত, প্ৰবাসী, ১৩৩৬ বাংলা, শাওণ, 'শ্ৰীসূৰ্যপাহাৰ আৰু গোৱালপাৰা' শীৰ্ষক প্ৰবন্ধ দ্ৰষ্টব্য।

কাছাৰৰ ভুবন তীৰ্থ, মানিকগঞ্জৰ শিৱ মন্দিৰ আদি নাথ-যোগীসকলৰ দ্বাৰা প্ৰতিষ্ঠিত বুলি প্ৰসিদ্ধি আছে।

শিৱ নাথ-যোগীসকলৰ কুলদেৱতা। তপ-যোগ-ধ্যান আদি অন্তৰঙ্গ সাধনাক নাথসকলে অতি প্ৰাচীন কালৰেপৰাই গুৰুত্ব দি আহিছে। অসমৰ দৰং, নগাঁও, কামৰূপ আৰু কাছাৰত গোড়া নাথপন্থীৰ সংখ্যাও কম নহয়। নাথ-যোগীসকলে নিৰ্বিকাৰ নিৰ্বিকল্প চিন্তেৰে ঈশ্বৰৰ সান্নিধ্যলাভৰ পোষকতা কৰে। নৰদেহ সংযত কৰিবৰ কাৰণে এওঁলোকে কায়াসাধনাৰ ওপৰত অধিক গুৰুত্ব দি আহিছে।

১.৩. শিৱ বৈদিক দেৱতা। ঋগ্বেদ (১০/৫/২৮), অথৰ্ববেদ (১৫/৭) আৰু শুক্ল যজুৰ্বেদত (৩০/৫/৭), (২৮/৫৬) শিৱ দেৱতাৰ উল্লেখ পোৱা যায়। শুক্ল যজুৰ্বেদৰ ৰুদ্ৰাধ্যায়ত ৰুদ্ৰক 'ব্ৰাত্য' আৰু 'ব্ৰাত্যপতি' বুলিছে।[২৫] ঋকবেদৰ এটা সূক্তত ৰুদ্ৰক স্পষ্টভাৱেই 'শিৱ' বুলি উল্লেখ কৰিছে।[২৬] বিশ্বামিত্ৰ মুনিয়ে শিৱক আৰাধনা কৰিয়েই ব্ৰাহ্মণত্ব লাভ কৰা বুলি জনা যায়।[২৭] বায়ুপুৰাণৰ মতে, ভৃগু জন্ম হোৱা মহাদেৱে তেওঁক পুত্ৰৰূপে বৰণ কৰিছিল।[২৮]

শ্বেতাশ্বেতৰ উপনিষদত শিৱক নিৰ্বিকল্প, শান্ত-শুদ্ধ অক্ষৰ বুলি অভিহিত কৰিছে। তেওঁৰপৰাই সমগ্ৰ জগৎ সৃষ্টি হৈছে আৰু তেৱেঁই সকলোৰে মাজত শ্ৰেষ্ঠ।[২৯] নাথ-যোগীসকলৰ মতে শিৱই বেদৰ স্ৰষ্টা আৰু জ্যোতি বক্তা।[৩০]

১.৪. শৈৱতত্ত্বৰ ইতিহাস অনুধাৱন কৰিলে দেখা যায় যে অথৰ্ববেদত[৩১] বহুদেৱতাবাদৰ বিৰোধী প্ৰবল কৃষ্টিসম্পন্ন শিৱ[৩২] উপাসক ব্ৰাত্যজাতিৰ উল্লেখ আছে। ঋকবেদত প্ৰাচীন সিন্ধু উপত্যকাবাসী জাতিসমূহৰ ভিতৰত মৎস্যাসঃ[৩৩] বিষাণিন শিৱাস[৩৪] বৈকৰ্ণ[৩৫] বা কাণকটা আদি পৰাক্ৰমী শৈৱ সম্প্ৰদায়ৰ উল্লেখ পোৱা যায়। শুক্ল যজুৰ্বেদৰ বাজসনেয় সংহিতাত এই ব্ৰাত্যসকলৰ উন্নত

---

২৫। ব্ৰাত্যেভ্যো ব্ৰাত্যপতিভ্যশ্চবো নমো নমঃ।(৬/৫/২৫)
২৬। ঋকবেদ–১০/৯২/৯
২৭। ঋক ৩/৫৭/৭; মহাভাৰত শল্য পৰ্ব, ১৮/১৬
২৮। পুত্ৰত্বে কল্পয়ামাস মহাদেৱ ভতো ভৃগুম্,
(বায়ুপুৰাণ, ৬/৫/৩৯)।
২৯। শ্বেত, ৪/১৮,
৩০। জ্যোতিবক্তাঃ যি প্ৰথমে জ্ঞানৰ জ্যোতি দেখা পাইছে।
৩১। অথৰ্ববেদ, ১৫শ কাণ্ড
৩২। ৰুদ্ৰ শিৱ।
৩৩। ঋক ৭/১৬/৮
৩৪। ঋক ৭/১৮/৭
৩৫। কানফটা।

কৃষ্টি-সংস্কৃতিৰ উল্লেখ আছে। তাণ্ড্যব্ৰাহ্মণ (১৭/১৪), কাত্যায়ন, শ্ৰৌতসূত্ৰ (২২/৪/৩৭), লাট্যায়ন শ্ৰৌতসূত্ৰ (৮/১৬/৮) আৰু অন্যান্য গৃহ্য সূত্ৰতো এই সম্প্ৰদায়সমূহৰ সাহিত্য, দৰ্শন আদিৰ পৰিচয় পোৱা যায়। এওঁলোকে ৰুদ্ৰ শিৱকে সমগ্ৰ বিশ্ব চৰাচৰৰ গৰাকী হিচাপে কল্পনা আৰু উপাসনা কৰে।

শিবাসঃ বৈকৰ্ণ মৎস্য আদি শিৱ উপাসক সম্প্ৰদায়সমূহ 'অবজা' আৰু 'অ-দেৱা' আছিল। এওঁলোকে দীক্ষাৰ অন্তত শিৱৰ চুলিত অৰুণমান শিং ধাৰণ কৰাৰ বিধি আছিল। পৰৱৰ্তী কালত আৱিষ্কৃত মিচৰ, বেবিলন, ইৰাণ, মেছোপটেমিয়া আৰু সিন্ধু উপত্যকাৰ সভ্যতাত এনে নিদৰ্শন পোৱা গৈছে।

১.৫. অথৰ্ববেদ (১৫/৪), শুক্ল যজুৰ্বেদ আদি গ্ৰন্থত উল্লিখিত ব্ৰাত্যজাতিক তাণ্ড্য-ব্ৰাহ্মণকাৰে চাৰিটা ভাগত বিভক্ত কৰিছে। অথৰ্ববেদৰ ব্ৰাত্যকাণ্ডত এওঁলোকক 'পৰম পুৰুষ' বুলিছে। বেদ-মীমাংসাৰ সৰস্বতী মহাৰাজৰ[৩৬] মতে "ব্ৰাত্য বা ইদ্ অগ্ৰ আসীৎ ইঢ়মান এৱ প্ৰজাপতিং সমৈৰয়ৎ। —সৃষ্টিৰ আদিতে ব্ৰাত্যই আছিল, তেৱেঁই প্ৰজাপতিক প্ৰেৰণা দিয়াত প্ৰজাপতিয়ে তেওঁৰ আত্মানিহিত সুবৰ্ণ জ্যোতিৰূপৰা বিশ্বৰ মূল তত্ত্বৰূপে সৃষ্টি কৰিলে তপঃ, সত্য আৰু ব্ৰহ্ম, আৰু ইয়াৰ ফলত এই জগত উদ্ভৱ হ'ল। ইয়াতে এই ব্ৰাত্য আবিৰ্ভাৱ হ'ল—'মহাদেৱ ঈশান এক ব্ৰাত্যৰূপে।' ইন্দ্ৰধনুৱেই তেওঁৰ ধনু, তেওঁৰ কণ্ঠ নীল বৰণীয়া আৰু পিঠি লোহিত বৰ্ণৰ (১৫/১)। ইয়াৰ পাছত এক ব্ৰাত্য চাৰি সূতৰূপে পূবে, দক্ষিণে, পশ্চিমে, উত্তৰে দক্ষিণাবৰ্ত গতিত সিঁচৰতি হৈ পৰিল। বিজ্ঞান হ'ল তেওঁৰ বাস বা আচ্ছাদন, ৰাতিৰ অন্ধকাৰ তেওঁৰ ক'লা চুলি, দিনৰ পোহৰ তেওঁৰ উষ্ণীশ, বজ্ৰ আৰু বিদ্যুৎ কুণ্ডল, নক্ষত্ৰৰ জিকিমিকি তেওঁৰ মণিভূষণ, উষা, ইড়া আৰু বিদ্যুৎ তেওঁৰ নৰ্ম সহচৰী। তেওঁ বানৰ ৰথত বিচৰণ কৰে। মাতাৰিশ্বা আৰু সোম তেওঁৰ বাহন, বতাহ ৰথৰ সাৰথি, ধুমুহা প্ৰত্যুদ বা চাবুক। সাম দেৱতা, সপ্তৰ্ষি যজ্ঞ,যজমান, পশু—সকলো তেওঁৰ অনুচৰ (১৫/২)। ইয়াৰ পাছত তেওঁ দিশে দিশে আবিৰ্ভাৱ হ'ল, কাল বা ঋতু পৰ্যায়ৰূপে (১৫/৩/৪)। ভৱ, শৰ্ব, পশুপতি, উগ্ৰ, ৰুদ্ৰ, মহাদেৱ আৰু ঈশান ধানুকী হৈ যথাক্ৰমে পূবে, দক্ষিণে, পশ্চিমে, উত্তৰে, ধ্ৰুৱত, উৰ্দ্ধত আৰু দিগন্তত তেওঁৰ অনুগামী হ'ল (১৫/৫)। ইয়াৰ পাছত তেওঁ আৱত্ত হ'ল উত্তম দিশে, বৃহৎ দিশে, পৰম দিশে, অনাদৃষ্টি দিশে, অনাবৃত্ত দিশে, দিশে, দিশে, দিগন্তবেদি। পাৰ্থিৱ ভূত, জ্যোতিষ্কমণ্ডলী, বেদজ্ঞান, ইতিহাস, পুৰাণাদি জ্ঞান, যজ্ঞ, কাল আৰু দেৱতাসকল হ'ল তেওঁৰ অনুচৰ (১৫/৬)। ইয়াৰ পাছত তেওঁ সমুদ্ৰৰূপে সকলোবোৰ আবৃত্ত কৰি

পোলাদে।[৩৬] (১৫/৭)। এনে মহান ব্ৰাত্য বা ৰুদ্ৰৰ যোগশক্তিৰেই পৰিচায়ক। এই ব্ৰাত্যক বিজনে জানে তেৱেঁই সিদ্ধ বা বিদ্বান ব্ৰাত্য। অথৰ্ববেদৰ মতে এই ব্ৰাত্য কাৰোবাৰ ঘৰত আলহী হ'লে গৃহস্থৰ পৰম পুণ্যলাভ হয়। তেওঁক গৃহস্থই দেৱতাৰ দৰে পৰিচৰ্যা কৰিবৰ বিধান আছে (১৫/১৪)।

১.৬. ব্ৰাত্যসকলৰ উপাস্য দেৱতা 'এক ব্ৰাত্য' (মহাদেৱ) বা 'ৰুদ্ৰ শিৱ'। আৰ্য আৰু প্ৰাগাৰ্য সংস্কৃতিৰ সংমিশ্ৰণত গঢ় লৈ উঠা[৩৭] শৈৱতত্ত্বৰ প্ৰথম আভাস পোৱা যায় সিন্ধু উপত্যকাৰ মহেঞ্জোদাৰোত আৱিষ্কৃত যোগীমূৰ্তিত। এই মূৰ্তিয়ে প্ৰট শিৱ বা পশুপতিৰ ইংগিত বহন কৰিছে।[৩৮] সিন্ধু উপত্যকাৰ সভ্যতাত বিভিন্ন নৃ-গোষ্ঠীৰ সংমিশ্ৰণ ঘটিলেও ইয়াৰ মূল উৎস দ্ৰাবিড়ী সংস্কৃতি। সেয়ে ৰুদ্ৰ শিৱৰ ভিত্তিও দ্ৰাবিড়ীয় সংস্কৃতি বুলি অনুমান কৰিব পাৰি।[৩৯]

ব্ৰাত্যসকল জ্ঞানবাদী আৰু সাংখ্যধাৰাৰ বাহক। "প্ৰাচীন যুগৰ তীৰ্থংকৰ আৰু বৌদ্ধৰ পৰা আৰম্ভ কৰি মধ্যযুগৰ নাথ আৰু আধুনিক যুগৰ আউল-বাউল পৰ্যন্ত সকলোবোৰেই প্ৰাচীন ব্ৰাত্যৰ দলত পৰে।[৪০] শুক্ল যজুৰ্বেদীয় বাজসনেয় সংহিতাত ব্ৰাত্যসকলক দুটা ভাগত বিভক্ত কৰা হৈছে : পুংশ্চলী আৰু কীতবক্লীৱ। এওঁলোক ব্ৰত আৰু যোগ আচৰণকাৰী ব্ৰতীয় বা ব্ৰাত্য। পুংশ্চলীসকল নৃত্য আৰু গন্ধৰ্ববিদ্যাত পাৰদৰ্শী। কীতবক্লীৱসকলে স্ত্ৰী-সঙ্গ নকৰে আৰু অলৌকিক যোগশক্তিৰ সহায়েৰে উদাসীন জীৱন-যাপন কৰে। এওঁলোক মুনিপন্থী, আজন্ম ব্ৰহ্মচাৰী আৰু ব্ৰহ্মজ্ঞ আছিল। এওঁলোকৰপৰাই নাথ-যোগী সম্প্ৰদায়ৰ সৃষ্টি হোৱা বুলি পণ্ডিতসকলে অনুমান কৰে।*

---

৩৬। বেদ মীমাংসা, পৃ. ৭৮।

৩৭। Siva may be local form of Rudra, arisen under the influence of Peculier Climatic relation in the district from which he made this way into Hindustan proper.--H. Bhattacharyya. The Foundation of living Faith, Vol. I.P. 223.

৩৮। যোগী মূৰ্তিটোৰ চাৰিওকালে চাৰিটা জন্তুৰ প্ৰতিমূৰ্তি দেখা যায়। সেয়ে মূৰ্তিটো পশুপতি শিৱৰ বুলি অনুমান কৰা হৈছে।

৩৯। "............Siva was originally the God of the ancient dewellers of Indian who now go by the name of Dravidians and who were by no means less civilized than the Aryans who came to settle in this land. There was considerable divergence of ideals of the two nations but when the fashion of the two was effected by the genious of the people, Siva was accepted as one of the frinity of the Aryan Athreology".

৪০। বেদ-মীমাংসা, পৃঃ ৮০

*অধ্যাপক শ্ৰীপ্ৰফুল্ল কুমাৰ নাথৰ পৰা এই প্ৰবন্ধৰ তথ্য লোৱা হ'ল

# শিৱৰ গাজন প্ৰসঙ্গ

বঙ্গদেশৰ মঙ্গলকাব্যবোৰৰপৰা জনা যায় যে শিৱপূজা কোচ, ডোম, বাগ্‌দী আদি জাতিৰ মাজত প্ৰচলিত আৰু জনপ্ৰিয় হৈছিল আৰু আৰ্য্যভিন্ন জাতিসমূহে শিৱক নিজৰ উপাস্য দেৱতাৰূপে গ্ৰহণ কৰিছিল আৰু নানান বিধ লৌকিক উপাখ্যানো গঢ়ি তুলিছিল। এই প্ৰসঙ্গত ড° অসিত কুমাৰ বন্দোপাধ্যায়ে মন্তব্য কৰিছে—"বাঙালীৰ লোক জীৱনত বৃষধ্বজ শিৱৰ প্ৰমথেশ ৰূপতকৈ ভাং ধতুৰা সেৱন কৰা, পৰস্ত্ৰী লোলুপ কৃষক শিৱই অধিক প্ৰাধান্য লাভ কৰিছিল।" —যাক কোনো কোনোৱে অষ্ট্ৰিক সংস্কৃতিজাত কৃষি দেৱতাৰ প্ৰতীক বুলিও ভাবে। পাছত আৰ্য আৰু আৰ্যভিন্ন সংস্কৃতিৰ সমন্বয়ৰ সময়ত পৌৰাণিক মহেশ্বৰ আৰু কোচ ৰমণীৰ ৰূপমুগ্ধ বৃদ্ধ শিৱ এক হৈ পৰিল।*১

শিৱপূজাৰ লগত 'গাজন' নামৰ এটি উৎসৱ সংশ্লিষ্ট হৈ পৰিল। প্ৰথমে গাজন আছিল ধৰ্ম ঠাকুৰৰ উৎসৱ। পাছত শিৱৰ লগতো সেয়া যুক্ত হ'ল। ধৰ্ম ঠাকুৰক লৈও বহুতো প্ৰশ্ন। বহুতো পণ্ডিতে ধৰ্ম ঠাকুৰক সূৰ্যৰে প্ৰতীক বুলিও ভাবে। ধৰ্ম ঠাকুৰ ৰাঢ় দেশৰো গ্ৰাম্য দেৱতা। তেওঁৰ এটি উৎসৱ হৈছে গাজন। পাছলৈ আৰ্য পুৰোহিতসকলে এই উৎসৱক শৈৱ উৎসৱলৈ পৰিণত কৰিছে। শিৱও যিহেতু এজন প্ৰধান গ্ৰাম্যদেৱতা, ধৰ্মৰ গাজন শিৱৰ গাজনলৈ পৰিৱৰ্তিত হৈছে।*২

গাজনৰ লগত সংশ্লিষ্ট চড়ক উৎসৱ বৰ্ষশেষত অনুষ্ঠিত হয়। চড়ত যি ঘূৰণীয়াকৈ ঘূৰা হয় সেই আচাৰ সূৰ্য উপাসনাৰ আচাৰৰেই প্ৰতীক।

"সামাজিক জনতত্ত্বের দৃষ্টিতে ধৰ্মও চড়ক পূজা দুই-ই আদিম কৌম সমাজের ভূতবাদ ও পুনৰ্জন্মবাদ বিশ্বাসের উপর প্ৰতিষ্ঠিত, প্ৰত্যেক কোৰ্মের মৃত ব্যক্তিদের পুনৰ্জন্মের কামনাতেই এই দুই পূজায় বাৎসরিক অনুষ্ঠান। তাহা ছাড়া, বান-ফোঁড়া এবং দৈহিক যন্ত্রণা গ্ৰহণ বা ৰক্তপাত উদ্দেশ্যে যে সব অনুষ্ঠান চড়ক পূজার সঙ্গে জড়িত, তাহার মূলে সুপ্ৰাচীন কৌম সমাজেড় নরবলি প্ৰথার স্মৃতি বিদ্যমান, এ সম্বন্ধেও সন্দেহের অবকাশ কম।"৩

শিবের কোচ-ডোম সংস্পৰ্শ গাজন উৎসব ও চড়ক উৎসব আদি অষ্ট্ৰিক কৌম সম্পৰ্কজাত হতে পারে, কিন্তু শিব চরিত্রের বিচিত্র বিরুদ্ধ গুণাবলী যে

*১। বাংলা সাহিত্যৰ ইতিবৃত্ত— ৩য় খণ্ড—পৃ. ৮৮।
*২। পশ্চিমবঙ্গেৰ সংস্কৃতি—বিনয় ঘোষ-পৃ. ৪১।
*৩। বাঙালীর ইতিহাস—ড° নীহার রঞ্জন রায়, পৃ. ৫৮৩।

বৈদিক রুদ্র শিবের ক্রম-বিবর্তনের ইতিহাস, তাতে সন্দেহ নেই। রুদ্র-শিবের উপাসনা এত (ব্যাপক)ও জনপ্রিয় হয়েছিল যে আর্যেতর জাতিরাও শিবকে তাঁদের উপাস্যরূপে গ্রহণ করেছিলেন,—হয়ত বা এই সমস্ত জাতির শিথিল সমাজ বন্ধন শিব-শিবানীর চরিত্রে ছাপও ফেলেছে। নারদ পঞ্চরাত্রে ছদ্মবেশী শিবের শাঁখার মূল্য দিতে গৌরী কিরাতিনী বেশ ধারণ করেছিলেন—

কিরাতবেশমাস্থায় সখিভিঃ পরিবারিতা।
জগাম যত্র দেবেশঃ সন্ধ্যাং চক্রে মহেশ্বর।।*৪

—শিবানী সখীবেষ্টিতা হয়ে কিরাতবেশ ধারণ করে যেখানে দেব দেব মহেশ্বর সন্ধ্যা করছিলেন, সেখানে গেলেন।

চণ্ডালীর সঙ্গমে শিবও চণ্ডাল হয়েছিলেন। মহাভারতেও অর্জুনের পাশুপাত অস্ত্রলাভের পূর্বে শিব কিরাত বেশে অর্জুনের সঙ্গে যুদ্ধে রত হয়েছিলেন। শিব সাগর সঙ্গমে বহু সংস্কৃতির স্রোতোধারা সম্মিলিত হয়ে এক হয়ে গেছে এমন সন্দেহ অমূলক নয়। বর্ষশেষে চড়কে ঘোরা অবশ্যই সূর্যের বর্ষ পরিক্রমার প্রতীক।

---

*৪। নারদ পঞ্চরাত্র— ১২ অধ্যায়।

# শিৱৰ ব্ৰতকথা

বাৰানসী নামেৰে সৰ্বগুণযুক্ত এখনি নগৰী আছিল। সেই নগৰীতে কদাকাৰ চেহেৰাৰ এটি প্ৰাণীহিংসুক ব্যাধেও বাস কৰিছিল। ব্যাধৰ চকু আছিল ৰক্তবৰ্ণৰ, চুলিও অম বৰণীয়া। ৰং ক'লা আৰু দেখাত তেনেই শৰ্বকায়। ব্যাধৰ ঘৰখন আছিল প্ৰাণী বধ কৰা বিবিধ অস্ত্ৰেৰে পূৰ্ণ।

এদিন ব্যাধে অৰণ্যত বহুত পশু বধ কৰি মাংসভাৰ কঢ়িয়াই আনোতে আনোতে অতি ক্লান্ত, শ্ৰান্ত হৈ পৰাত বিশ্ৰাম ল'বলৈ এজোপা গছৰ গুৰিত বহোঁতেই গছৰ বা লগাত তাতে নিদ্ৰা গ'ল। নিদ্ৰা হ'লত সাৰ পাই দেখে যে চাৰিওপিনে নিজম, ঘিটমিটিয়া অন্ধকাৰ। এই অন্ধকাৰত ঘৰলৈ বাট বুলিবলৈ উপায় নেপাই হাতেৰে খেপিয়াই খেপিয়াই বেলগছ এজোপাতে মাংসৰ ভাৰখন বান্ধি থৈ, ৰাতিৰ প্ৰহৰত, ডাঙৰ জন্তুৰ ভয়ত গছৰ গুৰিত নাথাকি বেলগছ জোপাৰ ওপৰতে উঠি থাকিল।

দৈৱক্ৰমে সেই বেলগছজোপাৰ গুৰিতে এটি শিৱলিঙ্গ আছিল। সেই ৰাত্ৰিও আছিল শিৱ চতুৰ্দশীৰ ৰাত্ৰি। গোটেই দিন একো আহাৰ নোখোৱাকৈ থকা ব্যাধৰ দেহা ভোকত, জাৰত কঁপি আছিল। ৰাতি ব্যাধৰ গাৰ কঁপনিত গছজোপাও কঁপি উঠিল আৰু গছৰ পাতত থকা নিয়ৰৰ পানী অকণ শিৱলিঙ্গৰ ওপৰত পৰিল আৰু দৈৱক্ৰমে বেলপাত এটিও সৰি পৰিল। তিথিৰ মাহাত্ম্যৰ কাৰণেই হয়তো সেই নিয়ৰৰ পানী আৰু বেলপাতখিলা পায়েই শিৱৰ পৰম সন্তোষ হ'ল আৰু ব্যাধ তিথিৰ মহাফলপ্ৰাপ্ত হ'ল। ব্যাধে অৱশ্যে একো নাজানিলে। পিছদিনা পুৱা ব্যাধ নিজ ঘৰলৈ গ'ল। কিছুকালৰ পাছত ব্যাধৰ আয়ু শেষ হলত যমদূতে ব্যাধক নিবলৈ অহাত দয়াময় শিৱই তেওঁৰ লোক পঠাই যমদূতক বাধা প্ৰদান কৰিলে। দুই দলৰ মাজত দুৰ্যোৰ সংঘৰ্ষ হ'ল আৰু শিৱদূতে ব্যাধ, যমদূত, যমৰাজক আনি শিৱৰ নগৰী পোৱালেহি। ব্যাধৰ ওবে জীৱনৰ কুকৰ্মৰ কথা যমৰ ফালৰপৰা নন্দীক কোৱাত, নন্দীয়ে শিৱৰাত্ৰিৰ দিনা শিৱৰ কৰুণাপ্ৰাপ্ত হোৱাৰ কথা যমক কোৱাত যম বিস্মিত হৈ শিৱবন্দনা কৰি আঁতৰি গ'ল।

এই আখ্যান শিৱই নিজমুখে পাৰ্বতীৰ আগত কৈছিল। পাৰ্বতীয়ে অন্যান্য বন্ধু-বান্ধৱীক কৈছিল। তেওঁবিলাকেই স্বৰ্গ-মৰ্ত্যধামৰ সকলোতে এই ব্ৰত কথা

প্ৰকাশ কৰিছিল। ইহলোকত বাঞ্ছা কল্পতৰু সদাশিৱতকৈ কোনো পূজনীয় নাই, শিৱৰাত্ৰি ব্ৰতৰ সমান ব্ৰত নাই, অশ্বমেধ যজ্ঞৰ সমান যজ্ঞ নাই, গঙ্গাতকৈ ডাঙৰ তীৰ্থ নাই।

# শিৱৰ নাম

হৰ হে ত্ৰাহি ত্ৰিনয়ন
    সম্ভু শূলধৰ মদন মোহন ৰূপ কি
        হৰ হে ত্ৰাহি ত্ৰিনয়ন

হৰহে নমো, গঙ্গাধৰ চৰণে কমল
    ৰৈ আছে হৃদয়ৰ মাজে কি হৰহে ত্ৰাহি ত্ৰিনয়ন।

হৰহে কৈলাসৰে হৰে ঘুৰে ঘৰে ঘৰে
    লগতে পাৰ্ব্বতীক লৈয়া কি হৰহে ত্ৰাহি ত্ৰিনয়ন।

হৰহে নমো দোৱাওঁ মাথ কৈলাসৰে নাথ
চৰণে কৰো প্ৰাণম কি হৰহে
        ত্ৰাহি ত্ৰিনয়ন।
হৰকে দেখিতে ভাল, কপালতে চন্দ্ৰকলা
    গলে শোভে বাসুকীৰ মালা........

পৰিধান বাঘৰ ছাল, তিনি গুটি নেত্ৰভাল
    চন্দ্ৰ সূৰ্য্য অগনিৰ জ্বালা।
শিৱ চতুৰ্দ্দশীৰ দিনা বেলৰ গছ আবাজিলা
    বম্ বম্ বম্ ভোলানাথ।
বিদায় দিয়া মহাদেৱে যাম আমি পিতৃৰ ঘৰে
    মাৰে ৰন্ধা অন্ন গৈয়া খামে।
কাৰ্ত্তিক গণপতি, লগত লৈ পাৰ্ব্বতী
    ধীৰে ধীৰে চলিবাত্ত সৰে।
সদাশিৱৰ বেলৰ পত্ৰ পাৰ্ব্বতীৰ প্ৰাণ
    তাহাতে সদায় তুষ্ট প্ৰভু ভগবান।
জয় কৰা মহাদেৱে আপদ কৰা দূৰ
    বিঘ্নি গুচাই শান্ত কৰা

পঞ্চানন ঠাকুৰ।

জগত জ্যোতি উমাৰ পতি পঞ্চম' বদন
দণ্ডৱতে প্ৰণামোহো শিব ত্ৰিলোচন।।
নাৰদে বোলয় জানা পাৰ্ব্বতী
তোমাত কিছু কাৰ্য্য নাই।।
অতি হাবিয়াসে গঙ্গাক বিয়া কৰাই
জণ্টাতে থৈছে লুকাই।।
জণ্টা মেলি দিয়া চাওঁ ভোলানাথে,
জণ্টা মেলি দিয়া চাওঁ।।
জণ্টাৰে ভিতৰত আছে গঙ্গাদেৱী
আমি দৰশনে পাওঁ।।
জণ্টাতে আসন, জণ্টাতে বসনে
থাকা জণ্টাপাৰি শুই।।
গঙ্গা ভাগীৰথী ভাৱন চুৰি কৰি
জণ্টাতে লগালে জুই।।
সেইহে কাৰণে আছি গঙ্গাদেৱী
জণ্টাতে লুবিলে খৰি।।
জণ্টাৰ খৰিৰে অন্ন সিজাই খালে
শৰীৰ পবিত্ৰ কৰি।।
উত্তৰে গঙ্গা মাও, দক্ষিণে যমুনা
মাজে সৰস্বতী বয়।
হিমে হিমে কৰি অমৃত বৰষিছে
যাওঁকোন সৈতে মই।।
গয়াতে গঙ্গা মাও, কাশীতে বিশ্বেশ্বৰ
ওৰেষাত জগন্নাথ দেৱ।।
বলোভদ্ৰ কৃষ্ণ, সুভগা ভগীনি
তিনিওকো জনাইছো সেৱ।।

(১)

হৰ হৰ সদাশিৱ ডম্বৰু বজাই
নাচিব লাগিছে শিৱে তাণ্ডৱ লাডুখাই।।
সৰ্ব্বদেহে শোভা কৰে সৰ্পৰ মালাই
বাঘৰ ছাল বিনে প্ৰভুৰ আন বস্ত্ৰ নাই।।

সঙ্গে নাচে নন্দীভৃঙ্গী কৈলাসকে যাই
দেৱগণে হাসে সৱে পাৰ্ব্বতীক চাই।।
হৰ শিৱ, হৰ শিৱ মাথে জটাধাৰী
মজি যাওক মন প্ৰভু চৰণে তোহাৰি।।

(২)

অ শিৱ শঙ্কৰ শিৰে জটাধৰ গঙ্গাৰ বসতি তাতে
কণ্ঠে হলাহল, কঁকালে বাঘৰ ছাল
ভস্ম সানে সৰ্ব্বগাৱে।।
ভাঙকে খাইলো, ধতুৰা খাইলো
নমৰিলো বিষৰ জালে
জগতৰ হেতু গৰল খাইলো সমুদ্ৰ মন্থন কালে।।
কাৰ্ত্তিক গণপতি দুগোটি তনয় ভোকে কলমল কৰে
বাতিৰ সাজক লাগি আনাগে পাৰ্ব্বতী ধাৰে
উদ্ধাৰে কৰি।।

(৩)

শিৱৰ বিয়া—

ভঙুৱা গোঁসাইৰে বিয়া
সঙ্গে দেৱগণ লৈয়া
যাব প্ৰভু মেনকাৰ ঘৰে
জগতৰে নাথ শিৱ মাথাই জটাধাৰী
কান্ধে লৈয়া ভাঙৰ জুলি ভাং খুন্দামাৰি
শিৱৰ গাৱে ভস্ম ধূলি পেটটো ডাঙৰ ডুলি
দেখি দেশৰ তিৰীছলি হাসে খলখলি।।
মহাৰঙ্গে পাইলা গৈয়া মেনকাৰ ঘৰ
বৰ বৰিবা আসি শাহুই বিলাপিলাবৰ।।
লাজে-অপমানে শাহুই চেতনা হৰাইলা
দীঘল ওৰণী লৈয়া জোঁৱাইক বৰি নিলা।।

(৪)

সতীৰ প্ৰতিবাদ

নকৰা নকৰা পিতা নকৰিবা শোক
অ' পিতা নুশুনাবা শিৱনিন্দা মোক।।

ভঙুৱা নঙঠা শিৱ অ' টোকোনা পুৰুষ
ভূত-প্ৰেতৰ সঙ্গী বুলি নুশুনাবা মোক।।
পিতা নকৰিবা শোক।।
সতী সাধ্বী পতিব্ৰতা স্বামী পৰাক্ৰমী
পতি নিন্দা নুশুনাবা শিৱ মোৰ স্বামী।।

(৫)

বম্ বম্ ভোলানাথ তুমি অনাথৰ নাথ
তুমি জগতৰে পতি
হাতে শূল মাথাই জঁটা, গাৱে ভস্ম ধূলি
সৰ্পৰ মালা গলে আছে কান্ধে ভিক্ষাৰ জুলি।।
কেহোঁ বোলে বুঢ়া গোঁসাই ডম্বৰু বজোৱা
কেহোঁ বোলে বুঢ়া আতা গঙ্গাজল দেখুওৱা।।
কেহোঁ বোলে বুঢ়া আতা বাঘৰ ছাল পিন্ধিলা
কেহোঁ বোলে ভাঙৰ চিলিম কৈলাসত এৰিলা।।
কেহোঁ দিলা চাউল মুঠি কেহোঁ দিলা গালি
লাজে অপমানে গৈলা কৈলাসক চলি।।

(৬)

অ বাবা বোমভোলা, বোমভোলা, বোমভোলা
দিনে ৰাতি খাই ফুৰা ভাঙনে ধতুৰা।
ছাল নাই ঘৰত তোৰ খাবৰ নাই ভাত
ঘুমাবৰ শয্যা নাই বস্তা নাই গাত।।
মৃতকৰ চিতাৰ ভস্ম সানা সৰ্ব্ব গাৱে
মস্তকৰ ওপৰে তোৰ সৰ্পে ফোঁপাৱে।।
ঘৰৰ সম্পত্তি বুলি বুঢ়া গৰু এটা
পানী খাবলৈ বুলি থাকে লাও লোটা।।
পিন্ধনতো বাঘৰ ছাল ঠায়ে ঠায়ে ছিৰা
দিনে ৰাতি খাই ফুৰা ভাং নে ধতুৰা।।

(৭)

শিৱ-পাৰ্ব্বতীৰ বিয়াৰ পিছত মেনকাৰ খেদ
কান্দে মেনকাই মোৰ বাছা ঘৰে যে নাই
সদাশিৱ ভঙুৱাই নিলে মোৰ জীয়ৰীক
মোৰ বাছা ঘৰে নাই।।

স.ৰ্প হাৰ, সৰ্পে বান্ধ্যা আঁচু, সৰ্পে মেৰাই গাৱে
হাতে খটা, মাথাই জটা ত্ৰিশূল ডম্বৰু বজাৱে।।
মোৰ পাৰ্ব্বতী আনকৰা ধন
ঘুমটিত নাপাই সাৰি
যেতিয়া ধৰিব ভাং খুন্দা মাৰি খাতনাত যাব যে মৰি।।
পিন্ধিবলৈ নাই বস্ত্ৰ পিন্ধে বাঘৰ ছাল
শ্মশানে শ্মশানে ফুৰে।
ইফালে টানিলে সিফালে
ছুটি হয় সৰ্ব্বলোকে যে হাঁহে।।

(৮)

দক্ষযজ্ঞত সতীৰ শোক
কান্দে সতী সভাৰ ভিতৰে
হাঁয়, নিদাৰুণ বিধি কি কৰিলা মোৰে।
মোৰ পিতৃ দক্ষৰজা যজ্ঞক পাতিলা
শিৱ বিনে আন দেৱ সবাকে মাতিলা
নাৰদৰ মুখে শুনি যজ্ঞৰ বাতৰি
যজ্ঞ দেখিবাক হয় হৃদয় কাতৰি (কাতৰ)
নিমিলিল ভাল ফল জানি ঠিক কৰি
আমাকে যাইতে বাধা দেৱ ত্ৰিপুৰাৰি
নুশুনি প্ৰভুৰ বাধা হৃদয় উল্লাসে
পিতৃ ভৱনে আইলো মনৰ হৰিষে
দেখিয়া আমাক বাপে সভাৰ ভিতৰে
স্বামীক নিন্দিয়া গালি পাৰে বাৰে বাৰে
লাজে অপমানে দেহা কঁপে থৰথৰে
কোনো নাৰী পতি-নিন্দা সহিব নোৱাৰে।

(৯)

ডুব্ ডুব্ ডুব্ ডুব্ ডুব্ ডুব্
বাজে ডম্বৰু
নাচে সদাশিৱ কল্পতৰু।।
উদয় কলাঙ্ক লৈলা মাথাত তুলিয়া
ব্ৰহ্মাণ্ড সৰ্পক লৈলা উত্তৰী কৰিয়া

কালসৰ্পক লৈলা কৰি কাণৰ কুণ্ডল
গোজালা সৰ্পক লৈলা কৰি কেয়ূৰ
দুই বাহুত লৈলা বান্ধি দুমুখা (?) কৌটিক
মাড়লীবোৰক কৰি লৈলা হাতৰ আঙঠি
কড়াল গোমক লৈলা কঁকালে বান্ধিয়া
ঢোৰা পেটুৰাক লৈলা নুপুৰ কৰিয়া
আন সৰ্পক লৈলা হৃদয়ৰ মাজে
কটিত বাঘৰ ছাল গাৱে ভস্ম সাজে।।

(১০)

অ আই, কেনে বিয়া দিলা বাপে
মৰিলো মৰিলো সমূলে মৰিলো
জটিয়া অঘোৰৰ তাপে।।
আজি ঘৰে খাবৰ নাই চাউল এমুঠি
পৰেৰ ঘৰতে আশা।
থাকিবাৰ নাই ঘৰ, নাবাচ্ছে শঙ্কৰে
শ্মশান থলীতে বাহা
অন্যৰ ছৱালে পিঠা-পনা লাড়ু
পদূলি ওলায়ে খায়
কাৰ্ত্তিক, গণপতি কান্দিব লাগিছে
ঘৰে খুদকণ নাই
আইধেৰ ঘৰ গলেছে, মোৰ ভতুৰা
তাজেছে এমুঠি পাও
কাৰ্ত্তিক গণপতি দুয়োটি সম্পত্তি
তাকো লগত লৈ যাও।।

(১১)

আপাদ লম্বিত গলে লৰে মুণ্ডমালা
কঁকালত বান্ধে দীৰ্ঘ সৰ্পৰ মেখলা।।
গলাত গুলিয়া শোভে কৈটা বাসুকিৰাজ
জটাত তুলিয়া বান্ধিলন্ত নাগৰাজ।।
কৰ্ণত কুণ্ডল দিলা সৰ্প মনোনীত

আউল বাউল সৰ্প ফুৰে কেশৰ মাজত।।
টিকা মৰলীয়া ভৈল হাতৰ কঙ্কন
ইন্দ্ৰজিত সৰ্প ভৈল বাহুৰ ভূষণ।।
বনস্পতি সৰ্প ভৈল কপালৰ জ্যোতি
ললাট ওপৰে স্থানি দিলা মাটি বৈঠী।।
হাতত বলয় ভৈল ক্ষুদ্ৰ নাগগণ
ৰুদ্ৰাক্ষ স্বৰূপে ভৈল সৰ্প অগণন।।
শঙ্খচূড় ভৈল হাৰ হৃদয়ে সুন্দৰ
শঙ্খিনী নেপুৰ ভৈল জানিবা পাৰৱ।।
এহিমতে ভৈলা সব সৰ্প অলঙ্কাৰ
ভস্মে বিভূষিত কায় আতি চমৎকাৰ।।

(১২)

হৰ হৰ নন্দী ভৃঙ্গী    স্তুতি কৰে গন্ধৰ্ব কিন্নৰে
আহে সদাশিৱ দেৱ দিগম্বৰ
ত্ৰৈলোক্যৰ নাথ হৰ    শিৰে জটাধাৰী

গলে শোভা কৰে প্ৰভুৰ ওহি লম্বাজাটি
কপালতে শোভা কৰে প্ৰভুৰ অৰ্দ্ধচন্দ্ৰ কলা
গলে শোভা কৰে প্ৰভুৰ নৰ মুণ্ডমালা
কণ্ঠে শোভা কৰে প্ৰভুৰ গৰলৰ জাল
কঁকালতে শোভা কৰে বন বাঘৰ ছাল
বক্ষে পৰি শোভা কৰি ওহি, ভাঙৰ ঝুলি
সৰ্ব্বগাৱে শোভা কৰে প্ৰভুৰ ভস্ম ধূলি
কৰে শোভা কৰে প্ৰভুৰ ত্ৰিশূল ডম্বৰু
বৃষভে চৰিয়া ফুৰে জগতৰে গুৰু।।

---

[শিৱৰ প্ৰাকবিবাহ সজ্জা ঃ
কালিকা পুৰাণ বা হৰগৌৰী
বিবাহ ঃ অজ্ঞাত কবিৰ ৰচনা।
সম্পাদনা ঃ ড০ পৰীক্ষিত হাজৰিকা।]

(১৩)

শিব, শিব, শিব, শিব, সদাশিব
পাৰ্ব্বতী সহিতে ৰথে চৰি যোৱা
জীৱনে নোচোৱা কিয়?
ভাং খাই পগলা হলা অ মহাদেউ
ভাং খাই পগলা হলা
ভাঙৰ জালে ধৰি, থাকা ঢকে ধৰি
উমা মাৰক গৌৰী বোলা।।
ভাং খায় কি বুলি, নিতৌ তিনি ভুলি
ছপোৱা ধতুৰাৰ গুটি
ভাঙৰে জালতে নলয় ঘৰবাৰী
থাকে ৰবঘুণত তিতি
ভাঙৰ জালে ধৰি, বৃক্ষৰ তলে পৰি
নিদ্রায় অচেতন যাই
ঢোৰা কাকে পাই, অঙ্গ খুটি খাৰ
তথাপি চেতনা নাই।।
দেখিয়া পাৰ্ব্বতী কৰি শীঘ্ৰগতি
জগাই গৃহক আনে
ৰাগী এৰিল বুলি আনি ভাঙৰ জুলি
দুনাই তাক টানে।।
ভাং খাই খাই বাতুল অপাৰ
থাকা শয্যাত পৰি
ৰাতিৰে ৰাতিটো টোপনি নধৰে
থাকে ধৰ্ফৰ্ কৰি।।
নিশা অৱসানে জগত পৰাণে
নিদ্রা অচেতন যাই
কিবা ঘৰ-দুৱাৰ কি আছে আমাৰ
একোতে মনত নাই।।
হেন দেখি গৌৰী চৰণত ধৰি
প্ৰভাতে গৈয়া জগাই
উঠা শীঘ্ৰ কৰি, বিলম্ব নকৰি
ঘৰত খুদকণ নাই।।

(১)

## শিৱৰ নাম (যোগিনী সবাহৰ)

এ, সদাশিৱ এ, তুমি কল্পতৰু,
ভগৱতীৰ পতি তুমি জগতৰে গুৰু
সদাশিৱ এ।।

এ, সদাশিৱ এ, গায়ে ভস্ম ধূলি
পঞ্চমুখে শব্দ কৰে দুৰ্গা দুৰ্গা বুলি
সদাশিৱ এ।।

এ, সদাশিৱ এ, তোমাৰ শিৰে জটা
জগতক বৰ দিয়া আপুনি নাঙঠা
সদাশিৱ এ।।

এ, সদাশিৱ এ, তুমি ত্ৰিপুৰাৰী
জগতক বৰ দিয়া আপুনি ভিকাৰী
সদাশিৱ এ।।

এ, সদাশিৱ এ, তুমি বোলা মই ব্ৰহ্মচাৰী
তোমাৰ নিমিত্তে প্ৰভু ৰাজপথ নেদেখিলো
লোকে বোলে পগলাৰ নাৰী
সদাশিৱ এ।।
এ, সদাশিৱ এ, তোমাৰ দেখোন সৰ্পৰ অলঙ্কাৰ
গাৰৰ মধ্যে বাঘৰ ছাল, ত্ৰিশূল ডম্বৰু হাতে
মনুষ্যৰ মুণ্ডমালা ধাৰ।।

এ, সদাশিৱ এ, তোমাৰ দেখোন জটাই মহাভাৰ
দেৱতাৰো আদি দেৱ, চৰাচৰে কৰে সেৱ
তোমাৰ গাত ক'ৰ বাঘৰ ছাল।।

এ, সদাশিৱ এ, দেৱৰ মধ্যে সাৰ
তোমাৰ ধৱল বৰ্ণ, পাৰ্ব্বতীৰ গৌৰ বৰ্ণ
কালী বুলি হলা চমৎকাৰ।।

এ, সদাশিৱ এ, তোমাৰ দেখোন শুক্ল, শুভ্ৰকায়া
হাতত ত্ৰিশূল লৈ, আছা প্ৰভু ৰঙ্গ কৈ
সঙ্গে শোভা কৰে মহামায়া।।

এ, সদাশিৱ এ, তোমাৰ দেখোন ভাং ধতুৰাতে ৰাউ
সেউতী মালতী ফুল তাকো নিপিন্ধা তুমি
তুমি থাকা শ্মশানত বহি।।

এ, সদাশিৱ এ, তোমাৰ গলে ফণাৰ মণি জ্বলে
ৰাজ ৰাজশ্বৰী, সঙ্গে তোমাৰ গৌৰী
টলবল কৰিছে আছে।।

এ, সদাশিৱ এ, শিৱ পঞ্চানন
পাৰ্ব্বতীৰ পতি হৰ ভুজঙ্গ ভূষণ।।

এ, সদাশিৱ এ, শিৰে শোভে গঙ্গা দেৱী আই
সৰ্পৰ কিঙ্কিনী হাৰ, গাৱৰ মধ্যে বাঘৰ ছাল
বামে শোভে ভদ্ৰ কালী আই।।

এ, সদাশিৱ এ, তোমাৰ দেখোন ধৱলি বৰণ
হাতত ত্ৰিশূল লৈ, আছা প্ৰভু ৰঙ্গ কৈ
ত্ৰিজগতে প্ৰণামে চৰণ।।
এ, সদাশিৱ এ, নামে দিগম্বৰ
দশোদিশ আভৰণ, শ্মশানতে ঘৰ।।

এ, সদাশিৱ এ, জগতৰে গুৰু
ব্ৰহ্মা, বিষ্ণু দেৱতাৰো বাঞ্ছা কল্পতৰু।।

এ, সদাশিৱ এ, তুমি পঞ্চানন
চাৰি বেদ, তন্ত্ৰ-মন্ত্ৰ মুখে প্ৰকাশন।।

এ, সদাশিৱ এ, তুমি ত্ৰিনয়ন
বাঁৱে চন্দ্ৰ, সোঁৱে সূৰ্য্য, ভালে হুতাশন।।

এ, সদাশিৱ এ, তুমি বিশ্বেশ্বৰ
ত্ৰিজগতৰ পতি প্ৰভু জগত ঈশ্বৰ।।

এ, সদাশিৱ এ, তুমি আশুতোষ
বিল্ব পত্ৰে, গঙ্গাজলে সন্তুষ্টে সন্তোষ।।

এ, সদাশিৱ এ, তুমি শূলপাণি
ত্ৰিশূল হাততে শোভে, শিৰে শোভে ফণী।।

এ, সদাশিৱ এ, তুমি মৃত্যুঞ্জয়
স্বয়ম্ভু অনাদি দেৱ পূৰ্ণ ব্ৰহ্মময়।।

এ, সদাশিৱ এ, তুমি মহাকাল
মহাকালীক বুকে লৈয়া সুখী চিৰকাল।।

এ, সদাশিৱ এ, তুমি কাশীনাথ
অন্নপূৰ্ণা বাৰাণসী কৰিলা প্ৰখ্যাত।।

এ, সদাশিৱ এ, কৰো নমস্কাৰ
শৰণাগতক ৰক্ষা কৰা বাৰংবাৰ।।

## লোকগীত

(১)

অ শিৱ শংকৰ, শিৰে জটাধৰ, গঙ্গাৰ বসতি তাতে
কণ্ঠ হলাহল, কঙ্কালে বাঘৰ ছাল, সৰ্পে মেৰাইছে গাৰে।।
ভাঙৰ ঝুলি লৈয়া, ডম্বৰু বজায়া ডুম্‌ডুম্‌ বজাই
শূল তুলি হাতে পাৰ্ব্বতী সহিতে ছাইভস্ম ৰাশি দেহে।।
বম্‌ বম্‌ ৰবে সৰভক্ত সবে পশুপতি পঞ্চানন
কাৰ্ত্তিক গণপতি নন্দী ভৃঙ্গী দুটি সঙ্গে চলে ভূতগণ।।
মালাৰ খট্‌খটি চুলি জটা-জুটি ভাং খাই ঢুলাঢুলি কৰে
কমল নয়ন, সহস্ৰ বয়ন, বজাইছে ব্যোম ব্যোম বোলে।।
বৃষভত চৰি দেৱ ত্ৰিপুৰাৰী শ্মশানে ফুৰে সদায়
নৰদাসে কয়, তৰা ভৱভয়, শিৱৰ পায়ে মন থৈ।।

(২)

অ কি অ

চলে মহেশ্বৰ হিমালয়, বিবাহৰ কাৰণে শবদে
গগণে, বৃষভ বাহন লৈ।।

পদঃ নন্দি ছত্ৰ ধৰি ঋষিসবে বেঢ়ি হিমালয়ে দিলা থিয়া
শিৱক বৰিবা আছে কন্যাগণ হাতে ধান্য দীপ লৈয়া।।
সৰ্প হৈল হাৰ, সৰ্প হৈল তাৰ, সৰ্পে কৰে কৰ্ণ
সৰ্পৰ কিৰীটি, বাঘাম্বৰ কটি, সৰ্পে মেৰাই আছে গাৱ।

(৩)

ভাটিয়ালী

আৰে সদাশিৱ, দেৱ দিগম্বৰ
হৰ হৰ নন্দীভৃঙ্গী স্তুতি কৰে গন্ধৰ্ব্ব কিন্নৰ।।
মাথে পৰি শোভা কৰে ঐ জটাজাল
কপালত শোভা কৰে অৰ্দ্ধচন্দ্ৰ ভাল
কৰ্ণে পৰি শোভা কৰে মকৰ কুণ্ডল
নীল কণ্ঠে শোভা কৰে নৰ মুণ্ড মালা
বক্ষে পৰি শোভা কৰে ঐ ভাঙৰ জুলি
সৰ্ব্ব গাৱে শোভা কৰে ঐ ভস্ম ধূলি।।
কঁকালত শোভা কৰে ঐ সৰ্পৰ হাৰ
কটি পৰি শোভা কৰে ঐ বাঘৰ ছাল
হাতে পৰি শোভা কৰে ত্ৰিশূল ডম্বৰু
বৃষভে চৰি ফুৰে জগতৰ গুৰু।।

।। মহাদেৱৰ বিয়া।।

বিবাহৰ কাচোন কাছে ভোলা মহেশ্বৰ।।

পদ ঃ শঙ্কৰে বোলে নন্দী যোৱা ইন্দ্ৰপুৰী
দেৱতা গণক আনা নিমন্ত্ৰণ কৰি।।
শঙ্কৰৰ আজ্ঞা পাই নন্দী চলি গৈলা
সমস্ত দেৱক গৈ নিমন্ত্ৰণ দিলা।।
যক্ষ, ৰক্ষ গন্ধৰ্ব্ব কিন্নৰ আদি যত
বিবাহৰ কাৰণে আনিলেক শত শত।।
যোগী, ঋষি আদি কৰি যত দেৱগণ

শঙ্কৰে কৰিছে সকলোকে নিমন্ত্ৰণ।।
কৰ্ণত কুণ্ডল লৈলা সৰ্প মনোনীত
আউৰ আউৰ সৰ্প লৈলা কেশৰ মাজত।।
কাণশালা, কটৰাজ শালিকা ঠুটিয়া
আঙুলিত পিন্ধে শিৱে আঙঠি কৰিয়া
বৃষভত উঠি শিৱে যাত্ৰা কৰিলন্ত
থৰে থৰে নাৰীগণে গীত গাইলন্ত।।

ভাওনি : অ শিৱ শঙ্কৰ গোঁসাই অ শিৱ যাই......
হেমৱন্ত পুৰে অ শিৱে যায়
নাৰীগণ সঙ্গে চলিল মহাদেৱ
ভূতগণ সঙ্গে চলি যায়
নাচে অপেশ্বৰী, নাচে বিদ্যাধৰী
বায়নে বাদ্য বজায়।
উৰুলি জকাৰে মঙ্গল ব্যৱহাৰে
পাইলা হেমৱন্তৰ পুৰে
বৃষভত হন্তে নামি ভগৱন্তে
বৈল যাত্ৰা কলৰ তলে।।

ভাওনি : মেনকা সুন্দৰী চাৱে ঘূৰি ঘূৰি
অ হৰি, জোঁৱাই শঙ্কৰৰ মুখ হে।।
পদ : শিৱ আহি বৈলা পাচে যাত্ৰাকলৰ তলে
মেনকাই চাই যায় আগবাঢ়িবৰ চলে।।
হাতত প্ৰদীপ ধৰি মেনকা সুন্দৰী
জোঁৱাইৰ মুখক দেখি চায় ঘূৰি ঘূৰি
দেখি সৰ্পগণে পাচে কৰে ফোঁচ ফোঁচ
ভয়ে থমকিলে দেৱী কৰে সোঁত মোচ।।
চান্দ ভান্দ হিয়াৰ মূল আনিলা চলাই
ঔষধ লৈ মেনকাই আগবাঢ়ি যায়।
ঔষধৰ গোন্ধপাই সৰ্প আঁতৰিলা
কঁকালৰ বাঘৰ ছাল সুলকি পৰিলা।।
কেঁহো বলে আইহঁত আইৰে আই
বিয়াৰ ৰবৰ এনে ঠাট কতো দেখা নাই।।

কেঁহো বলে আইহঁত আইৰে আইৰে হৰি
বেৰি বেৰি হাঁহে যত পৰ্ব্বতীয়া নাৰী।।
মেনকাই বোলে বাপ কিনো অদভুত
উলঙ্গত হৈ আছে দেখো যমৰ দূত।।
লজ্জা নাই পতালা সমাজৰ আগে
উলঙ্গ হৈ সিটো থাকে কোন লাজে।।
জোঁৱাইৰ অৱস্থা দেখি মেনকা সুন্দৰী
ভয়ে উভতিলা দেৱী বোলে হৰি হৰি।।

ভাওনি ঃ আই মই এনে ক'তো দেখা নাই
আহিছে ভাঙুৱা গলে মুণ্ডমালা
ডুম্ ডুম্ ডম্বৰু বজাই।।

পদ ঃ আইৰে আই মই কিবা দেখিলো
জোঁৱাইৰ অৱস্থা দেখি বিস্ময় মানিলো
শাঁখিনী সাপে তুলি আছে ফেঁট
ওচৰ চাপিলে আই মাৰিবেক খোঁট।।

ভাওনি ঃ মেনকা আই হেমৰন্ত ৰায়
কত ভাগ্যে পালা তুমি
শিৱক জোঁৱাই.......

পদ ঃ আত অনন্তৰে পাছে েন ৰথা ভৈলা
হেমৱন্তে শঙ্কৰক আগবঢ়াই নিলা।।
সমাজত পাৰি দিলা বিচিত্ৰ আসন
পাদ্য-অৰ্ঘ আচমনে পূজিয়া ৰাজন।।
কন্যা ঘৰৰ পুৰোহিত গৰ্গ মহাঋষি
বৰৰ-ঘৰৰ পুৰোহিত ব্ৰহ্মা চতুৰ্ম্মুখী
ব্ৰহ্মাৰ ইঙ্গিতে শিৱে কুশহস্তে লৈলা
আচন্ত কৰিয়া পঞ্চ দেৱক পূজিলা।।

ভাওনি ঃ সৰগৰেপৰা আহে দেৱগণ
অ হৰি নাৰীগণ সঙ্গে লৈয়া
বাদ্য-শব্দ শুনি আহে ঋষি মুনি
অ হৰি, আৰ্জি পাৰ্ব্বতীৰে বিয়া।।

পদ ঃ নিজ নিজ যানে চৰি আহে দেৱগণ
ঐৰাৱত স্কন্ধে আহে সহস্ৰলোচন
মহিষত যম আহিল হৰিণ পৱন

গৰুৰ বাহনে আহিল সেহ নাৰায়ণ।।
হাতত লাখুটি লৈ কৰে লৈলা ঝুলি
বুঢ়া-বুঢ়ী নামি আছে বিয়া চাওঁ বুলি।।
বিদ্যাধৰ বিদ্যাধৰী আহিল ভাগে-ভাগে
পাতালৰ হন্তে আছে লক্ষ লক্ষ নাগে।।
বিড়ালত আছে কত, কত শৃগালত
তেলভৌকাত আছে কত, কত কুকুৰত।।
বাদুলীৰ বাহনে চৰি আছে কতজন
চিলা ফেঁচা শগুণত কৰয় গমন।
সবেও ৰহিলা আহি নিজ নিজ স্থানে
কন্যা সাজন সবে দেৱ নাৰী গণে।।

ভাওনি ঃ বিবাহৰ কাৰণে কাছে পাৰ্বতী
ৰূপে শোভা কৰে চন্দ্ৰৰ জেউতি।।

পদ ঃ কণ্ঠে শোভাকৰে হাৰ গজমতি
কঁকালে বস্ত্ৰৰ মেখলা হে ৰাম ৰাম
বদন সুন্দৰ দেখি মনোহৰ
যেন পূৰ্ণচন্দ্ৰ কলাছে ৰাম ৰাম।
সখী গণে ধৰি নানা যত্ন কৰি
বান্ধিলে বিচিত্ৰ খোপা
খোপাৰ ভিতৰে দিলে ভৰি পূৰি
মালতী বকুলৰ খোপা হে ৰাম ৰাম।।

ভাওনি ঃ সখীগণৰ সঙ্গে ওলাল পাৰ্বতী আই
অ হৰি হাতত পুষ্পৰ মালা লৈ।।

পদ ঃ সমান বয়সী হাজাৰেক দাসী
বেৰিয়া চলে চৌপাশে
নূপুৰৰ ৰুণু জুনু জুনু শুনি
চলে দেৱী লয় লাসে।।
হংসৰ বাহনে চলে যোগমায়া
সঙ্গতে সহস্ৰ দাসী।।
সভাৰ মধ্যতে উপনীত ভৈলা
যেন পূৰ্ণিমাৰে শশী।।

ভাওনি ঃ ৰহিল পাৰ্ব্বতী আই অ
অ হৰি জয় বাদ্য বাজে ঘনে ঘন

তেতিক্ষণে হেমবন্তে কবে কন্যাদান
বহিল পার্ব্বতী আই অ
সভাব মধ্যত দেবী ভৈলা পবোভব
তেতিক্ষণে শিবক সেবিলা কতবাব
শিবব পাবত দিলা উৎপলব মালা
স্বামী বুলি শিবক নমিলা বববালা
অনেক যৌতুক দিলা শিবব লগত
হয়-হস্তী, দাস-দাসী ধন-বস্ত্র যত।।

ভাওনি ঃ অ দেবে উচর্গিলা
অ উচর্গা কবিলা নিবন্তব
অ সৌম্বত পাতি লৈলা ভবানী শঙ্কবে।।

পদ ঃ দেবগণে উচর্গিলা, উচর্গিলা নাগে
অসুব বাক্ষসে উচর্গিলা ভাগে ভাগে।।
প্রথমতে উচর্গিলা দেব নাবায়ণ
অগ্নিকোচ নামে দুই বস্ত্র অলঙ্কাব।।
ব্রহ্মাদেবে উচর্গিলা ত্রিশূল ডুম্বক
যমবাজে উচর্গিলা এটা বলদ গরু।।
ধনবস্ত্র উচর্গিলা, উচর্গিলা সনা
বুঢ়া-বুঢ়ী উচর্গিলা, চাউল খোজা মোনা।।
নাবদমুনি উচর্গিলা ভাং খুন্দা ঢেঁকী।।
মঙ্গল গ্রহে উচর্গিলা শিলব পখালি
বুধগ্রহে উচর্গিলা মহবা মাবি দালি।।
বৃহস্পতি উচর্গিলা চিলিম টিক্কা
শুক্রদেবে উচর্গিলা গাঁজা কুটা-পীবা।।
শচীদেবী উচর্গিলা কুলা চালনী যোবা
বায়ু বজাই উচর্গিলা শাণ লগা খোবা।।
বোহিনীয়ে উচর্গিলা ভাং বাক্কা খুবী
শনি গ্রহে উচর্গিলা ঢেঁকীব কাম্রা বুবি।।
কেহোঁই বা চাধা আনি মোনক মোনে দিলা
মোহিনী ভাজক কেঁহোই একোবোজা দিলা।।
কোঁহোই দিয়ে একোবোজা গুটি ধতুবাব
কোঁহোই দিয়ে ধুনি কাত্ত কুটুনি সজাব।।

ভাঙনি : উৰুলী জকাৰ এ দিয়াহে আয়তী
হ'ল-পালেনতীৰ বিয়া
আগ-চাউল ছটিয়াই দিয়াহে আয়তী
বৰ-কন্যা ঘৰলৈ নিয়া।

পদ : বৰ ঘৰৰ ভিতৰে বহিল হৰ-গৌৰী
নাৰীগণে আছে চাই হে ৰাম ৰাম
কত আয়া গণে কৰে খিকিন্দালি
গৌৰী-শঙ্কৰকে চাই হে ৰাম ৰাম
হাতৰ শ্ৰীআঙঠি লুকায় পাৰ্বতী
শঙ্কৰে নাপাই তাক চাই হে ৰাম ৰাম
কত আয়াগণে খেলায় জিতেবাজী
নাৰীগণে আছে চাইহে ৰাম ৰাম

ভাঙনি : ও হৰি হায়ৰে হায় ও বিয়া হৈ
উঠিল শঙ্কৰ
অ দিব্যবস্ত্ৰ অলঙ্কাৰ আৰু তামোল পাণ
শাহু-শহুৰক শিৱে ধৰিলা সন্মান।।

পদ : দিব্য বস্ত্ৰ অলঙ্কাৰ আৰু তামোল-পাণ
শাহু-শহুৰক শিৱে ধৰিলা সন্মান।।
গৃহক যাইবে শিৱে লৈলা সাজপাৰ
ইষ্ট মিত্ৰ কুটুম্বক কৰিলা সৎকাৰ।।
সখীগণৰ সঙ্গে পাচে পাৰ্ব্বতী গোঁসানী
মাৱৰ চৰণে ধৰি মাগন্ত মেলানি।।

ভাঙনি : মাৱৰ চৰণে ধৰি পাৰ্ব্বতী বিনায়
অ আই বিদায় দিয়া শঙ্কৰীকে যাওঁ
হাসি মাতি ৰঙ্গে অন্ত কাল কটালো
অ আই আজি হৈলো দেশান্তৰী।।

পদ : আজি আপন ঘৰে গুলালো আই মই
ছিঙিলো মায়াৰে জৰী
আজি অন্তকালে বিদায় লৈ গুলালো
আজি হৈলো দেশান্তৰী।।

ভাঙনি : মেনকাই কান্দিছে পাৰ্ব্বতীৰ গলে ধৰি
কোন সতে এৰি যাবি দয়াৰ জীয়ৰী।

পদ : আজি কাৰ ঘৰে গুলালি আই তই

ছিঙিলি মায়াৰে সূতা
আজিৰ পৰাহে গুলাই ৰাখি আহ তই
মোৰ ঘৰ হৈ গল শুদা।।
কোনে বুই দিব কোনে ধুই দিব
কোনে ৰান্ধি দিব ভাত
কোন কালে দেখিম তোৰ মিচিকি হাঁহিটি
ডালিমৰ গুটি হেন দাঁত।।
কোনে চুঁচি দিব লাহৰ চুলি টাৰি
তেল দি বান্ধি দিব খোপা
কোনে আনি দিব গকুল মালতী
কোনে গুজি দিব খোপা।।
যাগে বাছা মোৰ বুকুৰ মইনা চৰাই
কুশলে ৰাখক ঈশ্বৰে
স্বামী গুৰুৰ চৰণত ভকতি নেৰিবা
দিন যাওক শাঁখা সেন্দুৰে।।

ভাঙনি ঃ শিঙা বজায় শঙ্খ বজায়
আকাশে কুমকুমী বজায়
দেৱগণে মৃদঙ্গ বজায়
তাথিয়া তাথিয়া বীণা
বজাইছে থিয়া খিনা
হৰ-গৌৰী কৈলাসকে যায়।।

তোলনি ঃ মাজে বঙ্গে দেৱতাসকলে
প্ৰভু মহাদেৱৰ বিয়া।
পদ ঃ শুকুৰবাৰে তেলভাৰ
ৰবিবাৰে বিয়া
শঙ্কৰে বিয়া কৰায়
মেনকাৰে জিয়া।।
চালে নাইখা খেৰ জপুৰা ভাঙুৰাৰ
ও পানী খাওঁতে মহাদেৱৰ ভঙাল দাঁত পাৰ।।

## মঙ্গলদৈ অঞ্চলব শিবগীত, মালচি বন্দনা

(১)

অব অব দণ্ডবত ভব বঙ্গা পাবে হে
আবে বঘ ভোলানাথ হে।।
মহাদেব আবাধনে যত হয় পুণ্যমানে
ব্রহ্মা আদি দেবেও নজানে।।
গলে বাদ্য বিল্ব পাতে ভোল হয়া ভোলানাথে
বিহয় নাম পবম যতনে।।
ব্যাধে ব্যাঘ্রব ভয় পাই বেলগাছে উঠিল যাই
শিবৰাত্রি চতুর্দ্দশীব দিনা
বৃষ্টিজলে সিক্ত তাত বেল পত্র পবে গাত
তাক লৈলা আপোনাব গুণে।।
বৃষভ বাহনে হব হে প্রভু দিগম্বব
মাথায় ধবিছ জঁটাভাব
হস্তত ডম্বৰু শূল জগতব আদি মূল
ভক্তজনক কবিছ উদ্ধাব।।
সমুদ্র মন্থন কালে উঠিল বিষ হলাহলে
তাক তুমি কবি আছ পান
দ্বিজ হবি দাসে কয় এ বঙ্গা চবণ তলে
তোমাব হৈলা নীলকণ্ঠ নাম।

(২)

অ আই কি লাজ, অ আই কি লাজ, কি লাজ
গৌবীব এমন বব।
ভাঙাবা কোন দিশে যাই, আঁহাবে
হাড়ে খট্মট, মূবে মৈবা জঁট,
ভস্ম ধূলি মাখিছে গায়।।
মনুষ্যব মুণ্ডে মালা আছে গাঁথি
কটিতে বাঘব ছাল
এদিকে টানিলে এদিকে নোজোবে
লোকেও নোবোলে ভাল।।

এগোটা বলধ আছয় শিৱৰ
তাহাতে ফুৰয় চৰি
ঘৰে ঘৰে শিৱই ভিক্ষা মাগি ফুৰে
হাতে ডুব্ ডুব্ কৰি।।
ফটা জুলি খান আছয় শিৱৰ
ঘৰে কড়ি কোৰা নাই
ইহেন দৰিদ্ৰক কোনে জীয়া দিবো
দিনতে দুচক্ষু খাই।।
একদিনা শিৱ ভিক্ষা মাগিবাক
আসিছিল মোৰ ঘৰে
বৃষভৰ উপৰে লাঙট হয়া আছে
নগৈলোহো মই ডৰে।।
লেবেৰা বুঢ়াই দুই চক্ষু খাই
জোঁৱাইকে নাপালা চাই
হাতে গলে বান্ধি অগনিত পেলাই
জলত দিয়া ভসাই।।
কহে ব্ৰহ্মাচাৰী মদন মুৰাৰী
গৌৰী শঙ্কৰে লীলা
জগতৰ গুৰু জানিয়া শিৱক
মেনকাই বৰ বৰিলা।

(৩)

বিহাই, বিহাই বিহাৰ কাৰণে
শিৱ সাজিল, আহাৰে।
সাজন সাজিলা শিৱ, বিহাৰ কাৰণ
আগে পাছে চলি যায় যত দেৱগণ।।
আগে পাছে দেৱগণ মধ্যে শিৱ যায়
ডুব্ ডুব্ কৰি হৰে ডম্বৰু বজায়।।
আকাশ পাইলন্ত গৈ ডম্বৰুৰ ধ্বনি
আবোৱান তৰি যায় যতেক ৰমণী।।
বৰ নহয়, বৰ নহয়, বৰ দিদিং দিঙা
কোন কালত দেখি আছা বৰে বাৰে শিঙা।
বৰ নহয়, বৰ নহয়, বৰ বদিয়াৰ সচ

আগবঢ়াওঁতে মেনকাৰ সৰ্পে কৰে খোঁচ।।
চান্দো, ভাদো বিহুৰ মূল আনিলা কোৱাই
ঔষধ লৈ মেনকাই বৰ ঘৰিবা যায়।।
ঔষধৰ গন্ধপাই সৰ্প অন্তৰিলা
কঁকালৰ বাঘ ছাল খসিয়া পৰিলা।।
সোলকিল বাঘ ছাল লাঙ্গট হৰ
বৃষভ ওপৰে শিৱ কৰে থৰফৰ।।
কেঁহো বোলে আইবাপ, কেঁহো বোল হাঁয়
জগতৰ গুৰু শিৱৰ এনুৱা বিলাই।।
বৰ নৰবি মেনকাই উলটিলা ঘৰ
থুই চিকৌ চিকৌ এইটো জোঁবাই মোৰ।।
কহে দ্বিজ ৰামানন্দে শিৱৰ যে লীলা
শিৱৰ চৰণ চিন্তি এ গীত ভনিলা।।

(৪)

ওহে শঙ্কৰ জাগ, দিগম্বৰ বাই
বস্ত্ৰ আসনত ধৰি চৰণত, জগাৱে পাৰ্ব্বতী আই।।
উঠা প্ৰাণ প্ৰভু জগতৰে গুৰু
গৃহে চাউল মুঠি নাই
কাৰ্ত্তিক গণপতি তোমাৰ দুই পুত্ৰ
ভোকে ৰবি দুঃখ পায়।।
অইনৰ চৰালে কান্দিলে কাটিলে
পিঠা পৰমান্ন পায়
আমাৰ চৰালে কান্দিৱ লাগিছে
খুদ্‌কণ গৃহত নাই।।
পাৰ্ব্বতীৰ বাণী শুনিয়া শঙ্কৰে
ক্ৰোধে বুলিলন্ত মাতি
যিদিনা শঙ্কৰ ভিক্ষাত নগৈলো
সেইদিনাই টেকেলী কাতি।।
তই বোলা পাৰ্ব্বতী মই বৰ কাজী
আজি প্ৰমাণ পালো তাৰ

চাকে চিকুণে ফোঁচনে স্নাজনে
বেটী তোৰ মুখখনে সাৰ।।
নিদ্ৰাৰ জাগিয়া উঠিলা শঙ্কৰ
পাৰ্ব্বতীৰে মুখ চাই
ভৃঙ্গাৰৰ জলে মুখ প্ৰক্ষালিলা
কৰ্পূৰ তাম্বুল খাই।।
চাউল চিৰামুঠি আনা পাৰ্ব্বতী
আঠীয়া কলেৰে খাওঁ
ঝুলি বেকোণ্ডলী আনা পাৰ্ব্বতী
ভিক্ষা মাগিবাক যাওঁ।।
জলপান কৰি মাথে মেৰাই পাগ
গাৱে ভস্ম ধূলি লৈলা
হাতে শূল ডম্বৰু জগতৰ গুৰু
ভিক্ষা মাগিবাক গৈলা।।
বৃক্ষ তলে গৈয়া ঝুলি মেলি চাই
কিছু পাইলা খোঁৰা পাত
চিঙিৰি মাৰিয়া অগনি জ্বালিয়া
ভাং খাইলা ভূতনাথ।।
কহে ব্ৰহ্মচাৰী মদন মুৰাৰী
ইটো গৃহবাস দেখা
জগতৰ গুৰুই ভিক্ষা মাগি খায়
সামান্যৰ কোন লেখা।।

(৫)

নন্দীহে, নন্দীহে নাথাকো মই ৰে হায় হায়
এমন কৈলাসে।।
নিদ্ৰাৰ জাগিয়া হৰ উঠিলেক খৰতৰ
পাৰ্ব্বতীক বুলিলেক বাক
শুন হেমন্তৰ বেটী পাগ কৰ শীঘ্ৰগতি
আমি যাওঁ ভিক্ষা মাগিবাক।।
শিৱৰ বচন শুনি পাৰ্ব্বতী বুলিলা পুনি
শুনা প্ৰভু গজাননৰ পিতা
গৃহে চাউল মুঠি নাই কিমতে ৰান্ধিম খাই
মোৰ ঘোৰ লাগিছে চিন্তা।।

পাৰ্বতীৰ বাণী শুনি পাছে হৰে মনে গুণি
ক্ৰোধজ্বৰে লগাইলেক মাত
তিৰী তাৰ স্বতন্তৰ মিছা তাৰ গৃহ ঘৰ
আউলা পচু তাহাৰ মাথাত।।
এইবুলি ত্ৰিপুৰাৰী বৃষভৰ স্কন্ধে চৰি
যাই শিব নন্দী সঙ্গে লৈয়া
তাথিয়া তাথিয়া থিতা বজাৱে শিঙাই শিঙা
ভিক্ষা মাগে ডম্বৰু বজায়া।।

(৬)

অই এ বাবা আমাৰ শিৱ, আমাৰ শিৱ
অই এ বাবা আমাৰ শিৱ।।
আমাৰ ভোলানাথ ল' এইপমে, দেখলে যাইতেৰে।।
খনো অকণ, খনো বকণ, খনো নূপুৰ পায়ে
পৰিধান বাঘৰ ছাল ভস্ম ধূলি গায়ে।।
গলে শোভে মুণ্ডমালা, শিৰে শোভে জটা
হৰৰ কপালে শোভে অৰ্দ্ধচন্দ্ৰ ফোঁটা।।
হস্তত ডম্বৰু বাজে, ডুব্ ডুব্ কৰি
পতিত পাৱনী গঙ্গা শিৰে সুৰেশ্বৰী।। [সংগ্ৰহ]

## বিয়া নামৰ (খণ্ড সংগ্ৰহ)

(ক) কৈলাসৰে পৰা হৰ নামি আহে
ডুব্ ডুব্ ডম্বৰু বজাই
বাৰ বছৰতো বাহী গা নোধোৱে
গোন্ধে প্ৰাণ ফুটি যায়।
ক'ৰপৰা আহিলা জটীয়া ভাঙুৱা
সাপৰে মেৰিওৱা হিয়া
তোমাৰ বাপ দেখি কেনকাই উলিব
নিদিয়ে পাৰ্বতীক বিয়া।।
(খ) হৰি হৰি গিৰিৰজা দুই চকুখালা
জটীয়া, ভাঙুৱা এটাক জোঁৱাই চিনি পালা।।

নিদিওঁ গৌৰীক বিয়া জোঁবাই নহয় ভাল
কানীয়া ভঙুৱা জোঁবাই পিছে বাযব জ্বল।।
মেনকাই বোলে প্ৰভু দুইচক্ষু খালা
বাটৰ ভিক্ষাৰী শিবক জোঁবাই চিনি পালা।।
হেমবন্তই বোলে বাণী জোঁবাই বৰ ভাল
বাটৰ ভিক্ষাৰী নহয় শিব সৰ্ব্বকাল।।
মেনকাই বোলে প্ৰভু দুই চক্ষু খালা
জঁটীয়া ভঙুৱা শিবক জোঁবাই চিনি পালা।
হেমবন্তই বোলে বাণী জোঁবাই বৰ ভাল
জঁটীয়া ভঙুৱা নহয় শিব সৰ্ব্বকাল।।
মেনকাই বোলে প্ৰভু দুই চক্ষু খালা
ভূত প্ৰেতৰ সঙ্গী শিবক জোঁবাই চিনি পালা।।
হেমবন্তই বোলে বাণী জোঁবাই বৰ ভাল।
ভূত-প্ৰেতৰ সঙ্গী হৰ শিব সৰ্ব্বকাল।।
মেনকাই বোলে প্ৰভু দুই চক্ষু খালা
শ্মশানে বসতি শিবক জোঁবাই চিনি পালা।।
হেমবন্তই বোলে বাণী জোঁবাই বৰ ভাল
শ্মশানত বসতি হৰ শিব সৰ্ব্বকাল।।
মেনকাই বোলে প্ৰভু দুই চক্ষু খালা
সৰ্প বিভূষিত শিবক জোঁবাই চিনি পালা।।
হেমবন্তই বোলে বাণী জোঁবাই বৰ ভাল
সৰ্প বিভূষিত হৰ শিব সৰ্ব্বকাল।।
পাৰ্ব্বতীক দিবা বিয়া আগ্ৰহ কৰিয়া
হৰ-গৌৰী বাস হইব কৈলাসে ৰহিয়া।।
গৌৰীক সজাই মেনকাই আগত আছে চাই
বৃষভে আহিছে হৰে ডম্বৰু বজাই।।
শিব অহা শুনি ৰাজা নিঃশব্দে ৰহিলা
ধীৰে ধীৰে গিৰিৰাজ শিবক সুধিলা।।
মহেশ দেখিয়া ৰাজা কম্পে অনুক্ষণ
বেগেতে আহিলা শিব কিসৰ কাৰণ।।
তিনি দিনে তিনি যুগ হৈ আছে জান।
ৰজনী প্ৰভাতে আমি কৰিবো প্ৰয়াণ।।

আই আহিবৰে হ'ল বহুদিনে
মহাদেউ পালেহি খেদা।
যোৱানে নোযোৱা মহিষী পাৰ্ব্বতী
কৈলাস হৈ আছে শুদা।
যোৱা গিৰিৰাজা তুমি বুজোৱা বেগাই
ইবাৰ উলটি ঘৰে যাওক জোঁৱাই
আছে উমা দুখুনীৰ গৃহ আলো কৰি
আনন্দ উৎসৱ কৰোঁ উমাৰ মুখ দেখি।।
বিধাতা কৰিলে কিনো শিৰত বজ্ৰঘাত
পুৱা নৱমী নিশা হইব প্ৰভাত।।
কি হল নৱমী নিশা হল অৱসান
পুৱাতে যাবগৈ উমা এৰি মোৰ স্থান।।
কিমতে পঠাবো উমা শিৱ সন্নিধানে
মেনকাজানী তোমাৰ নসহয় প্ৰাণে।।
কিমতে থাকোহোঁ মই উমাক পঠাই
প্ৰাণ যদি যায় মোৰ নিদিওঁ বিদায়।
উমা ধন উমা প্ৰাণ উমায়েহে আই
হৃদয়ৰ মাজে উমাক ৰাখিমে লুকাই।।
মাতুৰ মৰম মোৰ দেখা ত্ৰিলোচন
প্ৰভুৰ লগত যাওঁ নকৰা বাৰণ।।
একেটি বৃষভ শিৱৰ কৈলাস বহু দুৰ
পৰি যাব সূৰ্য্যৰ ছাঁয়া উমা কমল ফুল।।
পৰ্ব্বত গভীৰ পথ চলিব নোৱাৰে
শৰত কালৰ ৰ'দ সহিব নোৱাৰে।।
যোৱাঁ গিৰিৰাজা তুমি সজোৱাগৈ ৰথ
যাব উমা শিৱৰ সঙ্গত কৈলাস পৰ্ব্বত।।
তোমাৰ ৰথত আমাৰ নাই প্ৰয়োজন
শীঘ্ৰ কৰি বিদায় দিয়া নকৰা পলম।।
মেনকা বোলন্ত বাণী শিৱৰ মুখ চাই
প্ৰাণৰ উমাক দুখ নিদিবা গোঁসাই।।

# শিব সংশ্লিষ্ট আখ্যান

## সুদৰ্শন চক্ৰ কৰতি

।। শ্ৰীশ্ৰীকৃষ্ণায় নমো নমঃ।। বৈকুণ্ঠ ভুৱনে বহি আছা নিৰঞ্জন। সবে পুণ্যশালী কথা ত্ৰিযুতৰ পৰা। যুগান্তৰ অগ্নি যেন বহ্য বজ্ৰসাৰ। ত্ৰিদশকোটি দেৱসাৰ যেন ব্ৰহ্মাচাৰ। তাহাতে চক্ৰক হৰি দিলন্ত আমাক। তাহাৰ ভয়ত ত্ৰিভুৱন কম্পমান। ক্ষণেকে কৰিব পাৰে জগত নিৰ্য্যান।। আলক্ষী বিলক্ষী যক্ষ যক্ষিণী সবে যুবন্ত গ্ৰাম মাৰি। মহাভয়ে দেৱ ঋষি থাকে স্তুতি কৰি।। চাহিবে নপাৰি জেউতি চক্ষু যাই ফুটি, চক্ৰৰ ভয়ত ত্ৰিভুৱন ভৈল চুপ।। যুগান্তৰ অগ্নি যেন পৰম প্ৰচণ্ড। প্ৰহাৰিলা পৰ্ব্বতক কৰে খণ্ড খণ্ড।। চক্ৰক শুনাই প্ৰভু বুলিলা বচন। শুণ শুণ বাক্য মোৰ চক্ৰ সুদৰ্শন।। মনুষ্যক বাধা তুমি দানৱক মাৰি। তুমি ৰক্ষা নকৰিলে ৰাখিতে নপাৰি।। আক লাগি চক্ৰ তুমি পৃথিৱীক যাও। ভূত-প্ৰেত দানৱ সংহাৰি পেলাও।। সুদৰ্শন চক্ৰে গোঁসাইক কৰি নমস্কাৰ। মহাকোপে দানৱক গৰ্জ্জিলা অপাৰ। পৃথিৱীক লাগি চক্ৰে শীঘ্ৰে চলি গৈলা। ত্ৰিদশ কোটি দেৱতায় দেখি বিভজে পলাইলো।। স্বৰ্গ-মৰ্ত্ত্য পাতাল একত্ৰে লৰি গৈলা। সকল ব্ৰহ্মাণ্ড। জ্যোতিৰ্ম্ময় ভৈলা।। খলক লাগিল সাতো-সাগৰ। মহাভয় হয়া কাম্পে ব্ৰহ্মা মহেশ্বৰ।।.................
পাছে চলি গৈলা চক্ৰ কৈলাস পৰ্ব্বত।। শুনি মহাভয়ে আথে বেথে কৰি। গুলায় আসিল হৰে দেৱী আগ কৰি।। গৌৰীসহ শঙ্কৰে চক্ৰক কৰে সেৱা। কৃতাঞ্জলি কৰি পাছে মাতি মহাদেৱ।

নমো সুদৰ্শন চক্ৰ নমো জ্যোতিৰ্ম্ময়। কণেকে কৰিব পাৰে জগত প্ৰলয়।। দৈত্য অপকাৰী ত্ৰিভুবন ধ্বংসাৰ। কিবা কাৰ্য্যে আছি আৰু পালক আমাৰ।। সুদৰ্শন চক্ৰে বোলে শুন ত্ৰিলোচন। তুমি ভূত প্ৰেত পিশাচৰ অধিকাৰী।। সেই ভূত প্ৰেত মনুষ্যক কৰে জ্বৰ। বাধা তুমি নকৰা ত্ৰিলোচন। সেহি ভূত-প্ৰেত পিশাচক দিয়া ধৰি। যিটো ভূত-প্ৰেত মনুষ্যৰ বৈৰী।। ই শুনি হৰে সুদৰ্শন চক্ৰৰ বচন। বিচাৰি আনিল ধৰি ভূত-প্ৰেত গণ। যিটো ভূতগণ মনুষ্যক হিংসা কৰে। সুদৰ্শন চক্ৰৰ আগত দিলা হৰে। দেখি মহাক্ৰোধে কাটিলেক সুদৰ্শন। । প্ৰথমতে কাটিলেক ভূত প্ৰেত গণ।। তাৰ পাছে কাটিলেক পিশাচগণ।। আছে আনো যক্ষ মনুষ্যৰ বৈৰী। সুদৰ্শন চক্ৰে তাক কাটিলেক ধৰি।। মহাভয়ে পলাই যায় যত ভূত আছে। তাকে সুদৰ্শন চক্ৰে কাটিলেক পাছে।। কাৰো একখান কাণ কুলাৰ মতন। এক কাণ দুই কাণ আৰো চাৰি কাণ। এক ভৰি দুই ভৰি কাৰো কোঙা ভৰি। চক্ৰৰ ভয়ত সবে পলায় লৰৰি। আতি কতো চেলা, কতো কণা, কতো কুজা, কতো খোৰা, কতো বেজী মুৰা। কতো দাত আছন্ত জোঙা জোঙা। চক্ৰৰ ভয়ত লাগি পলাই নিৰন্তৰ, কতো কুকুৰমুৰা, উটমুৰা, বেঁকা কৰি পেঙা-পেঙেৰি কতো ঘৰা মুৰা, বাঘমুৰা, কতো দীঘলমুৰা। কতো দীঘল পেটা কতো জিভা মেলি থকা...................................... ।

## (ক) কোতাকুজীৰ বৃত্তান্ত

### পদ

প্ৰথমে প্ৰণামো গণনাথ গজানন।
কৃষ্ণৰ চৰণ নমো ভকত তাৰণ।।
হৰৰ চৰণ নমো নমো ভগৱতী।
হৰিৰ ভাৰ্য্যাক নমো লক্ষ্মী সৰস্বতী।।

হনুমান ৰামচন্দ্ৰ ৰাৱণ লিখন।
কৰযোৰে প্ৰণামোহোঁ দুয়োৰে চৰণ।।
ত্ৰেতাযুগে খোবা-খুবী দুই ভৈলা জাত।
দেৱৰ্ষি নাৰদ হন্তে ভৈলন্ত প্ৰখ্যাত।।
পৰম দুৰ্ব্বাৰ তাৰা উমাৰ তনয়।
অগ্নিসম দুইজন প্ৰাণীক দহয়।।
বৈকুণ্ঠ থানত মুনি নাৰদ আছিলা।
কথাৰ প্ৰসঙ্গে তাক কাৰ্ত্তিকে পুছিলা।।
খোবা-খুবী নাম দেৱ মই আজি শুনি।
ৰাক্ষস দানৱ কিম্বা দেৱ নৰ মুনি।।
কিবা ৰূপ বেশ আৰু থাকে কোন ঠাই
বিস্তাৰি কহিয়ো মোত তুমি মুনি ৰাই।।
এহি শুনি কাৰ্ত্তিকত নাৰদ কহন্তি।
শুনা মন দিয়া তাক কহিবো সম্প্ৰতি।।
যাৰ কথা শুনি দেৱতাৰো লাগে ভয়।
তথাপি তোমাত আজি কহিবো নিশ্চয়।।
তোমাৰ মাতাৰ দুয়ো মানসত নয়।
শান্ত নোহে দুইজন অতি দুৰাশয়।।
শিশুকাল আছিল তোমাৰ যেতিক্ষণ।
তবু মাতৃ হন্তে জনমিল দুয়োজন।।
তোমাত কহিবো সবে কথা বিৱৰিয়া।
বিহেতু পৰ্ব্বতে বাসা লভিল জন্মিয়া।।
কৈলাস পৰ্ব্বত শুক্ল বৰ্ণ মনোহৰ।
নানাৰত্নে বিনিৰ্ম্মিত অতি শোভাকৰ।।
ছয় ঋতু থাকে তাত কাল গতি কৰি।
অনেক সুগন্ধি ফুল আছে ডাল ভৰি।।
গুঞ্জ গুঞ্জ কৰি থাকে সদায়ে ভ্ৰমৰ।
জাতিকাৰ থানে সিতো পৰম সুন্দৰ।।
অপেশ্বৰাগণ আছে কৰি গান ৰোল।
কুহু কুহু কৰি তাত থাকই কোকিল।।
এহিৰূপ কৈলাস পৰ্ব্বত মনোহৰ।
তাহাত অপৰ্ণা শিৱে কৰি আছে ঘৰ।।
বহুল মণিৰচয় অতি শোভাকৰ।

ভিকাৰণে অদ্যাপিয়ো আছয় শঙ্কৰ।।
একদিনা লক্ষ্মী দেৱী ভ্ৰমিতে ভ্ৰমিতে।
কৈলাস পৰ্ব্বতে গৈলা উমাক দেখিতে।।
ভিক্ষাক গৈলন্ত শিৱ গিৰা আছে ঘৰে।
লক্ষ্মীক দেখিয়া দেৱী পৰম সাদৰে।।
সিংহাসন পাৰি দিয়া তাম্বুলক আনি।
ভক্তিভাবে পূজিলন্ত নিজে ঠাকুৰাণী।।
সখীৰূপে লক্ষ্মীদেৱী পুছিলন্ত বাণী।
গৃহৰ বাৰ্ত্তাক মোত কোৱা ঠাকুৰাণী।।
অৰ্পণাক লক্ষ্মীদেৱী যতেক সুধিলা।
নিন্দাৰূপে পাৰ্ব্বতীয়ে লক্ষ্মীক বুলিলা।।
প্ৰথমে সুধিলা লক্ষ্মী ভিক্ষু কৈত গৈল।
গৌৰী বোলে বলিৰাজা যজ্ঞত ৰহিল।।
লক্ষ্মী বোলে পশুপতি গৈল কোন ঠাই।
দুৰ্গা বোলে গৰু কৃষ্ণে আছন্ত চৰাই।।
লক্ষ্মী বোলে সৰ্পৰ ভূষণ ঘৰে নাই।
গৌৰী বোলে মোৰে পতি অনন্ত শয্যাই।।
বিষাদ কৰিয়া ৰৈল ভাবিয়া কমলা।
উমা বোলে নোহো আমি প্ৰকৃতি চঞ্চলা।।
যিহেতু প্ৰথমে লক্ষ্মী ভিক্ষু উচ্চাৰিলা।
সিকাৰণে লাজে উমা খেলিক কৰিলা।।
তাত পৰে লক্ষ্মীদেৱী বৈকুণ্ঠক গৈলা।
সমস্ত কথাক পাছে বিষ্ণুক কহিলা।।
লক্ষ্মীৰ বৃত্তান্ত শুনি প্ৰভু যদুৰাই।
কহিলা মুখত হস্ত পঙ্কজ বুলাই।।
তোমাক বিদ্ৰোৰ কৰে উমা লাজ পায়া।
মিছা অপমান ভাবে নিজে মহামায়া।।
উপায় কৰিবো উমা লজ্জা পাৱে আৰ।
যেহিৰূপে সংসাৰত হোৱে কৃষিকাৰ।।
কৃষিহলে হব সুখী পৃথিৱী অখিল।
বিষ্ণু এই ভাবি চাৰি সিদ্ধক মাতিল।।
সনক সনন্দ সনাতন মুনিবৰ।
সনত কুমাৰ তনা আমাৰ উত্তৰ।।

ভিক্ষা কৰা চাৰি সিদ্ধে কৈলাসত যায়া।
ভিক্ষা কিছু দিতে নপাৰিবে মহামায়া।।
লজ্জা পায়া পাৰ্ব্বতীয়ে কৰ শঙ্কৰত।
শঙ্কৰো উমাৰ বাক্যে হৰ কৃষিগত।।
কৃষি হলে পৃথিবীত উপকাৰ হৰ।
সকলো জন্তুৱে খাৰ আমাকো পূজিব।।
এহি আজ্ঞা পায়া সিদ্ধ মুনি চাৰিজনে।
কৈলাসে ভিক্ষাক গৈল বিষ্ণু স্মৰি মনে।।
দেখন্ত ভিক্ষাক গৈলা দেৱ শূলপাণি।
অকলে আছয় ঘৰে উমা ঠাকুৰাণী।।
ক্ষুধায়ে পীড়িত মুনি চাৰিবো জন।
ভিক্ষা দিয়া মাত্ৰ বুলি মাতে ঘনে ঘন।।
দেখিয়া ভিক্ষুক উমা ভাবিয়া বিষন্ন।
দিৰ্বলেকো ঘৰে নাহি তণ্ডুলৰ কণ।।
বুলিবে লাগিলা উমা ভিক্ষু সব ঠাই।
শঙ্কৰ আমাৰ পতি ভিক্ষা মাগি খাই।।
ভিক্ষা মাগি সন্ধ্যাকালে আসন্ত গোসাই।
তোমাসাক দিবলেকো ঘৰে কিছু নাই।।
যদি ফলমূল লাগে কোৱা বুলিবৰ।
তাক দিব পাৰো মই বিচাৰি বাৰীৰ।।
হেন শুনি মুনিগণে বুলিলন্ত বাক।
তোকে মৰো তাক আনি দিয়া আমাসাক।।
ফলমূল আনি দেৱী মুনিসবে দিলা।
সকলো ভুঞ্জিয়া পাচে বৈকুণ্ঠ চলিলা।।
আতপৰে উমা মনে বিষাদ কৰিয়া।
অভ্যন্তৰে ৰহি আছে দুৱাৰ মাৰিয়া।।
সন্ধ্যাকালে আসি শিৱে দুৱাৰক দেখি।।
গৃহৰ চৌপাশে আছে চাহান্ত নিৰিখি।।
বুলিবে লাগিলা শিৱে ৰহি আছে দ্বাৰে।
দ্বাৰ মেলি দেহ শীঘ্ৰে কোন আছে ঘৰে।।
বিস্ৰোৰ কৰিয়া অৰে সোধে কোন বুলি।
ভবানীৰ বাক্য শুনি শিৱে বোলে শূলী।।
উমা বোলে শূলা যোগী কেনে ইঠাইত।

সত্বৰে চলিয়ো তুমি কৈলাস পৰ্বত।।
শিৱে বোলে থানু আমি দেখাহা সাক্ষাতে।
উমায় বোলয় মই শুনো বৃকে মাতে।।
নীলকণ্ঠ নাম মোৰ শিৱে বোলে পাছে।
কান্ত বোলে নাম ইতো ময়ূৰৰো আছে।।
কেঞো মেঞো কৰা তুমি কনৰ ভিতৰ।
দেৱতাৰ ইটো নাম শুনিয়ো অদ্ভুত।।
শিৱে বোলে আজি তুমি ভুলিলা অপৰ্ণা।
দ্বাৰ মেলি চাহা তুমি মহি পশুপতি।।
গৃহিণী বোলয় পশুপতি বৃষ হই।
কি কাৰণে তোমাৰ মুণ্ডত শিঙ নাই।।
এহিৰূপে শিৱক ভৰধ কৰি নাৰী।
দুৱাৰ মেলিয়া পাছে নিলন্ত সাদৰি।।
নন্দি-পুৰাণৰ কথা অতি বিতোপন।
পঢ়িলে শুনিলে হোৱে পাপ বিনাশন।।
কৃষ্ণৰ কিঙ্কৰে ভণে এড়ি আন কাম।
সভাসদে ডাকি বোলা শিৱ ৰাম ৰাম।

## কৃষিৰ প্ৰতি শিৱক নিযুক্তি
### দুলড়ী

অপৰ্ণা বদতি শঙ্কৰৰ প্ৰতি,
শুনা প্ৰভু মৃত্যুঞ্জয়।
তোমাৰ ভিক্ষাই, পুজ্যৰতা নাই,
ইহাতে নাহি সংশয়।
তুমি গৃহবাসী, কৈলাস-নিবাসি
গৃহিণী কৰিলা মোক।
ভিক্ষাৰী আছিলে, ভিক্ষাক নিমিলে,
পায় আছো বড় শোক।।
যদি যুক্তি ধৰা, দেহ-বৃত্তি কৰা,
কহো কিছু কথা মই।
আমি মূঢ় লোকে, ঈশ্বৰকো নিন্দে,
ভিক্ষুক দেখি নিশ্চই।।

ইতো ভিক্ষা কৰ্ম্ম, নিখিলাওঁ ধৰ্ম্ম,
ইহাত তোমাৰ দুখ।
স্তন কামোৰাই, শিশু দলিয়াই,
কতো নাহিকয় সুখ।।
যিহোক সিহোক, খণ্ডা মোৰ শোক,
তুমি প্ৰভু ত্ৰিপুৰাৰী।
ভিক্ষা কৰ্ম্ম এড়ি, কৃষি কৰ্ম্ম ধৰি,
থাকা কৈলাস উপৰি।।
শুনি পশুপতি, পাৰ্ব্বতীক প্ৰতি
সাদৰে বুলি বচন।
ভস্মমাত্ৰ গায় বস্ত্ৰ নাহি কয়,
সৰ্পৰ কৰো ভূষণ।।
গুটি কৈন্ত পায়, ভাল মাটি নাই,
কিবা মতে কৃষি হই।
কৃষি কৰ্ম্ম বৰ, অতি যে দুষ্কৰ,
হাল ফাল ঘৰে নাই।।
শুনিয়া অপৰ্ণা হাঁসিয়া বদতি,
ইহাৰ আছে উপায়।
তুমি বিশ্বম্ভৰ, জগত ঈশ্বৰ,
যৈত খোজা তেতে পায়।।
ইন্দ্ৰৰ নিকটে, গৈয়া অকপটে,
মাটি খুজি আনা যত।
কঠীয়া কুবেৰে, দিবন্ত সাদৰে
নাঙল পাবা বলোন্ত।।
পাশ বৰুণৰ, যৌত মনোহৰ
বিষ্ণুৰ চক্ৰে যুৱলি।
বাসুকিক আউন্দ, কৰিবাহা বন্ধ,
আত তই থাক বুলি।।
যমৰ মহিষ, আছে তবু বৃষ,
ত্ৰিশূল হৈবন্ত ফাল।
কৈলোহোঁ যুগুতি, কৰিয়ো কাকুতি,
কৰা কৃষি হৈব ভাল।।
বাছনীৰ কৰ্ম্ম, আমাৰ সে ধৰ্ম্ম

তথু চৰণৰ ঘৰে।
গোৱক কাৰণ, আছে ষড়ানন,
বালক তোমাৰ ঘৰে।।
শিৱে শুনি পাছে, উমা যিটো কৈছে,
ভাবি দেখে কথা হয়।
নন্দি পুৰাণৰ, কথা মনোহৰ
শুনিলে পাপ শুচয়।।
কৃষ্ণৰ চৰণে ধ্যান কৰি মনে,
দ্বিজ ভায়া ৰামে ভণে।
সভাসদ যত, হৈবা নিশবদ,
শুনিয়োক এক মনে।।

## শিৱৰ কৃষিকৰ্ম্ম আয়োজন

পাছে দেৱ শূলপাণি, ভাৰ্য্যাৰ বচন শুনি
মনে অতি আনন্দিত ভৈল।
সবে দেৱতাৰ ঘৰে, খুজিয়া আনিল হৰে,
কুবেৰ গৃহক পাছে গৈল।।
কুবেৰে দেখিয়া দেৱ, পাৱে পৰি কৰি সেৱ,
পূজিলন্ত আসন যোগাই।
শঙ্কৰে বুলিলা বাক, কঠীয়া দিয়া আমাক,
শুনিয়া কুবেৰ তাক দেই।।
কঠীয়া অপাৰ মাগে, নিয়া যত চুঙা লাগে
কৃষি কথা হৈৱন্ত বিশেষ।
পাত্ৰ কৈলে অধোমুখ, কৃষিত নুহৱ সুখ,
পাত্ৰত আছয় এহি শেষ।।
তুমি প্ৰভু শূলপাণি, সকলোকে আছা জানি,
সকলৰ তুমি সে কাৰণ।
পাচে দেৱ শূলপাণি, কঠীয়া চুঙাক আনি,
হাতে লৈয়া কৰিলা গমন।।
ভাৰ্য্যাক সাদৰি ঘনে, কৃষি কৰিবাক মনে,
পাচে শিৱ পথাৰে চলিলা।
পথাৰ পাইল গই, ভাল মাটি বাছি লই

তেবে হবে হালক যুড়িলা।।
ষোড়শ যোজন পথ, কৃষি হৈল মনোরথ,
আগবাঢ়ি যান্ত পশুপতি।
পাচক নচাই হবে, ভালমতে কৃষি করে
মনত বিশেষ হয়া রতি।।
পাচ হৈতে কৃষিচয়, গেবেলী ফুলরি হয়,
কতো পকা কতোবা নপকা।
দেখিতে আশ্চর্য্য লাগে, কৃষিকরে মহাভাগে
নানা বিধ ধানর পতকা।।
বাছি অন্ন ধানে তুলি, শঙ্কর আলোক বুলি,
বাট চাই আছন্ত সুন্দরী।
কৃষিত আসক্ত হর, কৈত বারী কৈত ঘর,
ভুলিলা ভণ্ডুরা পশুপতি।।
ক্ষুধাতৃষ্ণা এরি হবে, কৃষিতে হে মন করে,
নাসয় গৃহক মহেশ্বর।
শঙ্করর মনে রঙ, তাক দেখি ভৈল খণ্ড,
আদ্যাশক্তি পর্ব্বত কীবর।।
গান্ধী ডাঁশ কৈতকুরি, স্রজিলন্ত ভূরি ভূরি,
কৃষি নষ্ট করিবাক মনে।
দেখি প্রভু শূলপাণি, জুমুঠি বাধিয়া আনি,
নাঙল কুটিত বান্ধে ঘনে।।
নাসিবার দেখি পতি, পুনরপি সৃজে সতী,
কেঁচু বিছা ররল ফরিঙ।
চহরা গোএলাহি মহ, নষ্ট করিবাক সহ,
কুমটি ইন্দুর উচ্চরিঙ।।
জোক পোক আদি করি, সৃজন করিলা দেবী,
আদেশিলা সবাকো গোঁসানী।
সকলে চলিয়া যাস, শস্য সব কর নাশ,
তেহে কিবা আশে শূলপাণি।।
আজ্ঞামতে সবে গই, কৃষির ওচর পাই,
ধরিলন্ত উৎপাত করি।
শঙ্করে দেখিয়া পাছে, কৃষি নষ্ট করি আছে,
খেদিলন্ত হাতে শূল ধরি।।

শস্যৰ অনেক অৰি, দেখিলন্ত মন্ত্র কৰি,
অনন্ত মহিমা আছে যাৰ।
তথাপি বাসয় পতি, খণ্ড হয়া ভগৱতী,
বেগে যান্ত কৃষি দেখিবাৰ।। ১
কৃষি দেখি ভগৱতী, বিস্ময় মানিল অতি,
মুখ হন্তে ভৈলন্ত উদিত।
অগ্নিবর্ণ কলেবৰ, দেখি অতি ভয়ঙ্কৰ
খোবা-খুবী দুজন বিদিত।
শস্যৰ হিংসুক অতি, গৌৰীহন্তে অৱতৰি,
খোবা-খুবী শস্য পুৰি যান্ত।
বিশ্বম্ভৰ পশুপতি, কৃষিকর্ম্মে হয়া ৰতি,
পাচক নচায়া আগে ধান্ত।।
অগ্নিৰ শবদ শুনি, পাচ চায়া শূলপাণি
কৃষিত দেখিল দুই জন।
দেখি হৰে ক্রোধ হৈল, হাতে শূল তুলি লৈল,
খোবা-খুবী মাৰিবাক মন।।

## খোবা-খোবীৰ প্রতি শিৱৰ কোপ

### পদ

পাছে খোবা-খুবী দুয়ো দেখে চিন্তে মাৰ।
দণ্ডৱতে নমিলন্ত চৰণে হৰৰ।।
কৰযোৰ হয়া দুয়ো কৰিলা মিনতি।
নমাৰিয়া বাধা প্রভু কৰিয়ো কাকুতি।।
তোমাৰ ভার্য্যাৰ মুখে উপজিলো আমি।
প্রাণ ৰক্ষা কৰা প্রভু ত্রৈলোক্যৰ স্বামী।।
উমাৰ মানসসুত আমি দুই জন।
বুঝি চোৱা প্রভু আমি লৈলোহো শৰণ।।
মাতা উমা পিতা তুমি দেব পশুপতি।
কিবা অপৰাধে প্রভু মৰণৰ গতি।।
মাতৃৰ আজ্ঞায়ে প্রভু কৃষি কৈলো নষ্ট।
আমাক বাধিয়ো আজি ক্ষেমিয়োক কষ্ট।।
পুত্রক বধিতে কোনো শাস্ত্রে নিলিখই।

আমাসাৰ হন্তে আজি কেমিত্ৰোক দাহি।।
পাচে দেৱ পশুপতি মনে ভাবি চালে।
আপন মানসসুত হেন বুধি পালে।।
বুলিবে লাগিলা হবে খোবা-খুবী চাহি।
ঢেঢেএলা পৰ্ব্বতে দুয়ো বাস কৰ যাহি।।
এহি আজ্ঞা পাই পাচে খোবা-খুবী দুই।
পুনৰপি কহে দুয়ো কৰ যোৰ হই।।
ভাল আজ্ঞা দিলে প্ৰভু শিৰে লৈলো তুলি।
কিন্তু অনাহাৰে আমি মৰিবো সমূলি।।
শিলাৰ পৰ্ব্বতে প্ৰভু কি পাবো আহাৰ।
আজ্ঞা কৰা প্ৰাণ স্বামী ক্ষুধাৰ তৃষ্ণাৰ।।
এহি বুলি দুয়ো শিৱ চৰণে নমিলা।
তুষ্ট হয়া পশুপতি তাক কহি দিলা।।
যিটো জন্মে শনি ৰবি মঙ্গল বাৰত।
দ্বিতীয়া দ্বাদশী আৰু তিথি সপ্তমীত।।
নক্ষত্ৰৰ মধ্যে পুনৰ্ব্বসু কৃত্তিকাত।
উত্তৰফাল্গুনী কিবা জন্মে বিশাখাত।।
পূৰ্বভাদ্ৰপদ আৰু উত্তৰাষাঢ়ত।
যিটো প্ৰাণী ওপজয় কুক্ষণ বেলাত।।
সিসবাৰ মুখত সদায়ে বাস কৰি।
ভোজন কৰিবি দুয়ো উদৰক ভৰি।।
এহি বুলি সদাশিৱে আদেশ কৰিলা।
আজ্ঞা শিৰে ধৰি দুয়ো সত্বৰে চলিলা।।
সেহিবাৰ ক্ষণে যিটো অদ্যাপি জন্মই।
তাৰ খোৰ লাগে বুলি জানিয়ো নিশ্চয়।।
খোবা-খুবী যত থান দখল কৰি গৈলা।
সকলোৱে সদাশিৱে আহু নাম থৈলা।।
অদ্যাপিয়ো যত আছে আহু থান নামে।
পণ্ডিত সজ্জনে তাক নলগাই কামে।।
খোবা-খুবী নুপুৰিয়া যত থান থৈলা।
পৃথিবীত সিবোৰৰ শালি নাম ভৈলা।।
দেৱতাৰ পূজা যিটো আকেসে লগাই।
পিত্ৰাদিৰো শ্ৰাদ্ধত সকলে তাক দেই।।

এহিৰূপে কৰে শিৱে কৃষি নিৰ্বাপণ।
তাৰ পৰে চলি গৈল চৈধ্যয় ভুবন।।
কৃষ্ণৰ কিঙ্কৰে ভনে মূলগ্ৰন্থ চায়।
যাক শুনি খোবা-খুবী দূৰতে পলায়।।
শনিয়োক সভাসদ এড়ি আন কাম।
পাতক চাড়োক ডাকি বোলা শিৱৰাম।

# অসমৰ শিৱস্থান সমূহ

## লক্ষীমপুৰ

**ফুলবাৰী শিৱথানৰ ইতিবৃত্ত ঃ** লক্ষীমপুৰ জিলাৰ অন্তৰ্গত ফুলবাৰীত অৱস্থিত, ফুলবাৰী শিৱথান। ১৭৬০ খৃ.ত আহোম স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহৰ দিনত, ডফলাক দমন কৰিবলৈ পঠোৱা, নাওবৈছা ফুকনৰ অধীনত অহা পালি সেনাপতি স্বৰ্গীয় বিকায় ফুকনক সীমান্ত স্থান ৰক্ষাৰ ভাৰ দি সীমান্ত স্থান বাঙগড়ৰ সমীপত কুঠিপাতি থাকে আৰু তেৱেঁই ডফলা খেদিবলৈ গৈ, পিঙৰা নদীত, প্ৰায় আঢ়ৈ ফুট ওখ ক'লা শিলৰ, শিৱ লিঙ্গভাগ পাই (লগতে ক'লা শিলৰ এফুট ওখ, দেৱী আৰু ডেৰফুট ওখ গণেশ মূৰ্ত্তি) বৰ্ত্তমানৰ স্থানত আনি স্থাপন কৰে। পাছত মানৰ আক্ৰমণ আৰু ৰাজনৈতিক বিপৰ্যয়ৰ হেতু থান ভাগ স্থায়ীভাৱে নিৰ্মাণ কৰা নহ'ল। অৱশ্যে বিকায় ফুকনদেৱে, নকী থান নিৰ্মাণ কৰাৰ অৰ্থে, ইটা তৈয়াৰ কৰাইছিল (বৰ্তমান থানৰ ওচৰত বোকানদীয়ে গড়াখহোৱাত পুৰণা বহল ইটা ওলাইছে।)। এবিধা মাটি জোৰা পুখুৰীও খন্দাইছিল, বেল গছ ৰোৱাইছিল। তেওঁৰ পৰৱৰ্তী বংশধৰ প্ৰিয়নাথ ফুকন, হৰিনাথ ফুকনৰ দিনত মানৰ আক্ৰমণৰ ফলত হোৱা সামাজিক বিপৰ্যয়তে পাছলৈ ফুলবাৰীত বাস কৰা বিকাই ফুকন আৰু গগৈৰ পৰিয়ালৰ লগতে কছাৰী লোক কিছু আৰু দুখন ডফলা গাঁৱৰ বাদে কোনো লোক নাছিল। বিকাইৰ বংশধৰ আৰু হৰিনাথ ফুকনে, থান ভাগত পূজা কৰাৰ অৰ্থে গহপুৰ কামদিয়ালৰ পৰা হেমকান্ত শৰ্ম্মা বৰুৱা নামৰ এজন লোকক আনি ১৮৬০ চনত পূজাৰ কাম চলাবলৈ দিছিল। অত্যধিক ভাং খোৱাৰ ফলত হাঁপানী ৰোগত পৰি তেওঁ নিজ ঠাইলৈ গুচি যায়। পুনৰ তেওঁৰ পুত্ৰ ভীমকান্ত ফুকনদেৱে ১৮৯১ খৃ.ত বৰ্তমানৰ পূজাৰী আমাৰ ককা স্বৰ্গীয় গঙ্গাধৰ গোস্বামীদেৱক মাজুলী আধাৰ সত্ৰৰপৰা আনি উক্ত থানৰ পৰিচালনাৰ দায়িত্ব দিয়ে, তেখেতে পৰিচালনা কৰাৰ পৰাই বৰ্তমানলৈ তিনিপুৰুষে থানৰ পূজা-পাতল কৰি আছে। বৰ্তমান স্থানীয় নেপালী সম্প্ৰদায়ৰ লোকৰ সহযোগিতাত পকী মন্দিৰ নিৰ্মাণ কৰাৰ যত্ন কৰি থকা হৈছে। কেইজনমান মাৰোৱাৰী আৰু বিহাৰী লোকেও থানভাগত অৰ্থসাহায্য দিয়াৰ প্ৰতিশ্ৰুতি দিছে।*

* শ্ৰীযোগেশ্বৰ গোস্বামী, ফুলবাৰী, লক্ষীমপুৰ।

## ধেমাজী

মাছখোৱা শিৱদ'লৰ বুৰঞ্জী : ধেমাজী জিলাৰ মাছখোৱা মৌজাৰ প্ৰায় মধ্যভাগত (মাছখোৱা গাঁও পঞ্চায়ত) থকা দ'লগুৰি নামৰ ঠাইখনত এটি শিৱ মন্দিৰ আছে। মাছখোৱা উপ ডাকঘৰৰ সন্মুখতে থকা এই শিৱ মন্দিৰটো ১৯২০ চনতে নিৰ্মাণ কৰা হৈছিল। এই শিৱ মন্দিৰৰ নিৰ্মাণশৈলী পশ্চিম ভাৰতৰ অন্যান্য শিৱ মন্দিৰৰ আহিঁত নিৰ্মাণ কৰা মন্দিৰটোৰ গম্বুজৰ তলৰ বেৰ অংশ দীঘলে-বহলে বাহিৰে বাহিৰে ১৪ (চৈধ্য) ফুট, বেৰ ১৮" বহল। বেৰৰ ওপৰ অংশৰ গম্বুজটো ১৫ ফুট ওখ। মাটিৰপৰা কলচি পৰ্যন্ত সৰ্বমুঠ ২৭ ফুট ওখ। কলচিৰ মূৰৰ ভাগ সোণেৰে মৰোৱা আছিল যদিও বৰ্তমান সেই সোণ কোনোবাই নিলে। মন্দিৰৰ চাৰিওফালে দহ ফুট বহলৰ এখন টিনৰ বাৰাণ্ডা আছিল। বৰ্তমান সকলো শেষ হৈ মূল মন্দিৰটোহে মাত্ৰ আছে। তাৰো জৰাজীৰ্ণ অৱস্থা। মন্দিৰৰ গাত শিৱৰ, শিৱভক্তৰ মূৰ্তি, বৃষভ মূৰ্তি, সৰ্প, অপ্সৰা, সিংহৰ মূৰ্তি আদি চিত্ৰিত কৰা হৈছিল। সেইবোৰ বৰ্তমান ভাঙি-ছিঙি গৈছে। মন্দিৰৰ ভিতৰত শিৱলিঙ্গ আছে। শঙ্খ, ঘন্টা, কাঁহ আদি বাদ্যযন্ত্ৰ আৰু অন্যান্য সম্পত্তিবিলাক চুৰি হ'ল। মন্দিৰৰ এখন তামৰ ফলি বৰ্তমানেও আছে। তামৰ ফলিত উল্লেখ থকা মতে মন্দিৰটো এগৰাকী ব্ৰাহ্মণ বিধবা নেপালীয়ে সজাইছিল। মন্দিৰটো বৰ্তমান যুগৰ ইটা চুণ-চুৰকীৰে নিৰ্মাণ কৰিছিল। মাছখোৱাৰ পৰা ধেমাজীলৈ যোৱা গড়কাপ্তানী আলিৰ পশ্চিমফালে আৰু মধুপুৰ চাহ বাগিচালৈ যোৱা পথৰ দক্ষিণ ফালে এই মন্দিৰ অৱস্থিত। সেইবাবে মন্দিৰৰ দুৱাৰ দুখন দুয়োটা আলিৰ ফালে আছে। বৰ্তমানে উত্তৰ দিশত থকা দুৱাৰখন বন্ধ কৰাইছে। স্থানীয় যুৱকসকলৰ যত্নত মন্দিৰৰ সন্মুখত এটি টিনৰ নামঘৰ সাজিছে আৰু পূজাপাঠ আৰম্ভণিৰ ব্যৱস্থা কৰিছে।

## ডিব্ৰুগড়

বুঢ়া-বুঢ়ীৰ মন্দিৰ : সদিয়াৰপৰা দহ মাইল উত্তৰ-পূবে দিব্ৰুং আৰু দেওপানী নদীৰ সঙ্গমস্থলৰ ওচৰত বুঢ়া-বুঢ়ীৰ মন্দিৰ। ই অতি পুৰণি মন্দিৰ। হিন্দুসকলৰ মতে এই মন্দিৰ মহাদেৱৰ আৰু কৰ্ণেল হান্নৰ মতে ই বৌদ্ধ মন্দিৰ; কিন্তু বুৰঞ্জীয়ে ঢুকি পোৱা কালৰপৰা ইয়াৰ উপাসকসকল শুদ্ধ হিন্দুও নহয়, দেউৰীসকলহে। তেওঁবিলাকে বুঢ়া-বুঢ়ীক গিৰাছি -গিৰা বোলে। কৰ্ণেল হান্নেই কয় যে বাহিৰে শিল ভিতৰফালে ইটাৰে নিৰ্মিত এখন দেবালয়ৰ মাজৰ বহল ঠাইত ছয়কোণীয়া এখন বেদী আছিল। ইয়াৰ সন্মুখত শিলৰ ওখ ঠাই আছে

* শ্ৰীবিপুল শৰ্মা, মাছখোৱা বিলতীয়া, ধেমাজী।

আৰু তাতে পূজা দিয়া হয়। বেদীৰপৰা বাঠি খোজমান দুৰত আৰু এখন দেৱাল আছে আৰু দেৱালৰ বাহিৰে দ খাল আছে। ইয়াৰ দুৱাৰৰ কোনো চিন নাই; কিন্তু বেদীৰ পশ্চিম ফালৰপৰা এটা ওখ বাট আছে। দুয়ো বেদীৰ ওপৰত এসময়ত ঘৰ আছিল। **

## শিৱসাগৰ

১৭৩৪ চনত স্বৰ্গদেউ শিৱসিংহৰ ৰাণীয়ে এটি পুখুৰী খন্দাই নাম থয় শিৱসাগৰ। এই শিৱসাগৰ পুখুৰীৰ দক্ষিণ পাৰত শিৱদৌল, দেৱীদ'ল আৰু বিষ্ণুদ'ল। কোনো কোনোৱে কয় যে ৰজা শিৱসিংহৰ নামেৰেই পুখুৰীটোৰ নাম শিৱসাগৰ থয়। আচলতে কিন্তু শিৱ দেৱতাৰ নামত উচৰ্গা কৰা কাৰণেহে শিৱসাগৰ হয়। দ'ল তিনিটাৰ ভিতৰত শিৱদ'লটোৱেই আটাইতকৈ ওখ, দ'লটোৰ বেৰে ১৩০ হাত, পটিয়েবেদি ১৮ হাত, বাজু ১৬ হাত ওখকৈ খুৰা পাটৰ পৰা ওপৰ মূধলৈ বাৰ হাত আৰু তাৰপৰা চুলাৰ ওপৰলৈ ৫৭ হাত।

(পবিত্ৰ অসম)

কৰ্দৈশিৰীয়া এই শিৱ মন্দিৰটি অসমৰ ভিতৰতে অতি গুৰুনী মন্দিৰ। শিৱসাগৰ নামৰ বহল দীঘল পুখুৰীটোৰ পাৰত গাম্ভীৰ্যপূৰ্ণভাৱে অৱস্থিত এই মন্দিৰ তিনিটিয়ে শিৱসাগৰ নগৰখনকে গাম্ভীৰ্য প্ৰদান কৰিছে। শিৱদৌলটিৰ ভিতৰত এটি তলত পানী থকা কুণ্ড। কুণ্ডটিৰ ভিতৰত শিৱলিঙ্গ প্ৰতিষ্ঠিত। কাষতে অন্য এটি শিৱলিঙ্গও বৰ্তমান। আহোম ৰাজত্বৰ শেষৰ কালে নিৰ্মাণ কৰা এই শিৱলিঙ্গ কুণ্ডৰ ভিতৰত প্ৰতিষ্ঠা কিয় হ'ল এই কথা চিন্তা কৰিলে কুণ্ড যোনিৰে প্ৰতীকস্বৰূপ বুলি ভাবিবৰো থল আছে। ব্ৰাহ্মণ পূজাৰীসকলে বংশানুক্ৰমে এই মন্দিৰ তিনিটিত পূজা-সেৱা চলাই আহিছে।

শিৱমন্দিৰটিৰ গাত বহুতো সুন্দৰ ভাস্কৰ্য আছে। শিৱৰাত্ৰি মেলা এই মন্দিৰৰ প্ৰাঙ্গণত প্ৰতি বছৰে আড়ম্বৰেৰে হয়। মাঘী পূৰ্ণিমাতো অখণ্ড নাম-কীৰ্তন বহু বছৰ ধৰি চলি আহিছে।

জয়সাগৰৰ জয়দ'লৰপৰা পশ্চিমফালে অন্য এটি শিৱমন্দিৰো আছে। এই মন্দিৰটি বিশ্বনাথ বা বৈদ্যনাথ দ'ল নামে প্ৰখ্যাত তলাতল ঘৰৰ ওচৰত থকা আন এটি শিৱমন্দিৰ ঈশানেশ্বৰ নামে জনাজাত।

শিৱসাগৰৰ ৰংপুৰ নগৰত ১৭০৩ চনত স্বৰ্গদেৱ ৰুদ্ৰসিংহই নিজ উপাস্য দেৱতা ৰঙ্গনাথক আৰাধনা কৰিবলৈ ৰঙ্গনাথ মন্দিৰ স্থাপন কৰিছিল। শিৱৰ বিভিন্ন ৰূপৰ ভিতৰত চতুৰ্নাথৰ (পুৰীৰ জগন্নাথ, কাশীৰ বিশ্বনাথ, কাশ্মীৰৰ অমৰ নাথ আৰু ৰংপুৰৰ ৰঙ্গনাথ) ৰূপ অন্যতম বুলি কোৱা হয় আৰু এই কথা সপোনত

---

** পবিত্ৰ অসম

স্বৰ্গদেৱ ৰুদ্ৰসিংহক শিৱই নিজে কৈছিল খুলি বহল প্ৰচাৰিত প্ৰবাদ আছে। এই মন্দিৰ নিৰ্মাণ প্ৰসঙ্গত কেইবাটাও জনশ্ৰুতি প্ৰচলিত।

এই মন্দিৰৰ শিৱমূৰ্তি শিৱসাগৰৰ শিৱ মন্দিৰ থকা ঠাইত নিৰ্মাণ কৰাই ৰঙ্গনাথ অঞ্চলত (বৰ্তমান ৰংপুৰ) প্ৰতিষ্ঠান কাৰণে ৰাখিছিল। যি ঠাইত বিগ্ৰহ ৰাখিছিল সেই ঠাইৰপৰা বিগ্ৰহ লবাবলৈ স্বৰ্গদেৱ অসমৰ্থ হল অৰ্থাৎ বিগ্ৰহ তাতেই বহি পৰিল। তেতিয়া শ্ৰীশ্ৰীৰঙ্গনাথ সদাশিৱই স্বৰ্গদেৱক সপোন দেখুৱাই ক'লে— মই ৰঙ্গনাথ। পুৰীৰ জগন্নাথ, কাশীৰ বিশ্বনাথ, কাশ্মীৰৰ অমৰনাথ আৰু ৰংপুৰৰ ৰঙ্গনাথ। এই চাৰি ৰঙ্গনাথৰ মই এক ৰঙ্গনাথ। তুমি এক ৰাতিৰ ভিতৰতে এই ঠাইতে মোক এটি দ'ল সাজি দিয়া। যি ঠাইত তুমি মোক ৰাখিছিলা তাত মুক্তিনাথৰ আবিৰ্ভাৱ হ'ব। সপোনৰ নিৰ্দেশ অনুসৰি ৰজাই একে ৰাতিৰ ভিতৰতে মন্দিৰ নিৰ্মাণ কৰি শ্ৰীশ্ৰীৰঙ্গনাথ বাবাক প্ৰতিষ্ঠা কৰিলে বাবেই মন্দিৰৰ গাত অন্য মন্দিৰৰ দৰে ভাস্কৰ্য দেখা নাযায়।

এই ৰঙ্গনাথ বাবাৰ বিগ্ৰহ শিলা সৰ্পেৰে পৰিবেষ্টিত হৈ আছে। এই মন্দিৰৰ গাতে লাগি থকা অকমান পুখুৰীটোলৈ বিগ্ৰহৰ কুণ্ডৰপৰা এটি নলাৰ মাজেদি স্নানজল বৈ গৈছে। বিগ্ৰহৰ কুণ্ডৰ কাষত অৰ্থাৎ শিলা সৰ্পৰ তলত সৰুকৈ এটি শিৱলিঙ্গও আছে।

এই দ'লটোৰ জোখ-মাপ এনে ধৰণৰ ঃ দলৰ বেৰ ৬৩ হাত। ওখ পীৰাৰপৰা আওলা ইটাৰ চাললৈ আঠ (৮) হাত দহ আঙুল। তাৰপৰা ঘটৰ চাললৈ এঘাৰ হাত তিনি আঙুল। জপাই বিশহাত। স্বৰ্গদেউ ৰুদ্ৰসিংহৰ উপৰিও কমলেশ্বৰ সিংহ আদি পৰৱৰ্তী স্বৰ্গদেৱসকলে নিজে উপস্থিত থাকি মন্দিৰৰ পূজা-পাতল তদাৰক কৰিছিল। মন্দিৰৰ পূজা-অৰ্চনা কৰিবৰ কাৰণে কনৌজৰপৰা পূজাৰী আনি ৰংপুৰৰ গড়গাঁও অঞ্চলত মাটি-বাৰীৰে স্থাপিত কৰিছিল। সেই পূজাৰীসকলৰ বংশধৰসকলেই বৰ্তমান মন্দিৰৰ পূজা অৰ্চনা নিয়মীয়াকৈ কৰি আহিছে যদিও মানৰ আক্ৰমণত মন্দিৰৰ তামৰ ফলি, মন্দিৰৰ মূল্যবান সা-সম্পত্তি, ভূমি আদিৰ হৰণ-ভগন হৈছিল।

মানৰ আক্ৰমণৰ পাছত ভোলা বৰঠাকুৰ নামৰ এজন পূজাৰীয়ে পুনৰ কাম-কাজ আৰম্ভ কৰে। এই দলৰ সমুখত ভক্তবৃন্দই এটি নামঘৰ প্ৰতিষ্ঠা কৰে। এই প্ৰতিষ্ঠা দিৱসৰপৰাই, অসমীয়া নতুন বছৰ বহাগ মাহত দেশবাসীৰ মঙ্গলাৰ্থে শ্ৰীশ্ৰীৰঙ্গনাথ শিৱ মন্দিৰত ১০০৮ টি ঘৃতাক্ত বেলপাত সহিত তিলহোম আৰু শিৱপূজা, নাম-কীৰ্তন আদিৰ প্ৰচলন হৈ আহিছে। সম্প্ৰতি ইয়াত শিৱৰাত্ৰি, মাঘী নামোৎসৱ, ভাদ মাহৰ অঘোৰ চতুৰ্দশী, শিৱপূজা আদি পালন কৰা হয়।*

* ৰঙ্গনাথ মন্দিৰৰ তথ্যখিনি মন্দিৰৰ পূজাৰী শ্ৰীমাধৱ চন্দ্ৰ বৰঠাকুৰ, মন্দিৰৰ স্মৃতিগ্ৰন্থ আৰু নীৰাজন নামৰ আলোচনীখনৰপৰা সংগ্ৰহ কৰি পঠালে শিৱসাগৰৰ শ্ৰীমান নিবিড় (পিকু) বৰদলৈয়ে আৰু তেওঁৰ মাতৃ শ্ৰীসৰোজ বৰদলৈয়ে।

লাংকুৰি : চৰাইদেউ পাহাৰত থকা দেওপাহাৰৰ দক্ষিণে থকা টিলাটোত এটা মন্দিৰ আছিল। ইয়াৰ নাম লাংকুৰি দ'ল অৰ্থাৎ শিৱদ'ল। এই দ'লটো স্বৰ্গদেৱ গদাধৰ সিংহই সজাইছিল। অলপতে চৰাইদেও বালিচাৰ মেলেঙাৰৰ বঙলাৰ সমুখত এটা ডাঙৰ শিৱলিংগ পোৱা গৈছে আৰু এই শিৱলিংগটো এই দ'লটোৰপৰাই নিয়া হৈছিল বুলি অনুমান কৰা হৈছে।**

গৌৰীসাগৰ দ'ল : শিৱসাগৰৰে গৌৰীসাগৰ পুখুৰীৰ পাৰত থকা শিৱদ'লটোৰ জোখ হৈছে মেৰে এশ বিশ (১২০) হাত। ওখকে খুৰাপাটৰপৰা ওপৰ মূৰলৈ বিশ (২০) হাত আৰু তাকাৰা চুলা (চূড়া)লৈ তিয়াল্লিছ হাত।**

নামতিত থকা দুটা মন্দিৰৰ (শিৱ আৰু বিষ্ণুৰ) ভিতৰত ডাঙৰ দ'লটো শিৱদ'ল।

শিৱসাগৰৰপৰা ৮ মাইল দক্ষিণে নামতি। নামতিত দুটা দ'ল আছে। মানুহে ইয়াকে নামতিদ'ল বোলে। স্বৰ্গদেৱ গৌৰীনাথ সিংহৰ দিনত নামতিয়াল ভাগৱতীক খাৰঘৰীয়া ফুকন পদৰপৰা আনি ৰবৰুৱা পাতে আৰু ৰজাই নিজৰ মায়েক ৰৰআইদেউক ৰবৰুৱালৈ বিয়া দিয়ে। এইজনা ৰবৰুৱায়ে ১৭৭৫ চনত নামতি দ'ল বন্ধায়। ঘাই দ'লটো মেৰে ৮৫ হাত আৰু ওখকে ৩১ হাত। ডাঙৰটো শিৱদ'ল আৰু সৰুটো বিষ্ণুদ'ল।

কৰীদ'ল : শিৱসাগৰ জিলাৰ মেটেকা ৰুণাঁও অঞ্চলৰ গজপুৰীয়া আলিৰ কাষত, জয়সাগৰৰপৰা ৫ কি.মি. পূৱত স্বৰ্গদেউ লক্ষ্মীসিংহৰ মাক কৰী ৰাজমাওৱে ১৬৯৫ শকৰ মাঘ মাহৰ ২৭ দিন ৰাওঁতে পুখুৰী খন্দোৱাৰ কাম আৰম্ভ কৰোৱায়। কাম সম্পূৰ্ণ হোৱাৰ আগতে ৰাজমাও স্বৰ্গগামী হয়। পুত্ৰ লক্ষ্মীসিংহই পুখুৰী খন্দাৰ কাম সম্পূৰ্ণ কৰাই পুখুৰীৰ উত্তৰ কোণত দ'ল নিৰ্মাণ কৰায়।

দ'লটো ১৯৫০ চনৰ ৰৰভূঁইকঁপত ভাগি ভগ্নাৱশেষত পৰিণত হয়।

সেই স্থানতে এটি নৱনিৰ্মিত শিৱ-বিষ্ণু মন্দিৰ গঢ়ি উঠিছে। প্ৰতি বছৰে শিৱৰাত্ৰি পালন হয়।

• জয়ৰাপাৰৰ দেওঘৰ (হৰ-গৌৰী মন্দিৰ) : শিৱসাগৰ নগৰৰপৰা ৫ কি.মি. উত্তৰে ধাই আলি অঞ্চলৰ জয়ৰাপাৰ গাঁৱত হৰ-গৌৰী মন্দিৰ।

কিংবদন্তিমতে কনচেং বৰপাত্ৰ গোহাঁয়ে দিলিহি নদীয়েদি ভটীয়াই যাওঁতে নাও লাগি ধৰে।

সপোনত দেখামতে দেওবিলত থকা তিনিটি মূৰ্তি উদ্ধাৰ কৰি বিলৰ বিপৰীত দিশত থকা স্থানত স্থাপন কৰোৱায়।

---

** পবিত্ৰ অসম

মন্দিৰৰ ভিতৰৰ্ত্ত বেদী স্থাপন কৰি তাত প্ৰায় তিনি-চাৰে তিনি ফুট ওখ শিবমূৰ্ত্তি, সোঁহাতে বিষ্ণু (চতুৰ্ভুজ) ১ ফুট ৪ ইঞ্চি আৰু বাঁওহাতে গৌৰীৰ প্ৰায় ৩ ফুট ওখ মূৰ্ত্তি স্থাপন কৰা আছে।

নিয়মিত বন্তি প্ৰজ্জ্বলন হয়।

মাঘী পূৰ্ণিমা জাকজমকতাৰে পালন কৰা হয়।*

শিয়লিফুকন দ'ল

নাজিৰাৰপৰা আঠমাইল দক্ষিণে এটি শিব মন্দিৰ আছে, লগতে এটি বিষ্ণু মন্দিৰো অৱস্থিত। বঙা চিলা দুৱৰা বংশৰ বিখ্যাত শিয়লি ফুকনেই এই দ'ল দুটা বনাইছিল বুলি কোনো কোনোৱে কোৱা-কুই কৰে যদিও তেওঁৰ আগতেই বন্ধোৱা যেন লাগে। এই বংশৰ ক্ষমতাশালী ৰাজপুৰুষ হৰনাথ ভিতৰুৱাল ফুকন বা বদন বৰফুকনৰ দিনতো বন্ধাব পাৰে।

ৰুদ্ৰসাগৰ দ'ল : ৰুদ্ৰসাগৰ বা ন-পুখুৰীৰ উত্তৰ পাৰত এই দ'ল অৱস্থিত। এইটো শিবদ'ল। স্বৰ্গদেৱ লক্ষ্মীসিংহই ১৬৯৫ শকত (১৭৭৩ চন) যখন দাবিকিয়াল হাজৰিকাৰ তত্ত্বাবধানত আগৰ অঠাই সাগৰ পুখুৰীৰ বিপৰীতে এটা পুখুৰী খনায় আৰু পিতৃ ৰুদ্ৰসিংহৰ নামে উৎসৰ্গা কৰি নাম থয় ৰুদ্ৰসাগৰ। ইয়াৰ পাৰতে এটা দ'ল বন্ধায় কিন্তু ইতিমধ্যে স্বৰ্গদেৱ লক্ষ্মীসিংহৰ মৃত্যু হোৱাত পুতেক স্বৰ্গদেৱ গৌৰীনাথ সিংহই দ'ল- পুখুৰী উৎসৰ্গা কৰে।

মাইবেলাৰ দ'ল : মাইবেলা ঠাইডোখৰ বৰ্তমান মথুৰাপুৰ বাগিচাৰ ভিতৰত। স্বৰ্গদেও গদাধৰসিংহই এই মাইবেলাত এটা দ'ল সজাইছিল। দ'লটো শিবদ'ল আছিল। আওহেলাত পৰি দ'লটো ধ্বংসপ্ৰাপ্ত হয়। কোনো কোনোৱে কয় যে দ'লটো ভূমিকম্পত ছিগি নিচেই কাষতে থকা পুখুৰীটোত এতিয়াও পৰি আছে।

অভয়পুৰৰ দ'ল : পুৰণি তাওকাক নগৰৰে অংশবিশেষত আৰু এতিয়া সংৰক্ষিত অভয়পুৰ বনাঞ্চলৰ ভিতৰত এটা দ'ল দেখা পোৱা যায়। এই দ'লটো কোনে, কেতিয়া সজাইছিল সবিশেষ পোৱা নেযায়। দ'লটো শিবদ'ল বুলি তাৰ গঠন-প্ৰণালী চাই জানিব পৰা গৈছে।

মাইদ'ল : স্বৰ্গদেউ প্ৰতাপসিংহই ৰজা হোৱাৰ আগৰেপৰা যি শিবলিঙ্গটি উপাসনা কৰিছিল, ৰজা হোৱাৰ পাছত এটি মন্দিৰ গড়গাঁও নগৰৰ বিপৰীতে দিখৌৰ পাৰত সজাই তাতে শিবলিঙ্গটি প্ৰতিষ্ঠা কৰে। এই দ'লটিকে মাইদ'ল বা 'মহেশ্বৰৰ ঘৰ' বুলিও কোৱা হয়।*

---

* শ্ৰীপৰশমণি বৰদলৈ, (মেটেকা, শিবসাগৰ)ৰ দ্বাৰা সংগৃহীত।
* পবিত্ৰ অসম।
* পবিত্ৰ অসম

# যোৰহাট

হাতীশুঁড় গাঁও শ্ৰীশিৱ দেৱালয়ঃ ১৭৮৬ চনত আহোম ৰজাই যোৰহাটলৈ ৰাজধানী স্থানান্তৰ কৰে। সেই সময়ত ৰাজধানী নিৰ্মাণৰ বুজ লবলৈ আছে মন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়া। কথিত আছে যে মন্ত্ৰী ডাঙৰীয়াই খোৱা পানীৰ অভাৱ পাই সেই অঞ্চলত এটি বৃহৎ পুখুৰী নিৰ্মাণ কৰে। সেই সময়তেই মন্ত্ৰী ডাঙৰীয়াই সপোনত দেখিলে যে গোলাঘাট নগৰৰ সমীপত হাবদে নামেৰে এখন পথাৰ আছে। সেই পথাৰৰে এজোপা বিশাল বৃক্ষৰ পাদদেশত এজনা স্বয়ম্ভু শিৱলিঙ্গ আছে আৰু সেই লিঙ্গ আনি বুঢ়াগোহাঁই ডাঙৰীয়াই পুখুৰীৰ পাৰত প্ৰতিষ্ঠা কৰিব লাগে। তেতিয়া মন্ত্ৰী ডাঙৰীয়াই যথেষ্টসংখ্যক চাওদাং আৰু বিষয়াক সেই লিঙ্গ আনিবৰ কাৰণে পঠায়। কিন্তু সেই লিঙ্গ অনাটো বাদেই লিঙ্গ লৰাবকে নোৱাৰিলে।

এই কথা শুনি মন্ত্ৰী ডাঙৰীয়া চিন্তাক্লিষ্ট হৈ পৰিল। সেই ৰাতি পুনৰ সপোন দেখিলে যে চাৰিগাঁও মৌজাৰ অন্তৰ্গত কমাৰগাঁও নিবাসী বলোৰাম শৰ্মাৰ পুত্ৰ লেহৰাম শৰ্মা নামেৰে এজন নৈষ্ঠিক ব্ৰাহ্মণ আছে। সেই ব্ৰাহ্মণ তনয়ৰ হতুৱাই যথাবিহিত পূজা অৰ্চনা কৰিলেই সেই স্বয়ম্ভু শিৱলিঙ্গ প্ৰতিষ্ঠা কৰা ঠাইলৈ অনাটো সম্ভৱ হ'ব। সেই অনুক্ৰমে ব্ৰাহ্মণ পঠাই বিধিৱৎ পূজা অৰ্চনাৰ যোগেদি দেৱাদিদেৱ শিৱস্বৰূপ লিঙ্গক আবাহন কৰি আনি বৰ্তমান থকা ঠাইতে প্ৰতিষ্ঠা কৰিলে। এই লিঙ্গ বিগ্ৰহৰ মাহাত্ম্য উপলব্ধি কৰি নিৰন্তৰ পূজা চলি থকাৰ আৱশ্যকতা অনুভৱ কৰি উক্ত ব্ৰাহ্মণকে পূজাৰী পদত নিযুক্ত কৰি মন্ত্ৰী ডাঙৰীয়াই বিশ পূৰা মাটি সহ মন্দিৰটি পূজাৰীৰ নামত উছৰ্গা কৰিলে। পূজা-অৰ্চনাত সহায় কৰিবলৈ দেৱলীয়া নিযুক্তি দি তেওঁকো দহবিঘা মাটি দান দিয়ে। [এতিয়া পূজাৰীৰ বংশধৰসকলৰ অলপহে মাটি আছে। কাৰণ ইংৰাজ শাসনত বেছি ভাগ মাটি ৰায়তৰ মাজত ভাগ কৰি দিয়া হয়।]

মন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই প্ৰতিষ্ঠিত শিৱলিঙ্গৰ কাৰণে মন্দিৰ ভাগ নিৰ্মাণ কৰাৰ কাৰণে আগবাঢ়োতেই পুনৰ মায়ামৰীয়া আক্ৰমণ আৰম্ভ হয়। ৰজাই নামমাত্ৰ সৈন্যেৰেহে ৰাজধানী ৰক্ষা কৰি আছিল। বেছিভাগ মানুহ পূজাৰী-দেউ সমন্বিতে মায়ামৰীয়া আক্ৰমণৰ ভয়ত ভটীয়াই গৈছিল। বিদ্ৰোহ দমনত বুঢ়াগোহাঁই ডাঙৰীয়া ব্যস্ত থাকিব লগা হয়। ১৭৯২ খৃ.ত মায়ামৰীয়া বিদ্ৰোহৰ অৱসান ঘটিল আৰু পূজাৰীসহ প্ৰজাসকল নিজ নিজ গৃহলৈ উভতি আহিল। গুৱাহাটীলৈ গৈ আঁতৰি থকা গৌৰীনাথ সিংহ স্বৰ্গদেউকো পুনৰ ১৭৯৩ চনত ৰাজসিংহাসনত বহুওৱা হয়।

ইতিমধ্যে পূজা-সেৱাত পুনৰ আহি আত্মনিয়োগ কৰা লেহ ৰৰঠাকুৰৰ দ্বাৰা প্ৰতিষ্ঠিত শিৱ লিঙ্গটিৰ ওপৰত এখন চালি দি চাৰিগাঁৱৰপৰা ঘোঁৰাৰে দৈনিক

দেৱালয়লৈ অহা-যোৱা কৰি থাকিল। ইয়াৰ পাছত তেওঁলোকৰ পুত্ৰ-নাতি সকলো হাতীগড়ত থাকি লৈ শিৱলিঙ্গৰ পূজা-অৰ্চনা কৰি আছে। কিন্তু সদাশয় ব্যক্তিসকলে দেৱালয় সমিতি পাছত গঠন কৰা হয় আৰু তেওঁলোকৰ সহযোগত মন্দিৰৰ বহুতো উন্নতি সাধিত হয়। প্ৰতি বছৰে শিৱৰাত্ৰিৰ মেলাও এই দেৱালয়ত হৈ আহিছে। হাতীগড় শ্ৰীশ্ৰীশিৱ দেৱালয়টি যোৰহাট নগৰৰ পৰা পূবে ৫ কিলোমিটাৰ দূৰত। ৰাষ্ট্ৰীয় ঘাই পথৰপৰা ৭০/৭৫ মিটাৰমান দক্ষিণফালে অৱস্থিত।*

**গোসাঁইবাৰী শিৱমন্দিৰৰ ইতিহাস :** যোৰহাট জিলাৰ নকছাৰি মৌজাৰ মধ্যস্থান গোসাঁইবাৰী ধোদৰ আলিৰ দক্ষিণপাৰে ১৯৮৬ চনৰ ২৬ বছৰাগত এটি শিৱমন্দিৰ প্ৰতিষ্ঠা কৰা হয়। স্থাপনৰ পবিত্ৰ সময়ত এই স্থানত দুটা সাপ আহি বৈ থকা দৃশ্য প্ৰায় ৩/৪শ মানুহৰ চকুত পৰে।**

**চাবিদআটী শিৱমন্দিৰ :** প্ৰদীপ কুমাৰ ওজাই চাবিদআটী (মাজুলি)ত সপোনত বিভিন্ন নিৰ্দেশ পাই শিৱথান এখনিৰ প্ৰতিষ্ঠা কৰে।***

## গোলাঘাট

**নুমলীগড় শিৱদৌল :** (গোলাঘাট) নুমলীগড় শিৱমন্দিৰৰ ইতিবৃত্ত সম্পৰ্কত তলৰ তথ্যখিনি পোৱা গৈছে।

কছাৰী কুঁৱৰী নুমলী সুন্দৰীৰ লগত আহোম স্বৰ্গদেউ চুহংমুঙে স্বৰ্গনাৰায়ণে প্ৰীতি সম্পৰ্ক স্থাপন কৰি ধনশিৰীৰ পশ্চিম পাৰে প্ৰায় ছমাহ থাকি সেই ঠাইৰ কৰ্তৃত্ব নুমলী কুঁৱৰীক দি স্বৰ্গদেউ গড়গাঁৱলৈ ঘূৰি গৈছিল। নুমলী কুঁৱৰী থকা ঠাইতে কেইবাটাও মাটিৰ গড় মৰা হৈছিল বাবে নুমলী কুঁৱৰী নামেৰে ঠাইখনৰ নাম নুমলীগড় হ'ল। ধনশিৰিৰ পশ্চিম পাৰৰ এই অঞ্চলটো গোলাঘাট নগৰৰপৰা ২২ মাইল আৰু যোৰহাটৰপৰা ৩২ মাইল দূৰ।

ট্ৰাংক ৰ'ডৰ দক্ষিণ পিনে , নুমলীগড় বাগানৰপৰা প্ৰায় দুমাইল দূৰত, মিকিৰ পৰ্বতৰে এটা অংশক 'দেওপৰ্বত' বুলি কোৱা হয় আৰু তাতে এটি অতি প্ৰাচীন, আহোম আৰু কছাৰী ৰজাৰ কেৰা শতিকা পূৰ্বৰ, আনুমানিক নৱম শতিকাতে, কোনো প্ৰাচীন ৰজাই সজোৱা এটি মন্দিৰ আছিল। সম্ভৱ তাৰ ভূমিকম্পত

---

* হাতীগড় শ্ৰীশ্ৰী শিৱ দেৱালৰ এজন পৃষ্ঠপোষক শ্ৰীশিৱ নাথ বৰঠাকুৰৰ পৰা উক্ত তথ্য পোৱা গৈছে।

** শ্ৰীপ্ৰণৱ কুমাৰ গগৈ, নকছাৰি, যোৰহাট,

*** শ্ৰীপ্ৰদীপ কুমাৰ ওজা, মাজুলী।

ভাগি পৰিল। শিলটি উজ্জ্বল ক্ৰমবৰ্দ্ধিত তথ্যৰ দেৱৰ ভাঁজতে এটি মন্দিৰ সজা হ'ল যাৰ ইতিবৃত্ত* তলৰ কথাখিনিত পোৱা গৈছে।

স্বৰ্গীয় পীতাম্বৰ কন্দলীয়ে এদিন ৰাতি সপোনত দেখিলে যে শিৱই এজন অৱতাৰী পুৰুষৰ ৰূপ লৈ ক'লে যে, 'মই বহুত দিন ধৰি স্নান কৰা নাই। যিকোনো উপায়েৰে মই য'তে আছো ত'তে স্নান কৰাব লাগে।" কওঁতে তেওঁ (মহাদেৱ) থকা ঠাইৰ সম্পূৰ্ণ বিৱৰণ সপোনতে দি অন্তৰ্দ্ধান হ'ল।

পাছদিনা প্ৰত্যুষতে তেওঁৰ একমাত্ৰ পুত্ৰ লোহাই কন্দলীক আগনিশা ৰাতি সপোনত পোৱা সকলো কথা বিৱৰি ক'লে। সেই মুহূৰ্তৰ পৰাই শিৱৰ ধ্যানমগ্ন হৈ সপোনৰ বিৱৰণমতে শিৱৰ স্থান বিচাৰি বাহিৰ হ'ল। হাবিতলীয়া সুৰুবিয়া বাটেৰে গৈ গৈ নিৰ্দিষ্ট স্থানত উপস্থিত হৈ সপোনত কোৱামতেই বেদীসহ শিৱলিঙ্গ, ভৈৰৱ, গণেশ আৰু বৃষভৰ মূৰ্তি দেখা পালে। মূৰ্তিবিলাকৰ পৰা পোৱা মাইল মান দূৰৰ ধনশ্ৰী নৈৰপৰা স্নানজল আনি শিৱলিঙ্গ আৰু আটাইকেইটা মূৰ্তিকে স্নান কৰালে।

অটব্য অৰণ্যৰ মাজত বেছি সময় নাথাকি তেওঁ সোনকালেই ঘূৰি আহি সকলো কথাৰ বিৱৰণ ঘৰৰ মানুহক দিলে আৰু সকলোৰে লগত আলোচনাৰ অন্তত কৃষ্ণা চতুৰ্দশী তিথিৰ দিনাই নিজ নামত সঙ্কল্প লৈ পূজা আৰম্ভ কৰিলে।

ইয়াৰ পাছত ˇপীতাম্বৰ কন্দলীয়ে ১৭১৩ শকৰ ফাগুন মাহৰ কৃষ্ণা চতুৰ্দশী তিথিত খেৰৰ এখন চালিৰে আটাইকেইজনা মূৰ্তিকে আবৃত কৰি, আৰু সেই খেৰী ঘৰটিকে মন্দিৰৰূপে জ্ঞান কৰি বিধিমতে পূজা আৰম্ভ কৰিলে। সেই শকৰ সেই তাৰিখটোকেই মন্দিৰ প্ৰতিষ্ঠা কৰা দিন বুলি তেখেতে কৈ গৈছে।

ˇপীতাম্বৰ কন্দলীয়ে জীৱিত অৱস্থাতে দেখা স্বপ্নৰ আদেশমতে তেখেতৰ পুত্ৰ লোহাই কন্দলীক মাতি আনি কৈছিল যে, "মোৰ মৃত্যুৰ পাছতো পুৰুষানুক্ৰমে এই মন্দিৰৰ বিগ্ৰহৰ অন্যথা হলে পৰৱৰ্তী পুৰুষৰ অমঙ্গল হ'ব।" সেই বাক্য অনুযায়ী ˇপীতাম্বৰ কন্দলীৰ পাছত ˇলোহাই কন্দলী, ˇচন্দ্ৰেশ্বৰ কন্দলী, ˇসৰ্বেশ্বৰ কন্দলীয়ে নিত্যনৈমিত্তিক পূজা-সেৱা চলাই অহাৰ পাছত এতিয়া দেবেন্দ্ৰ নাথ কন্দলীয়ে মন্দিৰৰ নিত্যসেৱা কৰি আছে।

ˇপীতাম্বৰ কন্দলীয়ে পূজা চলাই থকাৰ সময়তে এজন সেৱকীয়ে বলিৰ কাৰণে পাঠা এটি লৈ মন্দিৰত প্ৰৱেশ কৰিলে, আৰু পূজাৰীক বলিৰ কাৰণে অনুৰোধ কৰিলে। মন্দিৰতে কলপাত, খৰি আদি যোগান দিয়া কনুৱা সম্প্ৰদায়ৰ

---

* গোলাঘাটৰ কমাৰ গাঁৱৰ অন্তৰ্গত বৰপথাৰ গাঁৱৰ শ্ৰীদেৱেন্দ্ৰ নাথ কন্দলীয়ে তেওঁৰ প্ৰপিতামহ ˇপীতাম্বৰ (নাৰায়ণ ঠাকুৰ) কন্দলীৰপৰা জানিবলৈ পোৱা কথাখিনি লিপিবদ্ধ কৰি দিছে। সি.ব.

লোক এটিও আছিল। বলিৰ কাৰণে চিন্তা কৰাত ৰাতি চিলাখিলীয়া টোপনিতে সপোনত শুনিবলৈ পালে যে "বলিৰ কাৰণে তইঁতে একো চিন্তা নকৰিবি। মন্দিৰৰ পশ্চিমকালে থকা কদমৰ গছৰ তলত পাঁচখন দা আছে। সেই দা আনি তইঁতে বলিৰ কাম সমাধা কৰ।" সেই কথা পাতকটীয়াজনে পূজাৰীক জনায় আৰু সেই অনুক্ৰমে দা পাঁচখন পোৱা হয়। সেই দা এতিয়াও পৰিয়ালত সংৰক্ষিত হৈ আছে।

চমুকৈ বৰ্তমান পূজা চলি থকা নুমলীগড় বাবাথানৰ ইতিবৃত্ত এইখিনিয়েই।

**দলৌজান তিনিআলিৰ শিৱস্থান :** গোলাঘাটৰপৰা প্ৰায় আঠ কিলোমিটাৰমান নিলগত, তিনি আলিৰ মাজভাগত থকা প্ৰকাণ্ড আঁহত গছ এজোপাৰ তলত শিৱৰ স্থান এখনি ১৯৭৮ চনত প্ৰতিষ্ঠা হয়। "মই বৰষুণত তিতি আছো, মোক ঘৰ সাজি দে" বুলি সপোনত শিৱই কোৱাত স্বপ্নৰ আদেশমতে শ্ৰীগুণানন্দ শৰ্মাই এটি টিনপাতৰ ঘৰ সজাই দি পূজা-পাতল চলাই আছে। দৈনিক সেই ঠাইত যথেষ্ট যাত্ৰী হয় আৰু শিৱস্থানত শৰাই, সযুৱা পৰে। মন্দিৰৰ কোনো কমিটী নাই। *

**মলীয়া গাঁৱৰ শিৱ-দেৱালয় :** গোলাঘাট জিলাৰ দেৰগাঁও ৰাজহ চক্ৰৰ অন্তৰ্গত গুড় যোগনীয়া মৌজাৰ মলীয়া গাঁৱত অৱস্থিত শিৱ দেৱালয়ৰ বিষয়ে যি টোকা পঠাইছে তাৰ বিৱৰণ এনে :

এই দেৱাল কোন শতিকাৰ জনা নেযায়। দেৰগাঁৱৰ নেঘেৰিটিং শিৱদৌলৰ নামত ৰহচলা পথাৰত ১১৫ বিঘা দেৱোত্তৰ মাটিৰ খাট আছিল। এই মাটি পূজাৰীয়ে ভোগ-দখল কৰি থাকিবলৈ আহোম ৰজাই দিছিল। এই মাটিত উৎপন্ন হোৱা বিভিন্ন শস্য থবৰ কাৰণে পথাৰৰপৰা অলপ দূৰত এটা ভঁৰাল ঘৰ সাজিও দিয়া হৈছিল। এই ভঁৰাল ৰাখিবৰ বাবে দেৰগাঁও নেঘেৰিটিং বাঁহবাৰী গাঁৱৰ দুজন কৈৱৰ্ত সম্প্ৰদায়ৰ লোকক নিযুক্তি দিয়া হৈছিল। কিন্তু এসময়ত এন্দুৰ লাগিনিয়ে সকলো শস্য নষ্ট কৰিলে। কেৱল ভঁৰাল ঘৰৰ শিলৰ খোজবোৰহে য'তে ত'তে সিঁচৰতি হৈ পৰি ৰ'ল। এই সিঁচৰতি হৈ পৰি থকা এচটা শিলতে গৰখীয়া ল'ৰাই ফৰিং, কচু, টেঙা, জবা আদি বলি দিয়া ধেমালি কৰি আছিল।

এনেদৰে বহু বছৰ পাৰ হ'ল। এদিন মুদৈ বংশৰ এজন মাতব্বৰ ব্যক্তি তেহীৰাম দত্ত সাধনীদাৰক সপোনত শিৱই দেখা দি ক'লে যে, মই ৰ'দে, বৰষুণে পৰি আছো, তইঁতে দেখা নাইনে? কাইলৈ পুৰাই ভঁৰালৰ খোজবোৰ গোটাই তাৰ ওপৰত চালি এখন দিবি। কেইদিনমানৰ পাছত চিকৌ নামেৰে এজন উদাসী ব্ৰাহ্মণ আহিল। তেওঁকে পূজাৰী লবিহঁক। পাছদিনাই উক্ত সাধনীদাৰে

* এই তথ্যখিনি গোলাঘাটৰ ওৱাটিং ডাকঘৰ অঞ্চলৰ দলৌজান তিনিআলিৰ শিৱস্থানৰ প্ৰতিষ্ঠাপক শ্ৰীগুণানন্দ শৰ্মাই লিখি পঠাইছে।

গাঁৱৰ বাহিজ গোটাই আগ নিশাৰ সপোনৰ বৃত্তান্ত কোৱাত বাহিজে সকলো খোজ গোটাই তাৰ ওপৰত এখন চালি দিয়ে। তাৰ দুদিনমান পাছত চিকৌ নামৰ উদাসীন লোকজন আহিলত তেওঁকেই পূজাৰী পাতি দেৱালয়খন প্ৰতিষ্ঠা কৰা হ'ল। চিকৌ পূজাৰীৰ পাছত এই দেৱালয়ৰ পূজাৰী হ'ল বৈলোই ঠাকুৰ। তেওঁৰ দিনত পুনৰ সপোনত নিৰ্দেশ হ'ল যে, 'ভেৰকাৰ্লংমান দূৰত উই হাফলুৰ মূৰ্তি ধাৰণ কৰি থকা ঠাইতহে মোৰ দেৱালয় হ'ব আৰু মোক তালৈ স্থানান্তৰ কৰিব লাগে। সেইক্ৰমে সেই ঠাইলৈ দেৱালয় নিয়া হ'ল।

ইয়াৰ পাছত পূজাৰীসকলৰ ক্ৰম পোৱা নেযায়। বহুত দিনৰ পাছত পূজাৰী হয় বোপাৰাম ঠাকুৰ, তাৰ পাছত কাশীনাথ ঠাকুৰ। তাৰ পাছত এতিয়া তেখেতৰ ভ্ৰাতৃ কনদেউ শৰ্মাই পূজা চলাই আছে।

১৯৬০ চনত নন্দধৰ বৰুৱাৰ পুত্ৰ ডাঃ মুনীন বৰুৱাই নিজৰ খৰচত শিল-বালিৰ এটি মন্দিৰ কৰি দিয়ে। উন্নয়ন কমিটীয়ে নামঘৰ নিৰ্মাণৰ আঁচনিৰ কাম কৰি আছে।*

**বাঙলী আইদেউ খাট শিৱমন্দিৰ :** গোলাঘাট নগৰৰপৰা দক্ষিণ-পূৱ দিশৰ ৫ কি.মি. নিলগৰ বাঙলী আইদেউ খাট গাঁৱত এই মন্দিৰ অৱস্থিত ।

কিংবদন্তি আছে যে বাঙলী আইদেউ আছিল জনৈক বৰফুকন উপাধিৰ সেনাপতিৰ পত্নী। কোনো কোনো বুৰঞ্জীমতে সেইজন বৰফুকন কলীয়া ভোমোৰা আছিল। যা হওক তেওঁৱেই সেই খাটত তেওঁৰ পত্নীক (বাঙলী আইদেউক) কিছুদিন বন্দীবেটী (লিগিৰী লিকচৌ) দি ৰাখিছিল। হঠাৎ তেওঁৰ পত্নীৰ মৃত্যু হোৱাত স্মৃতিৰ বাবে সেই ঠাইত পত্নীৰ কেএৰা আঙুলিক সমাধি দি মৈদাম সাজিছিল। সেই মৈদাম এতিয়াও আছে।

এই মৈদামৰ কাষতেই ফেডেলা বৰা নামৰ এজন বুঢ়াই ডেৰশ বছৰৰ আগতে কই যোৱা বৰগছজোপা এতিয়া বৃহৎ গছ হৈ পৰিছে। গাঁৱৰ মানুহৰ মতে সন্ধ্যা গছজোপাৰ তলত ৮ ফুটমান ওখ বগা সাজ পৰিধান কৰা, পাগুৰি মৰা বুঢ়া ডাঙৰীয়াৰ প্ৰায়েই আবিৰ্ভাৱ হৈছিল। সেইহে সেই গাঁৱৰে হৰেন দত্ত, ত্ৰৈলোক্য গগৈৰ নেতৃত্বত সেই ঠাইতেই বিহু গাই পইচা তুলি বাঙলী আইদেউৰ নামত এই শিৱ মন্দিৰ নিৰ্মাণ কৰে। তাত পূজা পাতল চলি আছে। **

---

* শ্ৰীশ্ৰী শিৱ দেৱালয়, উন্নয়ন কমিটীয়ে (মলীয়া গাঁও, পো. আ. ঢেকীয়াল, গোলাঘাট) এই তথ্যখিনিৰ যোগান ধৰিছে।

** শ্ৰীকণীধৰ গগৈৰ, (তৰাকাট গাঁও, গোলাঘাট) পৰা পোৱা তথ্য।

নেঘেৰিটিং শিৱদৌল ঃ বৰ্ত্তমান নেঘেৰিটিঙৰ শিৱদ'লে যোৰহাটৰপৰা সোত্তৰ মাইল আৰু গোলাঘাটৰপৰা চৈধ্য মাইল দূৰ। ট্ৰাঙ্করোডৰপৰা এমাইল উত্তৰে ব্ৰহ্মপুত্ৰৰ ওচৰত এই দ'লৰ টিলাত থিয় হ'লে ব্ৰহ্মপুত্ৰ নৈ দেখা যায়। এই দ'লত থকা শিৱলিঙ্গ প্ৰায় তিনি ফুট ওখ আৰু তিনি ফুট শকত। এই লিঙ্গ বানলিঙ্গ বুলি জনাজাত।

জয়ধ্বজ ৰজাৰ দিনত, বৰ্ত্তমান দিহিংমুখত লুইত আৰু দিহিং লগ লাগি মাজুলী দ্বীপ তৈয়াৰ কৰি বিশাল ব্ৰহ্মপুত্ৰ নৈখনৰ এটা ভাঙৰ সোঁত দক্ষিণলৈকে অহাৰ আগতে লুইত বা ব্ৰহ্মপুত্ৰ উত্তৰে বৈছিল। লুইতৰ দক্ষিণে দিখৌৰ উত্তৰে, দিহিং নৈখন বৈ গৈ কাজিৰঙাৰ ওচৰত লুইত বা ব্ৰহ্মপুত্ৰত পৰিছিল। তেতিয়া বৰ্ত্তমানৰ নেঘেৰিটিং নামৰ ঠাইখন দিহিং নৈৰ দক্ষিণ পাৰে আছিল। এই দিহিং নৈৰ দক্ষিণ পাৰত এটা শিলৰ শিৱমন্দিৰ আছিল। তেজপুৰত শিলৰ ঘৰ-মন্দিৰ কৰোঁতে বা নুমলীগড়ৰ দেও পৰ্ব্বতত শিলেৰে শিৱমন্দিৰ কৰোঁতে তাৰ আগতে বা পাছতে এইটো শিৱ মন্দিৰ কৰা হৈছিল বুলি অনুমান হয়। তেতিয়া হলে এই শিৱ মন্দিৰটো অষ্টম কি নৱম শতিকাত কৰাইছিল বুলি ধৰিব পাৰি। আহোম ৰাজত্বৰ অভ্যুদয়ৰ আগতে কিবা প্ৰাকৃতিক বিপৰ্যয়ত এই মন্দিৰটো ভাগি শিৱ-লিঙ্গ এটা সেই ঠাইৰ গেজেপনি হাবিৰ মাজত পৰি আছিল। আহোম ৰাজশক্তিয়ে কছাৰীসকলক ধনশিৰি নৈৰ পশ্চিমলৈ খেদি নিয়াৰ পাছত স্বৰ্গদেউ বুদ্ধিস্বৰ্গনাৰায়ণে (চুচেংফা) এই শিৱলিঙ্গৰ সন্ধেদ পাই তাত মন্দিৰ সাজি পূজা-সেৱা কৰাৰ ব্যৱস্থা কৰিলে। ইয়াৰ পাছত ষোড়শ শতিকাৰ মাজভগত স্বৰ্গদেউ জয়ধ্বজ সিংহৰ দিনত দিহিঙে লুইত বা ব্ৰহ্মপুত্ৰ মিলি বিশাল ৰবনৈ হৈ এই শিৱমন্দিৰ ভাঙি খহাই পেলালে। তেতিয়া মন্দিৰ ভাগি যোৱাত শিৱলিঙ্গ ৰবনৈয়ে খহাই দ কৰা ঠাইত পানীত ডুব গৈ থাকিল। এই ঠাইডোখৰ শীতল নেঘেৰি নামে জনাজাত হ'ল। এই শীতল নেঘেৰী ঠাইখন ব্ৰহ্মপুত্ৰৰ দাঁতিত বহল চাপৰিৰ পথাৰ। এই বাণ লিঙ্গৰ বিষয়ে আৰু এটা গল্প শুনা যায়। অতি পুৰণি কালতে ঔৰ্ব নামে এজনা ঋষিয়ে এই ঠাইত দ্বিতীয় কাশী প্ৰতিষ্ঠা কৰিবলৈ অসংখ্য শিৱলিঙ্গ প্ৰতিষ্ঠা কৰি ঘাই বাণলিঙ্গক পূজা কৰিছিল। কোনো কাৰণত সেই ঋষিয়ে এই ঠাইত কাশীধাম কৰিব নোৱাৰিলে। এই বানলিঙ্গৰ মাহাত্ম্য আৰু শীতল নেঘেৰিটিঙৰ পানীৰ তলতে পৰি থকা শুনি অষ্টাদশ শতিকাৰ শেষ ভাগত ৰাজেশ্বৰ সিংহই, বৰ্ত্তমান ঠাইৰ টিলাৰ ওপৰত অতি সুন্দৰ কাৰুকাৰ্য্যৰে এটা দ'ল সজায়। এই দ'লটো ইটা আৰু পুৰণি ভগা দ'লৰ শিলেৰে সজোৱা বুলি জনা যায়। এই নেঘেৰিটিঙৰ দ'লটো শিৱসাগৰত থকা দ'লবিলাকতকৈও ধুনীয়া। দ'লৰ বেৰত নানা তৰহৰ মূৰ্ত্তি কটা আছে। ঘাই ডাঙৰ দ'লটোৰ দুই কাষে আৰু সৰু সৰু চাৰিটা দ'ল আছে। মূল দ'লত বাণলিঙ্গ প্ৰতিষ্ঠা কৰা হৈছে

আৰু সক দ'লকেইটাত পঞ্চদেৱতা অৰ্থাৎ বিষ্ণু, সূৰ্য, গণেশ আৰু দুৰ্গাৰ মূৰ্ত্তি প্ৰতিষ্ঠা কৰা হৈছে। প্ৰত্যেকটো দ'লতে এটি এটি আগচ'ৰা আছে।

শুনা যায়, স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই দ'লটো কৰালে, শিৱলিঙ্গ প্ৰতিষ্ঠা কৰাৰ আগতে স্বৰ্গী হ'ল। পাছত স্বৰ্গদেউ লক্ষ্মীসিংহইহে এই দ'লতে বাণলিঙ্গ প্ৰতিষ্ঠা কৰে। মন্দিৰৰ ভিতৰত এটা ডাঙৰ শিলৰ ওপৰত বাণলিঙ্গ প্ৰতিষ্ঠা কৰা আছে আৰু বাণলিঙ্গৰ কেঁয়োফালে বহুতো শিৱলিঙ্গ আছে বুলি শুনিছো। এই শিৱমন্দিৰৰ আদি পূজাৰীজন ভূধৰ আগমাচাৰ্য; এওঁ কন্দলি গোঁসাই আৰু মধুমিশ্ৰ গোঁসাইৰ আদি পুৰুষেৰে সৈতে একেলগে কান্যকুব্জৰপৰা অসমলৈ অহা বুলি কয়। মন্দিৰৰ বৰ্তমান পূজাৰীসকল আগমাচাৰ্যৰ বংশধৰ। প্ৰথমতে বুদ্ধিস্বৰ্গনাৰায়ণে শীতল নেঘেৰীত এই ভগা শিৱ মন্দিৰটো নকৈ সাজি তাত বাণলিঙ্গ প্ৰতিষ্ঠা কৰোঁতে ভূধৰ আগমাচাৰ্যক পূজাৰী নিয়োগ কৰিছিল বুলি জনা যায়। এই পূজাৰীজনক ৰজঠাকুৰ উপাধি দিয়া হয়। আৰু কেতিয়াবা অশৌচ আদিত ৰজঠাকুৰ ঘৰে পূজা কৰিব নোৱাৰিলে আৰু এজন সৎব্ৰাহ্মণক পাত্ৰ ঠাকুৰ কৰি সেই অশৌচৰ সময়ত পূজা কৰিবলৈ নিয়োগ কৰে। এই বংশতে ৰজাই কেইজনমান লোকক দেৱলীয়া বৰুৱা, মলীয়া বৰুৱা আৰু খনিয়া বৰুৱা পাতে। স্বৰ্গদেউসকলে নেঘেৰীটিঙৰ শিৱদ'ললৈ ৰজঠাকুৰ, পাত্ৰ ঠাকুৰৰ উপৰিও কেইবাঘৰো অন্য মানুহৰ গাঁও খেতি আদি কৰি বস্তু যোগাবলৈ আৰু নটৰ গাঁও এখন দিছিল শিৱ দ'লতে গীতবাদ্য কৰিবলৈ। এই দ'লৰ বাবে ভালেমান খাট-পাম দিছিল। এই খাটপামৰ ভালেমান সীমা নেঘেৰিটিঙৰ দক্ষিণে ঢেকিয়াললৈকে আছিল বুলি কয়। তাত ৰজঠাকুৰ পাত্ৰ-ঠাকুৰসকলেৰে গাঁও হোৱাত সেই ঠাইডোখৰ দেৱশৰ্মাৰ গাঁও অৰ্থাৎ দেৱৰ গ্ৰাম এতিয়া দেৰগাঁও হয় বুলি কয়। আনমতে সেই ঠাইডোখৰ দেৱতা শিৱক দিয়াৰ বাবে দেৱৰ গাঁও বা বৰ্তমান 'দেৰগাঁও' হ'ল। স্বৰ্গদেউসকলে এই বাণলিঙ্গক বিশেষ শ্ৰদ্ধা কৰিছিল। ৰজাই খোৱাৰ আগতে নেঘেৰীটিং শিৱদ'লৰ নিৰ্মালী স্বৰ্গদেৱক দিয়া হৈছিল। এই আলিটোৰ চিন ঠায়ে ঠায়ে এতিয়াও আছে।*

---

* পবিত্ৰ অসম।

(নেঘেৰিটিং শিৱমন্দিৰ সম্পৰ্কে Annual Report of the Archaeological Survey of India, 1924-25; শ্ৰীচন্দ্ৰধৰ বৰুৱাৰ প্ৰবন্ধ " The Negritting temple" (Journal of Assam Research Society, Vol. VII); আৰু ডক্টৰ মহেশ্বৰ নেওগৰ প্ৰবন্ধ " Saivism in Assam" (Oriental Thought, Poona, Vol-I) চাওক।)

## নগাঁও

**বুঢ়াগোঁহাই থান ঃ** নগাঁৰৰ তুলসীমুখ অঞ্চলৰ ওচৰতে অৱস্থিত সুন্দৰ প্ৰাকৃতিক পৰিবেশ আৰু তিনিটা আহল-বহল পুখুৰীৰে সুশোভিত ঈশ্বৰ সদাশিৱ দেৱালয় নগাঁও জিলাৰ এখন প্ৰাচীন ঐতিহ্যমণ্ডিত শিৱথান।

বুঢ়াগোঁহাই থান নামেৰে জনমানসত প্ৰসিদ্ধি লাভ কৰা এই থানৰ জন্ম আনুমানিক ১৭৯০ চন। প্ৰায় চাৰি মিটাৰমান ওখ এই টিলাত এটি শিলৰ বাহিৰে একো নাছিল। কুটুৰা বাঁহেৰে ভৰা বৰক'লা আৱৰিত গঁড়, হাতী, হৰিণ আদি বন্যজন্তু চিকাৰ কৰিবলৈ অহা মানুহে এই শিলটি প্ৰত্যক্ষ কৰিছিল আৰু আতে বেলপাত, ফুল আদি দি পূজা কৰিহে চিকাৰত সফল হোৱা বুলি উপলব্ধি কৰিছিল।

ইতিমধ্যে সেই সময়ৰ আহোম ৰজাই (অস্পষ্ট) শিলটিৰ কীৰ্তি শুনি বহু বল প্ৰয়োগ কৰোৱাহি নিজৰ ওচৰলৈ লৈ আহিল, কিন্তু সামান্য শিল বুলি ভাবি অমান্য কৰি পেলাই থোৱালে। জনবিশ্বাসমতে শিলটিয়ে পুনৰ আহি তেতেলী দুজোপাৰ মাজত অৱস্থান কৰিলেহি। ৰজাই শিলটিৰ মহত্ত্ব বুজি সৈন্য পঠাই মন্দিৰ স্থাপন কৰোৱায়। কচিনাথ বুঢ়াগোঁহাইৰ দিনত স্থাপিত হোৱা বাবে আৰু তেওঁ জড়িত থকাৰ বাবে ইয়াৰ জনপ্ৰিয় নাম বুঢ়াগোঁহাই থান। ৰজাৰ আদেশক্ৰমে যোৰহাটৰপৰা ব্ৰাহ্মণ মন্দিৰ পৰিচালনাৰ বাবে অনা হয় আৰু মন্দিৰৰ দায়িত্বও পুৰুষানুক্ৰমে এই বংশৰ ওপৰতে ন্যস্ত আছে।

১৯৫৭ চনত পুৰণা ইটাৰ দেৱাল ভাঙি নতুন মন্দিৰ সংস্কাৰ কৰা হয়। আহোমৰ দিনৰ ভাৰা জড়িত এই মন্দিৰৰ কিছু সম্পদ দুই-তিনি বাৰ চুৰিৰ ফলত মন্দিৰৰ ইতিহাস বিলুপ্তিৰ পথত।

**নগাঁও সাৰ্বজনীন শ্মশানঘাট শিৱমন্দিৰ ঃ** নগাঁও সদৰৰপৰা কিছু দূৰত্বত অৱস্থিত গহীন-গম্ভীৰ পৰিবেশেৰে নগাঁও সাৰ্বজনীন শ্মশানঘাট শিৱমন্দিৰ আৰু থানখনিৰ ইতিহাস যথেষ্ট পুৰণি।

অলিখিত বুৰঞ্জীমতে, পূৰে আমোলাপট্টি কলংপাৰত অৱস্থিত এই মন্দিৰটিৰ উৎপত্তি হয় কেইজনমান শিৱভক্ত মানুহে ইয়াত কৰা শিৱ পূজাৰ ফলত। শিৱৰ প্ৰতি অটল বিশ্বাসী লোককেইজনে অলপ দিন পূজা-পাতল কৰি আছিল নামমাত্ৰভাৱে; কিন্তু প্ৰায় ১৮৯০ চনমানতে তেওঁলোকে ওচৰৰে অশ্বত্থ গছজোপাৰ তলত আৱিষ্কাৰ কৰে এটি শিৱলিঙ্গ। এই লিঙ্গৰ প্ৰতিষ্ঠা কৰে বৰ্তমান মৃত ৰাজেন্দ্ৰ ব্ৰহ্মচাৰীয়ে। মালীবাবা বুলি খ্যাত লোকজনে মন্দিৰৰ দায়িত্ব গ্ৰহণ কৰে। ইতিমধ্যে ক্ৰমান্বয়ে বাঢ়ি অহা শিলটিক কেন্দ্ৰ কৰি বাঢ়িবলৈ ধৰে জনসাধাৰণৰ

অটল বিশ্বাস। বাৰ্দ্ধক্যৰ কবলত পৰি মালীবাবাই এই মন্দিৰৰ দায়িত্ব অৰ্পণ কৰে ওচৰৰে এজন ডেকা লখাক। এই লখাজনে শিৱভক্তিত গদ্‌গদ্ হৈ দায়িত্ব খুব পাতি লয় আৰু মালীবাবা থানৰপৰা আঁতৰি আহে। সেই ডেকা লখাজনেই হৈছে বিখ্যাত 'বৈষ্ণৱ কাবুলীবাবা।' তেওঁ প্ৰায় সমগ্ৰ জীৱন মন্দিৰৰ লগত জড়িত থাকি ১৯৮২ চনত ইহলীলা সম্বৰণ কৰে। পুৰণি ঐতিহ্যমণ্ডিত এই মন্দিৰটিৰ পৰিচালনা সমিতি প্ৰথম গঠন কৰা হয় ১৯৭১ চনমানত। তাৰ পাছৰপৰা ৰাইজৰ বিশ্বাসৰ পাত্ৰ হোৱা এই মন্দিৰটিত বিজিজনে পূজা-সেৱাৰ কাম কৰিছে। পুৰণা মন্দিৰটিৰ ঠাইত নতুন মন্দিৰে গা-কৰি উঠিছে। প্ৰাক্তন মন্ত্ৰী মতি বৰাৰ এই মন্দিৰলৈ অৰিহণা উল্লেখযোগ্য। তেওঁ ইয়াৰ মাটিখিনি মন্দিৰলৈ দান কৰি জনগণৰ বিশ্বাসৰ প্ৰতি সঁহাৰি দিছে। প্ৰতি বছৰে ইয়ালৈ শিৱৰাত্ৰি উপলক্ষে অহা ভক্তই এই মন্দিৰৰ ঐতিহ্যৰ কথা ৰোমন্থন কৰে। এই মন্দিৰলৈ হিন্দু-মুছলমানকে আদি কৰি সকলো ধৰ্মীয় সম্প্ৰদায়ৰ মানুহ আহে।*

**মৰিকলং শিৱথান ঃ** নগাঁও চহৰৰপৰা চাৰি (৪) কি.মি. দূৰত অৱস্থিত মৰিকলং শিৱথান আৰু আঠ (৮) কি.মি. দূৰৰ জলাহৰ বিষ্ণু শিৱথান আদি থান ১৯৫০ চনৰপৰা ১৯৬০ চনৰ ভিতৰত স্থাপিত। বিষ্ণু শিৱথানৰ আৰম্ভণি হয় তাত পোৱা শিল এটুকুৰাৰপৰা। জনগণে শিলটি আবিষ্কাৰ কৰি মন্দিৰত স্থাপন কৰে আৰু সেই মন্দিৰেই ৰাইজৰ বিশ্বাসেৰে পুষ্ট হৈ ডাঙৰ মন্দিৰত পৰিণত হৈছে। মৰিকলং তিনি আলিত অৱস্থিত থানখনৰ সৃষ্টি হৈছিল "বৰগছজোপাৰ তলত কৰা শিৱভক্তৰ পূজাৰপৰা"। ১৯৬০ চনত স্থাপন হোৱা থানখনে ৰাইজৰ গভীৰ আস্থা জগাই তুলিছে।

নৰে, পাথৰি, পানীগাঁও ৰণথলী আদিৰ শিৱথানৰ ইতিহাস বেছি পুৰণি নহয়। এইবোৰ থান সত্তৰৰ দশকত জনগণৰ শিৱভক্তিৰ ফলত সৃষ্টি হৈছিল। জনগণৰ বিপুল সঁহাৰি লাভ কৰিবলৈ সক্ষম হোৱা থানবোৰৰ প্ৰতি জনগণৰ আস্থাৰ নিদৰ্শন ইয়াত দিনৌ চলি থকা পূজা-সেৱাৰপৰাই পাব পাৰি।

নৰে দেউৰী গাঁও অঞ্চলৰ দেউৰীগাঁও শিৱথানৰ সৃষ্টি ১৯৮৬ চনত জনৈক শৰ্মাই দেখা সপোনৰ ওপৰত ভিত্তি কৰি থানখন গঢ়ি উঠিছিল। সপোনত শিৱ আবিৰ্ভাৱ হৈ বৰ্তমানৰ মন্দিৰ থকা ঠাইৰ বেলজোপা নাকাটিবলৈ আদেশ দিছিল আৰু তাতে থানৰ ঠাই নিৰ্দিষ্ট কৰিছিল। সেইমতে থান স্থাপন হৈছিল আৰু বৰ্তমানেও ই চলি আছে সৰ্বসাধাৰণৰ গভীৰ বিশ্বাসৰ প্ৰতি লক্ষ্য ৰাখি। *

**মোল্লাপট্টি শিৱথান ঃ** খুটিকটীয়া গাঁও। নগাঁও জিলাৰ মাজ মজিয়াৰ খুটিকুটীয়া ভাটিখণ্ডৰ শ্ৰীটঙ্ক ৰাজখোৱাই এটি মাটিৰ মূৰ্তিত বছৰি শিৱৰাত্ৰি পূজা

---

* শ্ৰীপ্ৰদীপ কুমাৰ গোস্বামী, শিৱনগৰ, নগাঁও

** শ্ৰীবিদ্যুৎৰঞ্জন বৰা, জলাহ গাঁও, শ্ৰী ভবেশ্বৰ বৰলটল, কৌড়ালাবিপট্টি নগাঁও।

কৰে আৰু মূৰ্তিটি আলমাৰিত সজাই থয়। এইদৰে তেখেতে কেইবাবছৰো একেবাৰে পূজা কৰাত এদিন ৰাতি সপোনত শিৱই আহি ক'লে যে মই তোমাৰ নাৰিকল গছজোপাৰ তলতে আছো। সপোনৰ নির্দেশ পাই স্নান কৰি সভক্তিৰে সেই ঠাইত চাবলৈ গ'ল আৰু গৈ গাত আঁচ থকা প্ৰকাণ্ড শিল এটা দেখিবলৈ পালে। তেওঁ মানুহ লগাই খান্দিলে যদিও শিলটো কোনেও উঠাব নোৱাৰিলে। তেওঁ নিজে এজন ব্ৰাহ্মণৰ ল'ৰাক লগত লৈ যেতিয়া খান্দিলে তেতিয়াহে শিলটো উঠাব পাৰিলে। খান্দোতে শিলটোৰ গাত কোৰ লাগি তেজ বিৰিঙা যেন দেখা পালে, তেতিয়াহে তেওঁলোকৰ বিশ্বাস হ'ল। এইদৰে কেইদিনমান তুলসী তলত ৰাখি পাছত মন্দিৰ সাজি তাত শিলটো স্থাপন কৰে। ১৯৭২ চনৰ আহিন মাহৰ কৃষ্ণা একাদশী তিথিত এইজনা শিৱৰ আৱিৰ্ভাৱ হৈছিল। বৰ্তমান শিলটো আগতকৈ তিনিগুণ ডাঙৰ হ'ল আৰু তাত শিৱ-পাৰ্বতী ত্ৰিশূল আৰু গণেশৰ মূৰ্তি সম্পূৰ্ণৰূপে দেখা গৈছে। বৰ্তমান তাত পূজা-সেৱা চলি আছে।

**খুটিকুটীয়া উজনি খণ্ডৰ শিৱথান ঃ** খুটিকটীয়া উজনি আৰু ভাটিখণ্ডই মিলি আগবেপৰাই ৰাসমহোৎসৱ পাতি আহিছে। দৈৱ-দুৰ্বিপাকত তেওঁলোকৰ মাজত মনোমালিন্য হোৱাত উজনিখণ্ডৰ ৰাইজে সুকীয়াকৈ ৰাস পাতিবলৈ বুলি উজনিখণ্ডতে এটুকুৰা হাবিতলীয়া ঠাই পৰিষ্কাৰ কৰি তাতে ৰাস পাতিবলৈ ললে। চিৰাচৰিত প্ৰথামতেই ৰাসতলীত পুতলাবোৰ সজাই ৰাখিলে। আন পুতলাবোৰ সজোৱাৰ দৰেই শিৱৰ মূৰ্তি এজনা দেখিবলৈ ধুনীয়া হবলৈ, এটা উই হাফলুৰ ওপৰত কৈলাসৰ দৰে সজাই-পৰাই তাত স্থাপন কৰিলে। ৰাস শেষ হোৱাত তেওঁলোকে মূৰ্তিবোৰ সামৰি থবলৈ বুলি লৈ আহিল; কিন্তু শিৱৰ মূৰ্তিটো উই হাফলুটোৰপৰা খান্দিও কোনোমতেই উঠাব নোৱাৰিলে। সেয়া আছিল ১৯৭৩ চনৰ কথা। সেয়েহে গাঁৱৰ ৰাইজে তাতে এখন টিনৰ চালি দি চাকি বন্তি দি থাকিবলৈ ললে। কিন্তু সেই মাটি ডোখৰ আছিল শ্ৰীযুত ভৱ শৰ্মাদেৱৰ। গাঁৱৰ ৰাইজে তেওঁক মন্দিৰৰ আদ্যোপান্ত বিৱৰি কোৱাত তেওঁ অতি কম মূল্যতে মাটিডোখৰ মন্দিৰ পৰিচালনা সমিতিক বিক্ৰী কৰিলে। ভৱ শৰ্মা সেই সময়ত ডেপুটি ইন্সপেক্টৰ অব্ পুলিচ হৈ (D.S.P.) শিলচৰত আছিল আৰু তাতেই তেওঁক শিৱই সপোন দেখুৱালে যে মন্দিৰ প্ৰতিষ্ঠাত তেখেতে ৰাইজৰ লগত সহযোগ কৰিব লাগে। আনহাতে গাঁৱৰে থপং বায়ন (মাণিক বৰা), গায়ন গোলোক বৰা আৰু মহেশ্বৰ কেওঁটকো সপোন দেখুৱালত সমগ্ৰ গাঁৱৰ ৰাইজে মিলি মন্দিৰটো প্ৰতিষ্ঠা কৰিলে। আজিও বিভিন্ন যাত্ৰীয়ে উই হাফলুৰ ওপৰত থকা মূৰ্তিটো প্ৰত্যক্ষ কৰি আছে। বৰ্তমান তাত পূজা-সেৱা চলি আছে।*

---

* পাৰুল দেৱী, কমী দেৱী, খুটিকটীয়া, নগাঁও।

**পহুকটা শিৱস্থান :** নগাঁও চুবুৰীপৰা এখাব মাইল দূৰত, ৩৭ নং বাস্তাৰ পথৰ গাতে লাগি থকাকে, কলং সুঁতিৰ নিচেই পাৰত এজোপা প্ৰকাণ্ড বটগছ, এজোপা প্ৰকাণ্ড আঁহত আৰু এজোপা প্ৰকাণ্ড কৃষ্ণচূড়াৰ শাখাবে প্ৰায় আঢ়ৈশ (২৫০) বছৰ পুৰণি পহুকটা শিৱস্থান। এই পথেৰে আহ-যাহ কৰা সকলোৰে চকুত পৰাকৈ বিদ্যমান। আদিতে মোচাই আৰু মোমোকাৰ বাৰীৰ দাঁপৰ এজোপা প্ৰকাণ্ড গুলঞ্চ ফুলৰ মূলভাগৰ তলত এই লিংগটি থকা বুলি মোচাই বুঢ়াৰ পত্নী দাবহী বুঢ়ীয়ে সপোনত দেখে আৰু বাইজে গছজোপাৰ তলৰপৰা লিংগটি উদ্ধাৰ কৰি দক্ষিণফালে গাঁৱৰ গাতে লাগি থকা বৰাদিনীয়া পুখুৰীটিৰ পশ্চিম পাৰত প্ৰতিষ্ঠা কৰি পূজা-সেৱা আৰম্ভ কৰে। এজন দিগম্বৰ আৰু শ্মশানৰ সাধক সন্ন্যাসীৰ কথামতে বাইজে এই লিংগটি বৰ্তমানৰ ঠাইত প্ৰতিষ্ঠা কৰি অদ্যাপি পূজা-অৰ্চনা কৰি আছে। এই থানখনৰ লগত বহুতো অবিশ্বাস্য কাহিনী জড়িত আছে।**

**চকলাঘাট সোণাইপাৰ শিৱমন্দিৰ :** নগাঁও জিলাৰ পশ্চিমফালে নগাঁও টিং পথেদি ন কিলোমিটাৰ আহি, বাইভজীয়া ডিমৌ পথেদি দুই (২) কিলোমিটাৰ গ'লেই এই মন্দিৰটি পোৱা যায়। এই মন্দিৰটি চকলাঘাট সোণাই পাৰ শিৱমন্দিৰ বুলিয়েই খ্যাত। স্থাপিত ১৯৬৫ চন। মন্দিৰটি সোণাই নদীৰ পাৰত অৱস্থিত। প্ৰাকৃতিক পৰিবেশ অতি মনোৰম। বৰ্তমান স্থানীয় উপেন সাধকে মন্দিৰটি পৰিচালনাৰ দায়িত্বত আছে।***

নগাঁৱত থকা শিৱ দেৱালয়সমূহৰ বিষয়ে "পৱিত্ৰ অসমৰ" সহায়ত এনেকৈ উল্লেখ কৰা হ'ল : কলিয়াবৰত আঠখন শিৱস্থান আছে। পৰ্বত ফকত বানেশ্বৰ বৰঘোপ, বামুণী অঞ্চলত চিত্ৰশঙ্কৰ, বুঢ়া-বুঢ়ী গড়ৰ ওপৰত শিৱথান, পত্ৰ সৰোবৰ বা চিলাবায় বিলৰ পাৰত নন্দিকেশ্বৰ, হাতীৰ গাঁৱত বুঢ়া গোঁসাইৰ থান, কলং নৈৰ উত্তৰ তীৰত নাগশঙ্কৰ, ভোমোৰাগুৰি পৰ্বত ফকৰ পাষাণত খোদিত হৈ আছে কদ্ৰপদ শিৱৰ পদচিহ্ন, দক্ষিণপাৰৰ চামধৰাতো একে নামেৰেই দেৱালয়, ত্ৰিশূলধাৰী নামে ঠাইত এটি বৃহৎ শিলত শিৱৰ হস্ত, অস্ত্ৰ, ত্ৰিশূল খোদিত। ইয়াৰ ভিতৰত নন্দিকেশ্বৰ দেৱৰ নামত কিছু মাটি দান দিয়া আছে। হাতীৰ গাঁৱত থকা বুঢ়া গোঁসাইৰ থানৰ নামত শিৱসিংহ স্বৰ্গদেৱে বহুত মাটি-বাৰী দান কৰে।

৪৮৫ বিঘা নিস্পিখেৰাজ মাটি থকা অম্বিকানাথ দেৱালয় আনুমানিক ১৭০৫ খৃ.ত স্থাপিত হয়। এই মন্দিৰ নগাঁৱৰ ৰবভগীয়া মৌজাত আছে। জনাৰ্দন শৰ্মা ওৰফে বেহাৰীৰ দ্বাৰা এই মন্দিৰ স্থাপন হয়।

---

** শ্ৰীসুৰেন্দ্ৰ চন্দ্ৰ বৰা, শ্ৰীকদ্ৰেশ্বৰ বৰা, পহুকটা, নগাঁও।

*** শ্ৰীনলিনীনাৰায়ণ বৰা, বাইভজীয়া, আইভেটী, নগাঁও।

অসম জিলা গেজেটিয়াৰৰ মতে সদৰ ডহুচিলৰ সদাশিৱ মন্দিৰ আনুমানিক ১৬৯০ খৃ.ত স্থাপিত হয়। মিন্দিৰখোজ মাটি ৪২১ বিঘা। যোগীজানত দুটি শিলেৰে নিৰ্মিত শিৱমন্দিৰ পোৱা গৈছে। নানা চিত্ৰ-বিচিত্ৰ অলঙ্কাৰেৰে মন্দিৰকেইটা শোভিত আছিল।

জীয়াজুৰিতো এটি শিৱ কি সূৰ্যদেৱতাৰ মন্দিৰ আছিল।

কামপুৰত আছে এখনি বুঢ়া-বুঢ়ী (শিৱ দুৰ্গাৰ) থান।

ডবকাৰপৰা সাত মাইল দূৰত হাবিৰ মাজত শিলাময় ঠাইত দুটি শিলত কটা শিৱমন্দিৰৰ ধ্বংসাৱশেষ পোৱা গৈছে। চালুক্যৰীতিৰ নানা ধ্বংসাৱশেষৰ মাজত বলধৰ মূৰ্ত্তি, শিৱলিঙ্গ আদিও সিঁচৰতি হৈ আছে। দুকালে দুজনী চামৰ ধাৰিণীৰে এক শূলপাণি শিৱৰ মূৰ্ত্তিও আছে।

গহতলত (ডবকাৰপৰা দুমাইলমান আঁতৰত) অন্ততঃ দুটি গ্ৰেনাইট শিলৰ শিৱমণ্ডপ আছিল বুলি অনুমান কৰা হৈছে। ইয়াত পোৱা ধ্বংসাৱশেষবোৰ দশম একাদশ শতিকামানৰ বুলি অনুমান কৰা হৈছে।

মহাদেওশাল হ'ল এখনি সৰু গাঁৱৰ নাম। ট্ৰাঙ্কৰোডৰপৰা চাৰে পচপন্ন মাইল দূৰত, ধৰমতুল ষ্টেচনৰপৰা পাঁচ মাইলমান আঁতৰত, নগাঁও চহৰৰপৰা ঊনৈশ মাইল দূৰত এই ঠাই। ট্ৰাঙ্কৰোডৰ বাঁওফালে গাঁওখনৰ উত্তৰমূৰত এক কাৰ্লংমানতে স্থাপত্যৰ সাঁচ থকা শিল কিছুমানেৰে ইয়াতে আটি এটি আছে। ইয়াতে এটি শিলৰ শিৱ-মন্দিৰ আছিল বুলি অনুমান হয়। আমতল নামৰ ঠাইখন হৈছে হোজাই ডাক্তৰখানাৰপৰা চোৰা মাইলমান দক্ষিণে। কাছাৰৰ মণিপুৰীসকলে আহি এই গাঁও স্থাপন কৰে। ইয়াত কেইবাটিও শিৱমন্দিৰৰ ভগ্নাৱশেষ আছে বুলি অনুমান হয়।

ৰবগঙ্গাৰ শিৱমন্দিৰ হৈছে ৰবগঙ্গা নদীৰ পাৰত। নগাঁৱৰ মহামায়া পৰ্বতৰ দক্ষিণে হাৰকটা নৈ বৈ গৈছে। ইয়াৰ দক্ষিণেদি প্ৰায় সমান্তৰালভাৱে গৈছে ৰবগঙ্গা নদী। মহামায়া মন্দিৰৰ ডেৰ মাইল দক্ষিণ পশ্চিমলৈ নৈখনত কুঢ় পৰিছে। কুঢ়ৰ বাঁওপাৰে এডোখৰ টিকা মাটিত এটা ডাঙৰ মন্দিৰৰ মাজতে অলঙ্কাৰশোভিত, চকুত লগা দিগম্বৰ-দিগম্বৰী হৰ-পাৰ্বতীৰ মূৰ্ত্তি পোৱা গৈছে।

বুঢ়াগোঁসাইৰ থান হৈছে ডবকা অঞ্চলৰ বুঢ়াগোঁসাই পৰ্বতৰ দিখাক নৈৰ পাৰৰ অংশ। ইয়াতে শিৱমন্দিৰৰ ধ্বংসাৱশেষ হাবিয়ে ঢাকি ধৰিছে। ইয়াকে বুঢ়াগোঁসাই থান বোলা হয়।

হোজাই অঞ্চলতো পুৰণি পুখুৰী, ভগ্ন মন্দিৰ, শিৱলিঙ্গ পোৱা গৈছে।

মৌদঙা হৈছে ডবকাৰ দহমাইল পূবে। ইয়াৰে যমুনা নৈৰ দক্ষিণপাৰত মঠৰবাৰীত কেইবাটাও পুৰণি পুখুৰী আৰু মন্দিৰৰ ভগ্নাৱশেষ পোৱা গৈছে। ইয়াতে অৰ্দ্ধনাৰীশ্বৰ মূৰ্ত্তি আৰু শিৱলিঙ্গ আছে। লাংটা গোঁসাই থানত কুকুৰা

আদি বাতি বলি দি পূজা কৰা হয়। উপাস্য দেৱতা (শিৱ) লাংটা কাৰণে উপাসক সকলেও নাঙঠ হৈ পূজা দিয়ে। এতিয়া পূজা-সেৱা বন্ধ হৈছে।

## শোণিতপুৰ

**ভোলানাথ ঃ** বিশ্বনাথ চাৰিআলিৰ ফালৰপৰা উত্তৰ লক্ষীমপুৰলৈ যোৱাৰ পথত গহপুৰ পাবলৈ ছয় কিলোমিটাৰ থাকোতেই ৫২ নং ৰাষ্ট্ৰীয় ঘাইপথৰ পৰা উত্তৰ দিশে জ্যোতিপ্ৰসাদৰ 'জয়মতী' কথাছবিৰ ঐতিহাসিক স্থান ভোলাগুৰি চাহ বাগিচা পাৰ হৈ মুঠ তিনি কিলোমিটাৰ গলেই ভোলানাথ পোৱা যায়।

১৯৬২ চনত ভোলাগুৰি চাহ-বাগিচাৰ মালিক জ্যোতিপ্ৰসাদ আগৰৱালাৰ খুৰাক ˚গোপাল আগৰৱালাৰ পুত্ৰ ˚দেৱব্ৰত আগৰৱালাক এজন চাহ মজদুৰে বাগিচাৰে নাতি- দূৰৈত এজোপা ভোলাগছৰ তলত শিৱলিংগৰ দৰে মাটিৰ টিপ এটা দেখা পাই ভক্তিত গদ্‌গদ্ হৈ জনায়হি, লগতে কাবোবাৰ গৰু-গাই হেৰালে ভক্তিভাৱে সেই স্থানত গুৱা-পাণ এযুৰি আগবঢ়ালেই হেবোৱা গৰু পোৱা খবৰটোও যোগ দিয়ে। ˚দেৱব্ৰত আগৰৱালাই তৎকালেই উক্ত স্থান পৰিদৰ্শন কৰি পৰিবাৰৰ উদ্যোগত তাত শিৱমন্দিৰৰ লগতে যাত্ৰীৰ গৃহ সাজি দিয়ে। সেই অঞ্চল সেই সময়ত অটব্য অৰণ্য। অৰ্থাৎ চৰকাৰী সংৰক্ষিত বনাঞ্চল হোৱাৰ বাবে সেই সময়ৰ মন্ত্ৰী মহেন্দ্ৰমোহন চৌধুৰীৰ অনুমতি লয়।

তেতিয়াৰেপৰা আজিকোপতি স্থানীয় তথা দূৰ-দূৰণিৰ বহুতো ভক্তই উক্ত শিৱ মন্দিৰত অভিষ্ট সিদ্ধিৰ বাবে ভক্তিভাৱে নৈবেদ্য আগবঢ়ায়। অৱশ্যে ১৯৮৩ আৰু ১৯৮৯ চনত গহপুৰত হোৱা ভাতৃঘাতী সংঘৰ্ষই উক্ত মন্দিৰৰ ক্ষতিসাধন কৰাৰ লগতে জনসমাগমতো বেছ ব্যাঘাত জন্মায়। উক্ত স্থান আগৰ অৰণ্যৰ বিপৰীতে বৰ্তমান জনাৰণ্যহে। উল্লেখ নকৰি নোৱাৰি যে স্থানীয় বিদ্যালয় আৰু কলেজ আদিৰ ছাত্ৰ-ছাত্ৰীসকলে পৰীক্ষাৰ আগে আগে উক্ত শিৱ মন্দিৰলৈ দলে দলে গৈ ভক্তিভাৱে আশিস বিচাৰি নৈবেদ্য আগ বঢ়োৱাটো বৰ্তমান পৰম্পৰাত পৰিণত হৈছে। বৰ্তমান উক্ত শিৱ মন্দিৰ ভোলগুৰি চাহ বাগিচাৰ কৰ্তৃপক্ষই পৰিচালনা কৰে। পূজা-সেৱা চলি আছে।*

## নাগশঙ্কৰ মন্দিৰৰ ইতিবৃত্ত

তেজপুৰৰপৰা ৫২ নং ৰাষ্ট্ৰীয়ৰ ঘাইপথেৰে ৫৮ কিঃ মিঃ পূবাল নাগশঙ্কৰ মৌজা। ইয়াতে ৰাষ্ট্ৰীয় পথৰপৰা এক কি. মি. দক্ষিণে নাগশঙ্কৰ মন্দিৰ অৱস্থিত। প্ৰচলিত কিম্বদন্তীমতে সতীৰ মৃত্যুৰ শোকত ম্ৰিয়মাণ মহাদেৱে সতীৰ মৃতদেহ লৈ ঘূৰি ফুৰোতে উঁৰলি যোৱা শবদেহটোৰ নাভি অংশ ইয়াত খহি পৰে। এই

---

* প্ৰদীপ গোস্বামী, বালিজান, জিলা- শোণিতপুৰ।

নাভি অংশ পৰা ঠাইতে শিৱ লিংগ স্থাপন কৰি পূজা কৰাৰপৰা মন্দিৰৰ উৎপত্তি হয় (পুৰাণ বৰ্ণিত)। দ্বিতীয়তে, বাণ ৰজাই বিশ্বনাথৰ দ্বিতীয় কাশী স্থাপন কৰা গম পাই মহাদেৱে চাৰলৈ আহি এজনা শিৱলিংগ কম পাই মনৰ খেজাৰত গুই পৰোতে শিৱৰ নাভিয়ে এই স্থান স্পৰ্শ কৰে। ইয়াতে শিৱলিঙ্গ স্থাপন কৰি পূজা-সেৱা কৰা হয় আৰু পিছলৈ ইয়াত মন্দিৰ হয়। জনশ্ৰুতিমতে নাভিশঙ্কৰৰপৰাই ঠাইখনৰ নাম নাগশঙ্কৰ হোৱা বুলি কোৱা হয়। যোগিনীতন্ত্ৰৰ মতে নাগশঙ্কৰ পৰম ক্ষেত্ৰসমূহৰ এক ক্ষেত্ৰ বুলিও কোৱা হয়।

ইয়াৰ পাছত মহাভাৰতৰ পাণ্ডৱসকলৰ পুৰোহিত ধৌম্য মুনিয়ে কামৰূপ মহাতীৰ্থৰ এই নাভিচিহ্নত শঙ্কৰক আৰাধনা কৰাৰ কথা পোৱা যায়। ইয়াতে পাণ্ডৱসকলে অজ্ঞাতবাসত থাকোতে ধৌম্য মুনিক লগ পায় আৰু পাণ্ডৱসকলে তেওঁক পুৰোহিত কৰি লয়। মুনি পাণ্ডৱসকলৰ লগত গুচি যোৱাত এই নাভি-পীঠৰ শিৱলিঙ্গৰ পূজা-সেৱা বহুদিনলৈ লোপ পায়।

ইয়াৰ পাছত চতুৰ্থ শতিকাৰ আগভাগত জিতাৰী বংশৰ ৰজা প্ৰতাপ সিংহৰ দিনত এই মন্দিৰ পুনৰ জীৱিত হয়। চতুৰ্থ শতিকাৰ শেষৰ ফালে নৰশংকৰ বা নগাঙ্ক ৰজাই এই মন্দিৰৰ পূজা-সেৱা নিয়মীয়া কৰি বহল প্ৰচাৰ কৰিছিল। এইজন ৰজাৰ পাছত বহুদিন মন্দিৰৰ পূজা-সেৱা বন্ধ হয়।

১৪শ শতিকাৰ শেষৰ ফালে (১৪৮০ চনমানত) আহোম স্বৰ্গদেউ চুচেনফাই এই মন্দিৰ পুনৰ নিৰ্মাণ কৰি মাটি-ভেটি দান দিয়ে (এই দেৱোত্তৰ মাটিৰ পৰিমাণ ৮৩৩ বিঘা) আৰু মন্দিৰৰ ভিতৰত গহ্বৰৰ পানীত শিৱলিঙ্গ স্থাপন কৰা আছে। পূজা কৰা স্থানত শিৱলিঙ্গৰ লগতে বিষ্ণুমূৰ্তি, যোনিকুণ্ড, শালা গ্ৰামৰ মূৰ্তিও স্থাপন কৰা আছে। এই মূৰ্তিসমূহৰ পূজাও অতীতৰপৰাই চলি আহিছে। ইয়াৰ উপৰিও মন্দিৰৰ কাষতে থকা বৃহৎ পুখুৰীটোত বহুসংখ্যক কাছ আছে। দৈনিক পূজাৰ প্ৰথম প্ৰসাদ কাছক দিয়া হয়।

বৰ্তমান এই মন্দিৰ চৰকাৰীকৰণ হৈছে। লগতে সামাজিক বনানীকৰণ বিভাগে মন্দিৰৰ চাৰিওকাষে গছপুলি ৰোপণ কৰিছে। দৈনিক বহু যাত্ৰী (দূৰ-দূৰণিৰ) ইয়াত সমাগম হয়। প্ৰতি বছৰৰ শিৱৰাত্ৰি আৰু বহাগৰ গোঁসাই বিহুত ইয়াত ডাঙৰ মেলা হয়। ইয়াৰ উপৰি ফাকুৱাৰ দৌলযাত্ৰা ইয়াত আড়ম্বৰপূৰ্ণ কাৰ্যসূচীৰে ডাঙৰ কৈ পতা হয়। বৰ্তমান ইয়াত মন্দিৰ পৰিচালনা কমিটী আছে। কৰ্ম-কৰ্তাৰদ্বাৰা পূজা-সেৱা নিয়মীয়াভাৱে চলি থাকে।*

---

* শ্ৰীৰাজেন গগৈ, নাগশঙ্কৰ, ভেজপুৰ।

## শিঙৰি মন্দিৰৰ ইতিবৃত্ত

শিঙৰি মন্দিৰ শোণিতপুৰ জিলাত অৱস্থিত। অসমৰ পৌৰাণিক মঠ-মন্দিৰসমূহৰ ভিতৰত শিঙৰিৰ শিৱ মন্দিৰটিও অন্যতম। তেজপুৰৰপৰা প্ৰায় ৫০ কিলোমিটাৰ পশ্চিমে ব্ৰহ্মপুত্ৰৰ পাৰত শিঙৰি পাহাৰৰ নামনিত এই মন্দিৰ অৱস্থিত। মন্দিৰটি ভাৰতীয় ধৰ্ম ইতিহাসৰ এক ঐতিহ্যপূৰ্ণ নিদৰ্শন। মন্দিৰৰ নাম গুপ্তেশ্বৰ মন্দিৰ বা গোপেশ্বৰ মন্দিৰ। ইয়াত ঈশ্বৰ গুপ্ত হৈ থাকে বুলি জনবিশ্বাস আছে। ঈশ্বৰ গুপ্ত হৈ থকাৰ বাবেই মন্দিৰৰ নাম গুপ্তেশ্বৰ (গুপ্ত+ঈশ্বৰ) বোলা হয়। গুপ্তেশ্বৰ নামটি সম্পৰ্কত কিছুমান জনশ্ৰুতি শুনিবলৈ পোৱা যায়। এক জনশ্ৰুতি মতে দ্বাপৰ যুগত শোণিতপুৰৰ ৰজা আছিল বান। বান পৰম শিৱভক্ত আছিল। তেওঁ কাশীলৈ গৈ পূজা-সেৱা কৰাত অসুবিধা হয় বাবে নিজ ৰাজ্যৰ ভিতৰতে বিশ্বনাথত দ্বিতীয় কাশীধাম এখন পাতিবলৈ মনস্থ কৰে আৰু সেই মৰ্মে ভাৰতৰ বিভিন্ন ঠাইৰপৰা এক কোটি লিংগ আনি তাত প্ৰতিষ্ঠা কৰে। দেৱতাসকল এই কথাত অসন্তুষ্ট হৈ তাৰে এটা লিঙ্গ আনি শিঙৰিত লুকুৱাই থয়। ঈশ্বৰ বা শিৱক ইয়াত এনেদৰে গুপ্ত কৰি ৰখাৰ বাবেই হেনো মন্দিৰটিক গুপ্তেশ্বৰ বোলা হয়। আনটো প্ৰবাদমতে শিৱভক্ত বানে শিৱক শয়ন অৱস্থাতে এবাৰ পূজিবলৈ বিচাৰিছিল। নাৰদে কেনেবাকৈ এই কথা গম পাই শিৱক জনালে, তেতিয়া শিৱই ভক্তৰ মনৰ বাঞ্ছা পূৰণ কৰিবৰ বাবে শিঙৰি মন্দিৰলৈ আহি জলতে শয়ন কৰে অৰ্থাৎ পানীৰ তলত গুপ্ত হৈ থাকে। মন্দিৰৰ ভিতৰৰ প্ৰায় ৪ ফুটমান বহল কুণ্ডটোত পানীৰ তলত শিৱ উত্তৰা-দক্ষিণাকৈ শয়ন অৱস্থাত আছে বুলি বিশ্বাস কৰা হয়। মন্দিৰৰ ভিতৰত থকা কুণ্ডটোৰ লগত বাহিৰত থকা আন দুটা কুণ্ড আৰু ব্ৰহ্মপুত্ৰৰ সংলগ্ন আছে। বাৰিষা কালত পানী বাঢ়িলে এই কুণ্ডটোতো পানী বাঢ়ে আৰু খৰালি পানী শুকালে কুণ্ডটোতো পানী কমে।

এই মন্দিৰ অতি প্ৰাচীন। প্ৰাগ-ঐতিহাসিক যুগৰ অসমত আৰ্য আৰু অনাৰ্যসকলৰো আগমনৰ পূৰ্বেই এই মন্দিৰটি সজোৱা হৈছিল বুলি কোৱা হয়। অৱশ্যে কোনে কেতিয়া সাজিছিল সঠিককৈ ক'ব পৰা নাযায়। প্ৰবাদ আছে যে আদি যুগত স্বয়ং বিশ্বকৰ্মাই সাজিছিল। বিশ্বকৰ্মা আছিল শিৱৰ সখিয়েক। সখিয়েকৰ কথামতে বিশ্বকৰ্মাই মন্দিৰটি সাজি উলিয়ায়। মন্দিৰটি এটা শিলেৰে সজোৱা। বিশ্বকৰ্মাই সাজি থৈ যোৱাৰ বহু বছৰৰ পাছত ঋষ্যশৃংগ মুনি আহি ইয়াতে আশ্ৰম পাতি থাকিবলৈ লয় আৰু তেতিয়াৰেপৰা এই মন্দিৰত পূজা পাতল চলিবলৈ ধৰে। শিঙৰি পাহাৰৰ ওপৰত এতিয়াও ঋষ্যশৃংগ মুনিৰ আশ্ৰমৰ চিন দেখিবলৈ পোৱা যায়। আশ্ৰম পতা ঠাই ডোখৰত তিনি-চাৰি ফুট মানৰ দূৰণিয়া আৰু ৩ ফুট মানৰ দ' গাঁত এটা আছে আৰু এই গাঁতটোৱেই হেনো

ঋষ্যশৃংগ মুনিৰ যজ্ঞকুণ্ড আছিল। শিৱৰাত্ৰিৰ মেলাৰ দিনকেইটাত বিভিন্ন ঠাইৰপৰা অহা সাধু-সন্তসকলে পাহাৰৰ ওপৰত থকা এই কুণ্ডৰ চাৰিওফালে বহি ধুনি জ্বলায়। কথিত আছে যে ঋষ্যশৃংগ মুনিৰ আশ্ৰমৰ নামানুসৰিয়ে পাহাৰটোৰ নাম শিঙৰি হয়। শিঙৰি শব্দটো শৃঙ্গি শব্দৰ অপভ্ৰংশৰপৰা হৈছে।

শৃংগমুনিৰ পাছত বহু বছৰলৈ শিঙৰি মন্দিৰত কোনো পূজাৰী নাছিল। হাবিৰ মাজত পৰিত্যক্ত হৈ থকা মন্দিৰটো কাষৰ হাবি-বননিয়ে ক্ৰমান্বয়ে আৱৰি পেলাইছিল। এবাৰ মন্দিৰৰ আশে-পাশে থকা বড়ো জনগোষ্ঠীৰ গাঁৱত ভয়ানক মহামাৰীয়ে দেখা দিলে। হাইজাত পৰি মানুহ-দুনুহ মৰি প্ৰায় উছন্ন হৈছিল। দিনে দহ-বাৰখন চিতা জ্বলিছিল। বাচি থকাবোৰে প্ৰাণৰ তাড়নাত সেই ঠাই এৰি গৈছিল। সেই সময়তে এজন বড়ো লোকে সমাজিকত দেখি পৰিত্যক্ত মন্দিৰটো আবিষ্কাৰ কৰে। সমাজিকত তেওঁ হাবিৰ মাজত থকা মন্দিৰটো দেখুৱাই কোনোবাই তেওঁক কোৱা শুনিলে যে অগাধ অৰণ্যৰ মাজত থকা সেই মন্দিৰত যদি তেওঁলোকে চাকি এগছি আগ কৰে তেন্তে হাইজা নাইকিয়া হ'ব। পিছদিনা মানুহ কেইজনমান গোট খুৱাই সমাজিকত কোৱা মতে হাবি কাটি গৈ থাকোতে সঁচাকৈয়ে তেওঁলোকে সপোনত দেখাৰ দৰেই হাবিৰ মাজত হুবহু মন্দিৰটো দেখা পালে। তাৰ পাছত মন্দিৰৰ কাষৰ হাবি বন কাটি চাফা কৰি পিছদিনা চাকি এগছি সভক্তিৰে আগ কৰে আৰু তেতিয়াৰপৰাই আশ্চৰ্যজনকভাৱে হাইজাও নাইকিয়া হ'ল। মানুহবিলাকে তেতিয়া ইয়াৰ মহিমা বুজিব পাৰি নিয়মীয়াভাৱে মন্দিৰত চাকি-বন্তি দিবলৈ ধৰিলে। পূজাৰীৰ কাম-কাজ সম্পন্ন কৰিবৰ বাবে তেওঁলোকে তেওঁলোকৰ মাজৰে এজনক, যিজনে পোনতে সমাজিকত দেখি মন্দিৰটো আবিষ্কাৰ কৰে তেওঁকেই দেউৰী পাতি ললে আৰু সেই দিন ধৰি আজিলৈকে মন্দিৰত পূজা-পাতল চলি আছে। মন্দিৰটো আবিষ্কাৰ হোৱাৰ সময়ত বোলে মন্দিৰৰ চাৰিওকাষ ফল-মূলৰ গছেৰে পৰিপূৰ্ণ আছিল। অটব্য অৰণ্যৰ মাজেৰে চাকি দিবলৈ আহোঁতে বাঘ-ভালুকেও একো অপকাৰ নকৰিছিল। আনকি বাটত দীঘলদি পৰি থকা সাপবোৰেও হেনো যাত্ৰীক বাট এৰি দিছিল। কছাৰী লোকসকলৰদ্বাৰা মন্দিৰটি আবিষ্কাৰ হোৱাৰ পাছত প্ৰায় দুই-তিনি বছৰলৈ কছাৰীসকলেই মন্দিৰৰ কাম-কাজ চলাই আছিল। পাছলৈ তেওঁলোকে ব্ৰাহ্মণক গতাই দিয়ে আৰু তেতিয়াৰপৰা ব্ৰাহ্মণসকলেই মন্দিৰৰ পূজা-সেৱা কৰাৰ দায়িত্ব বহন কৰি আহিছে।

এই মন্দিৰলৈ ভূটীয়া লোকসকল প্ৰচলিত নিয়ম অনুসৰি আহে। সেই লোকসকল অহাৰ কাৰণে কোনো কোনো লোকে এই মন্দিৰ বুদ্ধদেৱৰ মন্দিৰ বুলি অনুমান কৰে। 'অসম গৌৰৱ'ত্তো এই বিষয়ে কিছু কথা প্ৰকাশ হৈছে। ভূটীয়া লোকসকলৰ প্ৰচলিত প্ৰথা অনুসৰি মানুহ মৰিলে ইয়ালৈ আহি পাহাৰৰ

ওপৰত শ্ৰাদ্ধ-পিণ্ড কৰি মন্দিৰ দৰ্শন কৰে। হাজোৰ হয়গ্ৰীৱ মাধৱ মন্দিৰৰ দৰে শিঙৰিৰ গুপ্তেশ্বৰ দেৱালয়কো তেওঁলোকে “মহামুনিৰ মঠ” অৰ্থাৎ বুদ্ধদেৱৰ থান বুলি বিশ্বাস কৰে। সেয়ে প্ৰতি বছৰে তেওঁলোক ইয়ালৈ আহে আৰু ই অতি পুৰণি কালৰপৰাই পৰম্পৰাগতভাৱে চলি আহিছে। শিঙৰিত থকা ভুটীয়া আলি নামৰ আলিটোৱেই (শিঙৰিৰ পৰা ভুটানলৈ যোৱা) এই কথাৰ সত্যতা দাঙি ধৰে। এই আলিৰ চিন এতিয়াও ঠায়ে ঠায়ে চেগা-ছোৰোকাকৈ দেখা যায়। যদিও এই মন্দিৰৰ বিগ্ৰহ দেখা নাযায় (পানীৰ তলত লিঙ্গ থকাৰ কাৰণে), যত্ন কৰিলে ওপৰৰপৰাই স্পৰ্শ কৰিব পাৰি। স্পৰ্শৰপৰা অনুমান কৰিব পাৰি যে এই মন্দিৰৰ বিগ্ৰহ বুদ্ধ নহয়, শিৱহে।

এই মন্দিৰৰ কোনো পৌৰাণিক তাম্ৰলিপি নাই। ইয়াৰ ওপৰত আহোম যুগৰ শিল্পীৰ পৰশ পৰা যেন লাগে। ওপৰত পিতলৰ কলচিৰে সৈতে শিলেৰে সজা মন্দিৰটিৰ আকৃতি আৰু চুণ-চুৰ্কিৰ ইটাৰে সজা মন্দিৰটিৰ চাৰিওকাষে থকা দেৱালখনেই ইয়াৰ প্ৰমাণ। দেৱালখন প্ৰায় চাৰি ফুটমান ওখ আৰু ডেৰ ফুট মান বহল। এই মন্দিৰৰ উচ্চতা ৫০ ফুট আৰু বহল ২৪ ফুট। মন্দিৰৰ চাৰিওফালে চাৰি ফুট ওখকৈ পৌৰাণিক ইটাৰে ঘেৰা দেৱাল দীঘে ১৮৮ ফুট আৰু পুতলে ১৬৮ ফুট আছে। এই দেৱাল শিৱসিংহ ৰজাৰ দিনত হৈছিল। মন্দিৰৰ কুণ্ডৰপৰা ব্ৰহ্মপুত্ৰলৈকে এক নলা বা সুৰঙ্গ আছে। এই পৌৰাণিক মন্দিৰ কালক্ৰমত হাবি-জঙ্ঘলেৰে অৰণ্যত পৰিণত হয়। আহোম ৰজাৰ দিনত হাবি-জঙ্ঘল মোকোলাই এই মন্দিৰ পুনৰ উদ্ধাৰ কৰি আমাৰ পূৰ্বপুৰুষসকলে মাটি-বৃত্তি দি স্থাপন কৰি পূজা-সেৱা চলাবৰ কাৰণে ব্যৱস্থা কৰি দিয়ে। তেতিয়াৰ পৰা ধাৰাবাহিকভাৱে আজি পৰ্যন্ত ৰক্ষণাবেক্ষণ কৰি নিত্য নৈমিত্তিক পূজাসেৱা প্ৰতিদিনে চলাই অহা হৈছে। গতানুগতিক প্ৰথাৰে যাৱতীয় পৰ্ব আদি পালন কৰি অহা হৈছে। এই মন্দিৰত ‘বিমান’, অন্তৰাল, মণ্ডপ আৰু মুখ্য মণ্ডপৰ চিন বিদ্যমান। মন্দিৰৰ টুপত একোখনকৈ ‘অঙ্গশিখৰ’ মন্দিৰৰ গৰ্ভগৃহত শিলৰ চৌকাঠ পাঁচটা শাখাৰে নিৰ্মিত হৈছিল। লগতে ললাট বিম্বৰ গণেশৰ মূৰ্তি পদ্মাসনত অৱস্থিত আৰু দুৱাৰৰ চৌকাঠত গণেশ আৰু সূৰ্যৰ মূৰ্তি বিদ্যমান। অন্যান্য শাখাসমূহত ২২টা গন্ধৰ্ব মূৰ্তি দেখা যায়। দুৱাৰৰ স্তম্ভ দুটাত ত্ৰিশূল ডম্বৰু হাতত লৈ দুটাকৈ দ্বাৰপাল দেখা যায়।

মহাপুৰুষ শ্ৰীশংকৰদেৱৰ জন্ম সম্পৰ্কে এই মন্দিৰৰ মাহাত্ম্য এনেকৈ প্ৰকাশ হৈছে।

“পাছে একদিন অসন্তোষ মনে, শয্যাত কৈলাশয়ন।
পৰম সুন্দৰ, বিপ্ৰ একজন, স্বপ্নে পাইলা দৰিশন।।

ব্ৰাহ্মণে বোলন্ত, শুনি কুসুম, চিন্তা দেখোঁ বহুতৰ।
কৈলোঁ সাৰোত্তম, পুত্ৰ পাইবা বৰ, অৰ্চ্চা কৰা গোপেশ্বৰ।।

এনেকৈ শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্ম মাহাত্ম্য এই দেৱালয়ৰ আধাৰতে পোৱা যায়। আনফালে শিঙৰিতে মহেন্দ্ৰ কন্দলিৰ টোল থকাৰ কথা পোৱা যায়।

শিঙৰি মন্দিৰৰ লগত জড়িত থকা আন এখন থান হৈছে সিদ্ধেশ্বৰ থান। এই থানত লিঙ্গ-যোনি চিহ্ন আছে। গুপ্তেশ্বৰ মন্দিৰৰ পূজাৰীয়ে এই থানত পূজা -পাতল চলায়। লোকবিশ্বাস মতে এই থানত দৰ্শন কৰিলে মনৰ যি কোনো কামনা-বাসনা সিদ্ধি হয়। এই থানৰ কাষত কাবুলী গঙ্গা জলৰাশি।

শিঙৰি মন্দিৰৰ লগত সাঙোৰ খাই থকা আন এক মন্দিৰ হৈছে বিশ্বকৰ্মা মন্দিৰ। ই বিশ্বকৰ্মাৰ সুনিপুণ কাৰ্যৰ অন্য এক স্বাক্ষৰ। শিঙৰি চাহ বাগিচাৰ মাজত বহু ঠাই আগুৰি ভগ্ন অৱস্থাত এই মন্দিৰ পৰি আছে। মন্দিৰৰ ভগ্নাৱশেষ বোৰৰ উত্তৰ দিশত এটা বিশাল পুখুৰী। প্ৰবাদ আছে যে দেৱাদি দেৱ মহাদেৱৰ ইচ্ছা অনুসৰিয়েই এই স্থানত বিশ্বকৰ্মাক তেওঁ নিজৰ এটা মন্দিৰ নিৰ্মাণ কৰিবলৈ কয়। বিশ্বকৰ্মাই শিৱৰ আদেশমতে এই স্থানতে নিজৰ এটা মন্দিৰ অতি বিতোপন-ভাৱে সাজি উলিয়ায়। কিন্তু শিৱই তেওঁৰ মন্দিৰত গৈ (বৰ্তমান য'ত গুপ্তেশ্বৰ মন্দিৰ আছে) বিশ্বকৰ্মাৰ মন্দিৰ বেছি সুন্দৰকৈ নিৰ্মাণ কৰা বুলি কোৱাত বিশ্বকৰ্মাৰ খং উঠিল আৰু গোৰ মাৰি নিজৰ মন্দিৰ ভাঙি পেলায়। ইয়াৰ পাছত বিশ্বকৰ্মাই গৈ পুৰীত শ্ৰীশ্ৰী জগন্নাথদেৱৰ মন্দিৰ সাজে। বছৰত এদিন মাত্ৰ (বিশ্বকৰ্মা পূজাৰ দিনটোত) খনিকৰ শিপিনী আদি লোকসকলে এগছি বন্তি জ্বলাই শিল্প কাৰ্যত নিপুণতা লাভৰ বাবে বিশ্বকৰ্মাক উপাসনা কৰে। শিঙৰি পাহাৰৰপৰা তিনি মাইল দূৰত এটা সৰু পাহৰৰ ওপৰত হৰগৌৰী দেৱালয় বা মাজুলী থান অৱস্থিত। এই দেৱালয়ৰ দক্ষিণত ব্ৰহ্মপুত্ৰ। এই দেৱালয়ৰ দুটা পৃথক ঘৰত এটাত ধাৰণা কৰা মতে পাৰ্বতীৰ যোনিদেশ আৰু আনটো শিৱৰ মূৰ্তি দেখা যায়। বিশেষকৈ নেপালী সম্প্ৰদায়ৰ লোকসকলে এই দেৱালয় পুনৰ নিৰ্মাণত আগভাগ লৈ আছে। আঘোণ মাহৰ চতুৰ্দশী তিথিত এই দেৱালয়ত বহু লোকৰ সমাবেশ হোৱা দেখা যায়। 'বালা চতুৰ্দশী' হিচাপে এই উৎসৱ পালন কৰা হয়। ধৰ্মপ্ৰাণ নেপালী লোকসকলৰ উপৰিও অন্যান্য হিন্দুসকলকো এই উৎসৱত মন্দিৰ দৰ্শন কৰা দেখা যায়। আঘোণ মাহৰ চতুৰ্দশী দিনা বিশেষকৈ নেপালী লোকসকলে সাত বিধ শস্য মন্দিৰত সিঁচি দি সৃষ্টি জীয়াই থকাৰ কামনা কৰে। বছৰৰ সকলো সময়তে ধৰ্মপ্ৰাণ লোকৰ আগমন এই মন্দিৰত দেখা যায়। দুৰ্গাপূজা, ৰাম নৱমী, শিৱ-ৰাত্ৰি আদি উৎসৱো এই মন্দিৰত পালন কৰা হয়।

প্ৰাকৃতিক সৌন্দৰ্যৰে মনোমোহা শিঙৰি পাহাৰটিৰ আশে-পাশে শুক্তেশ্বৰ মন্দিৰৰ উপৰিও অন্য থান, মন্দিৰ আদি আছে।*

কেতেকেশ্বৰ দেৱালয় ঃ শোণিতপুৰ জিলাৰ তেজপুৰৰ উপকণ্ঠত কেতেকীবাৰী। এই কেতেকীবাৰী গাঁৱৰ মধ্যস্থানত কেতেকেশ্বৰ বোলা দেৱালয়ত যিটো প্ৰকাণ্ড বিয়াগোম শিৱলিঙ্গ আছে, বহুবাস্তৱে ভাৰতৰ বিভিন্ন স্থানৰ কেইবাজনো পুৰাতত্ত্ব বিভাগৰ লোক আহি চাই কৈ গৈছে, গোটেই ভাৰতৰ ভিতৰত ইমান ডাঙৰ বৃহৎ শিৱলিঙ্গ আন কোনো স্থানত পাবলৈ নাই। এই লিঙ্গ ওখই চাৰি মিটাৰ। সেই কাৰণেই শাস্ত্ৰকাৰসকলে ইয়াক অধ্যায় অৰ্থত গগনভেদী বুলিছে। লিঙ্গৰ ওপৰৰ অন্তিম মূৰত পুনৰ ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰৰ প্ৰতিমূৰ্তি সজোৱা আছে। লিঙ্গটো পূব-উত্তৰ মুখে অলপ হাঁহি থকাৰ দৰে থিয় হৈ আছে।

আন এটা দৰ্শনাৰ্থীৰ মনোযোগ আকৰ্ষণ কৰিব পৰা ভাস্কৰ্য্য আছে এই যে এই মহালিঙ্গৰ পূবে আঠ-ন নল নাতিদূৰত এখনি প্ৰকাণ্ড শিলা যোনিপীঠ পৰি আছে। যোনিপীঠখনৰ পূবা-পশ্চিমা দীঘ ১৪ ফুট ৫ ইঞ্চি। উত্তৰা-দক্ষিণা প্ৰস্থ ১২ ফুট ৮ ইঞ্চি। ওখ বা দাঠ প্ৰায় ২ ফুট ৬ ইঞ্চি। যোনীপীঠখনৰ সোঁমধ্যতে এটা সেই লিঙ্গটো সোমোৱা আকাৰৰ বহল গাঁত আছে। তাতে বাঁহ এজোপা গজি আছে। মাজৰ অংশটো কাছৰ পিঠিৰ দৰে প্ৰায় ৩ ফুট ওখ, চাৰিওকাষলৈ ক্ৰমে এঢলীয়া। মাজৰ গাঁত বা খালটো দেখিলে মনতে ভাব হয়, কোন সুদূৰ অতীতৰ পূৰ্ব যুগত, সেই নাতিদূৰত থকা লিঙ্গটো তাতেই সংযুক্ত হৈ আছিল। কিবা কাৰণত হয়তো বিচ্ছিন্ন হ'ল। যোনিপীঠৰ ওপৰত চাৰিওকাষে ঘূৰাই দলাৰ বাওঁৰ দৰে ১ ফুট বহল আৰু ৩ ইঞ্চি ওখই এটা পাৰ থকা কাষটো ওখ। পূবকালে ৪ ফুট দীঘলৰ এডাল চামুচৰ নালৰ দৰে নাৱৰা আছে। বোধহয় লিঙ্গটো সংযুক্ত হৈ থকা অৱস্থাত ওপৰত ঢলা গাখীৰ-ঘিঁউ আদি কেউফালে সিঁচৰতি হৈ নপৰাৰেই এয়া ব্যৱস্থা।

এই কেতেকীবাৰী গাঁৱৰ পূবে যিটো হোলা, ধাননি পথাৰ, সেই হোলা বা পথাৰেই হৈছে পূৰ্বৰ শাস্ত্ৰীয় যুগৰ তুঙ্গ্ৰা ভদ্ৰা নদী। তুঙ্গ্ৰাভদ্ৰা, পুষ্পভদ্ৰা দুয়ো বাই-ভনী, এইটো চিন্তা বিষয়। এই চাৰি মিটাৰ ওখ মহালিঙ্গৰ মূৰত পূজা পাৰ্বণত ঘিঁউ গাখীৰ আদি আজিৰ যুগৰ মানুহৰ আকাৰৰ মানুহে ঢালিছিল কেনেকৈ, নে সেই কালত মানুহ ওখ, ডাঙৰ-দীঘল শকত আছিল ই গৱেষণাৰ বিষয়।**

---

* শ্ৰীপ্ৰদীপ কুমাৰ বৰঠাকুৰ, বিহগুৰি, শোণিতপুৰ।

** শ্ৰীললিত চন্দ্ৰ দেৱনাথ, শ্ৰীদুৰ্গাচৰণ শৰ্মা, ভেহেৰীয়া, শোণিতপুৰ।

# দৰং

## দৰং জিলাৰ শিৱস্থানসমূহৰ বিৱৰণ

মঙ্গলদৈ শিৱমন্দিৰ : মঙ্গলদৈ নগৰত উপায়ুক্তৰ কাৰ্যালয়ৰ কাষতেই এই মন্দিৰ প্ৰতিষ্ঠিত। ১৯৫০ চনমানত শিৱলিঙৰ ওপৰত পকী মন্দিৰ আদি নিৰ্মাণ হয়। নিত্য পূজা-সেৱা চলে, শিৱৰাত্ৰি, দৌল আদি উৎসৱ পালন কৰা হয়। প্ৰাচীনত্ব বুজাৰ উপায় নাই। স্থায়ী পূজাৰী আছে।

মঙ্গলদৈ মিলনপুৰ শিৱৰ থান : মঙ্গলদৈ নগৰৰ পশ্চিমত অৱস্থিত। স্থানৰ প্ৰাচীনত্ব জনা নাযায়। বৰ্তমান বাইজে এটা পকী মণিকূট আৰু নামঘৰ সাজিছে। শিৱৰাত্ৰি আৰু আন আন উৎসৱসমূহ পালন কৰা হয়।

উপহপাৰা শিৱমন্দিৰ : মঙ্গলদৈ কলেজৰ উত্তৰে থকা উপহপাৰা পুখুৰীৰ পাৰত এই মন্দিৰ অৱস্থিত। শিৱ বিগ্ৰহ আছে। নিত্য পূজা চলে। ভক্তসকলে দিয়া বহুতো ত্ৰিশূল দেখা যায়।

মঙ্গলদৈ কোঁৱৰপাৰা মন্দিৰ : মঙ্গলদৈ চহৰৰ পশ্চিমফালে কোঁৱৰপাৰা চুবাত এটা টিঙৰ মন্দিৰ আছে। বিগ্ৰহ আছে।

মঙ্গলদৈ বিহাৰী মন্দিৰ : মঙ্গলদৈ নগৰৰ বেগা নদীৰ পাৰত বিশেষকৈ বিহাৰী হিন্দুসকলে স্থাপন কৰিছে। দুৰ্গাপূজা, শিৱৰাত্ৰি আদি পালন কৰে। নিত্য পূজাৰ ব্যৱস্থা আছে।

বৰুলাগড় শিৱৰ থান : মঙ্গলদৈ নগৰৰ পশ্চিমত থকা বৰুলাগড় ৰেচন ফাৰ্মৰ পূৱত অৱস্থিত। মন্দিৰ নাই। সেৱা-পূজা প্ৰচলিত হৈ আছে।

বৰুলাগড় শিৱমন্দিৰ : বৰুলাগড় চাহ বাগিচাৰ ওচৰত। ইয়াত নিত্য নৈমিত্তিক পূজা চলে।

চেঙেলিয়াপাৰা বুঢ়া গোঁসাইৰ থান : বৰুমাটি মৌজাৰ বৰুলাগড় বজাৰৰ দক্ষিণত অৱস্থিত। দুটা শিৱলিংগ আছে। স্থানীয় লোকে শিৱ-পাৰ্বতীৰ মূৰ্তি বুলি কয়। বড়োসকলে পূজা আগবঢ়ায়। মন্দিৰ নাই যদিও জাগ্ৰত। অলপতে এজন লোকে দম্ভ কৰি এটি মূৰ্তি দাঙি লয় সেইদিনাই তেওঁৰ এক বিৰাট আৰ্থিক ক্ষতি হয়। ৰাইজে মন্দিৰ নিৰ্মাণৰ প্ৰস্তুতি চলাইছে।

চেঙেলিয়াপাৰা মন্দিৰ : স্বৰ্গীয় সদুৰাই শৰ্মা অধ্যাপকে নিজ খৰচেৰে পকী মন্দিৰটো নিৰ্মাণ কৰে। নিত্য পূজাৰ উপৰিও শিৱৰাত্ৰি আৰু লক্ষ্মীপূজা চলে।

বৰকুমাৰপাৰা বুঢ়া গোঁসাইৰ থান : বৰুমাটি মৌজাৰ বৰকুমাৰপাৰা গাঁৱত এই থানখন অৱস্থিত। বিগ্ৰহ আছে, মণিকূট খেৰ-বাঁহৰ। নিত্য পূজা চলাৰ উপৰিও বাৰ্ষিক শিৱৰাত্ৰি উৎসৱ পাতে।

বিশ্বসত্ৰ : হিলু ৰোলা মৌজাত। চিলাৰায়ে গৌড় দেশৰপৰা দেৱীৰ সাধক কেশবিপ্ৰ ভট্টাচাৰ্যক নিজ দেশলৈ আনে। চিলাৰায়ৰ বংশধৰসকল আহোম ৰজাৰ থাপিত সাঁকিত দৰং দেশৰ ৰজা হৈ, ভট্টাচাৰ্যৰ পুত্ৰাদিকো দৰঙলৈ আনে। এই বংশৰ বিশ্বনাথক হিলুৰোলা মৌজাত দৰঙী ৰজা বিষ্ণুনাৰায়ণে ধৰ্মোত্তৰ ভূমি দিয়ে। বিশ্বদেৱে প্ৰতিষ্ঠা কৰা সত্ৰ বাবে এই ঠাইৰ নাম বিশ্বসত্ৰ হয়। ইয়াত শিৱ দুৰ্গাৰ থান আছে। নিত্যপূজা ইয়াত হয়। শিৱৰাত্ৰি আদিত ভাৱৰ উৎসৱ হয়। দুৰ্গাপূজাও কৰে।

শালমাহ উঠা বুঢ়া গোঁসাইৰ থান : খেতমদাৰ গাঁৱত। প্ৰাচীন পুখুৰীৰ পাৰত অৱস্থিত। বৰ জাগ্ৰত স্থান। এটি মন্দিৰ আছে।

গড়ুৰ পুখুৰীৰ পাৰৰ থান : দাহী মৌজাত। পূৰ্বতে থানখনত মন্দিৰ সাজিব নোৱাৰিছিল। বৰ্তমান মণিকূট আৰু নামঘৰ সাজিছে। নিত্য পূজাৰ উপৰিও আহাৰ মাহত বিশেষ সভা অনুষ্ঠিত হয়। ইয়াত গড়ুৰ চিন আছে। সম্ভৱ কোনো ভূঞাই ইয়াত ৰাজত্ব কৰিছিল। মন্দিৰৰ ওপৰত এডাল বৃহৎ বকুল গছ আছে। ভূঞাসকলেই এই থান ৬০০ বছৰ মান আগতে প্ৰতিষ্ঠা কৰে।

পাতাল লিংগাৰাৰ মন্দিৰ : দাহী মৌজাৰ বৰ জয়াল ঠাইত মন্দিৰটো অৱস্থিত। মণিকূট আৰু নামঘৰ আছে। ওচৰতে চুপচামন নামৰ উপদেৱতাৰ পূজা হয়।

সৰু থেকেৰাবাৰীৰ মন্দিৰ : বতামাটি মৌজাত সৰু থেকেৰাবাৰী গাঁৱত বৃহৎ পুখুৰী এটাৰ পাৰত অৱস্থিত। এই মন্দিৰত *বাণলিংগ* প্ৰতিষ্ঠিত। নিত্য পূজা আৰু বহুতো উৎসৱ-পাৰ্বণ চলি থাকে। মন্দিৰ টিনৰ।

বৰ থেকেৰাবাৰীৰ মন্দিৰ : বতামাটি মৌজাত বৰ থেকেৰাবাৰী গাঁও। প্ৰাচীন দেৱালয়ত বিগ্ৰহ আছে। পকী মন্দিৰটোত নিত্য পূজা হয়।

ভূঞা পাৰ : ঘোঁৰাবান্ধাৰ ওচৰত ভূঞাপাৰাত এই মন্দিৰ আছে। বিগ্ৰহ বৰ প্ৰাচীন। কিছুদিন আগতে তাৰ ওপৰত মন্দিৰ নিৰ্মাণ কৰিছে।

ঘোঁৰাবান্ধা যোগাশ্ৰম : ঘোঁৰাবান্ধাৰ যোগাশ্ৰমত এটি ধুনীয়া মন্দিৰ নিৰ্মাণ কৰিছে। ইয়াৰ বিগ্ৰহ পুৰণা।

সূৰ্যখড়ি শিৱমন্দিৰ : নায়কপাৰা গাঁৱত। দৰঙীৰজাৰ সভাপণ্ডিত বলদেৱ সূৰ্যখড়ি দৈৱজ্ঞই প্ৰতিষ্ঠা কৰা। ৰাইজে টিনেৰে মন্দিৰ সাজিছে। সম্ভৱ ইয়াত সূৰ্যখড়িয়ে ব্যক্তিগতভাৱে উপাসনা কৰিছিল। ১৮০০-১৮১০ চনমানত প্ৰতিষ্ঠিত। ইয়াত ৰাতি কেতিয়াবা হঠাতে চাকি জ্বলি উঠে। গেইটৰ মতে অসমত ১৯ শতিকাৰ আগভাগত অসমৰ বলদেৱ সূৰ্যখড়ি সৰ্বশ্ৰেষ্ঠ পণ্ডিত আছিল।

**কলঙেৰ পুখুৰীৰ পাৰৰ শিৱ মন্দিৰ ঃ** নায়কপাৰা গাঁৱৰ কলঙেৰ পুখুৰীৰ পাৰত প্ৰতিষ্ঠিত। ১২ পুৰা মাটিৰ কলঙেৰ পুখুৰী, ৰজাই সুলাই কলঙেৰ সুৰ্যৱড়িক দিছিল। সম্ভৱ তেতিয়াই এই ৰাজকৰা শিৱ মন্দিৰো প্ৰতিষ্ঠা হৈছিল।

**দেউৰাজ শিৱ মন্দিৰ ঃ** ব্যাসপাৰা গাঁৱত। প্ৰাচীন মন্দিৰ ভূমিকম্পত ভাঙি যায়। মন্দিৰটো শিলৰ আছিল। ইয়াৰ ভগ্নাংশেৰ দেউৰাজ পুখুৰীৰ পাৰত দেখা যায়। তাতেই পূজা-সেৱা চলি আছে। মন্দিৰৰ নামত পূৰ্বতে মাটি আছিল। প্ৰাকৃতিক দুৰ্যোগত মানুহ আঁতৰি যায়। এই মন্দিৰ ভূঞাসকলে স্থাপন কৰিছিল।

**পকাদলিৰ শিৱৰ থান ঃ** বৰ্তমান পকাদলি বুলি কোৱা, ক্ষয় প্ৰাপ্ত বৃহৎ পুখুৰীৰ পূৱপাৰত থকা পকী দৌলটো ভূমিকম্পত ধ্বংস হয়। ৰাইজে সাধাৰণভাৱে ইয়াত এটি মন্দিৰ সাজি লৈছে। পকী দৌলৰপৰা এই ঠাইৰ নাম পকাদলি হয় বুলি ভাবিবৰ কাৰণ আছে।

**নাৰিকলিৰ শিৱ মন্দিৰ ঃ** ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ ওচৰত। প্ৰাচীন কালত এটি সুবৃহৎ শিলৰ মন্দিৰ আছিল। কালত ভাঙি পৰে। শিলবোৰ এতিয়াও দেখা যায়। ৰাইজে সাজি উলিওৱা ধুনীয়া মন্দিৰ আৰু বুলনি ঘৰত, নিত্য পূজা সেৱা চলি থাকে।

**শানপাৰা শিৱ মন্দিৰ ঃ** লোক্ৰাই মৌজাত শানপাৰা দেৱালয় অৱস্থিত। শানপাৰা পুখুৰীৰ পূৱপাৰে এটি শিলৰ শিৱ মন্দিৰ আছিল। ভূমিকম্পত মন্দিৰটো ভাঙি পুখুৰীত পৰে। শিলবোৰ এতিয়াও পৰি আছে। এই দেৱালয়ৰ সংস্কাৰ সাধে পালবংশী ৰজাসকলে। সেয়ে দেৱালয়খন অতি প্ৰাচীন। প্ৰবাদ আছে যে, পালবংশী মহাৰাজ ধৰ্মপালে শ্ৰেষ্ঠ পণ্ডিত আৰু তান্ত্ৰিক সাধক যাদবানন্দ আচাৰ্যক আনি শিৱ-দুৰ্গাৰ অৰ্চনাৰ ব্যৱস্থা কৰে। আহোম স্বৰ্গদেউ প্ৰতাপসিংহই এই মন্দিৰলৈ বাৰ শ (১২০০) বিঘা মাটি দিয়াৰ প্ৰবাদ আছে। মানৰ আক্ৰমণত তাম্ৰপত্ৰ হেৰাই যায় আৰু দেৱোত্তৰ ভূমি আনৰ হস্তগত হয়। নিত্য পূজাৰ উপৰিও জেঠ মাহত এই দেৱালয়ত "পানীতোল" নামৰ এটি বসন্ত উৎসৱ পালন কৰে। অসংখ্য লোকে অনেক উৎসৱ কৰি শানপাৰা পুখুৰীৰ পানী তুলি বসন্ত পূজা কৰে। এই পানী ব্যৱহাৰ কৰিলে বসন্ত ৰোগৰপৰা মুক্তি পায় বুলি বিশ্বাস। বৰ্তমান ৰাইজে নিৰ্মাণ কৰা শিৱ মন্দিৰ, পুখুৰীৰ পশ্চিম পাৰে অৱস্থিত। মন্দিৰৰ ওচৰত আধালে পুতি থোৱা শিল এচটাৰ ওপৰৰ ফালে এটি বজ্ৰবিশিষ্ট। ই শক্তিৰ প্ৰতীক। ইয়াতো পূজা কৰা হয়।

যাদবানন্দৰ অধস্তন পুৰুষ লক্ষ্মীনাথৰ দিনত দৰঙীৰাজ্য প্ৰতিষ্ঠা হয় (ইং ১৬১৬ চন)। লক্ষ্মীনাথে কলাইগাঁও মৌজাৰ লক্ষীমপুৰত কামাখ্যাৰ থান প্ৰতিষ্ঠা কৰে। ইয়াৰ শিলত কটা তান্ত্ৰিক মণ্ডলটো বিচিত্ৰ। সম্ভৱ ভাৰতৰ ক'তো এনে মণ্ডল নাই। ইয়াত থকা প্ৰাচীন শিলৰ মন্দিৰটো প্ৰাকৃতিক দুৰ্যোগ আৰু

কলীয়া হাতীয়ে বিনাশ কৰে, যদিও যুগে যুগে ইয়াত নিত্য পূজা চলিয়েই আহিছে। বৰ্তমান বাইজে ইয়াত এটা টিনপাতেৰে মন্দিৰ নিৰ্মাণ কৰিছে।

পশ্চিম মঙলদৈৰ বিভিন্ন স্থানত, যেনে পুনীয়া গাঁৱৰ দক্ষিণে কলীয়াৰ থান, ঢেকিপাৰা, মেটাপাৰাৰ তিলৰ ভেটি, গোৱালকাৰৰ উত্তৰ চুবা, হাজাৰপাৰা, শলপাম, ডাঙ্গিচুবা, সোণাপুৰ, বচাচুবা লোক্ৰাই, ধোঁৱাশাল চুবা আৰু ছিপাঝাৰত শিৱৰ থান আছে।

ধলপুৰ শিৱ-মন্দিৰ : ছিপাঝাৰ মৌজাৰ গৰুখুটি গাঁৱৰপৰা দক্ষিণ-পূবে প্ৰায় তিনি কিলোমিটাৰ দূৰৈত ব্ৰহ্মপুত্ৰৰ পাৰৰ ধলপুৰ পাহাৰৰ ওপৰত ধলপুৰ শিৱমন্দিৰ। ইয়াত নতুনকৈ এটি মন্দিৰ সজোৱা হৈছে। পূৰ্বে ইয়াত এটি শিলৰ মন্দিৰ আছিল। আহোম ৰজাসকলে ইটাৰেহে মন্দিৰ নিৰ্মাণ কৰিছিল। সেয়ে উক্ত শিলৰ মন্দিৰটো আহোম ৰাজত্বৰ আগৰ আছিল। ইয়াত তিনিখন তান্ত্ৰিক মণ্ডল আছে। এখন শিলালিপিও আৱিষ্কৃত হৈছে, যদিও ইয়াৰ পাঠ উদ্ধাৰ কৰিব পৰা হোৱা নাই। পাহাৰৰ ভিতৰত বহুতো ধন-সোণ জমা আছে বুলি বিশ্বাস।

মঠাঝাৰৰ শিৱমন্দিৰ : গৰুখুটি অঞ্চলৰ মঠাঝাৰ গাঁৱত এই মন্দিৰ অৱস্থিত। মঠ ইটাৰে নিৰ্মিত আছিল। শিৱলিংগৰ উপৰিও কিছুমান শিলত কটা ভাস্কৰ্য ইয়াত আছে। মন্দিৰৰ ওচৰৰ পুখুৰীত শিলৰ খটখটি আছে। সোণাই নাথৰ বংশৰ পৰিয়ালে এই মন্দিৰৰ তদাৰক কৰি আছে। এই মন্দিৰত ছয়-সাত ইঞ্চিমানৰ কেইবাটাও ব্ৰঞ্জৰ ধ্যানস্থ শিৱ আৰু পৰিষদসকলৰ মূৰ্তি আছিল। বৰ্তমান সেইবোৰ হেৰাই যায়। ইয়াৰ প্ৰাচীনত্বৰ বিষয়ে জনা নাযায়; যদিও ইটাৰ আকাৰলৈ চাই আহোম যুগৰ হ'ব পাৰে। ৰহাগৰ চাৰি তাৰিখে ইয়াত দৌল উৎসৱ অনুষ্ঠিত হয়।

সোৰেটো আঠিয়াবাৰী শিৱমন্দিৰ : সোৰেটো আঠিয়াবাৰী গাঁৱত অৱস্থিত। হৰ-গৌৰীৰ ২.৫ ফুট ওখ শিলত যুগল মূৰ্তি কটা আছে। মন্দিৰ পকী। দৰঙী ৰজাই হাতীৰৱাবা গোঁসাই জনাক নিব খুজিছিল। কিন্তু ব্যৰ্থ হয়। চ'ত মাহৰ পূৰ্ণিমা তিথিত বিশেষ পূজা হয়। ইয়াৰ উপৰিও শিৱৰাত্ৰি পালন কৰা হয়। এই মন্দিৰৰ মাটি ৩ কঠা।

কাৰ্শালাবাৰী শিৱ-মন্দিৰ : ডাহী মৌজাত অৱস্থিত। ৰাইজে মণিকূট আৰু গোঁসাইঘৰ নিৰ্মাণ কৰিছে। বিগ্ৰহত নিত্য পূজা কৰাৰ উপৰিও বৃহস্পতি বাৰে ধৰ্মপুথি পাঠ হয় আৰু শিৱৰাত্ৰি পালন কৰে।

জলজলি মন্দিৰ : ডাহী মৌজাৰ প্ৰসিদ্ধ জলজলি পুখুৰীৰ পাৰত স্থাপিত। এটি চতুষ্কোণ যোনিপীঠত শিৱলিংগ প্ৰতিষ্ঠিত। ওচৰতে দুটা যোনিপীঠ আছে। লিংগ নাই, বিগ্ৰহ চতুৰ্দশ শতিকাৰ। ভূঞাসকলে প্ৰতিষ্ঠা কৰা বুলি ভাবিবৰ থল আছে। শিৱৰাত্ৰি আৰু দুৰ্গাপূজা অনুষ্ঠিত হয়।

জনাৰামৰ চৌকা : এই চৌকাতে এটা আৰু তাৰ পশ্চিমত আন এটা শিৱ মন্দিৰ আছে। নিত্য পূজা আৰু বাৎসৰিক উৎসৱ হয়।

বাৰগাঁও মন্দিৰ : জলজলিৰপথা এক কিলোমিটাৰ পশ্চিমে বিগ্ৰহৰ সৈতে তিনিটা শিৱমন্দিৰ আছে। সেইবোৰ হৈছে ২ নং বাৰগাঁও, মতিৰাম পত্ৰো আৰু সাৰেং চুবা।

জনাৰাম চৌকা শিৱ মন্দিৰ : এই মন্দিৰত থকা বিগ্ৰহত নিত্য পূজা চলে।

নিজ চপাহি মন্দিৰ : বিগ্ৰহ আছে। শিৱৰাত্ৰি পালন কৰা হয়। মন্দিৰটো টিনৰ।

ডাৱী নগাঁও : ইয়াৰ বিগ্ৰহত নিত্য পূজা চলে। ৰাইজে এটা মন্দিৰ সাজি লৈছে।

ভাউকাপাৰা মন্দিৰ : মন্দিৰত বিগ্ৰহ আছে। উৎসৱ আদি পালন কৰোঁতে বেলেগ বস্তুৰ আৱশ্যক নকৰে। ডেৰবিঘামান মাটি আগুৰি এডাল বৰগছ আছে।

চপৰা : ইয়াত এখনি শিৱৰ থান আছে। ইয়াতেই পণ্ডিতপ্ৰৱৰ ব্যাসকলাই আৰু কবিৰাজ মিশ্ৰৰ ঘৰ আছিল।

শালেপাৰা থান : ডাহী মৌজাত মুকলিমূৰীয়া এই গোঁসাইৰ থান। বেদীৰ ওপৰত মন্দিৰ সাজিব নিদিয়ে। ৰাইজে নামঘৰ আন ঠাইত সাজিছে। থানৰ মাটি পাঁচ বিঘা। শিৱৰাত্ৰি আৰু জেঠমহীয়া সভা অনুষ্ঠিত হয়। ইয়াৰ বিগ্ৰহ সত্তৰ মাটিৰ তলত আছে।

বৰ আঠিয়াবাৰী : বৰ আঠিয়াবাৰী গাঁৱৰ কমলাপাৰা চুবাত ভুটুং দুৱৰীৰ পুখুৰীৰ পাৰত এই মন্দিৰ অৱস্থিত। ইয়াতে ৰাজজ্যোতিষী পণ্ডিতপ্ৰৱৰ সাগৰ খড়িৰ ভেটি সংৰক্ষিত হৈ আছে। তেওঁ কূৰ্মাৱলী বধ, ঘটাসুৰ বধ, অশ্বকৰ্ণ যুদ্ধ তিনিখন পদপুথি ৰচনা কৰিছিল আৰু অশ্বনিদান নামৰ ঘোঁৰাৰ চিকিৎসাৰ পুথিও ৰচনা কৰিছিল। ১৮২০ চনত ভুটুং দুৱৰাই বটাকুচি দুৱাৰৰ দুৱৰী পদ পায়। তাম্ৰপত্ৰত এইদৰে আছে :

দৰঙ্গৰাজ তাম্ৰীয় পত্ৰাভ্যন্তৰ বৰ্ত্তিনং
ভটুঙ দাশ নামানাং পুৰুষানুক্ৰমেন চ।। কৃত্বা
বটাকুচি নাম দ্বাৰীয়াধিপতিং নৃপঃ। প্ৰাদাদমুং
চিৰং হ্যাতু নিৰ্ম্মায় তাম্ৰ পত্ৰকং।।

ইয়াতেই শিয়ালা বৈষ্ণৱৰ [illegible] তুৰ্থকাৰ স্থান আছিল। শিয়ালা গোঁসাই চৰিত্ৰত আছে :

[illegible] মধ্যে পুত্ৰ [illegible]।
আছিলেক [illegible]।

কাৰে যে ভুঞ্জাই এক শিৱ ভুঞ্জাকৰ।
নাম ধৰ্মদেৱ কৰ্ম্ম কৰিছে বিস্তৰ।।

বিহজোড়া শিৱ মন্দিৰ : হিন্দু খোপা গাঁৱত এই মন্দিৰ প্ৰতিষ্ঠিত। শিৱ বিগ্ৰহ আছে। প্ৰাচীন কালৰ শিলৰ মন্দিৰ প্ৰাকৃতিক বিপৰ্যয়ত ধ্বংস হয়। অঞ্চলটো হাবিৰে আগুৰা আছিল। পিছত জনবসতি স্থাপন হোৱাত এজন মানুহৰ গাই গৰুৱে গোপনে গৈ উক্ত থানত গাখীৰ দিয়ে। অনুসন্ধান কৰি বাইজে এটি শিৱলিংগ দেখা পায়। দৰঙী ৰজাই হাতী লগাই মূৰ্তিটো নিবলৈ চেষ্টা কৰি বিফল হয়। শিৱলিংগটো অৱস্থান কৰি থকা ঠাইখন দূৰণীয়া এটা কুণ্ডৰ সদৃশ। ওচৰতে ৰজাই খনোৱা বিহজোড়া পুখুৰীত পানী বাঢ়িলে কুণ্ডতো পানী উঠে। ইং ১৮১৯ চনত দৰঙী ৰজাৰ পৃষ্ঠপোষকতাত দৌল আদি প্ৰতিষ্ঠা কৰে। এই দৌল বহাগৰ ৭ তাৰিখে অনুষ্ঠিত হয়। ই এটি ভাওৰ উৎসৱ। প্ৰথমতে মূৰ্তিৰ ওপৰত বাঁহ-খেৰৰ মন্দিৰ সাজিলে বাতিয়ে ভাঙি থয়। পাছত বাইজে পূজা পাতল কৰাত মন্দিৰ নভজা হয়। এই মন্দিৰৰ ওচৰত বাইজে গৰুৰ গোৱালি জগিলে প্ৰথম গাখীৰখিনি বিহজোড়া পুখুৰীৰ দক্ষিণ-পশ্চিম কোণত ঢালি দিয়ে। এই গাখীৰ শিৱ গোঁসাইৰ মূৰত পৰেগৈ বুলি বিশ্বাস কৰে।

কুজাপাৰাৰ শিৱ মন্দিৰ : বইলাকুচি মৌজাৰ বামথায় পাৰা গাঁৱৰ কুজাপাৰা চুবুৰীত এটি মন্দিৰ আছে। ইয়াৰ প্ৰাচীন কালৰ শিলৰ মন্দিৰটো ভূমিকম্পত পুখুৰীত ভাঙি পৰে। পুখুৰীত বহতো শিল আছে। তাৰে দুচলা ২' x ৫' জোখৰ মূৰ্তি থকা শিল বিগ্ৰহ হিচাপে প্ৰতিষ্ঠা কৰা হৈছে। বৃহস্পতিবাৰে পাঠ পঢ়ে আৰু কালীপূজা, শিৱৰাত্ৰি আদি বাইজে পালন কৰে। খেল বেলেগ হোৱাত ইয়াৰে এচলা শিল আনপক্ষই নিব খোজাত নোৱাৰিলে। বহু লোকে দাঙিবকে নোৱাৰিলে।

জয়পাল মন্দিৰ : বইলাকুচি মৌজাত সুবৃহৎ ২৪ বিঘা মাটিৰ জয়পাল পুখুৰীৰ পূব আৰু দক্ষিণ কোণত এই মন্দিৰ আছে। প্ৰায় ৮০০ বছৰ পূৰ্বে প্ৰাচীন কামৰূপৰ নৃপতি জয়পালে এই মন্দিৰ প্ৰতিষ্ঠা কৰিছিল। ইয়াত মাজে সময়ে নামকীৰ্তন কৰে।

সৰাবাৰী মন্দিৰ : সৰাবাৰী মৌজাৰ সৰাবাৰী গাঁৱত শিৱ বিগ্ৰহ আছে। দুবিঘা মাটি মন্দিৰৰ। মন্দিৰটো টিনৰ। নিত্য পূজা, শিৱৰাত্ৰি আদি অনুষ্ঠিত হয়।

পাতিদৰং শিৱ মন্দিৰ : পাতিদৰং মৌজাৰ পাতিদৰং গাঁৱত এই মন্দিৰ অৱস্থিত। মূল বেদীত শিৱৰ প্ৰতীক এচটা শিলৰ পাট প্ৰতিষ্ঠিত। ওচৰতে এটি ভকত শিৱৰ মূৰ্তি কটা আছে। ভকতটো নতুন।

**লিপীলা শিৱ মন্দিৰ :** পাথৰিঘাটৰ পশ্চিমে লিপীলাত এই শিৱ মন্দিৰ অৱস্থিত।

**ৰবিগাঁও মাটিৰ বুঢ়া গোঁসাই :** বহুত প্ৰাচীন। বাইজে পকী মণিকূট নিৰ্মাণ কৰিছে। বহু বছৰ আগেৰেই পূজা-সেৱা চলে। দেওবৰনৰ ওচৰৰ ৰবিগাঁৱত অৱস্থিত।

**বুঢ়ানগৰ শিৱ মন্দিৰ :** সুবৃহৎ বুঢ়ানগৰ পুখুৰীৰ পাৰত। ভূঞাসকলে ইয়াক প্ৰতিষ্ঠা কৰিছিল। নিত্য পূজাৰ উপৰিও শিৱৰাত্ৰি আদি উৎসৱ পাতে।

**পচকিয়াৰ বুঢ়া গোঁসাই :** এই থান পচকিয়া নামৰ বৃহৎ পুখুৰীৰ পশ্চিম পাৰত অৱস্থিত। ইয়াৰে বুঢ়াগোঁসাই ৰাতি ঘোঁৰাত উঠি ঘেদাৰ থানলৈ অহা-যোৱা কৰে। পুখুৰীৰ বিভিন্ন স্থানত ৫ টা কুঁৱা (নাদ) থকা বাবে পচকিয়া হয়। ভূঞাসকলে ইয়াক প্ৰতিষ্ঠা কৰে বুলি প্ৰবাদ আছে। ১০ পুৰামান মাটি এই থানৰ বাবে সংৰক্ষিত আৰু তাত বুঢ়াগোঁসায়ে সম্পূৰ্ণ কৰ্তৃত্ব চলায়। ইয়াৰ গছ বিৰিখ কোনেও গোঁসাইৰ বিনানুমতিত কাটিব নোৱাৰে; অন্যথাই চৰম শাস্তি দিছে। পুখুৰীত গৰু গা ধুৱাব নোৱাৰি। গোঁসাইৰ কৃপাত, সেৱকসকল অনেক বিপদ-আপদৰপৰা ৰক্ষা পাই আহিছে। বুঢ়া গোঁসাই মুকলিমূৰীয়া। থানত ঘৰ সাজিলে, সেই ঘৰ ৰাতিয়েই পথাৰত থাকেগৈ। সম্ভৱ অতীত কালত ইয়াত এটা শিলৰ মন্দিৰ আছিল। প্ৰাকৃতিক দুৰ্যোগত সেই মন্দিৰ পুখুৰীত ভাগি পৰে। মাছ মাৰোতে শিল থকাটো অনুভৱ হয়। উদ্ধাৰৰ বাবে কোনেও সাহ কৰিব পৰা নাই। মহিমাযুক্ত এই থানত ৰাইজে শিৱৰাত্ৰিকে আদি কৰি বহুতো উৎসৱ পাতে।

**ৰামগাঁও শিৱ মন্দিৰ :** সৰাবাৰী মৌজাৰ ৰামগাঁৱত এটা শিৱ মন্দিৰ আছে। ইয়ালৈ অনেক যাত্ৰী যায়। ইয়াৰ ওচৰতে ৰাম সৰস্বতীৰ গৃহবাৰী আছিল।

**মমলেশ্বৰী শিৱ মন্দিৰ :** কলাইগাঁও মৌজাত ৰাকুৱা পাৰা (সমলা) গাঁৱত মমলেশ্বৰী পুখুৰীৰ পাৰত এই মন্দিৰ অৱস্থিত। ইয়াৰ ওচৰতে বাঘৰবাৰী। উক্ত স্থানতেই হৰিবৰ বিপ্ৰই লৱ-কুশৰ যুদ্ধ নামৰ কাব্য ৰচনা কৰিছিল বুলি পণ্ডিত দীনেশ্বৰ শৰ্মাদেৱে লিখিছে। এইটো নিশ্চিত যে কোনো ভূঞাই এই মন্দিৰৰ প্ৰতিষ্ঠাপক হ'ব। ইয়াৰ ওচৰত ভূৰাৰ (ভূঞাৰ) গড়।

**কলাইগাঁও মৌজাৰ :** গোঁসাইগাঁও, জাবেৰীকুছি, ৰবকলা, সেৱাৰ গাঁও, ডেকাৰ গাঁৱত প্ৰতিষ্ঠিত মন্দিৰ বৃহত শিৱ বিগ্ৰহ আছে। জাবেৰীকুছি মন্দিৰত বিগ্ৰহ নাই যদিও মাটিৰ তলত থকা বুলি সৰ্বসাধাৰণে বিশ্বাস কৰে।

**নাহৰবাৰী :** কলাইগাঁও মৌজাৰ নাহৰবাৰী গাঁৱৰ পুখুৰীৰ পাৰত শিৱ মন্দিৰ স্থাপিত হৈছে। ইয়াৰ বিগ্ৰহ অতি পুৰণি। নিত্য পূজা-সেৱা চলি থাকে।

নিবিবলাৰ শিৱ মন্দিব : ভাটী মৌজাত বৃহৎ প্রাচীন শিবিব ভুবোবব পাবত এই মন্দিব অবস্থিত। পুখুৰীৰ পানী নোখোৱাত কমলা কুঁৱৰীক ইয়াতে উৎসর্গা কবা বুলি প্রবাদ আছে। ইয়াৰ প্রাচীনত্ব নাজানিলেও ১৫ শতিকাৰ আগব বুলি ধাৰণা হয়।

'কদ্রেশ্বৰ দেৱালয় : শিলিকা মৌজাৰ মহবিপাবা গাঁৱত। এসময়ত এই দেৱালয় হাবি-জংগলে আগুবিছিল। পাছত পূর্ববসতি হোৱাত এজন লোকব একনী কপিলী গাই শিৱলিংগ থকা ঠাইলৈ গৈ শিৱলিংগত গাখীব দিয়ে। এই গাখীব ওহাৰবপৰা আপোনা-আপুনি ওলায়। সন্ন্যাসী এজনব সহযোগত বাইজে এই থান উদ্ধাৰ কৰে আৰু সেই সময়ৰ স্বর্গদেব কদ্রসিংহই ১৬০ পুৰা মাটি তামব ফলি কবি দিয়ে। কোনো দুস্কৃতিকাৰীয়ে ফলিখন ধ্বংস কবাত দেৱালয়ব বব দেউবীয়ে দৰঙী বজা চন্দ্র নাবায়ণক জনোৱাত পুনৰ চন্দ্রকান্ত সিংহ স্বর্গদেৱে এখন তামব ফলি কবি দিয়ে। এই মাটি পূর্বে দেবোত্তব আছিল। শিৱবাত্রি, দৌল উৎসৱ, মাঘে পূজা, দুর্গাপূজা অনুষ্ঠিত হয়। দবং জিলাৰ ভিতৰত অকল এই মন্দিৰতেই নিত্য ভোগ হয়।

তাম্রেশ্বৰ দেৱালয় : খৈৰাবাৰীবপৰা তিনি কিলোমিটাৰ উত্তবে তাম্রেশ্বৰ দেৱালয়। কদ্রেশ্বৰ দেৱালয়ৰ সমসাময়িক। দুয়োখনৰে একে ফলি মোহৰ। পূর্বতে একেজন দলৈয়ে দুয়োখন দেৱালয় পৰিচালনা কৰিছিল। বাজকীয় পৃষ্ঠপোষকতা এই দেৱালয়খনে পাইছিল। বর্তমান দুজন দলৈয়ে পৰিচালনা কৰে। পূজা-সেৱা সদায় চলি থাকে। 'প্রেৰণা পঁজা'ৰ সৌজন্যত।

উমানন্দ থান : তাম্রেশ্বৰ দেৱালয়ৰ পশ্চিমত অৱস্থিত। শিৱমন্দিৰ এটি আছিল; কিন্তু ১৮৯৭ চনৰ বৰ ভূঁইকঁপত এই ধ্বংস হয়। এজোপা প্রকাণ্ড আহত গছৰ গুৰিত এই মন্দিৰ আছিল। গছৰ গুৰিত মন্দিৰৰ অৱশেষ হিচাপে ত্রিশূল আৰু পিতলৰ গছা আছিল। কালক্রমত সেইবোৰো গছৰ ভিতৰত সোমাই পৰিল।

মুক্তেশ্বৰী মন্দিৰ : এই মন্দিৰ অম্বাগাঁও মৌজাৰ ওদোলা গাঁৱত। সতী বেউলাৰ জন্মস্থান। সাহে বজাৰ উজনি নগৰ ইয়াতে আছিল। মন্দিৰটো টিনৰ। শিৱৰ লিংগ আছে। বাইজে ইয়াত পদ্মাৱতীৰ পূজা পাতে।

খাৰুপেটীয়াৰ শিৱমন্দিৰ : খাৰুপেটীয়া নগৰত অৱস্থিত। বিগ্রহৰ ওপৰত মন্দিৰ নির্মাণ কৰা হৈছে। নিত্য পূজা-সেৱাৰ উপৰিও শিৱৰাত্রি উৎসৱ হয়।

মাধৱ গোঁসাইৰ থান : বৌতা ষ্টেচনৰপৰা ১০ কিলোমিটাৰ দক্ষিণত মাধৱ গোঁসাইৰ দৌল অৱস্থিত। দৌলৰ ভিতৰত বিগ্রহ। শিৱলিংগৰ নাম মাধৱ গোঁসাই। শিৱৰাত্রিত এখন মেলা বহে।

টংলা টাউনৰ ওচৰত, চাটগাড়ী, মিজনপুৰত এবেটাকৈ আৰু চৌকনকাটা অঞ্চলত দুটা শিৱ মন্দিৰ আছে।

ওদালগুৰি নগৰত এটা শিৱ মন্দিৰ আছে।

ওৰাং কৰৈচ : ইয়াত এটি প্ৰাচীন শিলৰ শিৱ মন্দিৰ আছিল। প্ৰাকৃতিক দুৰ্যোগত ভাঙি পৰে। এজন সন্ন্যাসীয়ে তাত থাকি নিত্য পূজা-সেৱা কৰি থানখন উদ্ধাৰ কৰে।

যোবাবাজাৰ শিৱ মন্দিৰ আৰু যোগাশ্ৰম : দৰং জিলাৰ মঙলদৈ মহকুমাৰ যোবাবাজাৰত দৰং যোগী সন্মিলনৰ গুৰি ধৰোতা দানবীৰ মুক্তিযোদ্ধা হৰিৰাম চহৰীয়াদেৱে যোগাশ্ৰম প্ৰতিষ্ঠা কৰে আৰু শিৱ মন্দিৰ নিৰ্মাণ কৰি শিৱলিংগ স্থাপন কৰে। নাথ যোগীসকলে এই মন্দিৰ প্ৰতিপালন কৰে। ইয়াৰ পূজাৰী নাথ পুৰোহিত।

নাৰিকলিৰ বুঢ়া গোঁসাই বা শিৱ মন্দিৰ : মঙলদৈ চহৰৰ প্ৰায় ২০ কিলোমিটাৰ পশ্চিমে হাইওৱেৰ কাষত এই শিলৰ বুঢ়া গোঁসাই বা শিৱ মন্দিৰ। এই মন্দিৰ আদিতে শিলৰ আছিল। এই মন্দিৰত অনেক শিলত কটা মূৰ্তি দেখা গৈছিল। এই মন্দিৰ কোনে কেতিয়া নিৰ্মাণ কৰিছিল জনা নেযায়। তথাপি বাইহাটা চাৰিআলিৰ ওচৰৰ মদন-কামদেৱৰ মন্দিৰ আৱিষ্কাৰ হোৱাৰপৰা অনুমান কৰিব পাৰি যে, নাৰিকলিৰ শিলৰ বুঢ়া গোঁসাইৰ মন্দিৰো মদন-কামদেৱৰ সম-সাময়িক হ'ব। বৰ্তমানে স্থানীয় ৰাইজে মন্দিৰটো পুনৰ নিৰ্মাণ কৰি উলিয়াইছে। নাথসকলে এই মন্দিৰ পালন কৰি আহিছে। নাথ পুৰোহিতে পূজা-পাতল কৰি থাকে।*

বুঢ়া গোঁসাইৰ থান : দৰং জিলাৰ অন্তৰ্গত চুতীয়াপাৰা গাঁৱৰ উত্তৰ-পূবে কোণত থকা অতি প্ৰাচীন বুঢ়া-গোঁসাইৰ থানখনে দৰং জিলাৰ বৃহৎ অঞ্চলৰ ভক্তিৰ কেন্দ্ৰস্থল বুলি ক'ব পাৰি। বহুবছৰ ধৰি এই থানখন পতিত অৱস্থাত আছিল যদিও ১৯৭৮ চনত ইয়াত এটা মন্দিৰ স্থাপন কৰা হৈছে।

মন্দিৰৰ ঐশ্বৰিক শক্তি : কিম্বদন্তীমতে প্ৰাচীন ৰজা আৰিমত্তই এই মন্দিৰ স্থাপনৰ মূল হোতা আছিল। উক্ত স্থানত ৰজাই এজন ব্ৰাহ্মণ পুৰোহিতৰ নামত দুটা পুখুৰী খন্দাই দিছিল আৰু ব্ৰাহ্মণৰ তিৰোতা দুজনীৰ নামেৰে পুখুৰী দুটাৰ নাম দিছিল (১) বামুণ পুখুৰী আৰু (২) হাড়ি পুখুৰী। এই অঞ্চলত হেনো হাড়ি মানুহে কাম কৰিছিল। হাড়ি তিৰোতা এজনীয়ে এদিনাখন গৰ্ভৱতী অৱস্থাত থানত মিনতি কৰিছিল যে তেওঁক যদি এটা ডাঙৰ মাছ খাবলৈ দিয়ে তেন্তে

* মঙলদৈ কলেজৰ অধ্যাপক শ্ৰীশৰৎ চন্দ্ৰ শৰ্মা আৰু শ্ৰীৰঞ্জিতা শৰ্মাই মঙলদৈৰ সকলো তথ্য আমালৈ পঠাইছে। লগতে দুই-চাৰি তথ্য শ্ৰীপ্ৰদীপ ৰায় বৰুৱা (ভোৰাৰ ঘাট মঙলদৈ), আৰু শ্ৰীমহীৰাম বৰাই (জয়পক মঙলদৈ), আমালৈ প্ৰেৰণ কৰিছিল।

তাইৰ গৰ্ভত থকা প্ৰথম সন্তানটি নষ্ট কৰিব। অৱশেষত আহুতি আই পালে হয় কিন্তু যোৱালী সন্তানটিক নিদিলে। ইয়াৰ দুদিনমানৰ পাছত বুঢ়া গোঁসায়ে সপোনত তাইক ক'লে যে যদি যোৱালীজনী নিদিয়া তেনেহলে তোমাৰ মই সৰ্বনাশ কৰিম আৰু গাঁৱৰ হানি ঘটাম। ইয়াৰ পাছত কথাটো গাঁৱৰ লোকে গম পাই যোৱালীজনীক থানত উছগা-আলহেৰে দান কৰে। তাৰ পিছৰপৰা প্ৰথম পুখুৰীটোকাৰা কাঁহৰ সা-সৰঞ্জাম কিছুমান উলিয়াই দিছিল। এই ক্ষেত্ৰত অৱশ্যে আগদিনা নৈবেদ্য এখন দিব লাগিছিল আৰু বাতি এখন নাৱত খোজা বস্তুখিনি ওলাই। তাৰ পিছত কাজ-কাম শেষ হলে পুনৰ নাৱত বস্তুখিনি ঘূৰাই দিছিল। এনে সৰঞ্জামেৰে কাজ কৰা লোক বৰ্তমান এই অঞ্চলত এতিয়াও দুজন আছে। এদিনাখন হেনো কোনোবা এজনে তাৰে এপদ বস্তু চুৰি কৰি ৰাখিছিল। তাৰ পিছত সেইদৰে বস্তু আৰু নিদিয়া হ'ল।

**পূজা অৰ্চনা :** অগণন যাত্ৰীয়ে এই থানত প্ৰত্যেক দিনে ভিৰ কৰা দেখা যায়। উল্লেখযোগ্য যে ক্ৰমাৰয়ে এই মন্দিৰত মানুহৰ ভিৰ বেছিহে হৈ আহিছে। প্ৰতি বছৰে আড়ম্বৰপূৰ্ণভাৱে শিৱৰাত্ৰি পূজা পালন হয়। এই পূজাত বিভিন্ন ঠাইৰপৰা অগণন ভক্তই পূজাত অংশ লয়। বৰ্তমানে উক্ত গাঁৱৰ শ্ৰীউপেন বৰ্ণিয়া নামৰ ব্যক্তি এজনে এই থানৰ পূজাভাগ অৰ্পণ কৰি আছে।

**স্থান পৰিচিতি :** মন্দিৰৰ তলতে এজোপা অশ্বত্থ গছ আছে। অতি আচৰিত যে গছডালত দশ অৱতাৰৰ ডাল আছে আৰু এই ডালবোৰ ওপৰৰপৰা আহি মাটিত লাগি আছে। থানখনৰ ওচৰে পূবৰপৰা দক্ষিণলৈ বৈ থকা নৈনৈ নদীখনে এই থানখনৰ শোভা বৰ্দ্ধন কৰি আছে।*

## কামৰূপ

### কামাখ্যাত অৱস্থিত মহাদেৱৰ পঞ্চপীঠ

১। কামাখ্যা দেৱীৰ মন্দিৰৰ পূবভাগত 'বামদেৱ' নামে শিৱ *শ্ৰীকামেশ্বৰ* নামে খ্যাত।

২। কামেশ্বৰ মন্দিৰৰ পূবে ঈশান নামৰ শিৱ, সিদ্ধেশ্বৰ নামে খ্যাত।

৩। কামাখ্যা মন্দিৰৰ উত্তৰ প্ৰান্তত তৎপুৰুষ নামেৰে শিৱ, কোটিলিঙ্গ নামে খ্যাত।

এই শিৱস্থানত মন্দিৰ নাই। বৃহৎ আকাৰৰ শিলৰ তলত (গুহাত) এই পীঠ আছে।

৪। কামাখ্যা মন্দিৰৰ দক্ষিণ পিনে ভৈৰবী মন্দিৰৰ ভিতৰত হেৰুক ভৈৰৱ, অঘোৰ নামে বিখ্যাত।

---

* শ্ৰীহৰিচৰণ কলিতা, নিজ সৰাবাৰী, জিলা : দৰং

৫। কামাখ্যা দেৱীৰ মন্দিৰৰ পশ্চিম প্ৰান্তত সদ্যোজাত শিৱ, আম্ৰাতকেশ্বৰ নামে খ্যাত।

কামেশ্বৰ নামে খ্যাত পীঠ, সিদ্ধেশ্বৰ নামে খ্যাত পীঠ আৰু আম্ৰাতকেশ্বৰ নামে খ্যাত পীঠকেইখনত আহোম ৰজাসকলে মন্দিৰ সজাই দিছিল। কামাখ্যা পাহাৰৰ কেদাৰক্ষেত্ৰ মন্দিৰত আহোম ৰজা ৰাজেশ্বৰ সিংহ আৰু আম্ৰাতকেশ্বৰ মন্দিৰত ৰজা প্ৰমত্তসিংহৰ শিলালিপি আছে। এই শিৱস্থানৰ সম্বন্ধে যোগিনীতন্ত্ৰত কোনো উল্লেখ পোৱা নাযায়।

বশিষ্ঠাশ্ৰম : গুৱাহাটী চহৰৰপৰা প্ৰায় সাত মাইল দক্ষিণে সন্ধ্যাচল পৰ্বতত তিনিটা সুঁতিৰ সঙ্গম দেখা যায়। কালিকাপুৰাণৰ একোনাশীতি অধ্যায়ত পোৱা যায় যে ব্ৰহ্মাৰ মানস পুত্ৰ বশিষ্ঠ মুনি নিমি ৰজাৰ শাপত দেহহীন হয়। আনহাতে নিমিও বশিষ্ঠৰ শাপত দেহহীন হয়। বশিষ্ঠ মুনিয়ে তেতিয়া নিৰুপায় হৈ ব্ৰহ্মাৰ শৰণাপন্ন হয় আৰু ব্ৰহ্মাৰ উপদেশমতে এই সন্ধ্যাচলত ভগৱান বিষ্ণুক তপস্যা কৰিবলৈ ধৰে। ভগৱান বিষ্ণু সন্তুষ্ট হৈ বৰ দিয়ে। মহৰ্ষিয়ে তপোবলত সন্ধ্যা, ললিতা আৰু কান্তা এই ত্ৰিধাৰাৰে প্ৰবাহিতা কৰি গংগাক নমাই আনে। এই ত্ৰিধাৰাৰ সঙ্গমস্থল বশিষ্ঠ-গঙ্গা নামে জনা যায়। এই সঙ্গমস্থলত গা ধুই আৰু ইয়াৰ পানী খাই বশিষ্ঠ মুনিয়ে নিজৰ শৰীৰ বা পূৰ্ব্বৰূপ লাভ কৰে। বশিষ্ঠ মুনিয়ে এই সঙ্গমস্থলত নিতৌ ত্ৰিসন্ধ্যা কৰিছিল। গতিকে এই পুণ্য ঠাইত স্নান কৰিলে সন্ধ্যা-পতিত পাপৰপৰা মুক্ত হয় বুলি হিন্দুসকলৰ বিশ্বাস।

এই ঠাইত এটি বশিষ্ঠদেৱৰ মন্দিৰ আছে। এই মন্দিৰ আহোম ৰজা স্বৰ্গদেও ৰাজেশ্বৰ সিংহৰ দিনত (১৭৫২-১৭৬৯) নিৰ্মিত। মন্দিৰৰ ভিতৰত বশিষ্ঠমুনিৰ পদচিহ্ন আছে। সূৰ্য আৰু চন্দ্ৰ গ্ৰহণৰ সময়ত এই পবিত্ৰ সলিল-ধাৰাত স্নান কৰিবৰ উদ্দেশ্যে ইয়াত অনেক যাত্ৰীৰ সমাগম হয়। মন্দিৰৰ গাত এখনি শিলালিপি আছে। এই শিলালিপি ৰাজেশ্বৰ সিংহৰ দিনৰ।

---

* শ্ৰীধীৰেন্দ্ৰ নাথ শৰ্মা, (যোগেন্দ্ৰ ভৱন, কামাখ্যা) দেৱৰপৰা পোৱা তথ্য। স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহৰ আদেশত তৰুণ দুৱৰা (বৰফুকনে) ১৭৫১ খ্ৰি.ত কেদাৰ ক্ষেত্ৰৰ মন্দিৰ নিৰ্মাণ কৰোৱায়।

*** "জেলভলা মৌজাৰ ভিতৰত বশিষ্ঠ ঋষিৰ আশ্ৰম। তাতে যোগেৰৰ শিৱৰ বশিষ্ঠ নামেৰে শিৱৰ দেৱালয় আছে। তাৰ ওৰিত বশিষ্ঠ গঙ্গা—সন্ধ্যা, ললিতা, কান্তা এই তিনি ধাৰ। তিনিও মিৰিলিত লগ হৈছে সেইটি কুণ্ড। তাত লোকসকলে স্নান তৰ্পণ কৰে। আৰু সেই বশিষ্ঠ গঙ্গাকে ভৰলু নদী বোলে। তেওঁ উত্তৰবাহিনী হৈ লুইতত পৰিছে।" (কামৰূপৰ বুৰঞ্জী পৃঃ ১১৮)। কালিকাপুৰাণত বৰ্ণিত বশিষ্ঠাশ্ৰমৰ অৱস্থিতি সম্পৰ্কে মতভেদ দেখা যায়। ১৭৫১ চনত নিৰ্মিত এই দেৱালয়ৰ লাখেৰাজ ১৯৩ বিঘা আৰু নিস্পিখেৰাজ ৮৬৪ বিঘা জমি আছে।

— পবিত্ৰ অসম।

কিংবদন্তীমতে বিখ্যাত বশিষ্ঠ মুনিয়ে কামাখ্যা দৰ্শন-পূজনাৰ্থে তথা তপস্যাৰে সিদ্ধিলাভৰ কাৰণে প্ৰাগজ্যোতিষলৈ আহিছিল। তেতিয়াৰ নৃপতি নৰকাসুৰে বশিষ্ঠ মুনিক কামাখ্যা দৰ্শন কৰাত বাধা দিয়াত উগ্ৰ তপা বশিষ্ঠ মুনিয়ে অভিশাপ দি, নৰকৰ নিধন হলেহে কামাখ্যালৈ আহিব বুলি, সন্ধ্যাচলত গৈ আশ্ৰম পাতি শিৱৰ আৰাধনা কৰি থাকিল। বশিষ্ঠ ক্ষেত্ৰ সেয়ে শিৱক্ষেত্ৰ।

**উমানন্দ দ'ল :** গুৱাহাটী নগৰৰ কাছাৰি ঘাটৰ উত্তৰে ব্ৰহ্মপুত্ৰৰ মাজত এটি শিলাময় দ্বীপত অৱস্থিত। এই দ্বীপটো কালিকাপুৰাণ আৰু যোগিনীতন্ত্ৰত ভস্মাচল, ভস্মকূট আৰু ভস্মশৈল নামে আখ্যায়িত হৈছে। মহাদেৱে তেওঁৰ কপালত থকা চকুৰপৰা ওলোৱা বহ্নিৰে কামদেৱক এই ঠাইতে হেনো ভস্ম কৰিছিল, আৰু সেই কাৰণে এই ঠাইৰ নাম ভস্মশৈল। উমাক আনন্দ দিবৰ কাৰণে মহাদেৱে এই ঠাইত চিৰবিদ্যমান কাৰণে এই ঠাইৰ নাম উমানন্দ অথবা উমানাথ. এই দ্বীপটো হেনো দেখিবলৈ মখা চৰাইৰ নিচিনা। সেই কাৰণে ইংৰাজসকলে ইয়াক Peacock Island অৰ্থাৎ ময়ুৰ দ্বীপ বুলিছিল। এই ঠাইত বৰ্তমানে এটি মন্দিৰ আছে। এই মন্দিৰটো গদাধৰ সিংহৰ নিৰ্দেশমতে কৰোৱাইছিল (১৬১৬ শক)। মন্দিৰৰ ভিতৰত অনাদি শিৱলিঙ্গ আৰু এটি বাগৰ নিৰ্মিত বৃষভ বাহন দশভুজবিশিষ্ট উমানন্দৰ চলন্তা প্ৰতিমূৰ্তি আছে। শিৱৰাত্ৰিৰ দিনা এই ঠাইত ডাঙৰকৈ উৎসৱ হয়। উমানন্দ কামাখ্যা দেৱীৰ ভৈৰৱ, সেই কাৰণে তীৰ্থযাত্ৰীসকলে প্ৰথমে উমানন্দ দৰ্শন পূজা কৰি পাণ্ডুৰ পঞ্চপাণ্ডৱ দৰ্শন কৰিব লাগে আৰু তাৰ পিছতহে নীলাচল পৰ্বতত উঠিব লাগে. উমানন্দ মন্দিৰত স্বৰ্গদেৱ গদাধৰ সিংহৰ ১৬১৬ শকৰ শিলালিপি এখনি আছে। ইয়াৰ বাহিৰেও স্বৰ্গদেৱ শিৱসিংহই উপহাৰ স্বৰূপেকাপৰ বৃষভবাহন চলন্তা মূৰ্তিৰ সিংহাসনৰ চাৰিওফালে এখনি লিপি আছে।

---

* উমানন্দ -যোগিনীতন্ত্ৰ ২.৫.৫০.১৮১ ইত্যাদি চাওক। মোগল বাদশাহ আওৰংজেবে দক্ষিণ কোলৰ পাণ্ডু নেকাৰ গড়েৰৰ পৰগনাত উমানন্দৰ পূজাৰী সুদামন আৰু তৎপুত্ৰ কামদেৱক (বৰ্তমান দলৈৰ পূৰ্বপুৰুষ) আৰু বংশানুক্ৰমে দিয়া ভূমি পুনৰ দান কৰা কাৰ্য্য বাবদ দুখন লেখ (১৬৬৭ চন) পোৱা গৈছে। (S.C. Goswani: Land grant to the temple of Umananda at Gauhati by Badshah Ghaji Auruangzeb Salar Khan, J. A, R. S., Vol. IX, pp. 1-12); চন্দ্ৰ মোহন চৌধুৰী, "খবৰ", ১২ মে ১৯৮০। আওৰংজেবৰ শাসনৰ দহম বছৰত পূৰ্বতে কামাখ্যাৰ মাজত আল্লাহয়াৰ খাঁ আৰু হাৰুণ কাকাতী খাঁ গুৱাহাটীৰ ফৌজদাৰ থকাৰ সময়তে দুৰ্দশাগ্ৰস্ত মৌজাত নুতন পূজাৰিক নিস্কৰ ভূমিদান পুনঃ সংস্থাপন কৰা হয় (Annals of the Delhi Badshahate, p. 17), এই দেৱালয়ৰ লাখেৰাজ ৯.৬৬৪ বিঘা নিস্কৰেৰ ৬.০১৭ বিঘা।

— পবিত্ৰ কলম।

উৰ্বশী : উমানন্দৰ দক্ষিণে ব্ৰহ্মপুত্ৰৰ মাজত এটি সৰু শিলাময় দ্বীপত য'ত উৰ্বশী কুণ্ড আছে, কামৰূপৰ বুৰঞ্জীমতে তাকে জয়েশ্বৰ শিৱও আছে।*১

আম্ৰাতকেশ্বৰ থান : বামন্ত মৌজাৰ ভিতৰতে কামাখ্যা দেৱালয়ৰ উত্তৰত আম্ৰাতকেশ্বৰ শিৱৰ থান আছে।*২

বুঢ়াগোঁসাইৰ থান : ছয়গাঁও মৌজাত বুঢ়াগোঁসাইৰ থান আছে।*৩

লঙ্কেশ্বৰ থান : জালুকবাৰীত থকা আসাম ফৰেষ্ট স্কুলৰ পূবে দক্ষিণ ট্ৰাঙ্ক ৰোডৰ গাতে লাগি থকা জালুকবাৰী পাহাৰৰ ওপৰত লঙ্কেশ্বৰ শিৱৰ থান। প্ৰবাদ আছে মহাদেৱে ইয়াত নিজ বেশে বাতি বিচৰণ কৰি চুৰি আদি অপকাৰ্যৰপৰা অঞ্চলটো ৰক্ষা কৰি আছিল। তাতে দুষ্ট লোকৰ ব্যাঘাত হোৱাত তেওঁৰ গাত মদ ঢালি দিয়াত তেওঁ শিলা-ৰূপ লয়। লঙ্কেশ্বৰ শিল আঢ়েকুৰি হাতমান বেৰৰ কুৰিহাতমান ওখ। ওচৰতে নাৱৰ আকৃতিত এটা ডাঙৰ শিল আৰু শিৱৰ ভাং খুন্দা খুৰলি বুলি কথিত আন এটা শিল। পশ্চিম গুৱাহাটী, পাণ্ডু, পলাশবাৰী, ছয়ানী আদি ঠাইৰ লোকে ইয়াত পূজা দি নাম-প্ৰসঙ্গ কৰিবলৈ আছে।*৪

বাণেশ্বৰ লিঙ্গ : গুৱাহাটীৰ ব্ৰহ্মপুত্ৰৰ পাৰৰ উজান বজাৰ, পাণ বজাৰৰ মাজত জনাৰ্দন মন্দিৰৰ ওচৰতে বাণেশ্বৰ শিৱৰ মন্দিৰ। এই মন্দিৰৰ ভিতৰত বাণেশ্বৰ নামেৰে শিৱলিঙ্গ আছে।*৫

বাণেশ্বৰ দেৱালয়ৰ লাখেৰাজ জমি ২৫২ বিঘা, নিস্ফিখেৰাজ ১.২৬৩ বিঘা। গেজেটিয়াৰ মতে ১৮২০ চনত চন্দ্ৰকান্ত সিংহই এই মন্দিৰ নিৰ্মাণ কৰায়।

ছত্ৰাকাৰ দেৱালয় : গুৱাহাটীৰ উজান বজাৰত ব্ৰহ্মপুত্ৰৰ পাৰত এটি সৰু টিলাৰ ওপৰত দেৱী মঙ্গলচণ্ডীৰ যি ছত্ৰাকাৰ দেৱালয় আছে তাতে এটি পুৰণি ইটাৰে গঢ়া এটি শিৱ মন্দিৰ আছে। মন্দিৰৰ ভিতৰত শিৱলিঙ্গৰ পূজা হয়। যোগিনীতন্ত্ৰতো ছত্ৰাকাৰৰ উল্লেখ আছে। ছত্ৰাকাৰৰ লাখেৰাজ ২.২,৮৮ বিঘা আৰু নিস্ফিখেৰাজ ৪,৯৫৯ বিঘা। গেজেটিয়াৰ মতে আনুমানিক ১৭৯৫ চনত কমলেশ্বৰ সিংহই এই মন্দিৰ প্ৰতিষ্ঠা কৰে।

---

*১ পবিত্ৰ অসম।
*২ পবিত্ৰ অসম।
*৩ পবিত্ৰ অসম।
*৪ পবিত্ৰ অসম।
*৫ পবিত্ৰ অসম।
*৬ পবিত্ৰ অসম।

শুক্রেশ্বৰ মন্দিৰ : গুৱাহাটী নগৰৰ পানবজাৰৰ ওচৰত ব্ৰহ্মপুত্ৰৰ পাৰত এটি টিলাৰ ওপৰত অৱস্থিত। এই ঠাইত আহোম ৰজা প্ৰমত্ত সিংহৰ দিনত সজোৱা এটি মন্দিৰ আছে। মন্দিৰৰ ভিতৰত এটি প্ৰকাণ্ড শিৱলিঙ্গ আছে। শুক্ৰাচাৰ্যই এই শিৱলিঙ্গ স্থাপনা কৰিছিল বুলি যেনো এই শিৱৰ নাম শুক্রেশ্বৰ। এই দেৱালয়ত এখনি সংস্কৃত টোল আছে। মন্দিৰৰ গাত ৰাজেশ্বৰ সিংহৰ শিলালিপি আছে। কামৰূপৰ যুবক্ৰীত শুক্রেশ্বৰৰ পৰ্বতক হস্তী পৰ্বত বোলা হৈছে। সেয়ে বোধহয় যোগিনীতন্ত্ৰৰ (২.৫.৪৯) হস্তাচল। শুক্রেশ্বৰ মন্দিৰৰ ১.২৮৪ বিঘা লাখেৰাজ, ৪.১৭৬ বিঘা নিস্পিখেৰাজ জমি আছে। নিৰ্মাণৰ তাৰিখ আনুমানিক ১৭২০ চন। *৭

শ্মাকেশ্বৰ শিৱৰ থান : গুৱাহাটীৰ পৰা কুৰি মাইলমান দূৰৰ হাতীমূৰা পৰ্বত। তাতে আকাশী-গঙ্গা আছে। মানুহ দেৱালয়লৈ যাওঁতে তিতি যায়। আহোঁতে একো নাই। (কা.বু.) ইয়াৰ লাখেৰাজ ১.৭৩২ বিঘা। গেজেটিয়াৰমতে আনুমানিক ১৭৩০ চনত শিৱসিংহৰ দিনত স্থাপিত।*

ৰুদ্রেশ্বৰ দেৱালয় : উত্তৰ গুৱাহাটীৰ শিলসাঁকোৰপৰা প্ৰায় এমাইলমান উত্তৰে। ১৬৩৬ শকত ৰুদ্রসিংহ কামৰূপলৈ ভটীয়াই আহি বৰ্তমান ৰজাদুৱাৰত নামেহি। দুৰ্ভাগ্যক্ৰমে বৰ্তমানৰ ৰুদ্রেশ্বৰ দেৱালয়ত থকা ঠাইডোখৰত তেওঁৰ হঠাৎ মৃত্যু হয়। ১৬১৭ শকত তেওঁৰ পুত্ৰ প্ৰমত্তসিংহই সেই ঠাইৰ ওপৰত এটি শিৱলিঙ্গ স্থাপন কৰি এটি মন্দিৰ সজাই দিয়ে। মন্দিৰটো বৰ্তমানে ভাগি গৈছে। ৰজাৰ নাম অনুসাৰে এই শিৱলিঙ্গৰ নাম ৰুদ্রেশ্বৰ শিৱ দিয়া হয়। মন্দিৰৰ গাত স্বৰ্গদেউ প্ৰমত্তসিংহৰ এখনি শিলালিপি (১৬১৭ শক) আছে। ৰুদ্রেশ্বৰ দেৱালয়ৰ ৩৩১ বিঘা লাখেৰাজ, ২.৫৯৩ বিঘা নিস্পিখেৰাজ জমি আছে।*১

কামেশ্বৰ দেৱালয় : গণেশ্বৰৰ অগ্নিকোণত গোকৰ্ণ পৰ্বত (যোগিনীতন্ত্ৰ, ২.৯.৪৩), তাতে কামেশ্বৰ শিৱলিঙ্গেৰে এটি শিৱ মন্দিৰ (যোগিনীতন্ত্ৰ, ২.৯.১১৮-১৯) আছে।*২

কমলেশ্বৰ মন্দিৰ : কেদাৰনাথৰ মন্দিৰৰ পৰ্বতটিৰ নাম মদনাচল। কেদাৰৰ মণ্ডপৰ পূবফালে কমলেশ্বৰ শিৱৰ দেৱালয়। "কেদাৰৰ মণ্ডপৰ অগ্নিকোণে শিলৰ ওপৰতে এটি সৰোবৰ আছে। তাৰ জলেৰে কেদাৰনাথৰ স্নান-পূজা হয়। সেই

---

*৭ পবিত্ৰ অসম।

* পবিত্ৰ অসম।

*১ পবিত্ৰ অসম।

*২ পবিত্ৰ অসম।

ঠাই মহাতীৰ্থ। তাৰে পানী বাৰিষা-খৰালি একেদৰে থাকে।" (কামৰূপৰ বুৰঞ্জী, পৃ. ১২১; যোগিনী তন্ত্র, ২.৫.২৭, ২.৯.৭৮)।*,

**মণিকৰ্ণেশ্বৰ শিৱলিঙ্গ :** ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে, উত্তৰ গুৱাহাটীৰ (ৰজাদুৱাৰ) মণিশৈল পৰ্বতত মণিকৰ্ণেশ্বৰ নামেৰে শিৱলিঙ্গ আছে। এই ঠাইত মণিকৰ্ণ নামেৰে এটি পুখুৰী আছিল। এই পুখুৰী ব্ৰহ্মপুত্ৰত বিলীন হৈ গৈছে। বৰ্তমান মণিকৰ্ণেশ্বৰ মন্দিৰটো ৰাজেশ্বৰ সিংহৰ দিনত নিৰ্মাণ কৰা হৈছিল। এই মন্দিৰৰ গাত ৰাজেশ্বৰ সিংহৰ (১৬১৭ শক) এখনি শিলালিপি আছে। মন্দিৰৰ গুচৰেদি ব্ৰহ্মপুত্ৰ বৈ গৈছে। বাৰিষা এই ঠাই অতি মনোৰম হয়। মণিকৰ্ণেশ্বৰ পৰ্বতৰ নামেই বুৰঞ্জীত চাহৰুকুজ (কামৰূপৰ বুৰঞ্জী, পৃ. ১২৯)। ইয়াৰ ঐশানকোণত মঙ্গলা নামে নদী, আজিকালি বৰনদী বোলে (যোগিনীতন্ত্র, ২.৫.১১.১৬, কামৰূপৰ বুৰঞ্জী, পৃ. ১২০)। যোগিনীতন্ত্ৰমতে মণিকৰ্ণিকা নামে দ্বাবিংশতি ধনু পৰিমাণৰ এক কুণ্ড আছে। মন্দিৰৰ লাখেৰাজ ১৯২ বিঘা, নিষ্পিখেৰাজ ৮৪৮ বিঘা।*

**সিদ্ধেশ্বৰ দেৱালয় :** উত্তৰ সৰুবংশৰ মৌজাত, গুৱালকুছি গাঁৱত সিদ্ধেশ্বৰ শিৱৰ মন্দিৰ যি পৰ্বতত অৱস্থিত সিয়ে যোগিনীতন্ত্ৰৰ (২.৯.১২৯) বিন্ধ্যাচল (সিদ্ধ্যাচল(?) কা. বু.), তাৰ দেৱতা সিদ্ধেশ্বৰ (যো. ত. ২.৮.২৯)। গেজেটিয়াৰ মতে মন্দিৰটি শিৱ সিংহৰ দিনত ১৭২৯ চনত স্থাপিত, লাখেৰাজ আছে ৪৭৪ বিঘা। *১

**অগ্নিবাণেশ্বৰ থান :** উত্তৰ সৰুবংশৰ মৌজাৰ অগ্নিবাণেশ্বৰ পৰ্বতৰ ওপৰত অগ্নিবাণেশ্বৰ শিৱৰ থান। আগৰ মন্দিৰ নাই। গেজেটিয়াৰমতে এই স্থান শিৱসিংহৰ দিনত আনুমানিক ১৭৩০ চনত স্থাপিত, লাখেৰাজ ৯৯ বিঘা। *২

**বেলতলৰ থান :** কামৰূপ জিলাৰ গুৱালকুছিৰ কেওঁটপাৰাত বেলতলৰ থান বুলি খ্যাত এখন জাগ্ৰত শিৱথান আছে।*৩

**সোণেশ্বৰ বাবোৱাৰী শিৱমন্দিৰ :** কামৰূপ জিলাৰ অন্তৰ্গত কমলপুৰ সমষ্টিৰ মাজেৰে প্ৰবাহিত পুঠিমাৰী নদীৰ পাৰত এখনি পুৰণি গাঁও 'সোণেশ্বৰ'।

---

* পবিত্র অসম।

কা. বু. : কামৰূপ বুৰঞ্জী

* পবিত্র অসম।

*১ পবিত্র অসম।

*২ পবিত্র অসম।

*৩ শ্ৰীশিৱ প্ৰসাদ ঠাকুৰীয়া, গুৱালকুছি।

এই সোণেশ্বৰ গাঁৱতে ১৯৭৯ চনত গঢ়ি উঠিছে এটি শিৱমন্দিৰ। এই মন্দিৰৰ নামকৰণ কৰা হৈছে— 'সোণেশ্বৰ বাবোবাৰী শিৱমন্দিৰ'।

এই মন্দিৰৰ প্ৰতিষ্ঠা সম্পৰ্কে এটি আমোদজনক অথচ অতি তাৎপৰ্যপূৰ্ণ ইতিহাস আছে। পুঠিমাৰী নদীৰ বানপানীয়ে প্ৰতি বছৰে আমাৰ অঞ্চলৰ বাইজক জুকলা কৰি থাকে। বাৰিষাৰ আগমনৰ লগে লগে ভয়তে বাইজৰ পেটতে হাত-ভৰি লুকায়। প্ৰতি বছৰে মথাউৰি ভাগি বাইজৰ বিলাই-বিপত্তি নোহোৱা কৰে। উপায় নাপাই বাইজে সেইকেইদিন নামপ্ৰসঙ্গ কৰি ঈশ্বৰৰ ওপৰত সকলো ভৰসা কৰি থাকে।

আচৰিত কথা, এদিন ৰাতি প্ৰায় একে সময়তে অঞ্চলৰ তিনিজন সাধাৰণ মানুহক ব্ৰাহ্মণৰূপী শিৱই সপোনত এনেদৰে নিৰ্দেশ দিয়ে যে, তেওঁলোকে এই বিপদৰপৰা পৰিত্ৰাণ পাবলৈ হ'লে এই গাঁৱতে এই নদীৰ পাৰত এটি শিৱমন্দিৰ স্থাপন কৰিব লাগিব। বাইজৰ মাজত আনন্দৰ খলকনি উঠিল। তাৰেই ফলশ্ৰুতি স্বৰূপে ১৯৭৯ চনত সোণেশ্বৰ গাঁৱত পুঠিমাৰী নদীৰ বুকুতে মথাউৰিৰ ভিতৰত গঢ় লৈ উঠিল— 'সোণেশ্বৰ বাবোবাৰী শিৱমন্দিৰ।' আচৰিত কথা, তেতিয়াৰেপৰা আজি পৰ্যন্ত মন্দিৰৰ পৰা উত্তৰে আৰু দক্ষিণে কেইবা মাইল দূৰলৈকে শিৱৰ কৃপাত আলে-আপকাল হোৱা নাই। বৰ্তমান মন্দিৰত প্ৰতিদিনে চাকি-বন্তি চলি আছে। বাহিৰৰপৰা ঠগী-নৈবেদ্য আহি থাকে। মহাসমাৰোহেৰে শিৱৰাত্ৰি পালন কৰা হয়।*

**দখলা পাহাৰৰ শিৱথান :** গুৱাহাটী মহানগৰীৰ পৰা ৩৩ কি. মি. পশ্চিমত পলাশবাৰী ৰাজহচক্ৰৰ অন্তৰ্গত ৩৭ নং ৰাষ্ট্ৰীয় পথৰ উত্তৰ দিশত উপৰহালী গাঁও এৰি এই দখলা গাঁওখন। এই দখলা গাঁৱৰেই দখলা পাহাৰত অৱস্থিত এটি শিৱ মন্দিৰ। উক্ত দখলা পাহাৰৰ নামনিত পূব অংশত এঘৰ ব্ৰাহ্মণ পৰিয়াল বাস কৰিছিল। সেই ব্ৰাহ্মণৰ ক'লী গাইজনী ৰাতি গোহালিত উদং হৈ থাকে। কেইবাদিনো এইদৰে উদং হৈ থকাত ব্ৰাহ্মণৰ মনত সন্দেহ ওপজে। এই বিষয়ে অনুসন্ধান কৰাত দেখে যে আপোনা আপুনি গাইজনীৰ পঘা সুলকি পৰে আৰু লগে লগে গোহালিৰ পৰা ওলাই আহি জনপ্ৰাণীহীন দখলা পাহাৰৰ ওপৰৰ ঘন অৰণ্যৰ মাজৰ এঠাইত ৰয়হি। মুকলি ঠাইখিনিৰ চাৰিওফালে অসংখ্য বেলগছ আৰু গুলঞ্চ ফুলৰ গছ। যি

* শ্ৰীনাৰায়ণ চন্দ্ৰ শৰ্মা, সোণেশ্বৰ, কামৰূপ।

ফুলনি ঠাইত গাইজনী ৰৈ থাকে, ঠাইবিনিত গাইজনীৰ ওহাৰৰ পৰা সুৰভিৰ নিচিনাকৈ আপোনা-আপুনি গাখীৰ পৰি থাকে। এইদৰে কিছু সময় থকাৰ পাছত গাইজনী উভতি আহি আকৌ গোহালিত সোমায়। গাইজনীৰ পিছে পিছে অনুধাৱন কৰা ব্ৰাহ্মণে ওভতনি কালত দৈৱবাণী শুনে 'এই স্থানত অৰ্থাৎ গাইজনীৰ গাখীৰ পৰা ঠাইত আসনসহ মোৰ লিংগ আছে।' দৈৱবাণীমতে ব্ৰাহ্মণে ৰাইজৰ সহযোগত ঠাইবিনি খান্দি দেখে যে দৈৱবাণীমতে সুন্দৰ আসনৰ ওপৰত এটি শিৱ লিংগ প্ৰতিষ্ঠা হৈ আছে। তেতিয়াৰেপৰা ব্ৰাহ্মণে সাধাৰণভাৱে বেৰ আৰি দি ৰাইজৰ সহযোগত পূজা-পাঠ কৰি থাকে।

শিৱসিংহ ৰজাৰ ৰাজত্বকালত (খ্ৰী. ১৭১৪-১৭৪৪) কোনো এক সময়ত উক্ত শিৱ মন্দিৰ (বুঢ়াগোঁসাইৰ থান) তীৰ্থ কৰিবলৈ আহি ২১ বিঘা মাটি দান দি যায়। এই থানৰ পৰিচালনাৰ বাবে উক্ত মাটি এতিয়াও আছে।

মাহাত্ম্য ঃ প্ৰবাদ আছে যে সন্তি-সন্তানহীন দম্পতীয়ে এই বুঢ়াগোঁসাইৰ থানলৈ গৈ সেৱা জনাই সভক্তিৰে মনোবাঞ্ছা নিবেদন কৰিলে সন্তান লাভ কৰে। আবিয়ে ছোৱালীয়ে বসন্ত কালত থানলৈ গৈ তাত থকা শুলঞ্চ ফুলৰ মালা গাঁঠি বিগ্ৰহত মাল্য অৰ্পণ কৰি ভক্তিসহকাৰে প্ৰাৰ্থনা জনালে সুপাত্ৰস্থ বিয়া হয়। বোবা-কটা সম্পৰ্কে পাৰ্গত হ'বলৈ ন-শিকাৰু গায়ক ছোৱালীয়ে 'চন্দ্ৰতাপ' ৰৈ, বিগ্ৰহৰ ওপৰত সভক্তিৰে আঁৰি দিলে বুঢ়াগোঁসাইৰ আশীৰ্বাদত সুফল পায় বুলি প্ৰবাদ আছে। এনেবোৰ মাহাত্ম্যৰ কথাতেই ৰজা শিৱসিংহ তীৰ্থলৈ বুলি আহি আগতে উল্লেখ কৰা ২১ বিঘা ভূমি নিত্য-নৈমিত্তিক পূজা-পাৰ্বণৰ খৰচৰ সুবিধাৰ অৰ্থে দান দিয়া বুলি প্ৰমাণ আছে।

১৯০৪/০৫ চনকাবাই বৰ্তমানলৈকে ৭ পৰুণাৰ নেতৃত্বত আৰু স্থানীয় ৰাইজৰ সহযোগত মন্দিৰ পৰিচালিত হৈ আছে। মূল শিৱৰাত্ৰিৰ দিনা ১২১ গৰাকী কুমাৰী ছোৱালীৰ দ্বাৰা পানী তোলাই আনি শিৱলিঙ্গত ঢলাৰ এটি পুৰণি প্ৰথা চলি আহিছে।

---

* শ্ৰীপ্ৰমোদ চন্দ্ৰ শৰ্মা, দখলা পাহাৰ।

বৰ্তমান ঘটা অলৌকিক শিৱমাহাত্ম্যৰ দুটামান কাহিনী : আমি মূলতঃ মহাপুৰুষীয়া মানুহ, শিৱৰ মাহাত্ম্যৰ কথা শুনি আহিছিলো আৰু সেই অনুপাতেই আমিও আচৰিত ঘটনা প্ৰত্যক্ষ কৰিলোঁ।

সম্ভৱতঃ ১৯৭৭ চন। ঘিয়াৰ পাহত অফিচ কোৱাৰ্টাৰলৈ যাওঁ। সেই ঠাইত আমগছৰ তলত এচটা শিল দেখিবলৈ পাওঁ। শিলচটা দিনে দিনে ডাঙৰ হৈ গৈ আছে আৰু সপোনত মোক ধূপ, চাকি দিবলৈ কয়। মহাপুৰুষীয়া মানুহ বাবে প্ৰথমতে মই আচৰিত হৈছিলোঁ।

১৯৮৫ চনৰ নিৰ্বাচনৰ প্ৰচাৰ অভিযানত যাওঁতে এখৰত শিল এচটা পূজা কৰা দেখা পাওঁ। শিলচটাৰ বৰ্ণনা শুনি মোৰ বৰ ভয় লাগিল। ঘৰলৈ আহি শিলচটা ভালদৰে ধুই এডোখৰ বেলেগ ঠাইলৈ আনি চোতালতে ধূপ-চাকি দিয়া কৰিলো। এনেদৰে কিছুদিন পাৰ হয়। 'শিৱৰাত্ৰি' আহিল। মই ভগৱানৰ ওচৰত ক্ষমা খুজি শিলচটাকহে পূজা কৰিলোঁ। মই ভগৱানৰ ওচৰত ক্ষমা খুজি শিলচটাকহে পূজা কৰিম বুলি প্ৰতিজ্ঞা কৰিছিলো। সেইবাবে 'শিৱৰাত্ৰিৰ' পূজা নকৰো বুলি মোৰ লগৰ মহিলাসকলক কলোঁ। পিছে সিদিনা ৰাতিৰ সপোন এটাই মোৰ চকু মেল খুৱালে। সেই শিলচটা যে "বাবা শিৱ" স্বয়ং তেওঁ নিজে প্ৰতিভাত হৈ দেখুৱালে। কেনেদৰে তেওঁক পূজা কৰিব লাগে, কি ফুল দিব লাগে, আৰু সেই ফুল কাৰ ঘৰত ফুলি আছে, এই সকলো কথা মনত থকাকৈ বুজাই দিলে। তেওঁক ভোগ অৰ্পণ কৰিব লাগে বুলিও ক'লে। সেইবাবে মই পিছৰ দিনা তেওঁ কোৱা মতে পূজা কৰিলোঁ। ভোগ হিচাপে মই খিচিৰি ৰন্ধাই দিলো। পিছৰ দিনা ৰাতি বাবাই আহি ক'লে যে তেওঁক কেঁচা ভোগ দিব লাগে। কোনো ৰন্ধা বস্তু তেওঁ গ্ৰহণ নকৰে। সেইবাবে ইয়াৰ পিছৰপৰা কেঁচা বস্তু বাবাক দিওঁ। প্ৰতিদিনে পূজা কৰোঁতে নৈবেদ্য দিয়া দৰকাৰ বুলি কলে। নহলে বাবাৰ বাহন 'ষাঁড়গৰু' ভোকত থাকে বুলি ক'লে। আৰু পূজাৰ মন্ত্ৰবোৰ কি আচৰিত? প্ৰথমে শালগ্ৰাম বুলি সেই মন্ত্ৰেৰে পূজা কৰিছিলোঁ। কিন্তু প্ৰত্যেকদিনা ৰাতি সপোনত বাবাৰ মন্ত্ৰবোৰহে দেখো। সেইবাবে পূজা পদ্ধতি আনি চোৱাতহে গম পালো সপোনৰ মন্ত্ৰবোৰ শিৱ পূজাৰহে মন্ত্ৰ। সংস্কৃতৰ টান টান উচ্চাৰণবোৰ যথাযথভাৱে মনত ৰৈ গ'ল। ভাবিলে বৰ আচৰিত লাগে। এই সকলোবোৰ বাবাৰ অপাৰ মহিমা। বৰ্ণনা কৰি শেষ কৰিব নোৱাৰি।*

হাজোৰ শিৱৰ থান 'কেদাৰ মন্দিৰ' : বুৰঞ্জীপ্ৰসিদ্ধ হাজো মহানগৰীৰ শ্ৰীহয়গ্ৰীৱ মাধৱ মন্দিৰৰপৰা কিছুদূৰ গৈ গণেশ মন্দিৰ। তাৰ পাহত এখন পাহাৰ

* শ্ৰীসৰ্বেশ্বৰ দাস, শ্ৰীজ্ঞানদা দাস, আজাৰা, ভবানীপাৰা, কামৰূপ।

কথাই শিৱৰ থান পোৱা যায়। পাহাৰখনৰ নাম কেদাৰ পাহাৰ। মন্দিৰটোক কেদাৰ মন্দিৰ বুলি জনা যায়। 'গোঁসাইৰ ভকন' বা কৈলাশ বুলিও কোৱা হয়।

কিংবদন্তি এয়ে যে, বেউলাই হেনো লখিন্দাৰৰ মৰা শ'টো ভেলত উঠি আহি এই মন্দিৰতে কিবাইছিল। বেউলাই "কেকোঁৱাসগৰ' নামৰ নদীৰে ভেল লৈ আহিছিল। বৰ্তমান কেকোঁৱা সাগৰ ভূমিকম্পৰ ফলত বিলুপ্ত হৈছে।

কিন্তু গোধাই বৰুণী বোৱা, নেতাই-ধুবুনীৰ ঘাট আদিৰ ভগ্নাৱশেষ দেখিবলৈ পোৱা যায় বুলি কোনো কোনোৱে কয়। কেদাৰ পাহাৰত 'কপিল মুনিৰ' আশ্ৰমৰো চিন আছে বুলি কোনো কোনোৱে কয়।

কেদাৰ মন্দিৰটো অতি পুৰণি আৰু বিশ্বকৰ্মাই নিৰ্মাণ কৰা বুলি প্ৰবাদ আছে। ভিতৰত কৈলাশপতি শিৱ জটাধাৰীৰ শিলৰ মূৰ্তি।

'পবিত্ৰ অসম'ৰ মতে, মন্দিৰটিত এটি শিৱলিঙ্গ আছে আৰু অতে থকা এখনি শিলালিপিত এই কথা আছে যে আহোম ৰজা ৰাজেশ্বৰ সিংহৰ নিৰ্দেশ মতে মন্দিৰটিৰ পুনৰ্নিৰ্মাণ কৰা হয়।

বৰ্তমান মন্দিৰটিত যাত্ৰীৰ ভিৰ দেখা যায়। মন্দিৰটিত নিৰামিষ ভোগ দিয়া হয় যদিও মাজে-সময়ে পাৰ্বতীৰ উদ্দেশ্যে পাঠা আদিও আগবঢ়োৱা হয়।**

শ্ৰীশ্ৰীভূঙ্গেশ্বৰ মন্দিৰ : কামৰূপ জিলাৰ হাজোৰ বাজহ চক্ৰৰ অন্তৰ্গত গুৱালকুছিৰ ওচৰৰ বংশৰত মহাদেৱ (শিৱৰ) শ্ৰীশ্ৰীভূঙ্গেশ্বৰ মন্দিৰ অৱস্থিত। ভূঙ্গেশ্বৰ মন্দিৰক 'ভাণ্ডাৰা' বুলিও স্থানীয় লোকে কয়।

ভূঙ্গেশ্বৰ মন্দিৰ মানুহে সজা নাই। প্ৰকৃতিৰ অমূল্য আৰু বিতোপন কাৰুকাৰ্যৰে নিৰ্মিত এই মন্দিৰ। এটি প্ৰকাণ্ড শিলৰ ভিতৰত প্ৰভু বিদ্যমান। বছৰৰ প্ৰায় ন মাহ পানীত ঢাক খাই থাকে। দেৱী দুৰ্গাৰ (পাৰ্বতী) লগতে বিদ্যমান বাবে ভূঙ্গেশ্বৰ আৰু কমলপুৰ বাজহ চক্ৰৰ পিংগলেশ্বৰ দু:য়া শিৱ মন্দিৰত নিত্য ভোগত পাৰ, হাঁহ, পঠা আৰু মাছৰ ব্যৱহাৰ হয়। প্ৰাকৃতিক দৃশ্যৰে ভৰা শ্ৰীশ্ৰীভূঙ্গেশ্বৰ মন্দিৰৰ চৌকাষ। বৰ্তমান অসম চৰকাৰে তাত কফিৰ খেতি কৰিছে।

তিনি গোত্ৰৰ বৰদেউৰীৰ (পূজাৰী) দ্বাৰা পৰিচালিত শিৱ শক্তিপূজা কৰিব পৰা ক্ষমতা থকা বাবে এই দেৱালয়ৰ পূজাৰীসকল গুৱালকুছি, বোকা সাতগাঁৱৰ 'চেণ্ডি' আৰু নলবাৰীৰ গুৱাকুছিলৈ প্ৰায় সাতশ বছৰ আগত আদৰি নিয়া হৈছিল। স্বপ্নফলৰ কিম্বদন্তীৰে ভৰা ভূঙ্গেশ্বৰ প্ৰভুৰ অনেক প্ৰবাদ আছে। ল'ৰা-ছোৱালী নোহোৱা মানুহে ভোগ দিলে, দুৰাৰোগ্য বেমাৰীয়ে বিল্বপত্ৰ ধতুৰা ফুল দিলে মনস্কামনা পূৰ্ণ হয়। ১৯৭২ চনত এই দেৱালয়ৰ পূজাৰীৰ পুত্ৰজনে মন্দিৰৰ

** শ্ৰীমতী বেদৱতী দাস, হাজো, কামৰূপ।

শিল ভাঙি বেপাৰ কৰিছিল। এটা নিৰ্দিষ্ট শিল বাঁহ গৰুৰ নিচিনা আছিল। বাতি সপোনত অচিনাকি বৃদ্ধই (প্ৰভুই) জনৈক লক্ষী শৰ্মাক কৈছিল, 'এই শিল মোৰ বৃষভ, তাক নাভাঙিবি। একে সপোন তেওঁৰ মাতৃয়েও দেখিছিল। কথা নামানি শিল ভাঙি ট্ৰাকত তুলিলে। গোটেই ট্ৰাকখন জ্বলি গ'ল। ড্ৰাইভাৰ আৰু বনুৱা বাচিল। লক্ষী শৰ্মা পুৰি মৰিল। কাপোৰো জ্বলি গ'ল। কিন্তু লক্ষী শৰ্মাৰ গাৰ লগুণডাল নুপুৰিলে। ১৯৯৪ চনত এহাল দম্পতীয়ে ডিঙিত চিপজৰী লগাই আত্মহত্যা কৰিলে। সামাজিক নিয়মমতে বহীকটা মানুহজনে দেবালয়ৰ পুখুৰীত প্ৰায়শ্চিত্ত কৰিবলৈ যোৱাত চাৰিওফালৰপৰা চাৰিডাল সাপ আহি মানুহজনক আগুৰি ধৰিলে।

কৃষ্ণাত্ৰীয় গোত্ৰীয় বোৰ্কা সাতগাঁৱৰ 'চেণ্ডি' গাঁৱলৈ আদৰি অনা পূজাৰীসকলৰ পৰিয়ালক 'বড়ি বামুণথেৰ' বুলি কয়। বড়ি বামুণথেৰ কাষতে চেণ্ডি গাঁৱত 'বড়ি গোঁসাই' বুলি আন এটি শিৱ মন্দিৰ আছে, চেণ্ডি গাঁৱৰ কৃষ্ণাত্ৰীয় ব্ৰাহ্মণসকল ভূতেশ্বৰৰ পূজাৰী আৰু পৰাশৰ গোত্ৰৰ ব্ৰাহ্মণসকল উমানন্দ শিৱৰ পূজাৰী। দুই শিৱ মন্দিৰ পূজাৰীৰ বাসস্থান চেণ্ডি গাঁৱতে 'বড়ি গোঁসাই' শিৱ মন্দিৰ বিদ্যমান।

'বড়ি গোঁসাই' শিৱ মন্দিৰৰ লোকপ্ৰবাদ এনে ধৰণৰ : বহু বছৰ আগতে কোনো বুঢ়াই পাহাৰত এটি শিল পালে। শিলৰ আকৃতি দেখি ধকৰা কামৰ বাবে প্ৰযোজ্য বুলি ভাবিলে। শিলটো কান্ধত লৈ বুঢ়াই চেণ্ডি গাঁও পাই শিলটো থৈ অৰ্জুন গছৰ তলত জিৰণি ললে। কিছু সময় পাছত বুঢ়াই শিলটো দাঙিব নোৱৰা হ'ল। গঞা বাইজক বুঢ়াই কথাটো ক'লে। বাইজে হাতী আনিও শিলটো লৰাব নোৱাৰিলে। বুঢ়াক সপোনত অচিনাকি বৃদ্ধ ব্ৰাহ্মণে শিৱ বুলি পৰিচয় দিলে। গাত ত্ৰিশূল থকা এইজনা শিৱক থিতাতেই পাই ভূতেশ্বৰ আৰু উমানন্দৰ পূজাৰীসকলে পূজা অৰ্চনা কৰিবলৈ ধৰিলে। আজিৰ 'বড়ি গোঁসাই' শিৱ মন্দিৰ তাহানিৰ লংকেশ্বৰ ৰাৱণে দাঙিব নোৱৰা হোৱা শিৱ মন্দিৰৰ নিচিনা এটি জাগ্ৰত শিৱ মন্দিৰ। বোৰ্কা সাতগাঁৱৰ ৰাইজে চেণ্ডি বড়ি গোঁসাই মন্দিৰত ছোৱালীৰ বিয়াৰ দৰাৰ ভাং, বিল্বপত্ৰ, দুৰাৰোগ্য ৰোগৰ আৰোগ্যৰ বাবে বিল্বহোম, সন্তি-সন্ততি বিচাৰি ভাং আৰু কেঁচা ভোগ, গৰু বা বস্তু হেৰালে ভাং আৰু ঘোঁটা দিয়াৰ লোকবিশ্বাস আছে।*

**মদন-কামদেৱ দেৱালয় :** কামৰূপ জিলাৰ অন্তৰ্গত বাইহাটা চাৰিআলিৰ পৰা প্ৰায় চাৰি কিলোমিটাৰ দক্ষিণত মদন-কামদেৱ মন্দিৰ অৱস্থিত। দিৱানগিৰি নামৰ পাহাৰৰ সৰু টিলা এটাত এই মন্দিৰৰ অৱস্থিতি। মন্দিৰৰ মূল মূৰ্তিজনা

---

* ডা° নগেন্দ্ৰনাথ শৰ্মা, বৰথৰ, হাজো।

(গৰ্ভগৃহত) প্ৰায় দুই ফুট ওখ আলিঙ্গনৰত অৱস্থাত থকা এক যুগল মূৰ্তি। এই মূৰ্তিজনাকে বৰতে 'উমা-মহেশ্বৰ' হিচাপে কল্পনা কৰে যদিও আচলতে মন্দিৰৰ নাম 'মদন-কামদেৱ দেৱালয়' হোৱাহেতু চাই ইয়াক 'মদন আৰু ৰতিৰ' যুগল মূৰ্তি বুলি ভবাৰ থল আছে।

মূৰ্তিজনা পূবমুৱাকৈ গৰ্ভগৃহৰ পশ্চিম দিশত অৱস্থিত। গতিকে কামনাশী পদস্পৰ্শৰ ব্যতিৰেকে এইজনা মূৰ্তিক পশ্চিমমুৱাকৈহে প্ৰণাম কৰিব লাগে।

এই মন্দিৰত আজিও নিত্যপূজা, ভোগ-প্ৰসাদৰ ব্যৱস্থা চলি আছে। ইয়াৰ ভোগ-প্ৰসাদ সম্পূৰ্ণ নিৰামিষ। নিত্যপূজাৰ সময়ত ইয়াক উমা, মহেশ্বৰ হিচাপেই বৰ্তমানৰ পূজাৰীয়ে পূজা-অৰ্চনা কৰে যদিও চৈত্ৰ মাহৰ মদন ত্ৰয়োদশী উৎসৱত 'কামদেৱো ৰজা লিলিত বিগ্ৰহঃ' ইত্যাদি মন্ত্ৰেৰেহে ধ্যান লোৱা হয়। আৰু 'ৰতিপ্ৰিয় মাধবাত্মজ কন্দৰ্প কামায় দেৱ দেৱস্য মূৰ্তয়ে' -এই মন্ত্ৰেৰে ধ্যান কৰা হয়। তদুপৰি 'ৰত্যা সহিতো কামদেৱায় স্বাহা' মন্ত্ৰেৰে যজ্ঞত আহুতি প্ৰদান কৰা হয়।

যোগিনীতন্ত্ৰৰ উত্তৰখণ্ডত এই দেৱালয়ৰ সামান্য উল্লেখ পোৱা যায়। ভগ্ন অৱস্থাপ্ৰাপ্ত এই মন্দিৰ ১৮ শতিকাত পুনৰ মহাৰাজ শিৱসিংহেই সেৱামতি কৰে। এই মন্দিৰৰ বৰ্তমান অৱস্থালৈ অহাৰ ক্ষেত্ৰত বিশেষ বৈশিষ্ট্য এই যে ১৯০২ চনত এই মন্দিৰৰ উন্নয়নৰ দায়িত্ব (বৰদেউৰী) লৈছিল মদাৰতলা মৌজাৰ টেঙাবাৰী গাঁৱৰ নিয়ামত আলী চৌধুৰী নামৰ এজন মুছলমান সম্প্ৰদায়ৰ লোকে। তেওঁ এই দায়িত্ব পালন কৰিছিল চাৰি বছৰ। ইয়াৰদ্বাৰাই ধৰ্মমূলক সহনশীলতাৰ সুন্দৰ আদৰ্শ লক্ষ্য কৰা যায়।

গোপেশ্বৰ দেৱালয় : গুৱাহাটীৰপৰা বাইহাটা চাৰিআলিলৈ অহা ৫২ নং ৰাষ্ট্ৰীয় ঘাই পথৰ দাঁতিতেই গোপেশ্বৰ দেৱালয় অৱস্থিত। দেৱালয়খনৰ বৰ্তমানৰ নাম গোপেশ্বৰ হলেও আচলতে ইয়াৰ নাম 'গুপ্তেশ্বৰ' দেৱালয়।

প্ৰবাদমতে মদন কামদেৱ দেৱালয়ত মদন-ৰতি সম্পৰ্কত দেৱতাসকলে এক বিচাৰ সভাৰ আয়োজন কৰিছিল। উক্ত সভাত মহাদেৱ শিৱক বিচাৰপতি পতাৰ সিদ্ধান্ত লৈছিল। দেৱতাসকলৰ এই সিদ্ধান্তত দেৱাদিদেৱ মহাদেৱ ভীতি-গ্ৰস্ত হৈ এই মন্দিৰত গুপ্ত হৈ থাকিল আৰু তেতিয়াৰপৰাই ই গুপ্তেশ্বৰ দেৱালয় হয়। আজিও এই মন্দিৰৰ মূল বিগ্ৰহ শিৱলিঙ্গ এক ঢাকনীৰ মাজত্হে দৰ্শনাৰ্থীয়ে প্ৰণাম কৰিব লাগে। শিৱ যেতিয়া গুপ্ত ভাৱত থাকিল, তেতিয়া তেওঁ নাতিদূৰত পাৰ্বতীকো লুকুৱাই ৰাখিলে, জানোচা পাৰ্বতীয়ে মহাদেৱৰ কথা কৈ দিয়ে, এই ভয়ত। পাৰ্বতীক লুকুৱাই ৰখা ঠাইখিনিকে বৰ্তমানেও 'পাৰ্বতী কোঠ' হিচাপে দৰ্শনাৰ্থীয়ে গৈ প্ৰণাম কৰে। মূল মন্দিৰৰপৰা (গ্ৰেমগোপাল) পাৰ্বতী কোঠলৈ আজিও এটা সুৰঙ্গ বিদ্যমান।

গোপেশ্বৰ মন্দিৰ অৱস্থিত গাঁওখনৰ নাম দেওদুৱাৰ। মৌতাসকল বিজয়ৰ বাবে এই পবিত্ৰ মাজেৰেই আহিছিল বাবেই হেনো এই গাঁওখনৰ নাম দেৱদ্বাৰ বা দেওদুৱাৰ।

গোপেশ্বৰ মন্দিৰত নিত্য পূজাৰ ব্যৱস্থা আছে। ইয়াত লিংৰূপত মহাদেৱৰ পূজা-অৰ্চনা চলে। মূল লিংৰূপী মহাদেৱৰ অৱস্থিতিৰ ঠাইখিনি পাহাৰৰ এখন প্ৰাকৃতিক চালিয়ে (ইয়াত মানুহে হাত লগাবলগীয়া হোৱা নাই) বন্দ-বৰদুৱৰ পৰা আঁতৰত ৰাখিছে। দেখিলেই যিকোনো মুহূৰ্ততে পাহাৰৰ এই শিলাখণ্ড পৰি যাব পাৰে বুলি ভয় ভাবৰ উদ্ৰেক হোৱা এই শিলাখণ্ডৰ তলতেই পূজাৰীয়ে নিৰ্ভীক মনেৰে নিজ পূজা-অৰ্চনা কৰি আহিছে। পূজাৰ অন্তত ভোগ-ভাত উৎসৰ্গা কৰাৰ প্ৰথা আছে। ইয়াত ভোগ-ভাত সামিষ।

: 'পবিত্ৰ অসম'ত পোৱা যায় যে, গেজেটিয়াৰৰমতে শিৱসিংহ ৰজাৰ দিনত আনুমানিক ১৭২৫ চনত স্থাপিত লাখেৰাজ ৭০ বিঘা, নিস্পিখেৰাজ ৫৩২ বিঘা। দলৈৰ হাতত থকা ১৬৬১ শক বা ১৭৩৯ চনত সেই ৰজাৰ প্ৰধান সেনাপতি তৰুণ দুৱৰা বৰফুকনে দেৱোত্তৰ নিবন্ধ কৰি দিয়া 'তাম্ৰপত্ৰিকাত' 'দেৱদুৱাৰত মাটি এক বিঘা' এনেকৈ আছে। দলৈৰ মতে মন্দিৰৰ লাখেৰাজ ১৮ পুৰাৰ দুপুৰাৰ ৰেললাইনত গৈছে, নিস্পিখেৰাজ ১৫০ আৰু খেৰাজ ২৫ পুৰা আছে। বৰ্তমান মন্দিৰ ভগা-ছিগা।

দেওবাঁহৰ গুৰি শিৱ দেৱালয় : ব্ৰহ্মপুত্ৰ নদীৰ শৰাইঘাট দলঙৰ ওপৰেদি যোৱা ৩১ নম্বৰ ৰাষ্ট্ৰীয় পথটোৰ বাইহাটা চাৰিআলিত ৫২ নম্বৰ ৰাষ্ট্ৰীয় পথৰ সৈতে সংযোগ ঘটিছে। উক্ত ৫২ নম্বৰ ৰাষ্ট্ৰীয় পথৰ দাঁতিতে অৱস্থিত বেজেৰাৰপৰা প্ৰায় ৫ কিলোমিটাৰ দূৰত উত্তৰে বালিকুছি গড়কাপ্তানী পথৰ দাঁতিত শিঙাৰপাৰা। শিঙাৰপাৰাৰপৰা ২ কিলোমিটাৰ উত্তৰ-পূব দিশত বৰনদীৰ ওচৰত, কৰৰা মৌজাৰ অন্তৰ্গত ঔতলা গাঁৱত ঐতিহ্যমণ্ডিত দেওবাঁহ গুৰি শিৱ দেৱালয় অৱস্থিত।

জনশ্ৰুতিমতে, এসময়ত ভলুকা বাঁহ এজোপাৰ ওচৰত শিৱলিঙ্গ উদ্ধাৰ হোৱা বাবে 'দেওবাঁহৰ গুৰি' নামকৰণ হ'ল। স্থানীয় ৰাইজে বছৰি শিৱৰাত্ৰি উৎসৱো উদ্‌যাপন কৰি আহিছে। ১৯৫৭ চনত ৰাইজে দান-বৰঙণিৰে নামঘৰটো আৰু মণিকূটটো সাধাৰণভাৱে হলেও টিন-পাতেৰে সাজি উলিয়াইছে। দেৱালয়খনৰ মুঠ জমি এক বিঘা তিনি কঠা। বৰ্তমানে উক্ত জমিখিনি উত্তৰ গুৱাহাটীৰ অশ্বক্লান্তৰ দেৱালয়ৰ নামত অন্তৰ্ভুক্ত হৈ আছে। সম্ভৱতঃ ঔতলা গাঁৱত ভোগ জমি হিচাপে তাহানি প্ৰমত্তসিংহই দান কৰিছিল।

---

* শ্ৰীকমলীমোহন ডেকা, সচিত মগৰ, বাইহাটা চাৰিআলি।

দেৱালয়খনৰ ক্ষেত্ৰত কোনো লিখিত তথ্য উদ্ধাৰ হোৱা নাই যদিও জনশ্ৰুতি মতে, ঠাইখণ্ডৰ ওচৰে-পাজৰে কেন্দুবা, বাবেদলা, শৌলমাৰী, সাহান, শিঙাৰপাৰা, পাত্ৰপুৰ, খৰিকটা আদি গাঁৱৰ লোকে গৰু-চৰাই ফুৰিছিল। অটব্য জাবলিৰে পৰিপূৰ্ণ ঠাইখণ্ডত থকা আঁহতগুৰিত গৰখীয়াসকলে গোপালভগীয়া নাম পতাৰ দিনাই 'বৰগৰখীয়া' পাতি লৈছিল। বৰগৰখীয়াৰ নিৰ্দেশমতে গৰখীয়াসকলে চলিব লাগিছিল। পাছত গৰখীয়াসকলে গৰখীয়া মনেৰে এযোৰকৈ ফৰিং বিৰিণাৰ পাতেৰ দিনে বলি দিয়া নিয়ম প্ৰবৰ্তন কৰিছিল। পালমতে প্ৰত্যেকজন গৰখীয়াই ফৰিং এযোৰ যোগাৰ কৰিব লাগিছিল আৰু দাওবালজনে তেওঁলোকৰ নিয়ম অনুযায়ী বিৰিণাৰ পাতেৰে বলি দিছিল। অটব্য জাবলিৰে পৰিপূৰ্ণ ঠাইখণ্ডৰ মাজত প্ৰায় ৩০ ফুট আহল-বহল পৰিষ্কাৰ ঠাইখণ্ডৰ এপিনে নলা এটিৰ মাজত বিৰিণা এজোপা আছিল। ক'ৰবাৰপৰা এজনী কপিলী গাই বিৰিণা জোপালে আহিছিল আৰু অকণমান পাছতে সেই ঠাই পৰিত্যাগ কৰিছিল। বিৰিণাজোপাত নিজৰ ওহাৰৰ পৰা আপোনা-আপুনি দুগ্ধ দি থকা দৃশ্যটোৱে গৰখীয়াসকলৰ মাজত কৌতূহলৰ সৃষ্টি কৰিছিল। এদিন কৌতূহল দমাব নোৱাৰি; এজন গৰখীয়াই গাইজনী দুগ্ধ দি জাবলিৰ পিনে সোমাই যাওঁতে, গাইজনীৰ নেজত ধৰি পিছে পিছে গৈ আছিল। কপিলী গাইজনীয়ে পৰি থকা ডাঙৰ গছ এডালৰ খোৰোঙেৰে সোমাই গৈ, পিছ ঠেঙেৰে লঠিয়াই দিয়াত গৰখীয়াজন ছিটিকি পৰিল। গৰখীয়াজনে উঠি দেখে যে, ডাঙৰ অজগৰ সৰ্প এডাল পৰি আছে। গছডালৰ সলনি সৰ্প। কি আচৰিত। লগে লগে গৰখীয়াজনে লগৰ গৰখীয়াক কথাটো জানিবলৈ দিলে। গৰখীয়াসকলে ভয়ে ভয়ে গৈ দেখে যে আকৌ ডাঙৰ গছ এডাল পৰি আছে। কিন্তু গৰখীয়াসকলে স্ব-চক্ষুৰে দেখা অজগৰ সৰ্পটোৰ কথা বিশ্বাস নকৰিলে। সেইদিনা নিশা আৰু গৰখীয়াজনৰ টোপনি নহ'ল। পিছদিনা আকৌ গৰখীয়াজনৰে ফৰিং বিচাৰি আনি দিয়াৰ পাল। পিছদিনা গৰখীয়াজনে গৰু চৰাবলৈ যাওঁতে ফৰিং বিচাৰি চলাথ কৰিলে। বলি দিয়াৰ সময় উকলি যাওঁ যাওঁ; ইপিনে বলি শেষ নোহোৱা পৰ্যন্ত এটোপা পানী খোৱাৰ নিয়ম নাই। ফৰিং বিচাৰি যোৱা গৰখীয়াজনে ফৰিং বিচাৰি বিচাৰি অকস্মাতে আকৌ গছ পৰি থকা সেই ঠাইখণ্ড পালেগৈ। হঠাতে ডাঙৰ অজগৰ সৰ্পটো দেখি আচৰিত হ'ল আৰু দৌৰি আহি গৰখীয়া বন্ধুসকলক কথাটো জানিবলৈ দিলে। গৰখীয়াসকলে গৈ দেখে যে অজগৰ সৰ্পটো লাহে লাহে জাবলিৰ মাজলৈ সোমাই গৈ আছে । গৰখীয়াসকলৰ মন গধুৰ হ'ল। ইপিনে গৰখীয়াজনে ফৰিং বিচাৰি নাপাই নিজকে বলি দিবলৈ ক'লে। কথামতে কাম; গৰখীয়াসকলে তাকে সিদ্ধান্ত ল'লে। সিদ্ধান্তমৰ্মে গৰখীয়াজনে ওচৰতে থকা বৰনদীত স্নান কৰি আহি সাজু হ'ল। দাওবালজনে বিৰিণাৰ পাতেৰে ফৰিং বলি দিয়াৰ নিচিনাকৈ

গৰখীয়াজনক বলি দিয়ে। বিবিশাৰ পাতেৰে নৰ-বলি। ওচৰ-পাজৰৰ গওঁৰ লোকে ঘটনাটো শুনি আশ্চৰ্য প্ৰকাশ কৰিলে। আটায়েই যে ঘটনাস্থলীত উপস্থিত হ'লহি আৰু সকলোৰে মুখত এটাই কথা— "বিবিশাৰ পাতেৰে নৰ-বলি; কি আচৰিত"। পাছত আগৰেণৰাই ওলোটাই পুতি থোৱা লক দুডাল (কেবিং বলি দিয়াৰ বাবে ব্যৱহাৰ কৰা) উভালিবলৈ চেষ্টা কৰি বিফল হ'ল। ক্ৰমে দিন বাগৰিল। কালক্ৰমত এদিন ওলোটা আখিৰে এজোপা ভলুকা বাঁহ গজি উঠিল।

ইপিনে উক্ত ঘটনাৰ কিছুদিন পাছত কেন্দুবানিবাসী চতুৰ্ভুজে (মুক্তিযুঁজাৰু কৃষ্ণ শৰ্মাৰ পূৰ্বপুৰুষ) সপোনত জটাধাৰীক দেখিবলৈ পালে। সপোনত দেখি জানিব পাৰিলে যে, জটাধাৰীৰ বাসস্থান বিবিশা এজোপা। পাছদিনা লোক-মোকালিতে চতুৰ্ভুজৰ বন্ধু বনগাঁৱৰ পানীনলীয়া বৈদ্য নামৰ লোকজন আহি তেওঁ নিশা দেখা সপোনটোৰ কথা বিৱৰি ক'লে। সপোন দুটা একেই। দুয়ো বন্ধুৱে আলোচনাত মিলিত হৈ গওঁৰ দুই-চাৰিজনক লৈ বৰনদীত স্নান কৰি আহি বিবিশাৰ কাষৰ মাটি অলপ আঁতৰোৱাৰ লগে লগেই এটি সৰ্পই ফোঁচ কৰি ফণা তুলি পলকতে আঁতৰি গ'ল।* ধীৰে ধীৰে বিবিশাজোপা উভালি অকণমান মাটি খান্দোতে শিৱলিঙ্গৰ আবিৰ্ভাৱ হ'ল। বৰনদীৰ পবিত্ৰ পানী আনি শিৱলিঙ্গৰ মাটি আঁতৰাই চাৰিওফালে পৰিষ্কাৰ কৰিলে। ফুল- বেলপাত সংগ্ৰহ কৰি নৈবেদ্য আগবঢ়াই পূজা আৰম্ভ কৰাৰ লগে লগে নাগৰাজ এডালে বিগ্ৰহটো মেৰাই ধৰিলে। ভেকুলী এটি নাগৰাজৰ মুখৰ ওপৰত। সেই দিন ধৰি আজি পৰ্যন্ত স্থানীয় ৰাইজে উক্ত বিগ্ৰহটোকে ধূপ-ধূনা জ্বলাই সেৱা জনাই আহিছে।

'পবিত্ৰ অসম'ত পোৱা তথ্যমতে পিঙ্গলেশ্বৰৰ উত্তৰে দেওবাঁহৰ শুৰি দেৱালয় আৰু উত্তৰ বৰক্ষেত্ৰী মৌজাতো আন এখন আছে। পিঙ্গলেশ্বৰৰ মন্দিৰ এতিয়া কেঁচা যদিও লাখেৰাজ ২৬৭ বিঘা। আনুমানিক ১৭৯৫ চনত কমলেশ্বৰ সিংহৰ দিনত স্থাপিত। **

লেজা ভাঙৰা থানৰ চমু ইতিহাস : লেজা ভাঙৰা থানখন অতি পুৰণি। ই কেতিয়া স্থাপিত, ইয়াৰ সঠিক সময় নিৰূপণ কৰিব নোৱাৰি যদিও ই শংকৰদেৱ-মাধৱদেৱৰ সমসাময়িক বুলি জনশ্ৰুতি আছে।

এই থানৰ বহুতো অলৌকিক মাহাত্ম্য শুনা যায়। গাঁৱত কলেৰাসদৃশ ৰোগ হ'লে থানলৈ পাঠা ছাগলী আগবঢ়াই ঢোল-খোলেৰে নি থানত দি তাৰ পাছত

---

* বাইহাটা চাৰিআলিৰ নিজা বাতৰি দিওঁতাই পঠোৱা এই তথ্য 'দৈনিক অসম'ত ১৯৯২ চনৰ ১৮ নৱেম্বৰত প্ৰকাশ পাইছিল।

** শ্ৰীৰমণীমোহন ডেকা, লাচিত নগৰ, বাইহাটা চাৰিআলি।

ছাগলীটো লৈ পাৰ কৰি খেদি দিয়ে। লগে লগে গাঁৱৰ বেমাৰো আঁতৰি যায়। আন উৎসৱৰ উপৰিও মাঘৰ পূৰ্ণিমাত গাঁৱৰ বাহিৰে-তাত আবিয়া দিয়াৰ নিয়মো আছে। থানখন এতিয়া পকী কৰা হৈছে।***

বুঢ়াগোহাঁই আৰু গোবৰ্দ্ধন আদি কেন্দ্ৰ পৰ্বত : চমৰিয়া মৌজাত আৰু ছয়গাঁৱত শিৱৰ নামত পবিত্ৰ বুঢ়াগোহাঁই পৰ্বত দণ্ডায়মান। বকোৰ বুঢ়াগোহাঁই পৰ্বতত দেৱীবো থান আছে। ছয়গাঁৱত বিষ্ণুৰ অধিষ্ঠান গোবৰ্দ্ধন পৰ্বত। লুকি আৰু বেকেলীত ঠাকুৰপাখা, তিনিবেনী, বুঢ়াগোহাঁই, ৰকবা, চমুৰা আদি কেন্দ্ৰ পৰ্বতবোৰ আছে। (গেজেটিয়াৰ)

## নলবাৰী

১। দিহজাৰী শিৱমন্দিৰ : নলবাৰী জিলাৰ অন্তৰ্গত দিহজাৰী গাঁৱত এটি শিৱ মন্দিৰ আছে। অনুমানিক ১০০০ বছৰৰ আগৰপৰাই এই থান চলি আহিছে। *১

২। মহাৰুদ্ৰ পীঠ : নলবাৰী জিলাৰ আৱাজমৌ গাঁৱত মহাৰুদ্ৰ পীঠ নামে এখনি শিৱস্থান আছে। কিম্বদন্তীৰ মতে এই থানখন বহুত পুৰণি।*২

বিল্বেশ্বৰ দেৱালয় : নলবাৰী জিলাৰ অন্তৰ্গত ধৰ্মপুৰ মৌজাৰ বেলশৰ এখন পুৰণি গাঁও। ই নলবাৰী চহৰৰপৰা প্ৰায় ১৪ কি. মি. পশ্চিমে অৱস্থিত। ইয়াৰ মাজ মজিয়াতে বিল্বেশ্বৰ দেৱালয় অৱস্থিত। 'যোগিনীতন্ত্ৰ'ত বিল্বতন্ত্ৰী নামে এক পৰ্বতৰ কথা আছে।

এইজন ব্ৰাহ্মণৰ কেইবাজনী গাইগৰুৰ ভিতৰত এজনী কপিলা গাই আছিল। কপিলাজনীয়ে মনে মনে হাঁবিলে গৈ এজোপা বিৰিণা গছত গাখীৰ দি থকা দেখি সেই ঠাই অনুসন্ধান কৰিলত বিৰিণাজোপাৰ ওচৰত এটা শিল পালে। খান্দোতে কোৰখন লাগি শিলটোৰ ঈশাণ কোণৰ এৰখলা এৰি পৰিল (বৰ্তমানো ই একে অৱস্থাতে আছে)। শিল আৱিষ্কৃত হোৱাত ব্ৰাহ্মণজনৰ ভয় লাগিল আৰু নাগাক্ষ (নাগশঙ্কৰ) (তেতিয়াৰ কোঁচ ৰজা বুলি মানুহৰ মুখে মুখে শুনা যায়) ৰজাক সকলো সংবাদ দিলে। নাগাক্ষ ৰজাই দলে-বলে আহি সেই ঠাইত উপস্থিত হ'ল আৰু হাতী লগাই শিলটো টানিলে। হাতীয়ে টানেহে টানে, কিন্তু শিলটো

---

*** শ্ৰীদয়াৰাম কাকতি, শ্ৰীবাজিৰাম কাকতি, লেজা, কামৰূপ।

* পবিত্ৰ অসম।

*১ শ্ৰীকুমুদ শৰ্মা, দিহজাৰী, নলবাৰী

*২ শ্ৰীহৰেন শইকীয়া, আৱাজমৌ, নলবাৰী

গুপনালে নাহি ক্ৰমাৎয়ে তলালৈ বাহি গাল (বৰ্তমান ই ভূমিকম্পত ১০ ফুট পোতত আছে।) 'পবিত্ৰ অসম'ৰ মতে নাগাক্ষ ৰজা ১৯৪৩ শকত ইং ১৫২৯ চনত নাগাক্ষ ৰজাই এটি মঠ বান্ধি দিয়ে। শিৱসিংহ ৰজাই মন্দিৰৰ নামত ভূ-সম্পত্তি আদি দিয়ে। গেজেটিয়াৰ মতে ইয়াৰ লাখেৰাজ ১৪২০ বিঘা আৰু নিস্ফিখেৰাজ ২৮০১ বিঘা। শিৱৰাত্ৰি, দুৰ্গাপূজা আদিত সমাৰোহ হয়।*৩

সন্ধ্যা গাঁৱৰ 'বকুলৰ তল' শিৱমন্দিৰ, নলবাৰী : প্ৰায় ১০০ (এশ) বছৰমান আগতে এই ঠাইখন এজোপা প্ৰকাণ্ড বকুল গছ আৰু দুজোপা অৰ্জুন গছ প্ৰায় ওচৰা-উচৰিকৈ আছিল। বকুলজোপাৰ ফুল যাত্ৰিপূৰাৰ সময়ত দলিচা পৰাৰ দৰে সিঁচিত খাই পৰি আছিল। বকুলৰ গোৰত ঠাইখন আমোল-মোলাই আছিল। ইয়াৰ কাষতে গাঁৱৰ বুঢ়া কেইজনমানে মাটিৰ থাপ এটা সাজি এখন খেৰৰ চালিৰে সৈতে গোঁসাইৰ থান পাতি সদায় চাকি-বন্তি জ্বলায়। এনেদৰে কিছুদিন যোৱাৰ পাছত গাঁৱৰ বহুত মানুহেই দেখিবলৈ পায় গোঁসাইৰ থানত দুডাল ডাঙৰ সাপ। সকলোৰে আচৰিত হৈ সাপ দুডালৰ বিষয়ে আলোচনা কৰি থান প্ৰতিষ্ঠিত ব্যক্তিসকলে এটা শিৱলিঙ্গ আনি শিৱ মন্দিৰ প্ৰতিষ্ঠা কৰি মন্দিৰটোৰ নাম ৰাখে 'বকুলৰ তল শিৱ মন্দিৰ'। এতিয়া পকীঘৰ নিৰ্মাণ হৈছে। মহাসমাৰোহেৰে পূজা-সেৱা চলে আৰু শিৱৰ আশ্চৰ্য মহিমা বাইজে আজিও প্ৰত্যক্ষ কৰি আছে।।

ধমধমা শিৱথান : নলবাৰী জিলাৰ উত্তৰ অংশত, নলবাৰীৰপৰা প্ৰায় ১৩ কি. মি. দূৰত ধমধমা ঠাইখন অৱস্থিত। এই ঠাইতে হেনো কেঁচুৱা ৰজা আৰু আৰিমত্ত ৰজাৰ সৈন্যৰ মাজত ধুমধামেৰে তুমুল যুদ্ধ চলিছিল। সেই বাবেই এই ঠাইৰ নাম ধমধমা হোৱা বুলি কিম্বদন্তী আছে। এই ধমধমাতে (গড়ৰ কাষত) ঐতিহ্যমণ্ডিত শিৱৰ থানখন অৱস্থিত। এই শিৱথানৰ জন্ম বৃত্তান্ত আৰু মহত্বৰ কথা ধমধমা নিবাসী শ্ৰীভেবেলা দাস আৰু শ্ৰীঅনন্ত মোহন দাসদেৱৰ পৰা জনা মতে এনে ধৰণৰ :

১৯৫১ চনত শ্ৰীবংশীৰাম দাসে (পিছলৈ শঙ্কৰ নামে খ্যাত) সঙ্গীসকলৰ সৈতে ধমধমা হাইস্কুলৰ পিছফালে থকা এডৰা চৰকাৰী পতিত মাটি সাধাৰণ খেৰৰ চালি এখনেৰে এটি মন্দিৰ সাজি লয়। তাতে তেতিয়াৰ ধমধমা নিবাসী কবি শৰ্মাই এটি শালগ্ৰামৰ মূৰ্তি স্থাপন কৰি শিৱৰাত্ৰি পূজাৰ আয়োজন কৰিছিল। কিন্তু দুৰ্ভাগ্যবশতঃ শিৱৰাত্ৰি পূজাৰ দিনাই ধুমুহা-বতাহে মন্দিৰৰ চালিখন ভাঙি ছিঙি উৰুৱাই লৈ যায়। আনহাতে শঙ্কৰ আৰু কলাৰাম দাস (মেধৰ)ক ৰাতি

*৩ শ্ৰীনীলকমল মিশ্ৰ, বেলশৰ, নলবাৰী।
* শ্ৰীৰঞ্জিত কলিতা, সন্ধ্যা গাঁও। নলবাৰী।

সংগোপনত তাত শালগ্ৰামৰ মূৰ্তি আঁতৰাই শিৱ-পাৰ্বতীৰ মূৰ্তিৰ স্থাপন কৰি শিৱৰ থান স্থাপন কৰিবলৈ কয়। পিছদিনাই কবি শৰ্মাক মাতি আনি সেইটো আঁতৰাই দিবলৈ কয় আৰু তাত শিৱৰ থান সাজিবলৈ মন মেলে। জনশ্ৰুতি মতে তাত হেনো কেন্দুৰা ৰজাৰ দিনত ৰজাৰ শিৱ মন্দিৰ আছিল। যিয়েই নহওক, ইয়াৰ পাছতে তাৰ ওপৰত আন এটি বিপৰ্যয় আহি পৰে আৰু তেতিয়াই ইয়াৰ মাহাত্ম্য প্ৰকাশ পায়।

মন্দিৰ সজা ঠাইখিনি আছিল চৰকাৰী পতিত মাটি। তাৰ কাষতে কিছু মানুহে ঘৰৰ বস্তি পাতি বাস কৰিবলৈ লৈছিল। পণ্ডিকে চৰকাৰে বেদখল উচ্ছেদ কৰাৰ বাবে হাতী লৈ আহি মন্দিৰৰ কাষৰ ঘৰবোৰ ভাঙি পেলালে। শেষত যেতিয়া মন্দিৰটি ভাঙিবলৈ হাতী আগবাঢ়িল, তেতিয়াই সেই আচৰিত ঘটনাটি ঘটিল। হাতী মন্দিৰ ভাঙিবলৈ যোৱা সময়ত মন্দিৰৰ দুৱাৰ খোলা আছিল। হাতীটোৱে মন্দিৰৰ ওচৰলৈ গৈ মন্দিৰ ভঙাৰ পৰিবৰ্তে মন্দিৰৰ দুৱাৰ মুখত মূৰ দোঁৱাই পৰি ৰ'ল। মাউতে বহু চেষ্টা কৰিও হাতীটোক উঠাব নোৱাৰিলে। শেষত বিফল হৈ মাউতে হাতী ঘূৰাই লৈ আহে। তেতিয়া সামৰিক বাহিনীৰ দ্বাৰা মন্দিৰ ভাঙিবলৈ উদ্যত হয়। তেতিয়া আন এটি আশ্চৰ্যজনক ঘটনা ঘটে। সামৰিক বাহিনী মন্দিৰ ভাঙিবলৈ আগবঢ়াৰ লগে লগে মন্দিৰৰ চৌপাশে বিভিন্ন সৰ্পই কোঁপাবলৈ ধৰে। ফলত সামৰিক বাহিনী হাত দাঙি উভতি আহে। তেতিয়া কৰ্তব্যৰত এছ. ডি. অ.ই মন্দিৰটো নাভাঙি তাক নকৈ সাজিবলৈ কিছু কাঠ, টিনপাত, আদি দিবলৈ প্ৰতিশ্ৰুতি দিয়ে আৰু সেইমতে যোগান ধৰাত মন্দিৰটো নকৈ সজা হয়। লগে লগে মন্দিৰৰ ভিতৰত শিৱ-পাৰ্বতীৰ মূৰ্তি স্থায়ী ৰূপত (ছিমেণ্ট-বালিৰে) সজাৰ কাম হাতত লোৱা হয়। শ্ৰীভোলাৰাম দাস কাৰিকৰৰদ্বাৰা মন্দিৰৰ মূৰ্তি সজা কাম সম্পূৰ্ণ কৰা হয়।

এই শিৱ থানখনৰ ওপৰত মানুহৰ অগাধ বিশ্বাস, সপ্ৰেম ভকতি ওপজে। আজিও ইয়াত মহা পয়োভৰেৰে শিৱৰাত্ৰি পূজা পালন কৰা হয়।*

## বৰপেটা

ডুবি পৰিহৰেশ্বৰ দেৱালয় : বৰপেটা জিলাৰ পাঠশালা ৰেল ষ্টেচনৰ পৰা প্ৰায় তিনি কিলোমিটাৰ দূৰত প্ৰাচীন ডুবি গাঁৱত অৱস্থিত এই পৰিহৰেশ্বৰ দেৱালয়। ই এটা শিৱ মন্দিৰ।

ডুবি নামটোৰ ব্যুৎপত্তিগত অৰ্থ ভালকৈ জনা নাযায়। জনশ্ৰুতি অনুসৰি কোন দূৰ অতীতত ইয়াত দুৰ্বলগিৰি নামৰ সৰু পাহাৰ আছিল। কোনো প্ৰাকৃতিক কাৰণত ই মাটি খহি পানীত ডুব যায়। সেই অৰ্থতে অঞ্চলটো ডুবি নামে

* শ্ৰীৰমেশ দাস, শান্তিপুৰ, মজলাৰী।

খ্যাত। ডুবিৰ পুৰণি নাম 'বিলাতী ডুবি'। বিলাতী শব্দটোৱে মুছলমানৰ প্ৰভাৱকে সূচায়। আহোম যুগত কোনো মুছলমান সৈন্যৰ ছাউনী ইয়াৰ ওচৰতে হয়তো আছিল।

স্থানীয় জনপ্ৰবাদ অনুসৰি পৰিহৰেশ্বৰ দেৱালয়খন পুৰণি কামৰূপৰ ৰজা ভাস্কৰবৰ্মাৰ দ্বাৰা স্থাপিত। হয়তো বিদেশী আক্ৰমণ অথবা কোনো নৈসৰ্গিক কাৰণত ই ধ্বংসপ্ৰাপ্ত হয়, আৰু লোকচকুৰ অন্তৰাল হৈ পৰে। স্বৰ্গদেউ শিৱসিংহৰ দিনত ই পুনৰ আবিষ্কৃত হয়। এই সম্বন্ধে এইটা কাহিনী প্ৰচলিত আছে। ৰঘুৰ নামৰ বামুণ এজনৰ এজনী কপিলী গাই আছিল। গাইজনীয়ে ঘৰত খীৰাবলৈ নিদিয়ে। কিন্তু পথাৰৰ বিৰিণা চাপ এটিৰ ওপৰত সদায় গৈ ওহাৰৰপৰা গাখীৰ দিয়ে। বামুণে এই কথাৰ গম পাই বিৰিণা চাপটোৰ তলতনো কি আছে পৰীক্ষা কৰি চোৱাৰ মানসেৰে কোৰ এখন লৈ গৈ বিৰিণা মূঢ়াটো উভালি পেলায়। কিছু খান্দি দেখিলে তলত এটি শিৱলিংগ আছে। তেতিয়া বামুণে ভক্তিভৰে ঠাইখিনি পৰিষ্কাৰ কৰি পূজা-পাতল কৰিবলৈ ধৰে। এই কথা লাহে লাহে ৰজা শিৱসিংহৰ কাণত পৰিল। ৰজাই মন্দিৰটোত যাতে নিত্যপূজা চলে তাৰ বাবে ৰঘুৰক তাৰ স্থায়ী পুৰোহিত পাতি দিয়ে। বিগ্ৰহৰ নামত মাটি, নট-নটী, পাইক, মালাকৰ আদিও দিয়ে। 'ৰঘুৰ বংশাৱলী'ত এই কাহিনী বিস্তৃতভাৱে বৰ্ণিত আছে। বংশাৱলীমতে 'মহাৰাজ (শিৱসিংহই) লাখেৰাজ জমিজমা দি ১২ গোট পাইক নিযুক্তি কৰিলে আৰু সেৱা-পূজা কৰিবলৈ হুকুম দিলে। তেওঁৰ পিছত লক্ষ্মীসিংহ ৰজায়ো নিজে তদন্ত কৰি মঠ-মন্দিৰ কৰি দিবৰ বন্দবস্ত কৰি দি যোৱাৰ পিছত ঢুকাল।' 'পবিত্ৰ অসম'ৰ মতে মন্দিৰটি ১৭৭০ চনত স্থাপিত হয়।

মানৰ আক্ৰমণৰ সময়ত স্বৰ্গদেউ শিৱসিংহই দান কৰা তাম্ৰ ফলিখন হেৰাই যোৱাত ইংৰাজ চৰকাৰে পেড়াকাকত কৰি দি পূৰ্বৰ দান সাব্যস্ত কৰে।

প্ৰাপ্ত তথ্যমতে শিৱসিংহ ৰজাই দান কৰা মুঠ মাটি ৭৬০ পুৰা। ইয়াৰে লাখেৰাজ ১২৮০ বিঘা, নিশ্পিখেৰাজ ১৭৬০ বিঘা। পাইক, নট-নটীসকলক উক্ত নিস্পিখেৰাজ মাটিত বাস কৰিবলৈ দিয়া হৈছিল।

মূল বিগ্ৰহটো থলুৱাভাৱে 'বুঢ়া গোঁসাই' বুলিয়ে জনাজাত। শিৱলিংগটো প্ৰায় ২১০ বৰ্গ ফুট (১৪½ X ১৪½) আয়তনৰ চাৰিচুকীয়া গহ্বৰ এটিৰ ভিতৰত ১২½ ফুট তলত যোনিপীঠ বা গৌৰীপাটৰ ওপৰত অৱস্থিত।

যদিও ডুবি পৰিহৰেশ্বৰ দেৱালয়ৰ শিৱসিংহ ৰজাৰপৰা এটা ঐতিহাসিক পৰম্পৰা পোৱা যায়। তথাপি এইখন যে প্ৰাক্-আহোম যুগৰ ধৰ্মানুষ্ঠান তাক ন-দি ক'ব পাৰি। স্বৰ্গদেউ শিৱসিংহই নিৰ্মাণ কৰি দিয়া মন্দিৰৰ ভেটিটো আছিল কেঁচা মাটিৰ। প্ৰায় ২৫ বছৰমান আগতে মন্দিৰটো পুনৰ্নিৰ্মাণৰ উদ্দেশ্যে দ'লটোৰ

বিগ্ৰহ অৱস্থিত গাহৰভাগ কিছু তললৈ কৰা হয়। খান্দোঁতে মাটিৰ তলত অনেক পুৰণি ইটা, আপেক্ষিকভাৱে মাপ কৰি কটা শিলাখণ্ড আৰু গহ্বৰটোৰ চৰিওকোণত চাৰিটা সিৰ কটা শিলৰ স্তম্ভ আৱিষ্কৃত হয়। স্তম্ভবোৰ মাটিৰ বহু তললৈ পোত গৈ থকা হেতুকে ওপৰলৈ উঠাব পৰা নহ'ল। ডাঙৰ শিলাখণ্ডবোৰ উঠাই অনা হ'ল। (সেইবোৰ আজিও মন্দিৰৰ আশে-পাশে সিঁচৰতি হৈ পৰি আছে)। পৰিচালনা সমিতিয়ে এই প্ৰাচীন সম্পদবোৰ মূল্যাঙ্কন কৰাৰ আগ্ৰহ নেদেখুৱাই স্তম্ভবোৰ পুতি পেলালে। ইটাবোৰ গৰ্ভগৃহ পকী কৰাত ব্যৱহাৰ কৰিলে। ইয়াৰপৰা প্ৰতীয়মান হয়, অতীতত্তো ইয়াত এটা শিৱমন্দিৰ আছিল। হয়তো যিকোনো কাৰণতে ওপৰভাগ ধ্বংসপ্ৰাপ্ত হৈ জনসাধাৰণৰ চক্ষুৰ অগোচৰ হৈছিল।

ইতিপূৰ্ববেপৰা ইয়াত যে এটি মন্দিৰ আছিল আৰু বিগ্ৰহৰ সন্মুখত নৃত্যগীত কৰা এটি নট সম্প্ৰদায় আছিল এই কথা স্থানীয় কিংবদন্তিয়েও সোঁৱৰাই দিব খোজে। এটি জনশ্ৰুতিমতে মোগল সেনাপতি মিৰজুমলাই অসম আক্ৰমণ কৰিবলৈ আহোঁতে (১৬৬২ খ্ৰি.) ডুবিৰ পশ্চিম ফালে বাহৰ পাতিছিল। সেই সময়ত সূৰ্যনাৰায়ণ নামে এজন সামন্ত ৰজা আছিল।

সূৰ্যনাৰায়ণে মিৰজুমলাৰ গতিৰোধ কৰে। এনে সময়তে সোণফুলি আৰু ৰূপফুলি নামৰ দুজনী দেৱদাসীক দুৰ্ভাগ্যক্ৰমে মিৰজুমলাই কৰায়ত্ত কৰে আৰু নানা প্ৰলোভন দেখুৱাই এই দুজনী দেৱদাসীৰ জৰিয়তে ৰজা সূৰ্যনাৰায়ণৰ ভিতৰৰা সম্ভেদ সংগ্ৰহ কৰে। ফলত সূৰ্যনাৰায়ণক পৰাজয় কৰাটো মিৰজুমলাৰ সহজ হৈ পৰে।

ডুবি গাঁৱৰে বায়ন পৰিয়ালৰ শ্ৰীদশৰথ দাসে কোৱামতে তেওঁলোকৰ বংশাৱলীত ভূঞিপুৰীয়া নৰ্তকী নামৰ এগৰাকী তিৰোতাৰ নাম আছে। নৰ্তকী উপাধিটোৱে মন্দিৰৰ নাচনীকে বুজায়। চৰকাৰী মহাফেজখানাৰ নথিমতে উক্ত ভূঞিপুৰীয়া নৰ্তকীৰ সময় ১৬২৯ শক বা ১৭০৭চন। এইটো শিৱসিংহ ৰজাৰ আগৰ কথা হ'ব (শিৱসিংহই ইং ১৭১৪ চনত সিংহাসনত আৰোহণ কৰিছিল।) উক্ত কথাবোৰ কোনো লিখিত তথ্যৰ ভিত্তিত প্ৰতিষ্ঠিত বুলি নকৈ জনশ্ৰুতি বা অনুমানসাপেক্ষ বুলি কোৱাহে ভাল হ'ব। তথাপি জনশ্ৰুতি কিংবদন্তিৰ আঁৰত যে ইতিহাস লুকাই থাকে তাক উলাই কৰা টান। সি যি কি নহওক, শিৱসিংহৰ দিনৰেপৰা ডুবি পৰিহৰেশ্বৰ দেৱালয়ে এটা ধাৰাবাহিকতা ৰক্ষা কৰি আহিছে বুলি ক'ব লাগিব।

দেৱালয়ৰ মূল বিগ্ৰহ শিলৰ শিৱলিংগ। এটি অষ্টভুজা পিতলৰ দুৰ্গামূৰ্তিও আছে। এইটো ৰাণী ফুলেশ্বৰী কুঁৱৰীয়ে দান কৰা। তেতিয়াৰপৰা শিৱচতুৰ্দশীৰ লগতে দুৰ্গাপূজাও মহা সমাৰোহেৰে পালন কৰা হয়। দুৰ্গাপূজাত ম'হ, ছাগলী,

পাৰ আদি বলি দিয়া হয়। ইয়াৰ উপৰি কৃষ্ণ (বিষ্ণু) বলৰাম আৰু শিৱপাৰ্ৱতীৰ মূৰ্ত্তি আছে। এই তিনিওটা মূৰ্ত্তি ৰাজপ্ৰদত্ত।

দেৱালয়ৰ মূল হ'ল দলৈজন। প্ৰথম পূজাৰী বসুৰৰ ব্ৰাহ্মণৰ বংশৰপৰা যি কোনো এজনক দলৈৰূপে নিৰ্বাচন কৰা হয়। আমৰণ তেওঁ উক্ত পদবীতে থাকে। দলৈৰ বাহিৰে দেৱালয় পৰিচালনাৰ বাবে আন কৰ্মীসকলক এনেভাৱে ভাগ কৰা হৈছিল— (১) ব্ৰাহ্মণ সেৱাইত (এওঁলোকৰ দুই ভাগ পূজাৰী আৰু সুপকাৰ।), (২) নট (এওঁলোকো দুইভাগ -নট আৰু গায়ন -বায়ন।) নটীয়ে নাচিলে গায়ন-বায়নে লগত বাদ্য পৰিবেশন কৰে। শুনা যায় নাচৰ লগত পূৰ্বতে গীতো গোৱা হৈছিল। পাছত সি লোপ পাইছিল। (৩) মালাকাৰ।

ইয়াৰ উপৰি চিকদাৰ আৰু ঠাকুৰীয়াও আছে। এওঁলোকক দলৈয়ে নিজাকৈও নিযুক্তি দিব পাৰে। ক'ৰবালৈ গ'লে লগত লৈ যায়।

উল্লিখিত সকলো বৈদে দেৱালয়ত সহায় কৰি দিয়া বাবদ আধা খাজনাতে দেৱালয়ৰ মাটি ভোগ কৰিব পাৰিছিল। দেৱদাসী আৰু গায়ন-বায়নে ৰাজহ কৰ্ত্তন পাইছিল।

দেৱালয়ৰ সকলো সা-সম্পত্তি বিগ্ৰহৰ নামত যদিও দলৈয়ে পৰিচালনা কৰিছিল, অনুমান ১৯৪৩ চনত চৰকাৰে সমগ্ৰ ৰাজ্যতে নতুনকৈ মন্দিৰ-দেৱালয় আদিৰ মাটিৰ জৰীপ (Temple Census) চলায়। উক্ত জৰীপ বা পিয়লৰ ফলস্বৰূপে ইমানদিনে ভোগ-দখল কৰি অহা লোকসকলৰ নামত ৰায়তী পট্টা কৰি দিয়ে আৰু ৰায়তসকলে সম্পূৰ্ণ খাজনা দিবলগীয়াত পৰে। বৰ্ত্তমান মাত্ৰ চাৰে দহ বিঘা মাটিহে দেৱালয়ৰ নামত আছে।

১৯৬২ চনৰপৰা দেৱালয়ৰ যাৱতীয় কাম-কাজ এখন পৰিচালনা সমিতিয়ে সম্পাদন কৰি আহিছে (পূৰ্বতে ৰবদেৱীসকলৰ লগত পৰামৰ্শক্ৰমে দলৈয়ে চলাইছিল।)। স্থানীয় মহকুমাধিপতি পৰিচালনা সমিতিৰ সভাপতি। দলৈজন সমিতিৰ সম্পাদক। সভাপতি আৰু সম্পাদকৰ বাহিৰে বাকীবোৰ ভোটৰদ্বাৰা নিৰ্বাচিত হয়।

বাৰভগাৰা শিৱধামৰ জন্মতত্ত্ব আৰু মহিমা : বৰপেটা চহৰৰ অন্তৰ্গত বাৰভগাৰাত আজিৰপৰা ৩০ বছৰ আগতে এখন শিৱধাম গঢ়ি তোলা হৈছিল। অৰ্থাৎ ১৯৬৪ চনৰ শীতকালৰ কোনোবা এটি দিনত প্ৰতিষ্ঠা কৰা হৈছিল। এক ফুট দীঘল আৰু পাঁচ ইঞ্চি বহলৰ এটা গোটা শিলৰ টুকুৰা। সেই শিল বা পাথৰটোৰ লগত এটি সুন্দৰ [illegible] কিংবদন্তী নিহিত হৈ আছে।

---

* শ্ৰীসুৰীন্দ্ৰনাথ শৰ্মা, হাউলী ৰোড, পাঠশালা, বৰপেটা।

১৯৬৪ চনৰ শীতৰ সেমেকা এটি নিশাত ছিলাত আবকাৰী বিভাগত চাকৰি কৰা বায়ৰতপাৰা নিবাসী শ্ৰীঅৰ্ধৱীশ দাসে এটি সপোন দেখে। সেই নিশা টোপনি কালত এজন দৈত্যকায় মানুহে শ্ৰীদাসক সপোনত দেখা দি কৈছিল যে কামাখ্যা মন্দিৰৰ তল অংশত থকা পকীৰাস্তাৰ (অৰ্থাৎ বৰ্তমানৰ এ. টি. ৰোড) উত্তৰ পিনে ৫০ খোজমান গৈয়ে দুটি শিল দেখা পাবা। শিল দুটা কিছু দূৰত্বৰ ব্যৱধানত থাকিব। তুমি প্ৰথম শিলটো তুলি আনি ভালদৰে ৰাখিবা। এইখিনি কৈয়েই মানুহজন অন্তৰ্ধান হৈছিল। সপোন দেখাৰ কেইদিনমানৰ পাছত প্ৰমাণ চোৱাৰ উদ্দেশ্যেৰে শ্ৰীদাসে সপোনত কোৱাৰ দৰে গৈ কামাখ্যা মন্দিৰৰ নামনিত উক্ত শিল দুটা দেখা পাই তাৰে প্ৰথম শিলটো সেৱা জনাই তুলি আনি ঘৰপেটাৰ নিজা ঘৰত ৰাখে। উল্লেখযোগ্য যে সেই সময়ত ঘৰপেটা চহৰত শিৱ মন্দিৰ সংখ্যাত নিচেই তাকৰ আছিল। বায়ৰতপাৰাতো কোনো শিৱৰ থান নাছিল। দাসে কেইজনমান ভদ্ৰুৱা আৰু শিৱভক্ত লোক গোটাই বায়ৰতপাৰাত অৱস্থিত ৰাজহুৱা নামঘৰৰ দক্ষিণফালে উক্ত শিলৰ টুকুৰাটো প্ৰতিষ্ঠা কৰে। কিছু আঁতৰত পাঁচটা ডালৰ পাঁচ ফুটমান ওখ এডাল বট গছ আছিল। সেইডাল গছো তুলি আনি পাথৰটোৰ পিছপিনে অৱস্থান কৰায়।

সুদীৰ্ঘ ৩০ বছৰ ধৰি আজিও বহুতো শিৱভক্ত অনুগামী লোকক উক্ত থানখনে আকৰ্ষিত কৰি আহিছে। বায়ৰতপাৰা শিৱথান প্ৰতিষ্ঠা কৰা তিনি বছৰ পিছৰ পৰাই বৰ্তমানলৈকে শিৱপূজা অৰ্থাৎ শিৱৰাত্ৰি কেতিয়াবা আড়ম্বৰ আৰু কেতিয়াবা অনাড়ম্বৰভাৱে পালন কৰি অহা হৈছে। ইয়াৰ উপৰি প্ৰতি সোমবাৰে শিৱৰ নাম-কীৰ্তনেৰে স্থানীয় ভক্তসকলে থানখনত এটি ধৰ্মীয় পৰিৱেশৰ সৃষ্টি কৰি আহিছে। তাহানিতে ৰোৱা সেই বট গছজোপা আজিও পঞ্চ-পাণ্ডৱসদৃশ ডালেৰে প্ৰকাণ্ড হৈ অবিশ্ৰান্ত পথিকৰ জিৰণিৰ উপযোগী পৰিৱেশ এটি গঢ় লৈ উঠিছে।

ধৰ্মীয় মহিমাৰে মহিমামণ্ডিত বায়ৰতপাৰা শিৱ থান। বিভিন্নজনে একাগ্ৰচিত্তে শিৱ আৰাধনাৰে ভক্তিভৰা শ্ৰদ্ধাঞ্জলি যাঁচি মনোবাঞ্ছা-পূৰণাৰ্থে; পূজা-অৰ্চনা কৰি আহিছে আৰু তাৰ কিছুমানে সফলতাও লাভ কৰিছে।

ধৰ্মীয় মহিমা : উক্ত থানখনৰ তলত বহি ভক্তসকলে সন্ধিয়া সময়ত ভাং (গাজা) খায়। সেই বিৰক্তিতে এজন লোকে কৈ উঠিল : হে ভোলানাথ, এওঁলোকে সদায় গাজা খাই থাকে, যদি আপোনাৰ শক্তি আছে তেন্তে এই মুহূৰ্ত্ততে সাপ এডাল এওঁলোকৰ ওচৰত পেলাই দিয়ক । কি আচৰিত তৎমুহূৰ্ত্ততে বট জোপাৰ ওপৰৰ ডালৰপৰা এডাল সৰ্প আহি উক্ত লোককেইজনৰ ওচৰত পৰে। লগে লগে লোককেইজনে ভয়তে কিংকৰ্তব্যবিমূঢ় হৈ শিৱৰ প্ৰতি প্ৰণাম জনাই বাহিৰক অৱগত কৰে।

দ্বিতীয়তে এদিন, এজন ব্যক্তিয়ে বটজোপাৰ ওপৰত বহি ডাল কাটিছিল। তাৰ পাছত তেখেতক নিশা সপোন দেখুৱায়। তিনিদিন পাছত উক্ত ব্যক্তিজনৰ অনিষ্ট সাধন হয়।

তৃতীয়তে, গ্ৰীষ্মকালৰ এদিন নিশা গৰমতে থানখনৰ ওচৰতে থকা নামঘৰৰ পকীত কেইজনমান যুৱক বহি আছিল। নিশা এবাৰ-বাৰমান বজাত কোনো বতাহ নোহোৱাকৈ গছ জোপাই প্ৰকাণ্ড শব্দ কৰি কঁপি উঠে। যেন ডাঙৰ ভূমিকম্পৰহে সৃষ্টি হৈছে। কিন্তু আঁতৰত থকা যুৱককেইজনে গছজোপাৰ শব্দ শুনি দৌৰি পলায়।*

**বৰপেটা জিলাৰ চকাবাউসী গাঁৱৰ শ্ৰীশ্ৰীশিৱ মন্দিৰৰ চমু ইতিবৃত্ত :** ৩১ নং বাষ্ট্ৰীয় ঘাইপথৰ চকাবাউসী গাঁৱত আনুমানিক ১৮৮০-৮১ ইং চনত এজন সন্ন্যাসীবাবা এই শিৱ মন্দিৰটো স্থাপন হোৱা বুলি ক'ব পাৰি। সেই সময়ত ইংৰাজৰ ৰাজত্ব। যি ঠাইত শিৱ মন্দিৰটো অৱস্থিত তাৰ পূব আৰু দক্ষিণ কোণত এজোপা ডাঙৰ পাকৰী গছ আছিল। সেই গছতেই লা উৎপন্ন হৈছিল। গছৰ তলত পৰি থকা লাবিলাক সৰু সৰু ল'ৰা-ছোৱালীয়ে বুটলি ফুৰিছিল। গৰমকাল চৰণীয়া গৰুবিলাক আৰু বাটৰুৱা পথিকবিলাকে সেই গছৰ ছাঁত আশ্ৰয় লৈছিল। বৰ্তমান সেই গছজুপি কালে নিঃশেষ কৰিলে। গছজুপিৰ শোভা বৰ্ধনে মানুহৰ মনত এটি আনন্দ আৰু সজীৱতা প্ৰদান কৰিছিল। গছজুপিৰ অলৌকিক মহিমা থকা বুলি সেই অঞ্চলৰ মানুহবিলাকে ধাৰণা কৰিছিল। দিনে-নিশাই মানুহে সেই গছজুপিৰ তলত আশ্ৰয় লৈছিল।

এনেতে দৈবক্ৰমে পুহ-মাঘ মাহৰ ভিতৰত সুদূৰ পশ্চিমফালৰ সন্ন্যাসী এজন 'পৰশুৰাম কুণ্ড'লৈ দৰ্শনৰ বাবে আহি সেই পাকৰী গছৰ তলতেই কিছুদিন জিৰণি লৈছিল। সন্ন্যাসীজনৰ বাবে গাঁৱৰ মানুহে আনি ফল-মূল আদি খাবলৈ দিছিল। গাঁৱৰ বুঢ়াবিলাকে সন্ধিয়া বেলিকা সন্ন্যাসীজনৰপৰা হৰিকথা শুনিবলৈ আহোঁতে অলপ নিলগত ঢেঁকীয়া গছবিলাক লৰি থকা দেখিবলৈ পালে। ঢেঁকীয়া গছবিলাক কিয় লৰি আছিল, বুঢ়া লোকবিলাকৰ মনত বৰ কৌতূহল উপজিল। এনেকৈ পিছদিনাখন গাঁৱৰ মানুহে ঢেঁকীয়া কনিডৰা চাক-চিকুণ কৰাত লৰি থকা ঠাইখিনিত এটা বিস্ময়কৰ ঘটনা দেখিবলৈ পালে যে— 'এটা ডাঙৰ ভেকুলীয়ে এডাল বিৰাট সাপক গিলি থকা অৱস্থাত দেখা পালে।' এই কথাটো গোটেই অঞ্চলতেই বিয়পি পৰিল আৰু সকলো মানুহে গৈ দেখিলে যে কথাটো সঁচা। তেতিয়া তাত আশ্ৰয় লোৱা সন্ন্যাসীজনক গাঁৱৰ মানুহে ভেকুলীয়ে সাপডালক গিলি থকা কথাটো জনালে আৰু চাবলৈ অনুৰোধ কৰিলে। সন্ন্যাসীজনে চাবলৈ

---

* শ্ৰীঅতুল কৃষ্ণ পাঠক, বাৰভগাৰা, বৰপেটা।

নগ'ল আৰু ক'লে যে, 'সেই ভেকুলীটো আৰু সাপডাল মাৰ্জাৰিবা, খাবলৈ দিয়া। তাৰ পাছত তেওঁ ক'লে যে, য'ত ভেকুলীটোৱে সাপডালক গিলিছে, তাত এটা চিন দি থোৱা আৰু সেই ঠাইতে এটা শিৱ মন্দিৰ স্থাপন কৰিবা।

অৱশেষত সন্ন্যাসীজন 'পৰশুৰাম কুণ্ড'লৈ যাবলৈ ওলাল+ যোৱাৰ আগমুহূৰ্ততে গাঁৱৰ মানুহক তেওঁ ক'লে, 'মই পৰশুৰাম কুণ্ড'ৰপৰা ঘূৰি অহাৰ পিছত ইয়াতে সকলো বাইজে মিলি 'শিৱৰাত্ৰি' উৎসৱ পালন কৰিম আৰু শিৱ মন্দিৰৰ আধাৰশিলা স্থাপন কৰিম।' কিছুদিনৰ পাছত সন্ন্যাসীজন ঘূৰি আহিল আৰু সেই পাকৰী গছৰ তলত উপস্থিত হ'ল। তেওঁৰ আজ্ঞা অনুসৰি চকাবাউসী, কলিতাপাৰা, ভেৰভেৰী, ভুলুকাডোবা আদি গাঁৱৰ মানুহে উলহ-মালহেৰে 'শিৱৰাত্ৰি ব্ৰত' পালন কৰিলে আৰু সেই সন্ন্যাসীজনৰদ্বাৰাই শিৱমন্দিৰৰ আধাৰশিলা স্থাপন কৰা হ'ল।

**শিৱৰ মাহাত্ম্য :** ১৮৮২ চনত ব্ৰিটিছ চৰকাৰৰ শাসনকালত চকাবাউসী গাঁৱত গোঁহাইকমল আলিৰ দাঁতিত এটি পকী দুৱাৰ কাম কৰিবলৈ কেইজন-মান বিহাৰী বনুৱা নিয়োগ কৰিছিল। সেই বনুৱাবিলাকে মন্দিৰৰ কাষতে বাস কৰিছিল। মন্দিৰৰ ঘৰটো খেৰৰ চালেৰে তৈয়াৰী আছিল। বনুৱাবিলাকে খোৱা লেতেৰা বস্তুবিলাক শিৱ মন্দিৰৰ ওচৰত পেলাইছিল। তেতিয়া গাঁৱৰ মুখিয়াল মানুহে তেওঁলোকক মন্দিৰৰ কাষত লেতেৰা বস্তুবিলাক পেলাবলৈ বাধা দিছিল আৰু ইয়াতে শিৱমন্দিৰ আছে বুলি কোৱাত বনুৱাবিলাকে ওলোটাই গাঁৱৰ মানুহক ইতিকিং কৰিছিল। এনেদৰে শিৱমন্দিৰৰ ওচৰত বনুৱাবিলাকে লেতেৰা বস্তুবিলাক পেলোৱা কাৰ্য চলি থাকিল। কেইদিনমানৰ পাছত তিনিজন বিহাৰী বনুৱা কলেৰা ৰোগত আক্ৰান্ত হ'ল। তাৰে এজনৰ মৃত্যু ঘটিল আৰু বাকী দুজনৰ মৰো মৰো অৱস্থা দেখি গাঁৱৰ মানুহে ক'লে, 'আপোনালোকৰ দোষ হৈছে, গতিকে শিৱ বাবাৰ ওচৰত প্ৰাৰ্থনা জনাব লাগে।' গাঁৱৰ মানুহৰ পৰামৰ্শমতে বিহাৰী বনুৱাবিলাকে শিৱ বাবাৰ ওচৰত সেৱা জনালে আৰু ক'লে যে, যদি বাকী দুজন ৰোগী আৰোগ্য হয় তেতিয়াহ'লে শিৱ বাবাৰ মন্দিৰৰ পকী ভেটি স্থাপন কৰি দিয়াৰ প্ৰতিশ্ৰুতি দিলে। পিছদিনাখন শিৱ বাবাৰ কৃপাত বনুৱা ৰোগী দুজনে আশু আৰোগ্য লাভ কৰিলে। ১৮৮৩ চনত মন্দিৰৰ পকী ভেটি নিৰ্মাণ কৰা হয়।

**শিৱৰাত্ৰি ব্ৰত পালন :** মন্দিৰ স্থাপন হোৱাৰ পিছৰেপৰা প্ৰতিদিনে পুৱা আৰু গধূলি পূজাৰীয়ে শিৱ মন্দিৰত ধূপ-ধূনা আৰু তেল-বন্তি জ্বলাই পূজা কৰে। আৰম্ভণিৰেপৰা বাইজে চকাবাউসী গাঁৱৰ বাটাহুৰাম নাথক পূজাৰীৰ দায়িত্বভাৰ অৰ্পণ কৰে। তেওঁ সুদীৰ্ঘ ৪৮ বছৰ পূজাৰীৰ দায়িত্ব পালন কৰিছিল।

প্ৰতি বছৰে মাঘ মাহৰ শেষ বা ফাগুন মাহৰ আদিতে কৃষ্ণ চতুৰ্দশীৰ দিনা হোম যজ্ঞ আদি কৰি 'শিৱৰাত্ৰি ব্ৰত' পালন কৰা হয়।*

## গোৱালপাৰা

চেংকাল মহাকাল মন্দিৰ ঃ অভয়াপুৰীত চেংকাল মহাকাল মন্দিৰ অৱস্থিত। চেংকাল মহাকাল হ'ল মহাদেৱ। দেৱতাৰ প্ৰতীক হ'ল দুপাট বৰ্শা। বৰ্শাৰ কলক আৰু নালৰ মাজত একোখাকৈ জঁটা মেৰোৱা আছে। এই চেংকাল মহাকাল দেৱতাক লগত নোলোৱাকৈ বিজনী ৰজাই কেতিয়াও কোনো শোভাযাত্ৰাতে বাহিৰ নহয়। এই দেৱতাৰ প্ৰতীক থাকে শোভাযাত্ৰাৰ সকলোৰে আগত আৰু এই দেৱতাই পূজাও পায় সকলো দেৱতাৰে আগত। কথিত আছে, পূৰ্বে এই দেৱতা ভোট ৰজাৰহে আছিল। পাছত বিজনী ৰজা আৰু ভোট ৰজাৰ মাজত যুদ্ধ অৱসান হোৱাৰ পাছত পৰস্পৰৰ মাজত যি সন্ধি হয়, সেইমতে বিজনী ৰজাই ভোট ৰজাৰপৰা পৰম কুশলময় আৰু সৰ্বসিদ্ধ এই দেৱতা পায় আৰু ইয়াৰ বিনিময়ত বিজনী ৰজাই ভোট ৰজাক বছৰি শুকান মাছ দিয়াৰ নিয়ম কৰে।

দুধনাথ দেৱালয় ঃ ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে দুধনাথ নামে দুখন দেৱালয় আছে। এখন দেৱালয় বিলাসীপাৰাত আৰু আনখন যোগীঘোপাত। দুয়োখনেই শিৱ মন্দিৰ। (১) বিলাসীপাৰাৰপৰা আঢ়ৈ মাইলমান পূবে ব্ৰহ্মপুত্ৰৰ পাৰত দুধনাথ পাহাৰৰ নামনিত দুধনাথ মন্দিৰ আছে। ব্ৰাহ্মণ পূজাৰীয়ে দুধনাথ শিৱৰ নিত্যপূজা চলায়। বিজনী ৰজাই দিয়া দেৱোত্তৰ মাটি আছে। শিৱৰাত্ৰি আৰু অশোকাষ্টমীৰ সময়ত মহাসমাৰোহেৰে পূজা উৎসৱ হয় আৰু তাতৰ মেলা বহে।

(২) যোগীঘোপাত ঠিক ব্ৰহ্মপুত্ৰৰ পাৰত পাহাৰৰ কাষত দুধনাথ দেৱালয়। মন্দিৰৰ ঘৰ আছে আৰু ইয়াৰ ভিতৰত মহাদেৱ আৰু পাৰ্বতীৰ প্ৰকাণ্ড শিলত কটা মূৰ্তি আছে। শিৱৰাত্ৰি আৰু অশোকাষ্টমীৰ সময়ত যাত্ৰীৰ বিপুল সমাগম হয়। ব্ৰাহ্মণ-পূজাৰীয়ে দেৱালয়ৰ পূজা চলায়। বিজনী ৰজাই দিয়া দেৱোত্তৰ মাটি আছে বিজনী ইষ্টেটৰ যোৱাগিমাৰি মৌজাত। বোৰকাৰী নং ১৫৯ আৰু ১৬।১০।১২৬৭ মতে দেখা যায় এই দেৱালয়লৈ বিঘা ২৮৪৩৪।।৯ ধুৰ মাটি আগেয়ে দেৱোত্তৰ হিচাপে আছিল। দেৱালয়ৰ লগত এখনি কালীৰ থানো আছে।

---

* শ্ৰীকুমুদচন্দ্ৰ নাথ, চকাবাউসী, জিলা— বৰপেটা।

নন্দেশ্বৰ দেৱালয় : নন্দেশ্বৰৰ দেৱালয় নন্দেশ্বৰ পাহাৰৰ ওপৰত ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে। ইয়াৰ পশ্চিম কাষেদি দুধনৈ নৈ বৈ গৈছে। নন্দেশ্বৰ পাহাৰৰপৰা এমাইল আঁতৰত বামুণপাৰা গাঁও। নন্দেশ্বৰ মহাদেৱৰে নামান্তৰ। এই দেৱতা অৰ্দ্ধনাৰীশ্বৰ নামেও জনাজাত। ব্ৰাহ্মণ পূজাৰীয়ে নিত্য পূজা কৰে। শিৱৰাত্ৰি, দুৰ্গাপূজা আৰু দৌলযাত্ৰাৰ সময়ত ইয়াত মহাসমাৰোহেৰে পূজা হয় আৰু বিৰাট মেলা বহে। মেলা উৎসৱ পাহাৰৰ নামনিত থকা পথাৰখনত বহে। বহু ঠাইৰপৰা মানুহ আহি ভৰি পৰে। দৌল উৎসৱত দেওধা-নাচ হয়। মহাদেৱৰ দেওধাই আটাইতকৈ আগভাগ পায়। সমজুৱাৰ অনুৰোধত দেওধাই অহা বছৰৰ আগবতৰা জনায়। বিজনী ৰজাই দান কৰা দেৱোত্তৰ মাটি আছে। গোৱালপাৰা জিলাৰ ডেপুটি কালেক্টৰৰ ১৩/৩/১৮৫৫ তাৰিখৰ ৯নং ৰোবকাৰীমতে জনা যায় যে এই দেৱালয়ৰ ভলত বিঘা ৯১৯/৩৪/১৫ গণ্ডা জমি এতিয়াও আছে। এই দেৱালয় সম্বন্ধে এটি কাহিনী আছে। এসময়ত বামুণপাৰা গাঁৱত এঘৰ দুখীয়া বামুণ আছিল। যজমানাদি কাম কৰি তেওঁ কোনোমতে পেট প্ৰবৰ্তাইছিল। তেওঁৰ এজনী খীৰতী গাই আছিল। গাইজনীক ঘৰৰপৰা নিতৌ চৰিবলৈ এৰি দিলে তাই কেইদিনমান ঘৰলৈ নাহে। সৰু পোৱালিটো ওখে দিনে হেঘেলিয়াই থাকে। তথাপি গাইজনীয়ে আহি ইয়াক গাখীৰ পিবলৈ নিদিয়ে। সদায় এইভাৱে থাকি পোৱালিটো চেৰেলা পৰিল। এই কথাত গৃহস্থৰ বেজাৰ লাগিল। ঘৰলৈ যেতিয়া গাইজনী আহে তেতিয়া তাইৰ সৰ্বশৰীৰ তিতি থাকে আৰু ওহাৰত গাখীৰ ভৰ হৈ নাথাকে। এদিনাখন বামুণজনে খং কৰি গাইজনীক ঘৰতেই এৰাল দি বান্ধি ৰাখিলে। সিদিনা পোৱালিটোৱে পেট ভৰাই গাখীৰ খাবলৈ পালে। ৰাতি বামুণে সপোনত দেখিবলৈ পালে, জ্যোতিৰ্ময় পুৰুষ এজনে তেওঁক ক'লে, "তুমি গাইজনীক আজি কিয় বান্ধি ৰাখিছা? যদি তুমি কাইলৈ গাইজনীক এৰি নিদিয়া, তেন্তে তোমাৰ নিশ্চয় অমঙ্গল হ'ব। তুমি মোক পূজিবলৈ ধৰা, তোমাৰ মঙ্গল হ'ব।' পিছদিনাখন গাইজনীক অনিচ্ছাসত্ত্বেও পুনৰাই এৰি দিলে আৰু মৰোঁ-জীওঁ-সোঁ আখিকৈ সেই দুখীয়া বামুণ গাইজনীৰ পিছে পিছে যাবলৈ ধৰিলে। গাইজনী গোনেই নন্দেশ্বৰ পাহাৰমুৱা হ'ল আৰু নৈ পাৰ হ'ল। গাইজনীয়ে পাহাৰ বগাবলৈ ধৰিলে; পাহাৰৰ ওপৰত এঠাইত তাই য'ত থিয় হ'ল তাতে এজোপা বিৰিণা আছিল। সেই বিৰিণা জোপাত তাই গাখীৰ এৰি দিবলৈ ধৰিলে। সম্পূৰ্ণ গাখীৰ এৰি দিয়াৰ পাছত গাইজনী তাৰ পৰা গুচি গ'ল। বামুণেও সকলো দেখি-শুনি ঘৰমুৱা হ'ল। তেওঁ ঘৰলৈ আহি থৈনীয়েকক আদ্যোপান্ত সকলো ক'লে। দুয়ো বহি আলোচনা কৰি স্থিৰ কৰিলে যে দেৱতাক পূজা কৰা অন্যায় কথা নহয়। তদুপৰি যদি সেই পূজা কৰোঁতে নিজৰ লাভ হয় তেন্তে স্বপ্নাদেশমতে চলিলে মঙ্গলৰ বাহিৰে অমঙ্গল নিশ্চয় নহ'ব। এই কথাকে সাৰোগত

কৰি বামুণে গাইজনীয়ে পাথৰ এৰি দিয়া ঠাইডোখৰ চাঁক-চিকুণ কৰি নিত্য পূজা চলাবলৈ ধৰিলে। খৰালিকালত নৈত পানী নাথাকে। সেই কাৰণে নৈ পাৰ হৈ পূজা কৰিবলৈ যোৱাত বামুণৰ কষ্ট নহয়। কিন্তু বাৰিষা যেতিয়া নৈত ঢল আহে আৰু ফেনে-ফোটোকাৰে নৈ উপচি পৰে, তেতিয়া পাৰ হোৱা কঠিন হৈ পৰে। গতিকে নিত্যপূজা বন্ধ কৰিব লগাত পৰে। পূজা বন্ধ হ'লে বামুণক মহাদেৱজনাই সোধেহি, কিয় পূজা বন্ধ কৰা হৈছে। বামুণে জনালে, যদি তুমি নৈখন পাহাৰৰ পশ্চিম পিনেদি কৰি দিব পাৰা, তেন্তে মই বন্ধ নকৰাকৈ নিতৌ তোমাৰ পূজা চলাই থাকিব পাৰিম; নহ'লে নোৱাৰিম।' কি আচৰিত কথা। আহাৰ মাহত সাঁতা ধৰিলে। নৈখন উপচি পৰিল। মানুহ-গৰু পাৰ হৈ অহা-যোৱা কৰা বন্ধ হ'ল। পাহাৰৰ উজনিৰ পিনে গৰাখহনীয়া আৰম্ভ হ'ল। এৰাতিৰ ভিতৰতে ডাঙৰ পৰিবৰ্তন দেখা দিলে। পাহাৰৰ পশ্চিমপিনেদি নৈখনৰ গতি ঢাল খালে। পূৰপিনে বালিৰে পোত খাই নৈ বন্ধ হ'ল। নৈ থকা নিদৰ্শনস্বৰূপে মাজত এডোখৰ ঠাইত এটা দ কুড় পৰি ৰ'ল। এতিয়া সেই কুড়ৰ পানী বিল এখনত পৰিণত হৈছে। ইয়াক গুকুৰাশাক বিল বোলে। বামুণৰ মনোবাঞ্ছা পূৰ্ণ হ'ল। দেৱতাৰ শক্তি আৰু মাহাত্ম্য চাৰিওফালে জনাজাত হৈ পৰিল। পাহাৰখন মহাদেৱ বা নন্দেশ্বৰ নামে প্ৰখ্যাত হ'ল।

**পাগলাবাবা আৰু বুঢ়া-বুঢ়ীৰ থান** : গোৱালপাৰা জিলাৰ বহুতো ঠাইত 'পাগলাবাবা', বুঢ়া-বুঢ়ী আৰু 'বুঢ়ী ঠাকুৰাণী'ৰ থান আছে। পাগলাবাবা নামৰ থানবোৰৰ ভিতৰত পঞ্চৰত্ন পাগলাবটেক, লক্ষীগঞ্জ গোপীগাঁও, কোকৰাঝাৰ আৰু বঙাইগাঁৱৰ পাগলাবাবাৰ থানেই উল্লেখযোগ্য। শিৱৰাত্ৰি আৰু বহাগ বিহুৰ সময়ত এইবোৰ থানত সমাৰোহেৰে পূজা আৰু মেলা হয়। দক্ষিণ শালমাৰা আৰু শালকোছা হাপাপাৰাৰ বুঢ়া-বুঢ়ীৰ থান আৰু বঙাইগাঁৱৰ ভাকাৰীভিটাৰ বুঢ়ী ঠাকুৰাণীৰ থানবোৰো পাগলাবাবাৰ থানৰ লেখীয়া । পঞ্চৰত্ন পাগলাবটেক পাহাৰত পাগলাবাবাৰ থানৰ বাহিৰেও ইফালে-সিফালে এতিয়াও নানা প্ৰকাৰৰ মূৰ্তি বিগ্ৰহাদি সিঁচৰতি হৈ পৰি আছে।

**হৰিহৰ মন্দিৰ** : বঙাইগাঁও নগৰীত হৰিহৰ মন্দিৰ অৱস্থিত । ইয়াত হৰি (বিষ্ণু) আৰু হৰক (মহাদেৱ) নিচেই ওচৰা-উচৰিকৈ প্ৰতিষ্ঠা কৰা হৈছে। সদৌ বঙাইগাঁও নগৰীৰ ৰাইজে ৰাজহুৱাভাৱে দুয়ো অনুষ্ঠানৰ পূজা চলায়। সদায় দূৰ-সুদূৰৰ যাত্ৰী আহি দেৱতা দৰ্শন কৰে। ব্ৰাহ্মণ পূজাৰীয়ে নিতৌ পূজা চলায়। শ্ৰীকৃষ্ণৰ ঝুলনযাত্ৰাৰ সময়ত ইয়াত মহাসমাৰোহ হয়। শিৱৰাত্ৰি উপলক্ষেও ডাঙৰ উৎসৱ হয়।

**শ্ৰীসূৰ্যপাহাৰ শম্ভেশ্বৰ** : গোৱালপাৰা নগৰীৰ আঠমাইলমান দক্ষিণ-পূবে শ্ৰীসূৰ্যপাহাৰ। ওচৰতে ডুবাপাৰা গাঁও। এই পাহাৰখন চাৰিওফালে অসংখ্য বিগ্ৰহ

আৰু মূৰ্তিৰে ভৰা। অনুমান হয় আৰু বহুতো এনে বিগ্ৰহ হয়তো পাহাৰৰ তলত অনাবিষ্কৃত অৱস্থাতে এতিয়াও আছে। ইয়াত থকা অসংখ্য শিৱলিংগবোৰৰ উপৰিও দ্বাদশভুজা দুৰ্গামূৰ্তি, গণেশ, সূৰ্য আৰু চন্দ্ৰাদি দেৱতাৰ বিগ্ৰহ আৰু মূৰ্তি আছে। সুদৃশ্য নিজৰায়ো পাহাৰৰ দৃশ্য মনোৰম কৰি তুলিছে।। মাঘী পূৰ্ণিমাত ইয়াত মহাসমাৰোহেৰে পূজা হয় আৰু ডাঙৰ মেলা-উৎসৱ বহে। সেই সময়ত দূৰ-সুদূৰৰ যাত্ৰীৰে এই ঠাই ভৰি পৰে। পঞ্জিকাত আঁকা গণনা সম্বন্ধীয় চক্ৰাকাৰ চিত্ৰৰ নিচিনা ইয়াৰ নামনিত নানা ৰেখাদি অঙ্কিত যি এডোখৰ শিল আছে, ইয়াক চাই ধাৰণা হয়, ইয়াত এসময়ত জ্যোতিৰবিদ্যাৰ চৰ্চা ভালদৰেই হৈছিল। বহুতে ইয়াক শ্ৰীসূৰ্য দেৱতাৰ প্ৰতীক বুলিও কয়; সেয়ে ইয়াৰ নাম শ্ৰীসূৰ্য পাহাৰ। শ্ৰীসূৰ্য পাহাৰৰ উত্তৰে ব্ৰহ্মপুত্ৰৰ পাৰতে দেৱালয় থকা আন এখন পাহাৰ হ'ল মহাদেৱ। ইয়াত শাক্তুৰৰ (শম্ভীশ্বৰ) শিৱৰ দেৱালয় আছে। শিৱৰাত্ৰিত পূজা আৰু মেলা হয়। ইয়াৰ পূজাৰী ব্ৰাহ্মণ। বিজনীৰ ৰজাই দেৱোত্তৰ মাটি দিছে।* কথিত আছে যে ইয়াত হেনো এটা কম এক লাখ শিৱলিঙ্গ আছে। ব্যাসদেৱে হেনো ইয়াত কাশী ৰচনা কৰিবৰ মানসে ইমানবিলাক মূৰ্তি কটাইছিল। সেই কাৰণে এই পাহাৰক এতিয়াও ব্যাসকাশী বুলি জনা যায়। ইয়াত বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি আছে। হিন্দু দেৱ-দেৱীৰ মূৰ্তিৰ উপৰিও বুদ্ধদেৱৰ মূৰ্তিও দেখিবলৈ পোৱা যায়। এই পাহাৰত সাতটা চূড়া আছে। সেই কাৰণে ইয়াৰ আন এটা নাম সাতাৰী পৰ্বত। যিখিনি ঠাইত বৰ্তমানে বেছিকৈ মূৰ্তি দেখিবলৈ পোৱা যায় তাৰ চাৰিওপিনে এটা সুদৃঢ় গড়খাৱৈৰ স্পষ্ট চিন দেখিবলৈ পোৱা যায়। বুজিব পাৰি যে একালত এই বিগ্ৰহবিলাক সুৰক্ষিত আছিল। গড়খাৱৈৰ ভিতৰতে এটা প্ৰকাণ্ড ইটাৰে পকী কৰা পুখুৰীৰ চিনো আছে। প্ৰত্যেক বছৰে মাঘী পূৰ্ণিমাত ইয়াত ডাঙৰ মেলা হয়।

**ভূমীশ্বৰৰ শিৱমন্দিৰ :** গোৱালপাৰা জিলাত ভৈৰৱৰ পিছতে ভূমীশ্বৰ দ্বিতীয় উচ্চতম পাহাৰ। বঙাইগাঁৱৰপৰা পাঁচ মাইলমান পশ্চিম-দক্ষিণ কোণে এই পাহাৰ উত্তৰা-দক্ষিণাকৈ আছে। ইয়াৰ পূব দাঁতিত প্ৰস্তৰ শিৱমন্দিৰৰ ধ্বংসাৱশেষ আৰু আজিৰ ৰাজা ঠাকুৰ দেৱতাৰ থান আছে। ওচৰৰ আটুগাঁৱৰ মানুহে বহাগৰ ৬ তাৰিখে মহাসমাৰোহেৰে এই দেৱতাৰ পূজা-উৎসৱ পাতে। এই অঞ্চলত ৰাজা ঠাকুৰৰ পূজা এটা ডাঙৰ উৎসৱ। তেতিয়া এই দেৱতাৰ ওচৰত কামনা কৰা মতে কলপাত দিব অহা আৰু নতুনকৈ বৰ খুজিব অহা দূৰ-সুৰণিৰ যাত্ৰী আৰু নানা দোকান-পোহাৰেৰে উৎসৱস্থলী ভৰি পৰে। ৰাজা ঠাকুৰৰ কিম্বদন্তি এনে : এসময়ত ইয়াত ৰাজা ঠাকুৰ নামে এজন পৰম শিৱভক্ত ৰজা আছিল। তেওঁৰ সৰু ভায়েক আৰু ভনীয়েক আছিল যথাক্ৰমে ভাওৰীয়া আৰু নিগমা বা নাককাটী। ওচৰতে ভাওৰীয়া আৰু নাককাটী নামৰ পাহাৰ দুটা

আছে। নিগমা আছিল ভৈৰৱৰ ঝীয়েক আৰু নাক কটা যোৱা বাবে নাককটী নাম পায়। ৰাজাঠাকুৰে কিছুদিনৰ বাবে ভায়েক আৰু কৈণীয়েকৰ হাতত ৰাজ্য আৰু সংসাৰৰ সকলো ভাৰ অৰ্পণ কৰি কাশীলৈ যাত্ৰা কৰে। এই সুযোগতে দেওৰ আৰু বৌৱেকৰ মাজত অবৈধ প্ৰণয় ঘটি উঠে। ৰাজা ঠাকুৰে যেতিয়া ঘৰলৈ ঘূৰি আহি এই কথাৰ গম পালে, তেওঁ খঙতে কৈণীয়েকৰ নাক কাটি দিলে আৰু ভাওৰীয়াকো পুৰকালে কিছু দূৰলৈ খেদি নি কাটি দুডোখৰ কৰিলে। তেজেৰে ৰাঙলী পৰা হাত আৰু তৰোৱালখন ধুলে বুলিয়ে হেনো আজিও ওচৰৰ টুনীয়া নৈৰ পানী স্বাভাৱিকতে ৰঙা। পাহাৰৰ দাঁতিৰ মন্দিৰৰ ভগ্নাৱশেষ সঁচাই ৰাজাঠাকুৰৰে শিৱমন্দিৰ আছিল। কিন্তু কালক্ৰমত ৰজাৰ কীৰ্তিকাহিনীলৈ চাই লোকে তেওঁকে দেৱতা আখ্যা দি তেওঁৰ পূজা কৰিবলৈ ধৰিলে।

**মহাদেৱৰ মঠ ঃ** উত্তৰ শালমাৰা গাঁৱৰ দক্ষিণকালে মহাদেৱ পাহাৰৰ ওপৰত মহাদেৱৰ মঠ অৱস্থিত। ই শিৱমন্দিৰ নামেও জনাজাত। ই এটা গুহামন্দিৰ। মন্দিৰৰ ভিতৰত এটা শিলত শিৱৰ বিচিত্ৰ ভঙ্গিত এখাবটা মূৰ্তি আছে। আন এটা শিলত পাৰ্বতী, লক্ষ্মী, সৰস্বতী আদি দেৱী আৰু মূৰ্তি আছে। বাহিৰত গণেশৰ এক অনবদ্য শিলৰ মূৰ্তি আছে। ইয়াত ঘূৰণীয়া শিলত চক্ৰৰ নিচিনাকৈ খাপ খাপকৈ কটা শিৱৰ ধৰ্মচক্ৰ বা ধৰ্মপাট আৰু চাৰিচুকীয়া আয়তাকাৰ পাথৰ (যজ্ঞপাট) আদি আছে। হোম-যজ্ঞাদি মানুহে এই যজ্ঞপাটৰ ওপৰত কৰিব লাগে। পূৰ্বে ইয়াত থকা শিৱলিঙ্গটো সম্প্ৰতি দেউৰীৰ ঘৰৰ ওচৰত থকা মন্দিৰ এটালৈ অনা হৈছে। ইয়াতে ইয়াৰ পূজা হয়। এই প্ৰতিষ্ঠান অতি পুৰণিকলীয়া। বিজনীৰ ৰাণী অভয়েশ্বৰী দেৱীয়ে দেৱমন্দিৰ আৰু নাট মন্দিৰ সজাই দিয়ে আৰু ১৯১৭ চনত বিগ্ৰহ স্থাপনৰ বাবে বহু কাৰুকাৰ্য খটোৱা সিংহাসন এখন কাশীৰপৰা আনি দিয়ে। ৰজাই দিয়া দেৱোত্তৰ মাটি আছে। এই মাটি দেউৰীৰ হাতত থাকে। দেউৰীসকলে পুৰুষানুক্ৰমে দেৱালয়ৰ কাম চলাই আহিছে। এওঁলোক ৰাজবংশী মানুহ। চ'তৰ সংক্ৰান্তিৰপৰা বহাগৰ ৬ তাৰিখলৈ বিহু বা বিষমা লাগি ৬ তাৰিখত যেতিয়া ভাগে, সেই সময়ত ইয়াত ডাঙৰ পূজা উৎসৱ হয় আৰু মেলা বহে। শিৱৰাত্ৰিৰ সময়তো পূজা হয়। মানুহ মাত্ৰেই এই থানত বাসনা কৰা মতে ফল পায় বুলি এটা স্থিৰ বিশ্বাস দীৰ্ঘকালৰপৰা চলি আহিছে।**

**ভোজমালা শিৱমন্দিৰ ঃ** কৃষ্ণাইৰপৰা তিনিমাইল উত্তৰে ভোজমালা গাঁৱৰ ওচৰত এটা শিৱমন্দিৰ আছে। এই মন্দিৰটিৰ প্ৰতিষ্ঠাতা আৰু পৰিচালক হাৰবাঘাট যোগী (নাথ) সমাজ। নাথসকলে শিৱক আৰাধ্য দেৱতা হিচাপে পূজা কৰে। নাথ সম্প্ৰদায়ৰ সমাজত শৃংখলা ৰক্ষাৰ ই এটি অনুষ্ঠান। বছৰি শিৱৰাত্ৰিৰ সময়ত ইয়াত দুদিনীয়াকৈ ডাঙৰ মেলা হয়।

**মহাদেৱ পাহাৰ :** শ্ৰীসূৰ্য পাহাৰৰ অতি নিকটতে অৱস্থিত এই মহাদেৱ পাহাৰত অলেখ শিলত কটা শিৱলিঙ্গ আছে। প্ৰত্যেক শিৱৰাত্ৰিতেই ইয়াত ডাঙৰ মেলা হয়।

**মহাদেৱৰ থান :** মহাদেৱৰ থানবোৰত সাধাৰণতে দৌলযাত্ৰাৰ সময়তহে পূজা উৎসৰ্গা কৰা হয়। আন সময়ত হোৱা পূজা সিমান উল্লেখযোগ্য নহয়। দহেলা, মাটিয়া (মহাদেৱৰ পাহাৰ), থেকাছু আদি গাঁৱত এনেধৰণৰ থান আছে। ইয়াতো বলি-বিধান দিয়ে।

নবংসিৰি, আমজোঙা আদি অন্যান্য গাঁৱতো কিছুমান দেৱ-দেৱীৰ থান আছে। লক্ষীপুৰত বুঢ়া-বুঢ়ীৰ থান আছে; তাত পূজা আৰু মেলা হয়; ইয়াত মহাদেৱ আৰু তেওঁৰ ভাৰ্যা দুয়োজনকে পূজা কৰে।

**শিৱলিঙ্গ আৰু শিৱ মন্দিৰ :** অভয়াপুৰীতো এটা শিৱ মন্দিৰ আছে। এই মন্দিৰটি শিৱপুৰ নামে খ্যাত। অভয়াপুৰীৰ ওচৰৰ লুঙাই পাহাৰ, আৰু পাগলাৰটেক পাহাৰৰ পাগলাবাবাৰ থানৰ ডেৰ মাইলমান আঁতৰত থকা বৰভিটা। এইবোৰ ঠাইত শিৱলিঙ্গ আছে।

বঙাইগাঁও নগৰী, বঙাইগাঁৱৰ সন্ন্যাসী পাহাৰ, বাসুগাঁও, কাজিয়ানা, শলমাৰি, বইটামৰি মালীগাঁৱৰ যোগাশ্ৰম, গোৱালপাৰা জিলাৰ সৰ্ব উত্তৰে থকা সৰভাং, লক্ষীপুৰ আৰু লক্ষীপুৰৰ ৪ মাইল উত্তৰে থকা জলেশ্বৰত একোটাকৈ শিৱ মন্দিৰ আছে।

**মহাদেৱ পাহাৰৰ শিৱথান :** 'পবিত্ৰ অসম'ত পোৱা মতে, উত্তৰ শালমাৰা গাঁৱৰ দক্ষিণফালে মহাদেৱ পাহাৰৰ ওপৰত মহাদেৱৰ মঠ অৱস্থিত। ই শিৱ মন্দিৰ নামেও জনাজাত। ই এটা গুহা মন্দিৰ। মন্দিৰৰ ভিতৰত এটা শিলত শিৱৰ বিচিত্ৰ ভঙ্গীত এঘাৰটা মূৰ্তি আছে। আন এটা শিলত পাৰ্বতী, লক্ষ্মী, সৰস্বতী আদি দেৱী আৰু মূৰ্তি আছে। বাহিৰত গণেশৰ এক অপূৰ্বৰ শিলৰ মূৰ্তি আছে। ইয়াত ঘূৰণীয়া শিলত চক্ৰৰ নিচিনাকৈ খাপ খাপকৈ কটা শিৱৰ ধৰ্মচক্ৰ বা ধৰ্মপাট আৰু চাৰিচুকীয়া আয়তাকাৰ পাথৰ আদি আছে। হোম-যজ্ঞাদি মানুহে এই যজ্ঞপাটৰ ওপৰত কৰিব লাগে। পূৰ্বে ইয়াত থকা শিৱলিঙ্গটো সম্প্ৰতি দেউৰীৰ ঘৰৰ ওচৰত থকা মন্দিৰ এটালৈ অনা হৈছে। ইয়াতে পূজা কৰা হয়। বিজনীৰ ৰাণী অভয়েশ্বৰী

* পবিত্ৰ অসম

দেৱীয়ে দেৱমন্দিৰ আৰু নাট মন্দিৰ সজাই দিয়ে আৰু ১৯১৭ চনত বিগ্ৰহ স্থাপনৰ বৰে বহু কাৰুকাৰ্য খটোৱা সিংহাসন এখন কাশীৰপৰা আনি দিয়ে। বজাই দিয়া দেৱোত্তৰ মাটি আছে। এই মাটি দেউবীৰ হাতত থাকে। বহাগ বিহু আৰু শিৱৰাত্ৰিৰ সময়ত ডাঙৰ উৎসৱ হয়।

**শিৱৰ থান ঃ মৰনৈ ঃ** গোৱালপাৰা চহৰৰ পূবে প্ৰায় ১৯ কি. মি. নিলগাত অৱস্থিত মৰনৈ গাঁৱৰ সু-প্ৰাচীন গৌৰৱময় ইতিহাস আছে। এই মৰনৈ গাঁৱৰ পূব মূৰত শিৱৰ থানখন অৱস্থিত। প্ৰায় কুৰি বছৰ পূৰ্বে আবিষ্কৃত শিৱলিঙ্গটো যিয়ে এবাৰ দেখিছে তেৱেঁই বিস্ময়ত মুগ্ধ হৈছে। দাগোণৰ নিচিনা চকচকীয়া ক'লা শিলত কটা শিৱলিঙ্গটি এখনি যোনিপৃষ্ঠত সংলগ্ন অৱস্থাত পোৱা হৈছে। এই লিঙ্গটি যে এটা শিৱ মন্দিৰত আছিল তাৰ লগত আবিষ্কৃত শিলৰ পাত, ইটা আদিয়ে প্ৰমাণ কৰে। পোৱা মাটিৰ ইটাত গছৰ তলত ধ্যানস্থ মানুহৰ মূৰ্তি, গাই গৰু খীবাই থকা মানুহৰ মূৰ্তি, গৰুড় মূৰ্তি, উৰন্ত মানৱ, মৈথুন অৱস্থাত থকা মানুহৰ মূৰ্তি আদি পোৱা গৈছে। এতিয়া এইবোৰ বৰ্তমান শিৱলিঙ্গ প্ৰতিষ্ঠা কৰা মন্দিৰ ঘৰটোতে ৰখা হৈছে। পুৰাতত্ত্ববিদসকলে এইবোৰ দশম-একাদশ শতিকাৰ বুলি ঠাৱৰ কৰিছে। শিৱলিঙ্গ পোৱাৰ এটি জনপ্ৰবাদ আছে। আজিৰপৰা প্ৰায় ২০ বছৰ আগতে বৰ্তমান শিৱ মন্দিৰ থকা ঠাইখৰা অলপ উত্তৰ-পশ্চিম পিনে এঘৰ মানুহৰ বাৰীত এই শিৱলিঙ্গটো সম্পূৰ্ণৰূপে পোৱা যায়। মানুহজনে কোৰ লৈ মাটি খান্দিবলৈ গৈছিল, হঠাৎ, কিবা এটা শক্তিয়ে তেওঁক যেন ঠেলি লৈ গ'ল। তাত বহুতো ভঙা ইটা আছিল। অলপমান খান্দি মানুহজন ঘৰলৈ আহিল। ৰাতি তেওঁ স্বপ্নাদেশ পালে যে, মোক উদ্ধাৰ কৰা আৰু প্ৰতিষ্ঠা কৰা। সেইমতে আনি তেওঁৰ চোতালত ৰাখিলে। শিৱলিঙ্গ চোৱাৰ কাৰণে দিনে দিনে মানুহ ভৰি পৰিল। পাছত স্থানীয় ৰাইজৰ তত্ত্বাৱধানত বৰ্তমানে থকা ঠাইত মন্দিৰ নিৰ্মাণ কৰি প্ৰতিষ্ঠা কৰিলে। বহুতো ভক্ত-দৰ্শনাৰ্থীয়ে দূৰ-সুদূৰপৰা মনৰ কামনা সিদ্ধিৰ কাৰণে পূজা আগ কৰিলে সুফল পায় বুলি কয়।

শ্ৰীসূৰ্য পাহাৰক কেন্দ্ৰ কৰি বহুতো পুৰণি মঠ-মন্দিৰৰ কীৰ্তিচিহ্ন পোৱা গৈছে। এই মৰনৈ গাঁৱতে তেনেকুৱা আন কেইটামান প্ৰাচীন দেৱ-দেৱতাৰ মূৰ্তি পোৱা গৈছে।

মৰনৈ মাজপাৰা কীৰ্তন ঘৰত থকা শায়িত ষাঁড়গৰুটো ভাস্কৰ্যশিল্পৰ অনুপম নিদৰ্শন। ইয়াৰ কাষতে থকা চতুৰ্ভুজ বিষ্ণু মূৰ্তি আৰু শিৱলিঙ্গটো চাবলগীয়া।

** শ্ৰীধৰ্মেন্দ্ৰ হাজং, ভুৰাপাৰা পাৰ্ট, গোৱালপাৰা।

প্ৰবাদমতে স্বপ্নাদেশত জানিব পাৰি স্থানীয় বাইজে কাষৰে ব্ৰহ্মপুত্ৰৰ মৰাসুঁতিৰপৰা ইয়াকে উদ্ধাৰ কৰিলে।

**শ্ৰীশ্ৰীশিৱ মন্দিৰ ঃ ভোজমালা ঃ** কৃষ্ণাই চহৰৰ উত্তৰদিনে থকা বৃহৎ এলেকা থকা জনবহুল পৰগণা হাবৰাঘাটৰ অতি পুৰণি গাঁও ভোজমালা। মন্দিৰটো টকাদিয়া বড়ী গাঁৱত অৱস্থিত, যদিও ই বাজহ গাঁও ভোজমালাৰহে অন্তৰ্গত। সেয়ে এই হাবৰাঘাট পৰগণাৰ শিৱ মন্দিৰটোৰ অৱস্থিতি হ'ল ভোজমালা গাঁৱত। অতীজৰ ধৰ্ম বিশ্বাসী লোকসকলে ভোজভাতৰ আয়োজন কৰি এই ঠাইডোখৰতে মিলিত হৈ হিন্দু জাতিৰ শ্ৰেষ্ঠ দেৱতা শ্ৰীশ্ৰী শিৱ প্ৰভুৰ নাম স্মৰণ কৰি ভোজভাত খাই ঘৰলৈ গুডতে। এই অঞ্চলৰ গঞাই সেয়ে এই ঠাইডোখৰৰ নাম ভোজমাল ৰাখিলে আৰু প্ৰায় ১৩০ বছৰ আগেয়ে শ্ৰীশ্ৰীশিৱ প্ৰভুৰ মাহাত্ম্য উপলব্ধি কৰি শিৱ প্ৰভুৰ শিলৰ মূৰ্তি এটা স্থাপন কৰি এটা মন্দিৰ ঘৰ সাধাৰণভাৱে নিৰ্মাণ কৰি লয়। এই মন্দিৰত সমূহ হাবৰাঘাট অঞ্চলৰ হিন্দু বাইজে প্ৰথমে অঘোৰ চতুৰ্দশীৰ দিনা অঘোৰা পূজা উদ্‌যাপন কৰিবলৈ লয়। মহাপ্ৰভু শিৱৰ আন এটা ৰূপ অঘোৰ হেতুকে শিৱ চতুৰ্দশীৰ দিনাহন বিৰাট আয়োজনেৰে অঘোৰ পূজাৰ উপৰি শিৱ পূজা উদ্‌যাপন কৰিবলৈ লয়। পাছত যোৱা ১৩১৪ বাংলা চনত বাইজে মন্দিৰ ঘৰটো অলপ উন্নত ধৰণে নিৰ্মাণ কৰে। এই মাহাত্ম্যপূৰ্ণ শিৱ মন্দিৰটোৰ ভিতৰত পূজাৰীয়ে প্ৰায় কালফণী সৰ্প দেখিবলৈ পায়। কেতিয়াবা হেনো পূজাৰীয়ে গধূলি চাকি জ্বলাবলৈ যোৱাত দুৱাৰমুখতেই সাপ পৰি থকা দেখিবলৈ পায়। পাছত যেনিবা সি কোনো অনিষ্ট নকৰাকে অদৃশ্য হৈ যায়।*

## বৰাক অঞ্চল

অসমৰ অন্যতম উপত্যকা বৰাক। এই বৰাক উপত্যকা কছাৰী-ৰাজা সকলৰ শেষ ৰাজ্য। শিৱভক্ত কছাৰী ৰজা কৃষ্ণচন্দ্ৰ আৰু গোবিন্দ চন্দ্ৰই শিব্ৰাই (শিৱ)ৰ মন্দিৰ ঠায়ে ঠায়ে নিৰ্মাণ কৰাই নিজ প্ৰধান ইষ্টদেৱতাক জাগ্ৰত কৰি ৰাখিছিল।

বৰাক উপত্যকাৰ হিন্দুপ্ৰধান প্ৰায় গাঁওবোৰত কালীবাড়িৰ লগতে একো একোখন শিৱৰ থান আছে। সময় সুবিধা অনুযায়ী ইয়াৰ শিৱভক্তসকলে ত্ৰিনাথৰ (শিৱৰ) সেৱা-পূজা কৰে। বৰাক উপত্যকাৰ কাছাৰ, হাইলাকান্দি আৰু কৰিমগঞ্জৰ গাঁৱৰ উপৰিও ঠাইবিশেষে শিৱৰ আশ্ৰম, শিৱৰ মন্দিৰ, শিৱৰ থান, মহাদেৱ বাড়ি, শিৱবাড়িবিলাকত সময়ে সময়ে পূজা-পাৰ্বন, উৎসৱমেলা চলে। শিৱচতুৰ্দশীৰ দিনা সেই মন্দিৰ আদিত মনৰ কামনা-বাসনা পূৰণ কৰিবলৈ ভোগ-নৈবেদ্য আদিৰে অৰ্চনা কৰা হয়।

---

* পবিত্ৰ অসম।

* শ্ৰীতৰুণ নাথ, আমিয়া, গোৱালপাৰা।

তাৰে (১) হাইলাকান্দি জিলাৰ পাঁচগ্ৰামৰ ওচৰত কপিল মুনিৰ আশ্ৰম বা সিদ্ধেশ্বৰ শিৱবাড়ি, হিন্দুসকলৰ মহা তীৰ্থস্থান। বাৰুণী স্নান উপলক্ষে প্ৰায় ১৫দিন ব্যাপী মেলা চলে। ইয়াৰ উপৰি কালীনগৰ, মোহনপুৰ, নিতাই নগৰ, আলনাখাল, মনাছড়া, হাইলাকান্দি, লালা, নাৰায়ণপুৰ, ৰতনপুৰ, কাটলিছড়া, মণিপুৰ, উজানধলাই, কাৰীছড়া, চণ্ডীপুৰ আদি ঠাইত থকা মহাদেৱবাড়ি বা শিৱৰ থানৰ উপৰিও হাইলাকান্দি জিলাৰ সদৰ, কাছাৰ জিলাৰ সদৰ শিলচৰ, কৰিমগঞ্জ জিলাৰ সদৰত একাধিক শিৱবাড়ী আছে।

শিলচৰৰ মালুগ্ৰাম, তাৰাপুৰ, আদি ঠাইত শিৱবাড়ী আছে।

শিৱৰাত্ৰি উপলক্ষে ভুবন বাবাৰ (শিৱৰ) বিখ্যাত ঐতিহাসিক মেলা হয়। ভুবন পাহাৰত অৱস্থিত শিৱৰ থানৰপৰা এটা সুৰঙ্গ পথো আছে। কিম্বদন্তীমতে তাৰপৰা কামাখ্যা মন্দিৰলৈ সেই সুৰঙ্গ পথেৰে যাতায়াতো আছিল। বৰাক উপত্যকাৰ প্ৰতিখন পাহাৰতো শিৱৰ থান আৰু মন্দিৰ আছেই।

কাছাৰৰ শিলচৰ মহকুমাৰ সদাগ্ৰাম, মহাদেৱপুৰ, নৰসিংহপুৰ, ৰামপ্ৰসাদপুৰ, শ্ৰীকোনা, খাচপুৰ, উদাৰবন্দ আদি শিৱৰ থান আৰু শিৱবাড়ি আছে।

কৰিমগঞ্জ জিলাৰ পাথাৰকান্দি, ৰামকৃষ্ণনগৰ আদি ঠাইতো শিৱৰ থান আছে।*

## শিলচৰ

ভুবন পাহাৰৰ শিৱ-ভুবনেশ্বৰী বিগ্ৰহ ঃ শিলচৰ নগৰৰপৰা প্ৰায় ৪১ কিলোমিটাৰমান উত্তৰ-পূবে ভুবন পাহাৰৰ ওপৰত ভুবনেশ্বৰ শিৱ আৰু ভুবনেশ্বৰী দেৱীৰ বিগ্ৰহ আছে। ইয়াৰ পুৰণি মন্দিৰ কোনোবা ভূমিকম্পত ভাগিল। বহুকাল এই পবিত্ৰ স্থানৰ সম্পৰ্কে কোনেও জনা নাছিল। অৱশেষত কেইজনমান ধৰ্মপ্ৰাণ লোকে বহু কষ্ট কৰি এই দুৰ্গম পাহাৰৰ ওপৰত মন্দিৰ আৰু বিগ্ৰহ আৱিষ্কাৰ কৰে। বুৰঞ্জীত এই মন্দিৰৰ উল্লেখ নাই। কিন্তু বহুতে এই মন্দিৰ কছাৰী ৰজাৰ আমোলৰ বুলি কয়। প্ৰতি বছৰে এই মন্দিৰত শিৱৰাত্ৰি, দৌলযাত্ৰা আৰু বাৰুণী আদিত ডাঙৰ মেলা হয়। অসম চৰকাৰে মন্দিৰটি সংস্কাৰ কৰিবৰ কাৰণে কিছু আৰ্থিক সাহায্য দিছিল বুলি শুনা যায়।*১

কাছাৰৰ দেউৰী গাঁৱত শিৱ মন্দিৰ আৰু বুঢ়া-বুঢ়ী থান আছে।*২

---

*পবিত্ৰ অসম।

*১ যাত্ৰীসকলে শিৱ আৰু দেৱীৰ বিগ্ৰহত পূজা দিয়ে, ওচৰৰে এক কুণ্ডত স্নান কৰে, আৰু পিছত গুহাত প্ৰবেশ কৰে। (গেজেটিয়াৰ) ম.দে. পবিত্ৰ অসম।

*২পবিত্ৰ অসম।

## গাৰোপাহাৰ (মেঘালয়)

**টিক্ৰিকিল্লা শিৱ মন্দিৰ ঃ** টিক্ৰিকিল্লা এখন সৰু অথচ ঐতিহ্যমণ্ডিত পুণ্যভূমি। মেঘালয় আৰু অসম অৰ্থাৎ গোৱালপাৰা আৰু পশ্চিম গাৰোপাহাৰ জিলাৰ সীমান্ত অৱস্থিত বিভিন্ন জাতি-উপজাতিৰ আবাসভূমি। গাৰো, ৰাভা, হাজং, বড়ো, ৰাজবংশী, নেপালী, বিহাৰী বঙালী, হিন্দু, মুছলমান খৃষ্টানৰ সমন্বয়ৰ তীৰ্থ এই টিক্ৰিকিল্লা।

এইখন টিক্ৰিকিল্লাতে (অসমৰ সীমান্ত, অসমৰ মাটিত) ঘাগুৱা নদীৰ পাৰত বটবৃক্ষেৰে, বিল্ব বৃক্ষেৰে আগুৰা টিলাত ঐতিহ্যমণ্ডিত হিন্দু-মুছলমান খৃষ্টান আৰু জনজাতিৰ সমানে আস্থা আৰু ভক্তিভাৱৰ এক শান্তিস্থল নাম যাৰ টিক্ৰিকিল্লা শিৱ মন্দিৰ। এই শিৱ মন্দিৰৰ ঐতিহ্য বিচাৰিলে আমি উভতি যাব লাগিব পুনৰ ৫৪ বছৰ পিছলৈ। ১৯৪২ চনত টিক্ৰিকিল্লাত স্বৰ্গীয় তাৰানাথ শৰ্মাই এটি শিৱ মন্দিৰ প্ৰতিষ্ঠা কৰিলে। আৰু বৰ্তমানেও হিন্দু, মুছলমান, খৃষ্টান আৰু জনজাতীয় লোকৰ সহযোগত পূজা সেৱা চলি আছে।

গাঁৱৰ বাহিৰে পূজাৰীগৰাকীক নিতে পূজা কৰিবলৈ ভিক্ষা দিয়ে। তাৰেই নিজৰ পেট প্ৰবৰ্তন কৰি পূজাৰ যাবতীয় খৰচ কৰে লগতে দুই-এক টকাকে মন্দিৰ নিৰ্মাণৰ বাবে সাঁচি থয়। পূজাৰীগৰাকীয়ে সমগ্ৰ অঞ্চলত এক জাগৰণ আনে। সেই সময়ত মন্দিৰ নিৰ্মাণৰ বাবে প্ৰত্যক্ষভাৱে আগবাঢ়ি আহিছিল। ˚থানেশ্বৰ শৰ্মা, ˚উমেশ শমা, ˚গদাধৰ মাহাতা, ˚সতীশ শৰ্মা, ˚জয়ন্তী সিং, ˚দ্বিজেন শৰ্মা, ˚দীনেশ বিশ্বাস, ˚মহেশ শৰ্মা, ˚গোপাল চৌধুৰী, ˚ৰাম তপেশ্বৰ মিশ্ৰ, ˚লোদাই বড়ো, ˚কপিল মচাহাৰী ˚পানীৰাম ৰাভা (বড়ো), ˚উমেশ বসুমতাৰী, ˚গৌড়মোহন বড়ো, ˚দেমাৰাম হাজং, ˚ৰাতিৰাম ৰাভা. ˚ৰাতিৰাম বড়ো, ˚খৰ্গেশ্বৰ বড়ো, শ্ৰীমহেন্দ্ৰ বসুমতাৰী, ˚জয়দাস  বৈৰাগী, ˚জগৎ ৰাভা, ˚অশ্বিনী ৰাভা, ˚চান্দিয়া হাজং, ˚কেটৰা হাজং, ˚লটাৰাম হাজং, ˚কৃষ্ণ ৰাভা, ˚ফটিক ৰাভা, ˚দ্বিজেন বড়ো, ˚গেলাই বড়ো, ˚হৰিশ ৰাভা, ˚গোপাল নাজাৰী, ˚যোগেন্দ্ৰ ৰাঠো, ˚শ্যামদাস বৈৰাগী, ˚নিমাই ৰাভা আদি। এখেতসকলৰ চেষ্টাত আৰম্ভ হ'ল মন্দিৰ নিৰ্মাণৰ পূৰ্ণ প্ৰস্তুতি।

দলভাঙা গাঁৱৰ ˚লোদাই মেম্বৰে প্ৰথমে নিজ কান্ধেৰে কাঠৰ খুটি কটিয়াই আনি প্ৰথম খুটি দান কৰে। তাৰ পাছত ক্ৰমে শ্ৰীজয়চৰণ বড়ো, শ্ৰীজামিত্ৰ দৈমাৰী আৰু শ্ৰী কিৰণ বড়োৱে খুটি দান কৰি প্ৰাৰম্ভিক কাম আৰম্ভ কৰে। এনেকৈয়ে ১৯৫৩ চনত (১৩৬০) টিক্ৰিকিল্লা শিৱ মন্দিৰ স্থাপন হয়। মন্দিৰৰ প্ৰথম পূজা আগবঢ়ায় ˚লোদাই মেম্বৰে। ইয়াৰ উপৰিও শ্ৰীকিৰণ বসুমতাৰী, শ্ৰীকৰেন বড়ো, শ্ৰীনৰেন বড়ো, শ্ৰীৰবীন বসুমতাৰী, শ্ৰীগোমান হাজং, শ্ৰীবন্ধু হাজং, শ্ৰীৰাজেন্দ্ৰ মিশ্ৰ, শ্ৰীগদাধৰ দত্ত, ˚প্ৰমোদ ব্ৰহ্ম আদিয়ে বিশেষভাৱে

সহায় কৰে। ৰাইজৰ উৎসাহ আৰু আগ্ৰহলৈ চাই গদাধৰ মান্নতোই শিৱ মন্দিৰৰ মণিকূট সাজি উলিয়ায়। তেখেতে বিশ্বাস কৰিছিল, যেতিয়াই তেনো শিৱ মন্দিৰৰ কাম আৰম্ভ কৰিছিল, বিহ্যৱৰ নিজ ঘৰৰ সম্পত্তি বাঢ়ি গৈছিল। যিয়েই নহওক, ৰাইজৰ সহায়-সহযোগত এদিন শিৱ মন্দিৰ স্থাপিত হ'ল।

১৯৫৩ চনত স্থাপিত হ'ল শিৱ মন্দিৰ। ৰাইজৰ ভক্তিভাৱ বাঢ়িল। নিত্য পূজা প্ৰাতঃ আৰু সন্ধ্যা চলি থাকিল। মন্দিৰৰ ঘন্টাৰ শব্দ শুনিলেই চাৰি-পাঁচ কিল'মিটাৰ দূৰৰ লোকেও মন্দিৰৰ পিনে মুখ কৰি মূৰ দোৱায়। ৰাতিপুৱাৰ ভাগত আঠ-দহ কিল'মিটাৰ দূৰৈৰ দৰ্শনাৰ্থীয়ে মন্দিৰলৈ ভেটি আনে পূজা দিবলৈ। স্থানীয় ভক্তৰ বিশ্বাস, বাবা ভোলানাথৰ চৰণত যিয়ে যি বিচাৰে বাবাই মনোকামনা পূৰ্ণ কৰে। পূজাৰীগৰাকীৰ সন্মানো বাঢ়িল। শাস্ত্ৰজ্ঞ পণ্ডিতগৰাকীৰ শিষ্য বাঢ়িল। মন্দিৰৰ ভুপুৰিত নানান ধৰ্মালোচনা চলে। মন্দিৰৰ নামত দহ বিঘা মাটি আছে। ছেটেলমেন্টৰ সময়ত তেনো পূজাৰীগৰাকীক চৰকাৰী বিষয়াই কেইবিঘামান মাটি নিজৰ নামত কৰি দিব বিচাৰিছিল। কিন্তু মাটি তুচ্ছ জ্ঞান কৰি মন্দিৰৰ নামতহে মাটি কৰিছিল। তেখেতৰ উদ্দেশ্যে তেনো ধন নাছিল, আছিল মন্দিৰহে। মন্দিৰৰ বাৰাণ্ডাত থকা দহ কিলো ওজনৰ ঘন্টাটো ১৯৫৮ চনত তুৰাৰ মনবাহাদুৰ নেয়াৰে দান কৰে। শিৱলিঙ্গৰ ওপৰত থকা পিতলৰ ৫ কিল'গ্ৰাম ওজনৰ কলসীটো দান কৰে ১৯৮৮ চনত শ্ৰীমতী সৰস্বতী চন্দই। মন্দিৰৰ চৌহদত মাটি কাটি সহায় কৰে বঙ্কবিহাৰী সাহাই। ১৯৫৩ চনৰপৰা ১৯৯৪ চনলৈ প্ৰতি বছৰে মন্দিৰ পৰিচালনাৰ বাবে এখোন কমিটী গঠন কৰা হয়।

মন্দিৰৰ পশ্চিমে থকা প্ৰকাণ্ড বট গছৰ তলত স্থাপন কৰিছে হৰ-পাৰ্বতীৰ থান। ইয়াত কেইবাটাও শিল আছে। ইয়াতো নিতে পূজা হয়। চ'ত-বহাগৰ সংক্ৰান্তিত এখন মেলা হয়। নাম "বুঢ়া-বুঢ়ীৰ মেলা"। হিন্দু-মুছলমান, খৃষ্টান উভয় পক্ষই পূজাত নৈবেদ্য আগবঢ়ায়। প্ৰতি বছৰে শিৱ চতুৰ্দশীত শিৱ মন্দিৰত উৎসৱ হয়। উৎসৱত অগণন ভক্তৰ সমাগম হয়।*

---

*দিলীপ কুমাৰ শৰ্মা, সুন্দৰ নিকেতন, টিক্ৰিকিল্লা, গাৰোপাহাৰ।

# ফলি আৰু মন্দিৰৰ লিপি

ইতিহাসৰ পৰা পোৱা তথ্য হিচাপে শিলালিপিবোৰে আৰু ফলিবোৰে শিৱপূজাৰ আৰু এই পূজাৰ পৃষ্ঠপোষকতাৰ সাক্ষী দিয়ে। 'কামৰূপ শাসনাৱলী'ত বংগীয় সপ্তম শতিকাৰ পৰা বাৰ শতিকালৈ সাতজন হিন্দু ৰজাৰ দহখন ফলি আছে। তাৰে এখন হৰ্জৰ বৰ্মাৰ তাৰ নিষ্কাৰ বচন মচা গৈছে। আন এখনত বাৰ শতাব্দীৰ ধৰ্মপালৰ দ্বিতীয় ফলিত বৰাহৰূপী নাৰায়ণক নমস্কাৰ কৰা হৈছে। বাকী আঠখন ফলিত শিৱৰ বেলেগ বেলেগ মূৰ্ত্তিৰ প্ৰতি প্ৰণাম বাক্য আছে। ইন্দ্ৰপালৰ এঘাৰ শতাব্দীৰ প্ৰথম ফলিত আছে যে ইন্দ্ৰপাল ৰজাই বহুলভাৱে শিৱমন্দিৰ প্ৰতিষ্ঠা কৰিছিল। শাসনাৱলীয়ে নিৰ্দেশ কৰা সময়ৰ পাছৰ কালতো শিৱপূজাৰ চলতিৰ প্ৰমাণ গুৰুচৰিত আদিৰ পৰা পোৱা যায়। গোপেশ্বৰ শিৱক আৰাধনা কৰি কুসুম্বৰ ভূঞাই পুত্ৰ লাভ কৰে। সেই কাৰণে পুত্ৰৰ নাম হ'ল শংকৰ। মাধৱদেৱৰ ককায়েক ৰূপচন্দ্ৰ গিৰিয়ে শিৱ চতুৰ্দশী তিথিত শিৱ পূজা কৰিবলৈ মাধৱদেৱক আদেশ কৰিছিল। (পৃষ্ঠা ১৫৬ পুৰণি কামৰূপৰ ধৰ্মঃ বাণীকান্ত ৰচনাৱলী) শাসনাৱলী গ্ৰন্থৰ পৰা উদ্ধৃত কেইখনমান ফলি অসমৰ শিৱ উপাসনাৰ সাক্ষীস্বৰূপে দিয়া হ'ল।

1. Visvesara temple Inscription, 1605 Saka.

स्वति श्रीमद्विश्वेश्वर-जद-पङ्कज-मधुकर-शशधर-सोदार-यशोराशि-परिपुरित-दिगन्तर-निरन्तर-वासववंशावतंस-स्वर्गदेव-श्रीगदाधर-सिंह-नरेन्द्रेण स्वर्ण-मकर-कुर्णडल-फेज्यवीतादि-भिरलंकृत्य श्रीविश्वेश्वर-पुजन कर्म्मणि श्रीगोविन्दकर्त्तिविप्रः नियोजितः आसीत्॥

महीपतिः श्रीगदाधरसिंहनामा भविष्यतः प्रार्थयते नरेशान् दत्ता मया ब्राहारणावृत्तिरेषा सदा भवद्भिः परिपालनीया॥

2. Rock Inscription of the Umananda Temple, 1616 Saka

स्वति प्रचण्ड-दोर्दण्ड-कलित-दण्ड-कोदण्ड-निक्षिप्त काण्ड-खण्डितोद्दण्ड-वैरि-चय मुण्डशेष-सामन्त-चक्र-चुडामणि-मरीचि-मञ्जरी-

विराजित-चरण-कमल-हर-हार-हिम-हीर हिण्डिर-पिण्ड-पाण्डूरित-यशेराशि-परिपूरितांण्ड-वंण्ड सौराष्ट्र-मगधच्यशेष-देशविशेष-कुप्याकुप्य-वितरण-सन्तोपित-भृशपर्व्व-सौन्दर्य्य-मर्य्यादा-दया-नयाकार-बिचार-दाक्षिणाय-दक्षताद्य-क्षमा-गुँण-ग्रामाभिराम-शक्र-वंशावतंसेथान-पदारविन्द-मकरन्द-मधुकर सौमारेश्वर श्रीश्रीमद्गदाघर सिंहाज्ञया श्रीगड़गया-सन्दिकै-वृहक्तुक्कनः सकल-बृन्दारक-वृन्द राज्येक्षर-श्रीमदुमानन्दोपरि मठमचीकरत् रस-क्षमा-तर्व्केन्दु-संख-शाके ॥ 1616 ॥

3. Land and Servitor Grant Inscription of the Umananda Temple, 1617 Saka.

ॐ१ वेदान्त-वेद्य-विबुध-वृन्द-सेव्य-श्रीमदुमानन्देश्वराय श्रीश्रीमत्स्वर्गनारायणदेव सौमारेश्वर गदाधरसिंहेन दौल-प्रतिष्ठायाः श्रीत्रीभागान्तार्गत-क्षेत्रोभागान्तार्गत क्षुद्रचाड्नसारि-ग्रामस्य-भुमि सहिते। षड्-विंशति-जनाः दत्ताः अद्रि-भू-रस-(चन्द्र-) शाके हवि (?) 1673 शक।

4. Land and Servitor Inscription of the Umananda Temple, 1619 Saka

स्वति गीर्व्वाणवर्गन्ध्य-पाद-द्वद्वारविन्द-श्रीमदुमानन्देश्वर-चरण-युगलामल-कमल श्रील-मकरन्द-तुन्दिल-द्विरेक-श्रीश्रीमन्स्वर्गनारायणदेव-मौमारेश्वर-रुद्रसिंहेन भृमि-समे-बंसरान्तर्गत-चाड्नसारि-ग्रामस्य-चतुःपक्षाशज्ञानाः दत्ताः शाके ग्रह-भु-रस-चन्द्रे। १६१८ शक।

5. Rock Inscription of the Kamesvara Siva temple, Nilachala 1640 saka

... ण प्रतियमान नीलां-
... रस्य स्मरहरचरण-
... तपनप्रध्व-
... शेपजनदैन्य-
... म्वितदिगन्त-
... वंशावतंसश्रीश्री-
... परिपुरुपस्वर्गेय-

भूपपादाम्वुज-भृंगयित-तदुवरान्वयसम्भव-तश्च सरणानख-
चन्द्र-चकोर-मन्त्रिवर-श्रीयुतानुज-वृहत्फुक्कनेन प्रासाद-
मिममादरादचीकरदम्वर-वेद-रस-शंक शशांक ॥१६५० ॥

6. Inscription of the Siddhesvara Temple, Nilachala, 1540 Saka

स्मर-हर-चरण-श्रीपर्ण-रोलम्ब-तुलो
रिपु-निकर-मृगाक्षी-दृकपयः पात धुमः।
कुमुद-दमन-कोर्त्तिः श्रीयुतो योधर्मसार्था-
मरतरु-शिवसिंहः शक्र-वंशावतंसः ? ॥
तश्याज्ञां मुर्द्दि विभ्रन्नृपगमसहितः स्वर्गभुपालकस्य
स्वर्लोकादाप्तभृत्यान्वयभवदुवरावंशजः शुद्धबुद्धिः
शाके व्योमाब्धिभूपे व्यरचयत् वृहत्फुक्कनः स्कन्दकल्पो
रम्यं प्राकारजुष्टं विजयभटपतिर्भूतभर्त्तुर्निकेतम्॥

7. Inscription of the Umananda-vigraha, 1641 Saka

गौरीशांघ्रि-सरोज-भृंग-मघद्वंशावतंसायित-
श्रीमत्-श्रीशिवसिंह-राजमुकुटदेशन्दर्ध्दनु मुर्द्धनि
समन्ततः दुवारान्वयेन नय-पद्दर्व्विचन-वृहत्फुक्कनोऽ
तानीन्मुर्त्तिमिला-कला-साशि-शाके शाम्भोरिमां राजतीम्॥ शक
१६५१ ॥

8. Rock Inscription of the Sukresvara Temple, 1666 Saka 1666

१ ॐ श्रीस्वस्ति दुर्व्वार-संसार-कारागार-निकार-निस्तार-
चतुरतर-महेश्वर-चरण-चारण-प्रधान-प्रतन्यमान
महादान-सन्तान-कर्णायमान-मान-नयनाभिराम-धाम-
महोद्दाम-समस्त-संग्राम-धाम-यशो-जित-(व) सुधा-धाम-
सम्वर्त्त-मार्त्तराड-दीप्त-मंगल-प्रतत-प्रताप-प्रकर-प्रध्वस्त-
प्रशस्त-समस्ताराति-तिमिर ......
वासव-चंशावतंस-श्रीश्रीमत्-स्वर्गदेव-प्रमत्तसिंह-नरेन्द्र-
पाद-पद्म-पटपद-निजास्पद-लक्ष्म-रक्षणा-विचक्षण-
नायक-समर-सीम-निःसीम ...

भीम-विक्रम ...
स्वर्गावतारावधि स्वर्ग-नरेश-सेवि-वंशावतंस श्रीमत्तरुण-दुवरा-
वृरत्फुक्कनस्तन्नरेन्द्र-निदेशतः श्रीश्रीशुक्रेश्वर-
शिरोपरि मठमिममिष्टकादिभिर्व्यरचयत्
रस-रस-रसेन्दु-शाके॥ १६६६ ॥

9. Rock (?) Inscription of the Durga-sarovara near the Nilachala 1666 Saka

स्वस्ति स्मर-हर-चरणा-स्मरण-वलित-प्राज्ञ (?)-राज्यलक्ष्मी-रक्षण-विचक्षण-दक्षिण-दोर्दण्ड-स्वलाराड-प्रतापानल-कवलित-वलितारातिः तिमिर नीति-रत्न-रत्नाकर-नृप-निकर-किरीट-कोटि-कदम्बित-पाद-पीठ-प्रवर-यशोजित-सुधाकर-पुरन्दर-कुलामल-कमल-दिनकर-स्वर्गदेव-श्रीश्रीमत प्रमत्त सिंह-मही-महेन्द्रादेशतस्तदीय-चरण-स्वर्ण-श्रीपर्ण-भृंगायमान-प्रधान-प्रधन-सीमं निस्सीम-भीम-विक्रम-गाम्भीर्य्योदार्य्य-मर्य्यदादि-गुणा-गण-गरिम महामहिमामात्य-महित नीतिक्रम-स्वर्गादागमनावधि स्वर्गदेव-सेवि-वंश-विभुषण-श्रीयुतस्तरुण-दुवरा-बृहत्कुक्कनेन दुर्गासरोवरमिदमखानि रस-रस-रसेन्दु-शाके॥ १६६६ ॥

10. Copperplate Inscription of land Grant towards Daily Worship at the sukresvara Temple, 1683 saka

स्वस्ति दुर्व्वार-संसार-निकार-निस्तार-चतुरतर-शुक्रेस्वर-महेस्वर-किंकर-वासव-वंशवतीर्णा-प्रताप मार्त्तण्ड-खण्डित-दोर्दण्ड-वैरि-धरित्री-पाल-चण्ड-तमिस्त्र-दुर्गम-मदन-संहनन-महा-दान-सन्तान-सन्तोपिताशेष-स्वदेश-विदेश-सम्भव-विद्वद्र-श्रीश्रीराजेश्वरसिंह-महामहिम महीपाल-तदीय- परम-सेवक-मन्त्रि-नायक-हिण्डीर-संकास-विकाश-भासाञ्जित-दिगन्तराल-श्रीकृष्णचरणार्च्चन-प्रसादोद्दाम-धाम-परिपूर्ण-काममदनाभिराम-गम्भीर-पारावार-परम -कारुशिक-महा धार्म्मिक-तरुण-दुवरा बृहत्कुक्कनात्मज-श्री-दुवरा वृहत्कुक्कनेन ** पुण्यार्थं प्रत्यहं पुजार्थ ** दत्तामिममर्थादि-प्रमाण-पत्रिकेययम्। शक १६८३ तां ५ कार्तिक॥

11. Rock Inscription of the Sidhesvara Temple, Sualkuchi, 1686 Saka

१ स्वस्ति... ... ... कार
... ... .... चरण-चारण
... ... ... ... जित्वर-प्रतुल-
... ... ... ... तिमिर-वासव-वं-
शावतंस श्रीश्रीमत् ... रसिंह-नरेन्द्र-पाद-षट्-
पद-विपक्ष-क्षय ... तीक्ष्ण-काक्षेय ... महा-
महिम ... ... ... निस्सीम-भीम-विक्रम-स्वर्गावतारा-
वधि ... ... ... वंशवतंस श्रीमदनुज-दुवरा-वृ-

हक्तुक्कन ... ... तरुण-दुवरा-वृहफुक्कन-तनय-
श्रीमद्दशरथ-वृहत्कुक्कनस्तन्निदेशतः श्रीसिद्धेश्व-
र- महेस्वरस्य प्रासादमिममरचयद्रस-वसु-रसेन्दु-शाके। १६८६ ॥

12. Rock Inscription of the Vasisthasrama Temple near Beltala, 1686 Saka

१ स्वस्ति निस्सीम-भीम-पराक्रम-प्रवल-वन-वैरि-वन-प्रलय-कालानल-सम्पूर्ण-गुण-गणैकधाम-भव-भवानी-पदारविन्द-मकरन्द-मधुकर-शक्र-कुल-कुमुदेन्दु-श्रीश्रीमद्राज-राजेश्वरसिंह निदेशेन्द्रनीलवलम्बि-मौलि-तदीय-चरण-चारण-चक्रवर्त्ती-कुन्दावदात-कीर्त्ति-समर-वीर-पारावार-गम्भीर-विद्या-विद्योतितान्तस्करण-श्रीगोविन्द-पदाब्ज-रोलम्ब-वाहिनी-पति-श्रीमदुनुन-दुवरा-वृहक्तुक्कनात्मज-श्रीमत्तरुण-दुवरा-वृहत-फुक्कन-तनुज-श्रीमद्दशरथाभिधेय-सेनध्यक्षो वशिष्टाश्रमगिर्य्युपरि प्रासादमचीकरत्तर्क्क-नाग-रसेन्दु-शाके। १६८६ ॥

13. Rock Inscription of the Bilvesvara Temple, Belsar, 1689 Saka

श्रीश्रीस्वस्ति श्रीराज हर-चरणाचर-हर-रिपु-प्रमाण-पूण्य-श्रीश्रीलक्ष्मीसिंह-नामधेय-राजा-धिराज-चरण-चारण-प्रधान-श्रीश्रीविल्वेश्वर-प्रवर-देव-नन्दन-पद्म-मधु-मत्त-मधुव्रतायमान-श्रीश्रीमलाहन-वंशोद्भर-वृहत्फुक्कनेन-ग्रह-निधि-रस-चन्द्र-गणित-शाके भव-विल्वश्वर-जीर्णमठोद्दार-वि. . भूखण्ड-ग्रहष्टनम्। ....वैशाख श्रीश्रीलक्ष्मीसिंह-भूपति-महाविश्व। श्रीश्रीमल्लाहन-वंशोद्भव-सर्व्वाग्र ... ॥ .... शुना प्रवाद। श्रीश्रीलक्ष्मीसिंहेन उद्धारितः....ऐश्वयवहि: जीर्णामठः सुमंस्कुत महात्मना श्रीश्रीलक्ष्मीसिंहेन राजसोत्तम-कर्म्मणा॥ (??)

14. Rock Inscription of the math at Kshudra-Makhibaha Village Nambarbhag-pargana, 1622 Saka

स्वस्ति श्रीयुत-कामाख्या-पद-पद्म-मधुव्रतः। श्रील-लक्ष्मीसिंह-भुपालः पुरन्दर-कुलोद्भवः॥ रिपु-नृप-कुल-मस्त-श्रेणि-विन्यस्त-सम-मणि-श्री-स्मेर-पादरविन्दः। हिमकर-कर-कीर्त्तिः काम-संकाश-मूर्त्तिः सु-नय-निचय-उत्स-समे दन्ति-कल्प-द्रुम-कल्पः॥ समददात् पत्रिकां श्रीकामाक्या-निवासिने असो धर्मरतो भूपस्तदाद्भूतिरक्षिणों॥

## নীলাচলৰ কামেশ্বৰ শিৱৰ মন্দিৰৰ শিলৰ ফলি

ৰজা -- শিৱসিংহ। পাত্ৰ -- অনুজ (ডেকা) দুৱৰা বৰফুকন। তাৰিখ -- ১৬৪০ শক। স্থান নীলাচল (গুৱাহাটী)

এই ফলিৰ পাঠ সোণাৰাম চৌধুৰীয়ে তেওঁৰ 'কামাখ্যাত আহোম কীৰ্ত্তি' প্ৰবন্ধৰ লগত (বাঁহী, ১৫.১২ চ'ত ১৮৪৭, পিঠি ৬৭৬) উদ্ধাৰ কৰি দিছিল। 'বাঁহী'ৰ পাতটি পুৰাকৈ নোপোৱাত বৰ্তমান ফলিৰ পাঠ বিকল হ'ল। মন্দিৰলৈ গৈ ভিতৰত আৰু আশে-পাশে চাই চ'তো ফলি কটা শিলটি পোৱা নগ'ল। গতিকে চৌধুৰীদেৱে দিয়া ফলিখনৰ ভাঙনি তলত দিলোঁ। --

'সকলো বেদ আৰু উপনিষদে যাক প্ৰমাণিত কৰিছে, নীলাচলত যাৰ অধিষ্ঠান, প্ৰসিদ্ধ নীলাচলত অধিষ্ঠিত যাৰ (মহেশ্বৰ) 'শ্ৰীকামেশ্বৰ' নাম প্ৰখ্যাত আৰু প্ৰিয়, সেই মহেশ্বৰৰ, কামান্তক শিৱৰ সুন্দৰ পদ-পঙ্কজৰ শ্ৰেষ্ঠ মধুকৰ প্ৰবল প্ৰতাপত তপন (অতএব) অৰাতি-ৰূপ তিমিৰ-ধ্বংসকাৰী, মহাদ্ৰৱিন-দানৰ দ্বাৰা যিজনে জনসমূহৰ দৈন্যকে নিৰন্ত (দৰিদ্ৰতাক দূৰীভূত) কৰিছে, স্বৰ্গগঙ্গাৰ (পবিত্ৰ আৰু নিৰ্মল) নীৰসদৃশ পবিত্ৰ আৰু নিৰ্মল বিপুল কীৰ্ত্তি নিকৰৰ দ্বাৰা যিজনে দশো দিশ ৰঞ্জিত (খচিত, শোভিত) কৰিছে, শত্ৰু-কুল-ভূষণ, সৌমাৰ-দেশাধিপতি শ্ৰীশ্ৰীস্বৰ্গনাৰায়ণদেৱ-পৰনামা মহাৰাজাধিৰাজ শিৱসিংহৰ তেওঁৰ (বৰফুকনৰ) উপৰিপুৰুষৰপৰাই, তেওঁৰ (শিৱসিংহৰ) উপৰিপুৰুষৰ স্বৰ্গীয় ভূপসকলৰ চৰণ-কমল (মধু-পান-শীল) ভৃঙ্গ-স্বৰূপ, প্ৰসিদ্ধ দুৱৰা বংশত জাত, তেওঁৰ (শিৱসিংহৰ) চৰণ-নখ-স্বৰূপ চন্দ্ৰৰ (চন্দ্ৰিকা-পান-পৰায়ণ) চকোৰস্বৰূপ মন্ত্ৰিবৰ শ্ৰীযুত অনুজ (তৰুণ ডেকা) বৰফুকনৰ দ্বাৰা অম্বৰ (০) বেদ (৪) ৰস (৬) শশাঙ্ক (১), অৰ্থাৎ ১৬৪০ শকাব্দত এই মন্দিৰ ভক্তিপূৰ্বক নিৰ্মাণ কৰালে।'

## নীলাচলৰ সিদ্ধেশ্বৰ মন্দিৰৰ লিপি

ৰজা -- শিৱসিংহ। পাত্ৰ -- বিজয় তৰুণ দুৱৰা বৰফুকন। তাৰিখ --১৬৪০ শক। স্থান -- গুৱাহাটীৰ নীলাচল (কামাখ্যা)।

এই ফলিৰ পাঠ সোণাৰাম চৌধুৰীয়ে 'কামাখ্যাত আহোম কীৰ্ত্তি' প্ৰবন্ধৰ লগত বাঁহী, ১৫.১২ চ'ত ১৮৪৭, পিঠি ৬৭৭) প্ৰকাশ কৰিছিল। তেওঁ ফলিখনৰ স্থূলানুবাদ দিছে এইদৰে--

'শক্র—বংশৰ ভূষণ (মহাৰাজাধিৰাজ) শিৱসিংহই কায়দহনকাৰী শিৱৰ চৰণ-কমলৰ ভ্ৰমৰতুল্য আৰু বিপুবিলাকৰ সুন্দৰী ৰমণীসকলৰ অশ্ৰুপাতকাৰী ধূম। এওঁৰ কীৰ্ত্তি সূৰ্য্যতুল্য, অতি উজ্জ্বল আৰু দিগন্তব্যাপিনী, এই শ্ৰীমন্ত ৰজা অৰ্থীবিলাকৰ ওচৰত অমৰ তৰু (কল্পবৃক্ষ)-স্বৰূপ। ইন্দ্ৰবংশৰ প্ৰথম আৰম্ভৰেপৰাই যিবিলাক ভৃত্যান্বয় (ভৃত্য-বংশ) আপ্ত বা বিশ্বস্ত, সেইবোৰ বংশৰ ভিতৰত দুৰৰা বংশজাত বৃহৎফুকন দেৱ-সেনাপতি স্কন্দৰ তুল্য, (গতিকে) তেওঁ জয়িষ্ণু বীৰ সেনাসমূহৰ অধিপতি, (অতএব) এওঁ নৃপগণদ্বাৰা পূজিত। এওঁ শিৱসিংহৰ স্বৰ্গদেৱৰ আজ্ঞা-শিৰোধাৰ্য্য কৰি ব্যোম (০) অব্ধি (৪) ভূপ (১৬) অৰ্থাৎ ১৬৪০ শকাব্দত ভূতপতি শিৱৰ প্ৰাকাৰ-শোভিত মনোহৰ মন্দিৰ নিৰ্মাণ কৰালে।'

ইয়াত 'বিজয়-ভটপতি' কথাটোৰ অৰ্থ কৰা হৈছে 'জয়িষ্ণু বীৰ সেনাসমূহৰ অধিপতি'; কিন্তু 'বিজয়' হ'ল বৰফুকনৰ নাম, 'ভটপতি' মানে সেনাপতি।

## উমানন্দৰ বিগ্ৰহ-লিপি

ৰজা --শিৱসিংহ। পাত্ৰ -- বিদুচন (বিজয়?) বৰফুকন। বিগ্ৰহ - উমানন্দ।

স্থান গুৱাহাটী কাছাৰীৰ সমুখৰ ভস্মাচল। তাৰিখ --১৬৪১শক।

উমানন্দৰ বিগ্ৰহ-লিপি 'চেতনা'ত (২য় বছৰ, ১০ম সংখ্যা, জেঠ ১৮৪৩ 'সদিয়াৰ শিলৰ খুঁটা আৰু উমান্দৰ বিগ্ৰহ-লিপি প্ৰবন্ধ, পিঠি ৪৪৪-৪৬) সৰ্বেশ্বৰ কটকীয়ে প্ৰকাশ কৰিছিল। সোণাৰাম চৌধুৰীয়ে 'উমানন্দ দেৱালয়' প্ৰবন্ধত (মিলন ৩.২ ফাগুন ১৮৪৬ পিঠি ১০৬) সংশোধিত পাঠ প্ৰকাশ কৰে।

ইয়াৰ উপৰি লক্ষ্মীকান্ত মিশ্ৰৰ "শ্ৰীশ্ৰীউমানন্দৰ ফলি' (বাঁহী, ১৫শ বছৰ, পিঠি ২৭৫) প্ৰবন্ধ দ্ৰষ্টব্য আৰু সোণাৰাম চৌধুৰীৰ 'উমানন্দ' (মিলন, ২য় বছৰ, ৬৮ পিঠি) প্ৰবন্ধ দ্ৰষ্টব্য। ধৰণীকান্ত শৰ্মা পাণ্ডাই "কামাখ্যা তীৰ্থ" পুথিত ফলিৰ পাঠ তুলি দিছে।

## নীলাচলৰ আম্ৰাতকেশ্বৰৰ শিলৰ ফলি

ৰজা — প্ৰমত্তসিংহ। পাত্ৰ — (ডেকা) তৰুণ দুৱৰা বৰফুকন। তাৰিখ-১৬৬৬ শক। বিগ্ৰহ — আম্ৰাতকেশ্বৰ শিৱ। স্থান — গুৱাহাটীৰ নীলাচলৰ (কামাখ্যা) উত্তৰাংশৰ আমৰাজুৰি।

সোণাৰাম চৌধুৰীয়ে 'কামাখ্যাত আহোম কীৰ্ত্তি' (ৰাঁহী, ১৫.১২ চ'ত ১৮৪৭ পিঠি ৬৭৮) প্ৰবন্ধৰ লগত ফলিৰ এই পাঠ দিছিল। শ্ৰীধৰণীকান্ত শৰ্মা পাঠকৰ "কামাখ্যা তীৰ্থ" পুথিত ফলিখনৰ পাঠ দিয়া হৈছে; কিন্তু পাঠ শুদ্ধ নহয়।

## শুক্ৰেশ্বৰ দেৱালৰ শিলৰ ফলি

ৰজা — প্ৰমত্তসিংহ। পাত্ৰ — (ডেকা) তৰুণ দুৱৰা বৰফুকন। বিগ্ৰহ — শুক্ৰেশ্বৰ শিৱ। তাৰিখ — ১৬৬৬ শক। স্থান — গুৱাহাটীৰ পাণবজাৰ।

এই ফলিৰ পাঠ ১৮৩৮ শকৰ 'আলোচনী'ত ('শুক্ৰেশ্বৰ মন্দিৰ', আলোচনী, ৭ ম বছৰ, ১০ ম সংখ্যা, ৪৮১-৮২ পিঠি) হেমচন্দ্ৰ গোস্বামীয়ে অতি অসম্পূৰ্ণভাৱে প্ৰকাশ কৰিছিল। তেওঁৰ পাঠ :

শ্ৰীৰাম --

১ ৭ ˚ স্বস্তি দুৰ্বাৰসংসাৰবিস্তাৰকাৰাগাৰনিকাৰনিস্তাৰ-
২ চতুৰতৰশুক্ৰেশ্বৰমহেশ্বৰচৰণচাৰণপ্ৰধানপ **
৩ মানন্দদানসন্তানকৰ্ত্ৰায় * নমানন ** ৰামধা-
৪ মমহোদ্দ * সমগ্ৰসংগ্ৰ * মগ্ৰা ** মণগোজ্জিতসুধা-
৫ ধামসম্বৰ্ত্তমাৰ্ত্তণ্ড * স্ন * পু........
৬ প্ৰসস্ত-সমস্ত............
৭ মত্ স্বৰ্গ ** সং ........
৮ স্পদলক্ষমৰক্ষণবি.........
৯ ক্ষক্ষয়দক্ষতীক্ষ্ণ..........
১০ নায়কসম..........
১১ বধি স্বৰ্গন ......
১২ বৃহৎফুক্ক........
১৩ মহ.........
১৪ .............
১৫ .............

## নীলাচলৰ কামাখ্যাৰ ৰংঘৰ বা নাটমন্দিৰৰ গাৰ তাম্ৰৰ ফলি

ৰজা -- ৰাজেশ্বৰসিংহ। পাত্ৰ -- দশৰথ তৰুণ দুৱৰা বৰফুকন। তাৰিখ --১৬৮১ শক।

'বাঁহী'ত ( ১৫.১২, চ'ত ১৮৪৭, ৬৮০ পিঠি) সোণাৰাম চৌধুৰীয়ে 'কামাখ্যাত আহোম কীৰ্ত্তি' প্ৰবন্ধৰ মাজত এই ফলিৰ পাঠ আৰু তাৰ অনুবাদ প্ৰকাশ কৰিছিল। চৌধুৰীৰ পাঠ সুন্দৰ। মাথোন "বাঁহী"ত "ভূভৃন্নীতিল ত্ৰৈস্ব .. কোদন্দ ..." আৰু "শ্ৰীযুদ্ধহংফুকণঃ" আছে। লক্ষ্মীসিংহ স্বৰ্গদেৱে কৰোৱা এই মন্দিৰটি দুৰা-পিঠীয়া ভাঁজ-ঘৰ আৰু কামাখ্যাৰ মূল মন্দিৰৰ লগত লগা আটাইতকৈ সমুখৰ ঘৰ।

## শুক্ৰেশ্বৰ মন্দিৰৰ প্ৰত্যহ পূজাৰ অৰ্থে দত্ত অৰ্থাদিৰ তাম্ৰৰ ফলি

ৰজা -- ৰাজেশ্বৰ সিংহ। পাত্ৰ -- (দশৰথ) তৰুণ দুৱৰা বৰফুকন। তাৰিখ -- ১৬৮৩ শক ৪ কাতি। স্থান -- গুৱাহাটীৰ নৰ্থব্ৰুক তোৰণৰ আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ আৱক্ষ মূৰ্তি থকা ঠাইৰ ওচৰ।

এই ফলিৰ পাঠ সোণাৰাম চৌধুৰীৰ পৰা পাই ডক্টৰ ভূঞাই 'মহাৰাজ ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱ' প্ৰবন্ধত (বাঁহী, ১৫.১১, ফাগুন ১৮৪৭, পিঠি ৬৫২-৫৩) প্ৰকাশ কৰিছিল। কামৰূপ অনুসন্ধান সমিতিৰ বহীত ফলিখনিৰ পাঠ নকল কৰা আছে। তাত পাঠ কেইটিমান হ'ল ঃ খণ্ডি তোৰ্দ্দণ্ড (খণ্ডিত-দোৰ্দ্দণ্ড), তমিশ্ৰ (তমিস্ৰ), ভাষাব্জিত (ভাসাব্জিত), প্ৰসাদোৰ্দ্দাম (প্ৰসাদোদ্দাম)। ফলিখনিৰ যোগেদি "অৰ্থাদি" বা ধন আদি দিয়া হৈছিল। 'দত্তামিমমৰ্থাদি-প্ৰমাণ-পত্ৰিকেয়ং' ভাল পাঠ হোৱা নাই।

## সিদ্ধেশ্বৰ মন্দিৰৰ শিলৰ ফলি

ৰজা -- ৰাজেশ্বৰ সিংহ। পাত্ৰ -- দশৰথ দুৱৰা বৰফুকন। বিগ্ৰহ -- সিদ্ধেশ্বৰ মহেশ্বৰ।

তাৰিখ ১৬৮৬ শক। স্থান শুৱালকুছি।

হেমচন্দ্ৰ গোস্বামীয়ে 'শিলৰ ফলি' প্ৰবন্ধত (আলোচনী, ৮.২, আঘোণ ১৮৩৮ শক, পিঠি ৫১-৫৫) এই ফলিৰ পাঠ দিছিল। ১৮৯৭ চনৰ বৰভূঁইকঁপৰ ফলত সিদ্ধেশ্বৰ মন্দিৰ খহি পৰে আৰু শিলৰ ফলিখনো আংশিকভাৱে নষ্ট হয়। গতিকে পণ্ডিত গোস্বামীদেৱে তাৰ সম্পূৰ্ণ পাঠ উদ্ধাৰ কৰিব নোৱাৰিলে।

